# অসমৰ লোক সংস্কৃতিৰ ৰূপৰেখা

শ্ৰী উমেশ চেতিয়া, এম. এ.
(প্ৰাক্তন অধ্যক্ষ, ধেমাজি বালিকা মহাবিদ্যালয়
সাহিত্যিক পেঞ্চনাৰ, অসম কেশৰী অম্বিকাগিৰি বঁটা বিজয়ী সাহিত্যিক)

পৰিবেশক
কিৰণ প্ৰকাশন







কিৰণ প্ৰকাশন
ধেমাজি

**ASAMAR LOKA SANSKRITIR RUPREKHA :** A critical study of Folklore of Assam, written by Umesh Chetia, Ex-Principal of Dhemaji Girls' College, Govt. Literary Pensioner, Asam Keshari 'Ambikagiri' Literary Award winner, Ratanpur, Dhemaji-787 057(Assam) and published by Naba Kalita, on behalf of Kiran Prakashan,D.K. Market Complex, Dhemaji Chariali, Dhemaji-787 057 (Assam)

**First Edition:** March, 2008 **Price:**110/- only

**অসমৰ লোক সংস্কৃতিৰ ৰূপৰেখা**

**উমেশ চেতিয়া**

প্ৰকাশক ঃ

**নব কলিতা**

**কিৰণ প্ৰকাশন**

**ডি.কে. মাৰ্কেট, চাৰিআলি**

**ধেমাজি-৭৮৭ ০৫৭**

প্ৰথম প্ৰকাশ ঃ **মাৰ্চ, ২০০৮**

·মূল্য ঃ

**১১০.০০ টকা**

বেটুপাত ঃ **অৰুণ নাথ**

ছপা ঃ

**ধেমাজি অফছেট প্ৰিন্টাৰ্চ**

**ৰতনপুৰ, ধেমাজি**

ফোন-৯৪৩৫০ ৮৮৬০৪

# উছৰ্গা

অসমৰ বিখ্যাত সাহিত্যিক সাংবাদিক তথা অসমৰ সু-সন্তান শ্ৰদ্ধেয় শ্ৰীযুত হোমেন বৰগোহাঞিদেৱৰ কৰকমলত 'অসমৰ লোক সংস্কৃতিৰ ৰূপৰেখা' নামৰ গ্ৰন্থখনি উছৰ্গা কৰা হ'ল।

ইতি

— লেখক —



# আগকথা

অসমীয়া ভাষা-সাহিত্যত অসমৰ লোক-সংস্কৃতিৰ বিষয়ে লিখা বৰ বেছি গ্ৰন্থ প্ৰকাশ হৈ ওলোৱা নাই। অসমৰ লোক-সংস্কৃতিবিদ পণ্ডিত ড° প্ৰফুল্লদত্ত গোস্বামী, ড° বিৰিঞ্চি কুমাৰ বৰুৱা, ড° নিৰ্মলপ্ৰভা বৰদলৈ, ড° বীৰেন্দ্ৰ নাথ দত্ত, ড° নবীন চন্দ্ৰ শৰ্মা, অতুল চন্দ্ৰ বৰুৱা, ড° লীলা গগৈ, শশী শৰ্ম্মা আদিয়ে অসমৰ লোক-সংস্কৃতি বিষয়ে চৰ্চ্চা-গৱেষণা কৰি অৱদান আগবঢ়াই থৈ গৈছে। সেইসকল বৰেণ্য পণ্ডিতৰ পথ অনুসৰণ কৰি অসমৰ লোক-সংস্কৃতিৰ ক্ষেত্ৰত নামিবলৈ প্ৰয়াস কৰিছিলো।

অসমখন বিভিন্ন জনগোষ্ঠীৰ সম্বন্বয়ৰ থলী। অসমত যিমান জাতি-জনগোষ্ঠী আছে ভাৰতৰ আন ৰাজ্যত নাই। অসম নৃতত্ব আৰু জাতিতত্ত্ববিদ পণ্ডিতৰ বাবে গৱেষণাৰ উৰ্বৰাভূমি। অসমত থকা মঙ্গোলীয়, চীন- তিৰ্ব্বতী আৰু চীন-শ্যামী জাতি মালা, আৰ্য্য, অষ্ট্ৰিক আৰু দ্ৰাবিড় মানৱ প্ৰজাতিৰ জাতিমালাক লৈ প্ৰায় ছকুৰি মান জনগোষ্ঠীৰ স্বকীয় ভাষা- সংস্কৃতিৰে অসমীয়া ভাষা-সংস্কৃতি বাৰেৰহণীয়া আৰু বৈচিত্ৰ্যময় হৈ উঠিছে। সেয়েহে অসমৰ লোক-সংস্কৃতিৰ পথাৰখনো বিশাল আৰু বৰ্ণাঢ্য হৈ পৰিছে।

পৃথিৱীৰ বিভিন্ন প্ৰান্তত লোক-সংস্কৃতিৰ বিষয়ত যিদৰে চৰ্চ্চা- গৱেষণা চলিব ধৰিছে অসমত সেইখিনি চৰ্চ্চা-গৱেষণা হোৱা নাই। সেয়েহে এই লেখকে যৎসামান্য অভিজ্ঞতাৰে একক প্ৰচেষ্টাৰে অসমৰ লোক-সংস্কৃতিৰ বিষয়ে এটি ৰূপ-ৰেখা অংকন কৰিবলৈ চেষ্টা কৰা হৈছে। এনে প্ৰচেষ্টাৰ পৰিপ্ৰেক্ষিততেই ' অসমৰ লোক-সংস্কৃতিৰ ৰূপৰেখা' নামৰ গ্ৰন্থখনিৰ সৃষ্টি হ'বলৈ পালে। অসমৰ লোক-সংস্কৃতিৰ দৰে এক বিশাল আৰু ব্যাপক বিষয় বস্তু আমাৰ দৰে এজন সাধাৰণ লোকৰ পক্ষেৎ আলোচনা কৰাটো সহজ-সাধ্য কাম নহয়। সেয়েহে কওঁ যে এইয়া সামান্য এক প্ৰাথমিক প্ৰচেষ্টাহে; এই কামৰ বাবে নিজে দেখি, শুনি, পূৰ্ব্ববৰ্ত্তী পণ্ডিতসকলৰ ৰচনাৱলী অধ্যয়ন কৰি আৰু ভিন্নজন লোক-সংস্কৃতিবিদৰ সৈতে আলাপ-আলোচনা কৰি যথাসাধ্য গ্ৰন্থখনিত আলোচনা দাঙি ধৰিবলৈ যত্ন কৰা হৈছে। তথাপিও ক'ব লাগিব যে এইয়া অসমৰ লোক-সংস্কৃতিৰ এটি ৰূপ-ৰেখাহে। অৱশ্যে কিছু কথা সামৰিবলৈ চেষ্টা কৰা হৈছে। অসমৰ লোক-সংস্কৃতিৰ সম্যক অধ্যয়নৰ বাবে অভিজ্ঞ পণ্ডিত মণ্ডলীলৈ আমাৰ আহ্বান থাকিল।

ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অধ্যাপক ড° প্ৰহ্লাদ কুমাৰ বৰুৱাদেৱে পুথিখনিৰ

আগকথা ‘একাষাৰ’ লিখি দিয়াৰ বাবে তেখেতলৈ আন্তৰিক শ্ৰদ্ধা আৰু কৃতজ্ঞতা জনালো। তেখেতে অধ্যাপনাৰ ব্যস্ততাৰ মাজতো তেখেতৰ বহুমূলীয়া সময় খৰচ কৰি একাষাৰ লিখি দিয়াৰ বাবে এইলেখক ধন্যবাদৰ পাত্ৰ হৈছে।

অসমৰ ভিতৰতে আগশাৰীৰ পুথি প্ৰকাশন প্ৰতিষ্ঠান কিৰণ প্ৰকাশনৰ স্বত্বাধিকাৰ উদীয়মান উদ্যোগী যুৱক শ্ৰীনৱ কলিতাই এই পুথিখনি প্ৰকাশ কৰি দিয়াৰ বাবে তেওঁৰ ওচৰত লেখক কৃতজ্ঞ হৈ ৰ'ব। তদুপৰি ধেমাজি অফচেট প্ৰেছৰ কৰ্মী বৃন্দালৈও কৃতজ্ঞতা জনালো। ডি.টি.পি. কৰি দিয়া বাবে মৰমৰ শ্ৰীমতী ৰূপৰেখা বৰদেউৰীলৈ ধন্যবাদ থাকিল।

সদৌ শেষত অসমৰ লোক সংস্কৃতি প্ৰেমী পঢ়ুৱৈ ৰাইজ, লোক-সংস্কৃতি চৰ্চ্চা কৰিবলৈ আগবাঢ়ি অহা ছাত্ৰ-ছাত্ৰী, শিক্ষক-শিক্ষয়িত্ৰী, গৱেষক সকলে “অসমৰ লোক-সংস্কৃতিৰ ৰূপ-ৰেখা” নামৰ গ্ৰন্থখনি আদৰি ললে লেখকৰ শ্ৰম সাৰ্থক হোৱা বুলি ভাবিম। পুথিখনি প্ৰকাশৰ ক্ষেত্ৰত সুপৰামৰ্শ দি উৎসাহিত কৰা বাবে গল্পক ৰ কণ্ঠি বৰগোহাঞিও, ড° পুষ্প গগৈ, অধ্যাপক হৰেন বৰগোহাঁই, বিমলা গগৈ, ভূপতি বৰুৱা, অধ্যক্ষ শিৱ প্ৰসাদ গগৈ, অধ্যাপক অমিয় সন্দিকৈ, বিমল ৰাজখোৱা, তিলেন গগৈ, পূৰ্ণানন্দ বৰপাত্ৰ গোহাঁই, বীৰেন কুমাৰ কোঁৱৰ আদিলৈ কৃতজ্ঞতা জনালো। পুথিখনিত বৈ যোৱা ভুল-ত্ৰুটি আৰু বঢ়া-টুটাৰ বাবে সদাশয় সুধী-সমাজৰ ওচৰত ক্ষমা মাগিছো।

ইতি
শ্ৰী উমেশ চেতিয়া,
সাহিত্যিক পেঞ্চনাৰ।

# একাষাৰ

যিকোনো জাতিৰ সংস্কৃতি যিমানেই উন্নত তথা ঐশ্বৰ্যশালী নহওক লাগিলে, জাতিটোৰ লোক-সংস্কৃতিক কেতিয়াও উলাই কৰিব পৰা নাযায়। দৰাচলতে শিল্প-সংস্কৃতিৰ আধাৰ হিচাপে লোক-সংস্কৃতিৰ গুৰুত্ব আৰু মূল্য এইখিনিতে যে লোক-সংস্কৃতিৰ আধাৰতে যুগে যুগে ৰূপান্তৰ হৈ শিল্প সংস্কৃতি গঢ় লৈ উঠে। পাৰ্থক্য মাথোন ইমানেই যে লোক-সংস্কৃতি বহু পৰিমাণে স্থিতিস্থাপক আৰু শিল্প-সংস্কৃতি গতিশীল।

সি যি কি নহওক এই খিনিতে এষাৰ কথা দুখেৰে ক'ব লগা হৈছে যে, পাশ্চাত্যত লোক-সংস্কৃতিক নতুন দৃষ্টি ভঙ্গীৰে বিজ্ঞান সন্মতভাৱে যিদৰে বিচাৰ-বিশ্লেষণ কৰা হৈছে; আমাৰ দেশত তেনেদৰে এতিয়াও মুঠেই হোৱা নাই। অৱশ্যে আজিৰ শিক্ষিত সমাজে লোক-সংস্কৃতিত গুৰুত্ব দিবলৈ লোৱা দেখা গৈছে আৰু ই এক শুভলক্ষণ বুলি ক'ব লাগিব।

অসমৰ লোক-সংস্কৃতিৰ বিষয়ে বিস্তৰ চৰ্চ্চা হোৱা নাই যদিও লোক-গীতমাতৰ সংগ্ৰহ কিন্তু কিছু হ'বলৈ লৈছে। ধেমাজিৰ এগৰাকী আজীৱন লেখক শ্ৰীযুত উমেশ চেতিয়াদেৱে অসমৰ লোক-সংস্কৃতিৰ পৰিচয়জ্ঞাপক গ্ৰন্থ এখন যুগুত কৰি উলিয়াইছে আৰু এই গ্ৰন্থখনত লোক-সংস্কৃতিৰ সংজ্ঞা, অসমৰ লোক-সমাজ আৰু লোক-সংস্কৃতি, অসমৰ লোক-সংস্কৃতিৰ শ্ৰেণী-বিভাজন আদি আৰু বহু কেইটা দিশ সামৰি লোৱাৰ উপৰিও অসমৰ লোক-সাহিত্য অসমৰ লোক-সাহিত্য সমূহক শ্ৰেণী বিভাজন কৰি আলোচনা কৰিছে। তদুপৰি বৃহত্তৰ অসমীয়া সংস্কৃতিৰ এৰাব নোৱাৰা অঙ্গস্বৰূপে অসমৰ বিভিন্ন জনগোষ্ঠীয় ধৰ্ম, লোক- বিশ্বাস, লোকাচাৰ, সামাজিক উৎসৱ অনুষ্ঠানবোৰকো সামৰি লোৱা হৈছে।

গ্ৰন্থখন বৃহত্তৰ অসমৰ লোক- সংস্কৃতিৰ দলিল স্বৰূপ। অৱশ্যে গ্ৰন্থখনত পৰ্য্যালোচনা বা বিশ্লেষণ কেনেদৰে কৰা হৈছে, সেই বিষয়ে নাজানো। কাৰণ গ্ৰন্থখনৰ ভিতৰখন চোৱাৰ সুবিধা নাপালো। লেখক গৰাকীয়ে মুদ্ৰণৰ কাম চলি থকা অৱস্থাতে সূচীখনহে মোক দিছিল আৰু শুভেচ্ছামূলক একাষাৰ লিখি দিবৰ বাবে অনুৰোধ কৰাত এই কথা কেইষাৰ লিখি দিলো।

সি যি কি নহওক গ্ৰন্থখনৰ বিষয়-সূচীখন দেখি কিন্তু অতি মুগ্ধ হলো এই কাৰণেই যে লেখক গৰাকীয়ে অশেষ কষ্ট কৰি অসমৰ লোক-সংস্কৃতিৰ বিভিন্ন দিশ সবিস্তাৰে সামৰি লৈছে। আশা কৰিছো— এই গ্ৰন্থখনত পাঠকে থাওকতে অসমৰ লোক-সংস্কৃতিৰ আভাস পাব। জানো— শ্ৰীযুত উমেশ চেতিয়াদেৱে গোটেই জীৱন জুৰি লিখি আছে আৰু এতিয়ালৈকে তেখেতৰ সংখ্যাধিক গ্ৰন্থ প্ৰকাশ হৈছে। আজীৱন সাহিত্যসেৱী চেতিয়াদেৱৰ অনলস সাহিত্য-সাধনা অব্যাহত হৈ ৰওক — এই আশাৰে চেতিয়াদেৱলৈ অন্তৰভৰা শুভ কামনা জনালো। চৰৈৱেতি — চৰৈৱেতি - চৰৈৱেতি।

ডিব্ৰুগড় বিশ্ববিদ্যালয়
অসমীয়া বিভাগ

ড° প্ৰহ্লাদ কুমাৰ বৰুৱা
১২ ডিচেম্বৰ, ২০০৬ চন

# সূচীপত্ৰ

## ১৪শ অধ্যায়

## ১৫ শ অধ্যায়



## ১৬ শ অধ্যায়

## ১৭শ অধ্যায়

## ২য় খণ্ড
## ধেমাজিৰ লোক সংস্কৃতি

১ম অধ্যায়

# লোক-সংস্কৃতিৰ সংজ্ঞা
## (Definition of Folklore)

লোক সংস্কৃতি শব্দটোৰ ইংৰাজী প্ৰতি শব্দ হৈছে 'Folklore'। 'ফক্‌ল'ৰ শব্দটো অৰ্বাচীন। আজি কিছুদিনৰ আগতেহে লোক সংস্কৃতিবিদ পণ্ডিতসকলে এই শব্দটো গ্ৰহণ কৰিছে। লোক সংস্কৃতিক 'Folk Culture'বুলিও কোৱা হয়। বৰ্ত্তমান লোক 'সংস্কৃতি' শব্দটোৰ সমাৰ্থক শব্দ হিচাবে Folklore শব্দটোকে পণ্ডিত সকলে গ্ৰহণ কৰিছে।

ইংৰাজী 'Folklore' শব্দটো জাৰ্মান ভাষাত Volkskunde বুলি কোৱা হৈছিল। লেটিন ভাষীসকলে "Folk" শব্দটো 'Demos' বুলি ব্যৱহাৰ কৰিছিল। ফৰাছী ভাষাত 'Folklore' শব্দটোৰ পৰিবৰ্তে আগতে 'Demologic' আৰু 'Demopsychologic' শব্দ দুটাহে ব্যৱহাৰ কৰা হৈছিল। পৰ্তুগীজ সকলে 'Folklore' শব্দটোৰ পৰিবৰ্তে আগতে 'Demotica' শব্দটো ব্যৱহাৰ কৰিছিল।

সম্প্ৰতি 'Folklore' শব্দটো সমগ্ৰ পৃথিৱীতে অধিক জনপ্ৰিয় হৈ পৰিছে। ১৮৮৭ খৃষ্টাব্দত লোক সংস্কৃতিৰ প্ৰতি শব্দ 'Folklore' বুলি Folklore Society ৰ দ্বাৰা গ্ৰহণ কৰা হয়। 'Folklore' শব্দটো চেক্সন ভাষাৰ শব্দ 'Folk' শব্দৰ অৰ্থ হৈছে জন সমষ্টি ; আৰু 'lore' শব্দৰ অৰ্থ হৈছে জ্ঞান । 'Folklore' মানে জন সমষ্টিৰ জ্ঞান। জাৰ্মান ভাষাৰ "Volk' শব্দৰ পৰাই ইংৰাজী 'Folk' শব্দৰ উৎপত্তি হৈছে। 'Lore' শব্দটো টিউটনিক ভাষাৰ শব্দ। 'Lore' শব্দৰ অৰ্থ হৈছে জ্ঞান আহৰণ।

আমাৰ ভাৰতবৰ্ষত লোক সংস্কৃতি শব্দটোক আগতে বিভিন্ন শব্দৰে বুজোৱা হৈছিল। সাম্প্ৰতিক কালত লোক সংস্কৃতিক এক বিজ্ঞান হিচাবে গ্ৰহণ কৰিছে। অৰ্থাৎ ই এক লোক বিজ্ঞান; লোকসংস্কৃতিবিদ পণ্ডিতসকলে লোক সংস্কৃতিক "The Science of Fairy Tales, Folklore as an Historical Science' বুলিহে গণ্য কৰিছে। বিশ্বৰ বিভিন্ন বিশ্ববিদ্যালয় সমূহত লোক

সংস্কৃতিক বিদ্যায়তনিক বিষয় অৰ্থাৎ লোক বিজ্ঞান হিচাবে অধ্যয়নৰ এক বিষয় হিচাবে পাঠ্যক্ৰমত অন্তৰ্ভূক্ত কৰা হৈছে। আন এচাম পণ্ডিতে লোক সংস্কৃতিক 'Popular Antiquities' বুলি কব খোজে। যোৱা উনবিংশ শতিকাৰ আগভাগলৈকে লোক সংস্কৃতিক Popular Antiquities বুলিয়েই অভিহিত কৰি অহা হৈছিল।

লোক সংস্কৃতি বুলি ক'লে সামগ্ৰিকভাৱে জাতি এটাৰ সামাজিক ৰীতি-নীতি, পৰম্পৰাগত বিশ্বাস আৰু ধৰ্মবিশ্বাস, আচাৰ-ব্যৱহাৰ, পূজা-পাৱণ, সাধুকথা, প্ৰবাদ-প্ৰবচন, লোক-গীত, লোকগাথা, লোকবিশ্বাস, লোকনৃত্য, লোক-কলা, লোকবাদ্য, লোক উৎসৱ আদি আটাইবোৰকে সামৰি লয়।

মুঠতে লোক সংস্কৃতিয়ে জাতি এটাৰ সামগ্ৰিক চিন্তা-চেতনা, আচাৰ-বিচাৰ, ধ্যান-ধাৰণা, সামাজিক মনস্তত্বৰ কথাকে প্ৰতিফলিত কৰে। পৃথিৱীৰ বিভিন্নজন লোক-সংস্কৃতিবিদ পণ্ডিতে লোক সংস্কৃতিৰ সম্পৰ্কে বিভিন্ন সংজ্ঞা দাঙি ধৰিছে। লোক সংস্কৃতিৰ এই সংজ্ঞাবোৰে লোক সংস্কৃতিৰ বিভিন্ন দিশৰ বিষয়ে আলোকপাতহে কৰিছে। এইবোৰ সংজ্ঞাক স্বয়ংসম্পূৰ্ণ বুলি কব নোৱাৰি। এই আটাইবোৰ সংজ্ঞা চালি জাৰি চাই A.R. Wright নামৰ পণ্ডিতজনৰ সংজ্ঞাটোকে কিছু পৰিমাণে সমাৰ্থক যেন লাগে। তেখেতে "English Folk-lore' নামৰ গ্ৰন্থত লোক সংস্কৃতিৰ সংজ্ঞা দিছে এইদৰে 'The Science which studies the expression in popular beliefs, institutions, practices, oral literature and arts and past times of the mental and spiritual life of the folk, the people in general, in every stage of barbarism and culture.'

লোক সংস্কৃতিয়ে এটা জাতিৰ সামগ্ৰিক মনস্তত্বৰ পৰিচয় দাঙি ধৰে। অতীজতে সেই জাতিটোৰ আচাৰ ৰীতি কেনে আছিল, তেওঁলোকৰ ধৰ্মীয় বিশ্বাস কেনে আছিল, সেই জাতিটোৱে কি কি খাদ্য খাইছিল তাৰ এখন সম্যক ছবি লোক সংস্কৃতিয়ে দাঙি ধৰে। মানুহে তাৰ নিজৰ মনৰ চিন্তন ক্ষমতা অনুসৰিহে যেই কোনো কথা চিন্তা কৰিব পাৰে। যি মানুহৰ কল্পনা- শক্তিয়ে যিমান দূৰলৈ উৰা মাৰিব পাৰে তেওঁ সিমানখিনিহে চিন্তা কৰিব পাৰে। অৰ্থাৎ "পক্ষীসব উৰয় পখা অনুসাৰে' বুলি কবিয়ে কোৱা কথাষাৰৰ দৰে। লোক-সংস্কৃতিৰ অঙ্গ সাধুকথা বা কিংবদন্তি কাহিনীবোৰত অথবা লোক গাথাবোৰত উল্লেখ থকা জীৱজন্তু, গছ-গছনি, নৈ-বিল, জান-জুৰি আদিবোৰে কোনো এখন দেশৰ ভৌগোলিক পৰিচয়ৰ সম্ভেদ দিয়ে। সেয়েহে সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাদেৱে কৈছে-

"কোনো এটা জাতিৰ ভিতৰুৱা শিক্ষিত-অশিক্ষিত, সভ্য-অসভ্য, জ্ঞানী-অজ্ঞানী সকলো মানুহৰে চৰণৰ চাপ যেনেকৈ সেই জাতিৰ নিজাভাষাত মচ নোখোৱাকৈ থাকি যায়, জাতীয় পুৰণিকলীয়া সাধুকথা বিলাকতো সেইদৰে সেই জাতিৰ ভিতৰুৱা সকলো শ্রেণীৰ মানুহৰ পুৰণি আচাৰ-ব্যৱহাৰ, ৰীতি-নীতি, চিন্তা-কল্পনা আদিৰ সাঁচ মচ নোখোৱাকৈ থাকি যায়।" আমেৰিকাৰ প্ৰখ্যাত নৃতত্ত্ববিদ পণ্ডিত হেৰল্ড থম্পচনে লোক সংস্কৃতিৰ সংজ্ঞা দিছে এইদৰে, 'Folklore is an opportunity to meet your grand father' সেইদৰেই আকৌ ওৱাই, এম. চলোখভে লোক সংস্কৃতি সম্পৰ্কে কৈছে "Folklore is an echo of the past, but at the same time it is also the vigorous voice of the present.' আগেয়ে উল্লেখ কৰি অহা হৈছে যে লোকসংস্কৃতিৰ অন্তৰ্গত এটা জাতিৰ বিভিন্ন উপাদান সমূহ নিহিত থাকে; যেনে- লোককল্প, লোকশিল্প, লোকৰীতি, লোক বিশ্বাস, লোক চিকিৎসা, লোকসঙ্গীত, লোকক্ৰীড়া, লোকনাট্য, লোক অভিনয়, লোকবাদ্য, লোক নৃত্য, লোক কথা, সাধুকথা, কিংবদন্তি, প্ৰবাদ, পটন্টৰ, প্ৰবচন, লোক ক্ৰীড়া, লোক উৎসব ইত্যাদিত। সেয়েহে এগৰাকী নৃতত্ত্ব বিদ্ পণ্ডিতে কৈছে - "Folklore includes folk art, folk crafts, folk tools, folk custmes, folk customs, folk belief, folk medicine, folk receives, folk music, folk game, folk gatures, folk speech as well as those verbal of expression of which have been called art verbal art which included such forms as folk tales, legends, myth, proverbs, riddle and poetry has been the primary concern of folk rist from both the humanities and the social sciences since the beginnings of folklore as a field of study" লোক সংস্কৃতি শব্দটো আচলতে লোক কৃষ্টি বুলি কোৱা হ'লে বেছি শুৱনি হলহেঁতেন। লোক সংস্কৃতি লোকমনৰ যোগেদি গঢ় লৈ উঠে। কোনো এক নিৰ্দিষ্ট ভৌগোলিক পৰিসীমাৰ মাজত বসবাস কৰা একোখন সমাজক লোক সমাজ বোলে। এনে একোখন লোক সমাজৰ কিছুমান সুকীয়া সুকীয়া ৰীতি-নীতি আৰু পৰম্পৰাগত ধ্যান-ধাৰণা থাকে। মানুহে জন্মতে যিদৰে কিছুমান সহজাত প্ৰবৃত্তি লাভ কৰে ঠিক সেইদৰেই একোখন সমাজতো আদিম অৱস্থাৰ পৰাই কিছুমান ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, ধ্যান-ধাৰণাই গঢ় লৈ উঠে। এনেবোৰ লোকাচাৰ সমাজভেদে আৰু ঠাইভেদে বেলেগ বেলেগ হৈ পৰে। এইবোৰ লোকাচাৰ একোখন লোকসমাজৰ বৈশিষ্ট্য

স্বৰূপ, প্ৰত্যেকখন লোকসমাজৰ খোৱা-বোৱা, পূজা-পাৱণ, আচাৰ-অনুষ্ঠান, সাজ-পাৰ, লোক বিশ্বাস, ধৰ্ম্মীয় পৰম্পৰা আদি বেলেগ বেলেগ। এই আটাইবোৰকে একেলগে লোক-সংস্কৃতি বুলি কোৱা হয়। সেইবাবেই লোক-সংস্কৃতিক আমাৰ ভাৰতৰ ভিন্নজন নৃতাত্ত্বিক পণ্ডিতে ভিন্‌ভিন শব্দৰে অভিহিত কৰিছে। কোনোৱে

কৈছে লোকযান, কোনোবাই কৈছে 'লোকশ্ৰুতি' আৰু কোনোজনে কৈছে 'লোককৃষ্টি'। তদুপৰি লোক সংস্কৃতিক বিভিন্ন পণ্ডিতে গ্ৰাম্য সাহিত্য, লোকবাংময়, লোকলোৰ, লোকায়ন, লোকাচাৰণা, লোকবিজ্ঞান, লোকবিদ্যা, লোকচৰ্য্যা, লোকসংস্কৃতি, জনসাহিত্য, লোক ঐতিহ্য, লোকবৃত্ত, লোককৃতি আদি আখ্যা দিছে।

লোক সংস্কৃতিয়ে লোক সমাজৰ প্ৰাত্যহিক জীৱনৰ পৰিপূৰ্ণতা আনে। লোকসমাজৰ দৈনন্দিন জীৱনৰ প্ৰতিটো কাম, প্ৰতিটো চিন্তাৰ সতে লোক সংস্কৃতিৰ সম্বন্ধ আছে। মুঠতে লোক-সংস্কৃতি লোক জীৱনৰ হৃদয় সংবাদ।

সমাজ বিবৰ্ত্তনৰ লগে লগে লোক সংস্কৃতিয়েও নিজৰ ৰূপ বা ফৰ্মৰ পৰিবৰ্ত্তিত ৰূপ গ্ৰহণ কৰি আহিছে। লোক সংস্কৃতি বিৱৰ্ত্তনশীল। যুগৰ বুৰঞ্জীৰ চাপো লোকসংস্কৃতিত মচ নোখোৱাকৈ জিলিকি থাকে। প্ৰাচীন অসভ্য আৰু বৰ্বৰ আদিম সমাজৰ পৰা আৰম্ভ কৰি বৰ্ত্তমানৰ সভ্য যুগলৈকে লোক সংস্কৃতিয়ে বিৱৰ্ত্তনৰ মাজেদিয়েই জীয়াই আছে। এই লোক সংস্কৃতি অতীজতেও আছিল, বৰ্ত্তমানেও আছে আৰু ভবিষ্যতলৈও জীয়াই থাকিব; অৱশ্যে আজিৰ দৰে নহয়, ইয়াক এক পৰিবৰ্ত্তিত ৰূপতহে পোৱা যাব। ◆

১. Ballads and Tales of Assam -Dr. P. D. Goswami
২. বুঢ়ী আইৰ সাধু- লক্ষ্মীনাথ বেজবৰুৱা
৩. Study Materials; Assamese- Dibrugarh University'
৪. ঐ
অসম সাহিত্য সভা পত্ৰিকা ঃ লোক সংস্কৃতিঃ পৰিভাষা আৰু সংজ্ঞা- ভবেশ দাস ।

২য় অধ্যায়

# নতুন পোহৰত লোকসংস্কৃতিৰ চৰ্চা-গৱেষণা

## (Studies of Folklore in the Light of Scientific Method)

বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাৰ অগ্ৰগতি আৰু সভ্যতাৰ দ্ৰুত প্ৰগতিয়ে, লোক সংস্কৃতিক চেৰ পেলাব পৰা নাই। আধুনিক ধ্যান-ধাৰণাৰে নৃতত্ত্ববিদ আৰু সমাজ তত্ত্ববিদ পণ্ডিত সকলে সাম্প্ৰতিক কালত লোক সংস্কৃতিৰ চৰ্চা-গবেষণা কৰিব ধৰিছে। বিজ্ঞান সন্মত পদ্ধতিৰে লোক সংস্কৃতিৰ বিষয়ে গবেষণা আৰম্ভ কৰিছে। পশ্চিমীয়া দেশ সমূহৰ পণ্ডিত সকলে "The Science of fairy Tales, Folklore as an Historical Science" নামৰ গ্ৰন্থত লোক সংস্কৃতিৰ বিষয়ে নানান বিচাৰ-বিশ্লেষণ দাঙি ধৰিছে। আমেৰিকা যুক্তৰাষ্ট্ৰৰ ইণ্ডিয়ানা বিশ্ববিদ্যালয়ৰ ভিজিটিং প্ৰফেচাৰ জনষ্টিথ থম্প্‌চনে সেই বিশ্ববিদ্যালয়ৰ লোকসংস্কৃতি বিভাগটো নতুন নতুন তথ্যৰে সমৃদ্ধ কৰি গঢ়ি তুলিছে। সমাজতত্ত্ববিদ পণ্ডিত ফ্ৰেঞ্জ ব'ই উত্তৰ আমেৰিকাৰ সাধু কথাবোৰৰ বিষয়ে বৈজ্ঞানিক বিচাৰ বিশ্লেষণ দাঙি ধৰিছে। মুঠতে সাম্প্ৰতিক বিশ্বত লোক সংস্কৃতি গাৱঁৰ সাধাৰণ মানুহৰ উলা-মুলা বিষয়বস্তু হৈ থকা নাই; ই সমাজতত্ত্ববিদ আৰু নৃতত্ত্ববিদ পণ্ডিতৰ গভীৰ গবেষণাৰ বিষয় হৈ পৰিছে।

লোক সংস্কৃতি চৰ্চা-গবেষণাৰ ইতিহাস বিচাৰ কৰি চালে দেখা যায় যে ওঠৰ শতিকাৰ শেষ ভাগৰ পৰা লোক সংস্কৃতিৰ চৰ্চা-গৱেষণাই গা-কৰি উঠে। ইং ১৭৬৫ চনত "ৰেলিকচ্ অব্ এনচিয়েন্ট ইংলিচ্ পয়েট্ৰি" (Relics of Ancient English Poetry) নামৰ গ্ৰন্থখন প্ৰকাশ পোৱাৰ পাছত ইউৰোপ আৰু আমেৰিকাৰ পণ্ডিত সকলৰ মাজত লোকগীতৰ সংগ্ৰহ, ইয়াৰ বিষয়ে চৰ্চা-গবেষণা আৰম্ভ হ'বলৈ ধৰে। বৰ্ত্তমান পণ্ডিতসকলে লোক-সংস্কৃতিক লোক বিজ্ঞান হিচাবে আখ্যা দিছে।

আধুনিক যুগৰ পৃথিবীত লোক-সংস্কৃতি চৰ্চা-গবেষণা কৰা কেইগৰাকীমান বিশ্ববিখ্যাত লোক-সংস্কৃতিবিদ পণ্ডিতৰ নাম এইখিনিতে উল্লেখ নকৰি

নোৱাৰিলো। সেইসকল বিশ্ববৰেণ্য লোক সংস্কৃতিবিদ পণ্ডিতৰ ভিতৰত আমেৰিকাৰ ইণ্ডিয়ানা ব্লমিংটন ইউনিভাৰ্চিটীৰ অধ্যাপক ডীন ষ্টীথ থম্পচন, পশ্চিম জাৰ্মানীৰ, পি. মিলচ এইচ, হাটন, চুইডেনৰ লাওৰ অধ্যাপিকা আনা বিৰগীতা ৰূথ, ভাৰতৰ ভেৰিয়াৰ এলউইন, ইণ্ডিয়ানা ইউনিভাৰ্চিটীৰ ফকলৰ ইন্‌ষ্টিটিউটৰ সঞ্চালক ৰিচাৰ্দ, এম. ডৰ্চন, পশ্চিমবঙ্গৰ দেবী প্ৰসাদ চট্টোপাধ্যায়, ড° সুনীতি চট্টোপাধ্যায়, ড° আশুতোষ ভট্টাচাৰ্য্য, অসমৰ ড° প্ৰফুল্ল দত্ত গোস্বামী, ড° বীৰেন্দ্ৰনাথ দত্ত আৰু ড° নবীন চন্দ্ৰ শৰ্ম্মা আদি। বিশ্বৰ আন কেইগৰাকীমান বিশ্ববিখ্যাত লোক সংস্কৃতিবিদ পণ্ডিত হৈছে, এম মিচিভাৰ, চি. এইচ, পেজ, ব্লমফিল্ড, চি. এম. বাউৰা, এ. আৰ, ৰাইট, ফ্ৰেঞ্জ বু চি. এছ, বান্‌ আৰু লিউচ স্পেঞ্চ, এম. এছ. হাৰচ্‌কোভ াইট্‌, হেৰল্ড থম্পচন, উলিয়াম আৰ্চাৰ, ওৱাই, এম, চলোখভ, জে. জি. ফ্ৰেজাৰ ইত্যাদি।

এইখিনিতে লোক সংস্কৃতি সম্পৰ্কত গবেষণাপ্ৰসূত কেইখনিমান, বিশ্ববিখ্যাত গ্ৰন্থৰ নামো উল্লেখ কৰা হল। সেইবোৰৰ ভিতৰত ডীন ষ্টীথ থম্পচনৰ 'Motif-index of Folk-literature', ভে ৰিয়াৰ এলউইনৰ 'Myths of the North-East Frontier of Agency' এ. আৰ. ৰাইটৰ 'English Folklore', Franz Boas ৰ 'Race, **Language and Culture**, C.S. Burne ৰ The Hand Book of Folklore; Spence ৰ 'Myth and Ritual in Dance, game and Rhyme; ইণ্ডিয়ানা বিশ্ববিদ্যালয়ৰ Folklore Institute of America ৰ 'What is Folklore', ড° সুনীতি কুমাৰ চেটাৰ্জিৰ 'Introducing Lokayana, Bharatiya Lokayana, ড° প্ৰফুল্ল দত্ত গোস্বামীৰ 'Ballads and Tales of Assam' 'Folk Literature of Assam, ড° আশুতোষ ভট্টাচাৰ্যৰ 'বঙ্গৰ লোক সংস্কৃতি', চাৰ্ল্‌চ ফ্ৰেঞ্চিচ পোটাৰ্কৰ, Standard Dictionary of folklore, Mythology and Legend.

পৃথিৱীৰ ভিতৰতে লেখত লবলগীয়া লোকগীত আৰু সাধুকথাৰ সংগ্ৰহ কেইটিমানৰ নাম এইখিনিতে উল্লেখ কৰা হ'ল ; সেয়া হৈছে গ্ৰীমচ্‌ ভাতৃদ্বয়ৰ সাধুকথা, এণ্ডাৰচনৰ সাধুকথা, জেইমচ ফ্ৰেঞ্জাৰৰ 'গল্ডেনবাও' আদি সংগ্ৰহ উল্লেখযোগ্য। এফ. জে. শ্বিল্ডৰ 'English And Scotish Popular Ballads'; ই. জে. এনটুষ্টুলৰ 'European Balladry'; এস্কেল অল্‌ৰিকৰ- 'Danish Ballards'; পাৰ্চীৰ 'The Outline of Mythology';

মলিনবস্কীৰ 'Magic, Science and Religion'; ভেৰিয়াৰ এলউইনৰ 'Folk tales of Maha Keshab'; ডবলিউ ৰাইডাৰৰ 'Panchatantra'; আই, ঘোষৰ 'Jataka'; জি. এইচ. টাণ্ডনিৰ The 'Kathakrona'; ইউ. কে. ৰায়চৌধুৰীৰ 'Tuntunir Boi'; জে.ডি. এণ্ডাৰছনৰ 'Kachari Folktales and Rhymes'; এম. এচি. আঙৰ 'Burmese Folk Tales'; ডি. এচ. ৰংমুথুৰ 'Folk Tales of the Garos'; ভেৰিয়াৰ এলউইনৰ 'Myths of North-East Frontier'; এছ ফ্রেউদৰ - 'Totem and Teboo'; চি.চি. সেনৰ 'Purba Bomga Gitika'; ইত্যাদিয়ে অনেক লোকগীত, লোককথা, কিংবদন্তি আৰু সাধুকথা সংগ্ৰহ আৰু সম্পাদনা স্বাক্ষৰ বহন কৰিছে। তাৰ উপৰিও জি. জাহুদাৰ 'The Psychology of Superstition'; সশীলা কাপুৰৰ 'Witch craft in Western India'; একাউৰ 'God, Demons and spirits'; জি. স্কাৰৰ 'Withcheraft and Magic in 16th and 17th century Europe'; এন.এম ৰেডফৰ্ডৰ 'Superstition of death and the supernatural' আদি গ্ৰন্থত অন্ধবিশ্বাস সম্পৰ্কে আলোচনা কৰা হৈছে ।

ওপৰত উল্লেখ কৰা বিশ্বৰ নৃতাত্ত্বিক, সমাজতাত্ত্বিক আৰু লোকসংস্কৃতিবিদ পণ্ডিত সকলে তেওঁলোকৰ ৰচনা সমূহত পৃথিৱীৰ বিভিন্ন জনগোষ্ঠীসমূহৰ সামাজিক ৰীতি-নীতি, আচাৰ ৰীতি, লোকাচাৰ, উৎসৱ, পূজা-পাৰ্বণ, লোকবিশ্বাস, লোকসাহিত্য যেনে-লোকগীত, লোক গাথা, কিংবদন্তি, সাধুকথা, প্ৰবাদ, প্ৰবচন, যোজনা, সাঁথৰ, কৌতুক আদি ধৰ্মীয় বিশ্বাস আৰু পৰম্পৰা, যাদু-মন্ত্ৰ, মেজিক, ভূত-প্ৰেততত্ত্ব আদিৰ বিষয়ে বিস্তৃতভাবে আলোচনা কৰিছে।

ইউৰোপ, আমেৰিকা, ইংলেণ্ড, ফ্ৰান্স, জাৰ্মানী আদি দেশত লোক সংস্কৃতিৰ বিষয়ে গভীৰ আলোচনা চলিছে।

ওপৰত উল্লেখ কৰি অহা গ্ৰন্থবোৰৰ উপৰিও আৰু অসংখ্য গবেষণামূলক গ্ৰন্থ আৰু গবেষণা পত্ৰত লোক সংস্কৃতিৰ বিভিন্ন অঙ্গ সম্পৰ্কে বিশদ আলোচনা কৰা হৈছে। বৰ্ত্তমানেও লোক সংস্কৃতিৰ সম্পৰ্কত নতুন নতুন চিন্তা-চৰ্চা আৰু গবেষণা চলি আছে আৰু ই চলি থাকিব। এইবোৰৰ জৰিয়তে আমাৰ উপৰি পুৰুষ আদিম মানৱ সমাজখনৰ সম্পৰ্কে বিভিন্ন তথ্য উদ্‌ঘাটন কৰা হৈছে। তাহানিৰ সেই আদিম লোক সমাজখনৰ লোক বিশ্বাস আৰু মনস্তত্ত্ব সম্পৰ্কেও আমাৰ সন্মুখত বিভিন্ন ৰহস্য দাঙি ধৰিছে। লোকসংস্কৃতিৰ জগতখন অতি বিশাল

আৰু বিস্তৃত। ই সাগৰৰ দৰে গভীৰ আৰু সীমাহীন। আধুনিক যুগৰ পণ্ডিত সকলে লোক-সংস্কৃতিক এক বিজ্ঞান হিচাবে লৈ গবেষণা চলাই যাব ধৰিছে। বিশ্বৰ মহৎ আৰু বৃহৎ বিশ্ববিদ্যালয় সমূহৰ লোক সংস্কৃতিৰ বিভাগ সমূহত চিন্তা- গবেষণা চলাই থকা হৈছে। আধুনিক বিজ্ঞানৰ নতুন পোহৰত লোক সংস্কৃতিৰ সম্পৰ্কে আৰু অনেক নতুন নতুন তথ্য পোহৰলৈ আহি থাকিব বুলি আশা কৰা গৈছে।

বিশ্বৰ লোক সংস্কৃতিৰ গৱেষক সকলক ড° বিৰিঞ্চি কুমাৰ বৰুৱাদেৱে তিনিটা শ্ৰেণীত বিভক্ত কৰিছে। তাৰে প্ৰথম শ্ৰেণীটোৰ প্ৰধানজন হৈছে মত্ৰিচ ব্লুমফিল্ড, এওলোকে ভাষা অধ্যয়নৰ যোগেদি লোক সংস্কৃতি বিচাৰ বিশ্লেষণ কৰে। দ্বিতীয় শ্ৰেণীটোৰ প্ৰধানজন হৈছে ফ্ৰেঞ্জব'উ ; এইদলে নৃতত্ত্ব আৰু সমাজতত্ত্ব অধ্যয়নৰ যোগেদি লোক সংস্কৃতিৰ আলোচনা আগবঢ়ায়। আৰু তৃতীয় দলটোৰ প্ৰধান হ'ল-আৰ্নে আৰু ষ্টীথ থম্চন। এইদলটোৱে সাধুকথা আৰু মালিতাৰ অধ্যয়নৰ যোগেদি লোক সংস্কৃতিৰ পৰ্য্যালোচনা দাঙি ধৰিছে। এনেদৰেই বিশ্বৰ বিভিন্ন প্ৰান্তৰ লোক সংস্কৃতিবিদ পণ্ডিতসকলে লোক সংস্কৃতিৰ সম্পৰ্কত চিন্তা-চৰ্চ্চা কৰিছে। ◆

৩য় অধ্যায়

# অসমত লোক সংস্কৃতিৰ চৰ্চ্চা-গবেষণা

## (Studdies of Folklore in Assam)

### (ক) লোক গীত ঃ সংগ্ৰহ আৰু সমালোচনা

আধুনিক কালত আমাৰ অসমতো লোক সংস্কৃতিৰ চৰ্চ্চা গবেষণা বিজ্ঞান-সন্মতভাবে আৰম্ভ হয়। ১৯৪৮ চনত গুৱাহাটী বিশ্ববিদ্যালয় স্থাপন হোৱাৰ পাছত এই বিশ্ববিদ্যালয়ত জনজাতীয় সংস্কৃতি আৰু লোক সংস্কৃতি গবেষণা বিভাগটো (The Department of Tribal Culture and Folklore Research ) স্থাপিত হয়। ১৯৫৩ চনত ড° প্ৰফুল্ল দত্ত গোস্বামীদেৱে অসমৰ লোক-সংস্কৃতি বিভাগৰ অধীনত অসমৰ বিভিন্ন প্ৰান্তত সিঁচৰিত হৈ থকা লোকগীত আৰু সাধুকথা কিছুমান সংগ্ৰহ কৰি প্ৰকাশ কৰাৰ দিহা কৰে। অসমৰ মুছলমান সমাজত প্ৰচলিত লোকগীত জিকিৰ আৰু জাৰি সংগ্ৰহ কৰা হয়। এই সময়ছোৱাতেই অসমত ভালেকেইগৰাকী বিশিষ্ট সাহিত্যিকে অসমৰ উজনি আৰু নামনিৰ লোকগীত আৰু লোকসাধু সংগ্ৰহ কৰে। নামনি অসমত শ্ৰীৰাম চন্দ্ৰ দাস, অৰ্জুন দাস, যোগেশ চন্দ্ৰ তামুলী, দণ্ডীৰাম দত্ত আদিয়ে আৰু উজনি অসমত ড° লীলা গগৈ, যোগেন চেতিয়া, চৈয়দ আব্দুল মালিক আদিয়ে লোকগীত আৰু লোকসাধু কিছুমান সংগ্ৰহ কৰে। বিশেষকৈ যোগেশ চন্দ্ৰ তামুলীৰ 'অসমীয়া লোকগীতি সংগ্ৰহ', ড° লীলা গগৈৰ 'অসমীয়া লোকগীতি' 'মণিৰাম দেৱানৰ গীত', আৰু 'বিহুগীত আৰু বনঘোষা' নামৰ সংগ্ৰহসমূহ প্ৰকাশ পায়। যোগেশ চন্দ্ৰ তামুলীৰ সংগ্ৰহ 'অসমীয়া লোক গীত সংগ্ৰহ'ত নিচুকনি গীত, টোকাৰী গীত , মণি কোৱঁৰৰ গীত, ফুল কোৱঁৰৰ গীত, জনাগাভৰুৰ গীত আদি গীতবোৰ সন্নিবিষ্ট আছে। ড° প্ৰফুল্ল দত্ত গোস্বামীদেৱে অসমৰ বিভিন্নজনৰ সহায়ত প্ৰায় একুৰিমান বিষয়ৰ লোকগীত সংগ্ৰহ কৰি 'বাৰ মাহৰ তেৰ গীত'

নাম দি প্ৰকাশ কৰে; পুথিখনি ১৯৬২ চনত প্ৰকাশ কৰে সাহিত্য একাডেমীয়ে। গোস্বামীৰ সংগ্ৰহটিত নিচুকনি গীত, খেল-ধেমালিৰ গীত, বিয়ানাম, ভেকুলী বিয়াৰ নাম, লখিমী আদৰা নাম, অপেশ্বৰীসবাহৰ নাম, বাৰমাহী গীত, মহিলাৰ বিবিধ নাম, নাৱৰীয়া গীত, দেহবিচাৰৰ গীত, জিকিৰ, ধেমেলীয়া গীত-পদ, মহহো গীত, হুঁচৰি গীত, বিহুনাম, মালিতা, জনজাতীয় লোকগীত আদি সন্নিবিষ্ট হৈছে। তাৰ উপৰিও জ্ঞানদাভিৰাম বৰুৱাদেৱে ইংৰাজী ভাষাত 'Folk Tales of Assam' গ্ৰন্থ লিখে। ড° প্ৰফুল্ল দত্ত গোস্বামীয়ে কিছুমান অসমৰ সাধুকথা ইংৰাজীলৈ তৰ্জমা কৰি 'The Folk tales of Assam' নামেৰে প্ৰকাশ কৰে। সত্যেন বৰকটকীদেৱে কিছুমান জনজাতিৰ সাধুকথা ইংৰাজীলৈ তৰ্জমা কৰি 'The Tribal Folk tales of Assam' নাম দি প্ৰকাশ কৰে। এইবোৰ জনজাতীয় সাধু কথাই জনজাতি সমূহৰ সমস্ত দিশৰ সম্পৰ্কত আলোকপাত কৰিছে। ড° লীলা গগৈৰ 'অসমীয়া লোকগীত' নামৰ সংগ্ৰহটিত উজনিৰ বহুখিনি লোক গীতে ঠাই পাইছে। ডিম্বেশ্বৰ নেওগদেৱৰ 'আকুল পথিক'ত' ভালেমান বিহুগীত আৰু বনঘোষা আছে। তাৰোপৰি তেওঁৰ 'ভোগজৰা' 'পুতলি' আৰু 'নামতী'ত উজনিৰ নিচুকনি গীত, ধাইনাম, আইনাম, বিয়ানাম আদি সন্নিবিষ্ট আছে। ড° সূৰ্য্য কুমাৰ ভূঞাৰ 'বদন বৰফুকনৰ গীত'ত অসমত হোৱা মানৰ আক্ৰমণ আৰু মান অনা বদন চন্দ্ৰ বৰফুকনৰ জীৱন কাহিনী বৰ্ণিত হৈছে। শ্ৰীৰাম চন্দ্ৰ দাসে কিছুমান নাওখেলৰ গীত সংগ্ৰহ কৰিছে। দুৰ্গানাথ বৰুৱাৰ 'নামতীত' অপেশ্বৰী সবাহৰ নামবোৰ আছে। অন্নদা দেবী বৰকটকীৰ 'নামাঞ্জলী'ত আইনাম সংগৃহীত হৈছে। ফনীন্দ্ৰ নাথ কলিতাই বিভিন্ন জনৰ সহায়ত "বাৰমাহী আৰু বিলাপ গীত" সংগ্ৰহ কৰি তাত প্ৰায় দুকুৰি ছয়টা বিলাপ গীত আৰু বাৰমাহী গীত সন্নিবিষ্ট কৰি প্ৰকাশ কৰিছে। ভদ্ৰসেন ডেকাই 'মণি কোৱঁৰৰ গীত' ' ফুল কোৱঁৰৰ গীত' 'কাচন কুঁৱৰীৰ গীত', 'তাতীৰ ঝুনা' সংগ্ৰহ কৰি প্ৰকাশ কৰিছে। ৰূপেশ্বৰ দত্তই 'জনা গাভৰুৰ গীত', অম্বিকা দেৱীয়ে 'নিচুকনি গীত' অন্নদা দেৱী বৰকটকীয়ে 'বিয়া নাম' , ধেমাজিৰ মালতী ফুকনে সংগ্ৰহ কৰা ঢকুৱাখনা, ধেমাজি, চিচি অঞ্চলত প্ৰচলিত আই নাম আৰু বিয়া নামৰ পুথিত 'আই নাম ' সংগৃহীত আৰু বিয়া নামৰ পুথি 'আয়তীৰ উৰুলি', ত বিয়া নাম সংগ্ৰহ কৰি প্ৰকাশ কৰিছে। ইয়াৰ উপৰিও প্ৰসন্ন চন্দ্ৰ বৰুৱাৰ 'কামৰূপীয়া বিয়াৰ গীত' জ্ঞানদা দেৱীৰ বিয়ানামৰ পুথি 'নামতী', ডিব্ৰুগড়ৰ ভট্টাচাৰ্য্য এজেন্সীৰ 'ভেকুলী বিয়াৰ নাম' এখনি আপুৰুগীয়া গীতৰ সংকলন। যোগেন চেতিয়াৰ উজনি অসমৰ

আপুৰুগীয়া 'লখিমী আদৰা নাম'ৰ সংগ্ৰহ, দুৰ্গা নাথ বৰুৱাৰ 'নামতী'ত বিয়া নাম আৰু অপেশ্বৰী সবাহৰ নাম সংগৃহীত হৈছে। ধনীৰাম চুতীয়াই দেহবিচাৰৰ গীত কিছুমান সংগ্ৰহ কৰি 'দেহ বিচাৰৰ গীত' নামেৰে প্ৰকাশ কৰিছে। চৈয়দ আব্দুল মালিকে উজনিৰ ইছলাম ধৰ্মীয় সম্প্ৰদায়ৰ লোকৰ মাজত প্ৰচলিত জিকিৰ আৰু জাৰি গীতবোৰ 'জিকিৰ আৰু জাৰি' নাম দি প্ৰকাশ কৰিছে। প্ৰসন্ন চন্দ্ৰ বৰুৱাই কামৰূপৰ নিংনি ভাৱৰীয়াৰ ধেমেলীয়া গীত কিছুমান 'ভাওৰা গীত' নাম দি প্ৰকাশ কৰিছে। ইয়াৰ উপৰিও প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যৰ মহখেদা 'মহো-হো-গীত'; নকুল চন্দ্ৰ ভূএগ্ৰাৰ বিহুগীতৰ সংগ্ৰহ বহাগী; নবীন চন্দ্ৰ গগৈৰ বনঘোষাৰ সংকলন 'পীড়িতি' কৃষ্ণপদ বৰুৱাৰ হুঁচৰিৰ গীত-পদৰ পুথি 'হুঁচৰি কীৰ্ত্তন' আপুৰুগীয়া সম্পদ। শ্ৰীৰাম চন্দ্ৰ দাসৰ 'ডুবলা শান্তিৰ গীত', ভট্টাচাৰ্য্য এজন্সীৰ 'ফুল কোৱঁৰৰ গীত', দিবাকৰ দুৱৰাৰ 'নামতী আই' হলিৰাম হাজৰিকাৰ 'মণি কোৱঁৰৰ গীত ', ৰাজমোহন নাথৰ 'জনাগাভৰুৰ গীত' উল্লেখযোগ্য লোকগীতৰ সংগ্ৰহ। ধেমাজিৰ বুলন চিৰিঙে উজনিৰ উত্তৰ পাৰৰ ধেমাজি, ঢকুৱাখনা, জোনাইৰ অঞ্চলৰ বিহুগীত, বনঘোষা, বিহুনামৰ জাতৰ উপৰিও মিচিঙৰ ঐনিতম আৰু দেউৰী বিহুগীত কিছুমান সংগ্ৰহ কৰি 'বনগীত' আৰু ৰিঙিয়াই মাতে' নামেৰে এটি লোক গীতৰ সংগ্ৰহ সংকলন প্ৰকাশ কৰিছে। খগেন্দ্ৰ নাথ বৰুৱাৰ 'ডিমাছাসকলৰ গীত-মাত সংগ্ৰহ'; দ্বীজেন নাথ দেৱে বহু যত্ন কৰি নামনি অসমৰ গোৱালপাৰাৰ 'গোৱাল পৰীয়া লোক গীত' নামেৰে লোকগীত সংগ্ৰহ কৰি প্ৰকাশ কৰিছে। অসমৰ বিখ্যাত লোক সঙ্গীতৰ শিল্পী প্ৰতিমা পাণ্ডেই গোৱালপৰীয়া লোকগীতক সমগ্ৰ ভাৰত বিখ্যাত কৰি তুলিলে। ঢলৰ সত্ৰৰ গোসাঁই তীৰ্থনাথ গোস্বামীদেৱে 'ঢোল, মৃদং আৰু খোলৰ মালিতা' সমূহ সংগ্ৰহ কৰি প্ৰকাশ কৰিছিল।

এইবোৰ লোকগীতৰ উপৰিও বহুজন সুধী লোকে জনজাতীয় জনগোষ্ঠীয় লোক গীত কিছুমানো সংগ্ৰহ কৰি প্ৰকাশ কৰিছে। এইবোৰৰ ভিতৰত মোহিনী মোহন ব্ৰহ্মই 'বড়ো লোক গীত'ৰ এটি সংগ্ৰহ সংকলন প্ৰকাশ কৰিছে। নাহেন্দ্ৰ পাদুনে মিচিং লোক গীতৰ সংগ্ৰহ এটি প্ৰকাশ কৰিছে। গন্ধেশ্বৰ বড়া, মোহন হাজৰিকা আৰু ঘন সোণোৱালে সোণোৱাল কছাৰী সম্প্ৰদায়ৰ লোক গীত কিছুমান- 'সোণোৱাল কছাৰীৰ হাইডাং হুঁচৰি গীত' নামেৰে সংকলন কৰি প্ৰকাশ কৰিছে। লভিত কুমাৰ শইকীয়ায়ো 'হাইডাং হুঁচৰি গীত কিছুমান সংগ্ৰহ সংকলন কৰিছে। ভবেন্দ্ৰ নাৰ্জাৰী আৰু বেঞ্জামিন স্বৰ্গীয়াৰীয়েও বড়ো গীত কিছুমান

সংগ্ৰহ কৰিছে। গগন চন্দ্ৰ সোণোৱালেও কিছুমান সোণোৱাল কছাৰীৰ লোকগীত সংগ্ৰহ কৰিছে।

অসমৰ লোক গীতবোৰৰ বিষয়ে অসমৰ বিভিন্নজন পণ্ডিতে আলোকপাত কৰি বিভিন্ন আলোচনা আগবঢ়াইছে। তাৰ ভিতৰত প্ৰথমেই নাম লব লাগিব ড° প্ৰফুল্ল দত্ত গোস্বামী, ড° লীলা গগৈ আৰু ড° মহেশ্বৰ নেওগদেৱৰ। ড° প্ৰফুল্ল দত্ত গোস্বামীয়ে অসমৰ কাহিনীগীত বা বেলাডবোৰৰ সম্পৰ্কে লিখা ইংৰাজী আলোচনামূলক গ্ৰন্থ "Ballads and Tales' of Assam" ত বিস্তৃত আলোচনা আগবঢ়াইছে। এই গ্ৰন্থৰ প্ৰথম খণ্ডত ড° গোস্বামীদেৱে অসমৰ মালিতা বা কাহিনী গীত বোৰৰ সম্পৰ্কেবিস্তৃত আলোচনা দাঙি ধৰিছে। তাৰ উপৰিও তেখেতে বিহুগীত বোৰৰ সম্পৰ্কত আলোচনা আগবঢ়াইছে—'Bihu songs of Assam' নামৰ গ্ৰন্থত। তাৰ পাছতেই ড° লীলা গগৈয়ে তেখেতৰ 'অসমীয়া লোক গীতৰ ৰূপৰেখা' নামৰ গ্ৰন্থত লোক গীতৰ সম্পৰ্কে আলোচনা কৰিছে। এই গ্ৰন্থখনত তেখেতে বিভিন্ন প্ৰবন্ধত বিভিন্ন লোকগীতৰ বিষয়ে আলোচনা আগবঢ়াইছে। ইয়াৰ পাছতেই উল্লেখ কৰিব পাৰি ড° মহেশ্বৰ নেওগদেৱৰ 'অসমীয়া গীতি সাহিত্য' আৰু 'চটাই পৰেবত আৰু চিৰি লুইত' নামৰ গ্ৰন্থ দুখনৰ কথা। এই দুখন গ্ৰন্থত ড° নেওগে অসমীয়া লোকগীত বোৰৰ বিষয়ে বিস্তৃত আলোচনা দাঙি ধৰিছে। ড° প্ৰফুল্ল দত্ত গোস্বামীদেৱে তেখেতৰ 'অসমীয়া জন সাহিত্য' নামৰ গ্ৰন্থতো লোকগীত সমূহৰ সম্পৰ্কে কিছু আলোচনা দাঙি ধৰিছে। সেইদৰেই অতুল চন্দ্ৰ বৰুৱাদেৱে 'অসমীয়া লোক সাহিত্য'তো লোকসাহিত্যৰ সম্পৰ্কে কিছু আলোচনা দাঙি ধৰিছে। ড° গোস্বামীয়ে 'Folk Literature of Assam' ত বিহুগীত, মালিতা, কছাৰী লোক গীত, মিচিঙৰ লোক গীত আদিৰ বিষয়ত আলোচনা আগবঢ়াইছে। ইয়াৰ উপৰিও তেখেতে বিবিধ গীতৰ অধ্যায়ত অসমৰ আই নাম, বিয়া নাম, নিচুকনিৰ গীত, দেহ বিচাৰৰ গীত, আদিৰ বিষয়েও আলোচনা কৰিছে। অসমৰ বহুজন বিভিন্ন সমালোচকে বিভিন্ন পত্ৰ-পত্ৰিকাত নানান প্ৰবন্ধ লিখি আলোচনা কৰিছে। হেম বৰুৱাদেৱে বিহুগীতৰ সম্পৰ্কত ইংৰাজীতে ভালেকেইটা প্ৰবন্ধ লিখি আলোচনা আগবঢ়াইছে। ড° বিৰিঞ্চি কুমাৰ বৰুৱাদেৱে তেখেতৰ 'অসমৰ লোক সংস্কৃতি' আৰু 'অসমীয়া ভাষা আৰু সংস্কৃতি' গ্ৰন্থত অসমৰ লোকগীত সমূহৰ বিষয়ে বহুখিনি কথা আলোচনা কৰিছে। হেম বৰুৱাদেৱে তেখেতৰ 'The Red River and the Blue Hills' নামৰ গ্ৰন্থত আৰু 'Folk Songs of India' নামৰ গ্ৰন্থতো বহু কথা আলোচনা

কৰিছে। ড° সত্যেন্দ্ৰ নাথ শৰ্ম্মাই 'অসমীয়া সাহিত্যৰ ইতিবৃত্ত'ৰ 'মৌখিক সাহিত্য' নামৰ অধ্যায়ত 'হেম বৰুৱাই History of Assamese Literature' আৰু ডিম্বেশ্বৰ নেওগ দেৱে 'অসমীয়া সাহিত্যৰ বুৰঞ্জী'ত একোটাকৈ অধ্যায়ত লোক সাহিত্যৰ সম্পৰ্কত আলোচনা কৰিছে। ড° মহেশ্বৰ নেওগদেৱে তেখেতৰ 'অসমীয়া সাহিত্যৰ ৰূপৰেখা' নামৰ গ্ৰন্থৰ এটি অধ্যায়ত অসমৰ মৌখিক গীত-মাতবোৰৰ সম্পৰ্কে আলোচনা কৰিছে। যতীন্দ্ৰনাথ গোস্বামীদেৱে অসমীয়া সাহিত্যৰ কিছুকথা আলোচনা কৰিছে। জে.ডি. এণ্ডাৰছনে তেওঁৰ 'Kachari Folk Tales and Rhymes' গ্ৰন্থত কছাৰী লোকগীতৰ সম্পৰ্কে আলোচনা কৰিছে। মনি ৰাভাই ''ৰাভা ডেকা-গাভৰুৰ প্ৰণয় গীত' নামৰ প্ৰবন্ধত ৰাভা গীতৰ সম্পৰ্কে আৰু নাহেন্দ্ৰ পাদুনে 'মিচিং ঐনিতম' ৰ বিষয়ে আলোচনা কৰিছে। ভৃগুমুনি কাগয়ুঙে 'মিচিং সংস্কৃতিৰ আলেখ্যতো মিচিং লোকগীতৰ আলোচনা কৰিছে। ভবেন নাৰ্জীয়ে তেখেতৰ 'বড়ো কছাৰী সমাজ আৰু সংস্কৃতি' গ্ৰন্থত বড়ো লোক গীতৰ সম্পৰ্কে আলোচনা কৰিছে। এনেদৰেই অসমৰ লোক গীতৰ সম্পৰ্কত ভিন্নজন পণ্ডিতে আলোকপাত কৰি লোকগীতৰ বিষয়ে আলোচনা আগবঢ়াইছে।

## ঃ অসমত সাধুকথা বা কিংবদন্তি চৰ্চ্চা ঃ

উত্তৰ পূৰ্বাঞ্চলৰ প্ৰায় এশটা মান জনগোষ্ঠীৰ লোক সমাজত প্ৰাচীন কালৰে পৰাই অসংখ্য সাধুকথা মুখ বাগৰি চলি আহিছে। এই আটাইবোৰ সাধুকথাৰ মাত্ৰ অলপ সংখ্যক সাধুকথাহে সংগৃহীত হৈছে, আৰু তাৰে মাত্ৰ কেইটামান সংগ্ৰহহে পুথিৰ আকাৰত প্ৰকাশ হৈ ওলাইছে। অসমৰ মাত্ৰ কেইগৰাকীমান পণ্ডিতেহে সাধুকথা সংগ্ৰহৰ সম্পৰ্কত গুৰুত্ব দিছে আৰু সাধুকথাৰ সংগ্ৰহ প্ৰকাশ কৰিছে।

সাধুকথা সংগ্ৰহৰ ক্ষেত্ৰত সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা আৰু জ্ঞানদাভিৰাম বৰুৱাৰ নাম প্ৰথমেই মনলৈ আহে। লক্ষ্মীনাথ বেজবৰুৱাই 'বুঢ়ী আইৰ সাধু', 'ককা দেউতা আৰু নাতি লৰা', 'সাধু কথাৰ কুকি', 'জুনুকা' নামৰ সাধু কথাৰ সংগ্ৰহ প্ৰকাশ কৰি উলিয়াইছিল। জ্ঞানাদাভিৰাম বৰুৱাই ইংৰাজীত 'Folk Tales of Assam ' প্ৰকাশ কৰে। নগেন্দ্ৰ নাথ বৰুৱাই 'ডিমাছা দেশৰ সাধু' নামেৰে ডিমাছা সাধুকথা সংগ্ৰহ কৰি প্ৰকাশ কৰে। সেইদৰেই পি. ডেকাৰ 'সাধুকথাৰ পুথি' টি. দেৱীৰ 'সন্ধিয়াৰ সাধু', অৰ্জুন চন্দ্ৰ দাসৰ 'অসমীয়া সাধু',

'মোৰ দেশৰ সাধু'; এন. নাথৰ 'ভৈয়ামৰ সাধু'; অতুল চন্দ্ৰ বৰুৱাৰ 'সন্ধিয়াৰ সাধু', সোনাপতি দেৱ শৰ্ম্মাৰ অদ্ভুৎ চোৰ', 'টেটোন' আৰু 'শিয়াল পণ্ডিত', প্ৰফুল্ল দত্ত গোস্বামীৰ 'অসম দেশৰ সাধু', নিং নি ভাৱৰীয়াৰ সাধু 'বহুৱা শিক্ষা', পি.চি. বৰুৱাৰ 'ভাৰো পুৰাণ', কে. বি. দাসৰ 'উৰিয়া আৰু অসমীয়া লোক কাহিনী'. বিশ্বনাৰায়ণ শাস্ত্ৰীৰ 'জনজাতীয় সাধু' ৰাম চন্দ্ৰ দাসৰ 'আমাৰ দেশৰ সাধু'; পাৰ্বতী দত্তবৰুৱাৰ 'কৈলাশৰ সাধু', ত্ৰৈলোকেশ্বৰী দেৱী বৰুৱানীৰ 'সাধু কথা', কাৰ্কেশ্বৰ কাৰ্দণ্ডৰ 'কৰ্চ্ছন দেৱীৰ সাধু' আৰু 'আজু ককাৰ কাহিনী, পূৰেন্দ্ৰ প্ৰসাদ শইকীয়াৰ 'অৰুণাচলৰ সাধু' আৰু ভূত-ভূতুনীৰ সাধু', অতুল চন্দ্ৰ হাজৰিকাৰ 'আইতাৰ সাধু', 'লৰাৰ জাতক', 'গ্ৰীমৃছ্ৰ সাধু', হলধৰ কাকতিৰ 'ভেদেলী ভঁৰাল', শ্ৰীকান্ত কলিতাৰ ' মনি-লনিৰ সাধু' আদিৰ নাম উল্লেখ কৰিব পাৰি।

ইয়াৰ উপৰিও ইংৰাজী ভাষাত অসম তথা পূৰ্বাঞ্চলৰ ভালেকেইগৰাকী লেখকে অসম আৰু পূৰ্বাঞ্চলৰ বিভিন্ন জনগোষ্ঠীৰ সাধু কথাৰ পুথি প্ৰকাশ কৰিছে। তাৰ ভিতৰত উল্লেখযোগ্য হৈছে ড° প্ৰফুল্ল দত্ত গোস্বামীৰ 'Folk Tales of Assam', সত্যেন বৰকটকীৰ 'Tribal Folk Tales of Assam' , মীৰা প্ৰকাশীৰ 'Folk Tales of Assam', বেনুধৰ ৰাজখোৱাৰ 'Assamese Demonology', ডি. এছ. ৰংমুথুৰ 'Folk Tales, of the Garos', মিচেচ ৰেফাৰীৰ 'Khasi Folk Tales' ষ্টীথ থম্পচন আৰু জানচ বেলীৰ- 'The Oral Tales of India', চি আৰ পাচীৰ 'Ten Folk Stories in Sema Nagas', জে.চি. এণ্ডাৰছনৰ 'Kachari Folk Tales and Rhyms', জ্ঞানদাভিৰাম বৰুৱাৰ 'Folk Tales of Assam', ভে ৰিয়াৰ এলউইনৰ - 'Myth of the North-East Frontier of Assam', পি .চি. ভট্টাচাৰ্য্যৰ Boro Folk Songs and Tales, অৰুণাদেৱী মুখাৰ্জীৰ 'Tales of Grand Father from Assam' আদি উল্লেখযোগ্য।

উপৰোক্ত সাধু কথা সংগ্ৰহ সমূহে অসম আৰু পূৰ্বাঞ্চলৰ মানুহ আৰু ইয়াৰ সমাজখনৰ সামগ্ৰিক ৰূপটোৰ নিশ্চয় সম্ভেদ দিব। ড° প্ৰফুল্ল দত্ত গোস্বামীৰ 'Ballads and Tales of Assam'ৰ বাহিৰে আনবোৰত বিস্তৃত বিশেষ আলোচনা হোৱা নাই।

## ঃ প্ৰবাদ প্ৰবচন চৰ্চ্চা ঃ

অসমৰ চুকে-কোণে পৰি থকা অসমৰ প্ৰবাদ-প্ৰবচন জন-সমাজৰ মুখে মুখে

চলি আহিছে। নানান আপ্তবাক্য অৰ্থাৎ প্ৰবচন বা যোজনা পটন্তৰ সিঁচৰিত হৈ পৰি আছে। সম্প্ৰতি সেইবোৰ এতিয়াও সম্পূৰ্ণ সংগৃহীত হৈ প্ৰকাশ পোৱা নাই। মাত্ৰ অসমৰ দুই-চাৰিজন গুণী ব্যক্তিয়ে সৰু-সুৰাকৈ প্ৰবচন সংগ্ৰহ কৰিছে। তাৰ ভিতৰত লেখত লবলগীয়া কেইখনমান যোজনা পটন্তৰ সংগ্ৰহ-সংকলন হৈছে কান্তি ৰাম বুঢ়া ভকতৰ 'ফকৰা', প্ৰসন্ন চন্দ্ৰ বৰুৱা আৰু দৈবৰাম মহন্তৰ 'পটন্তৰ মালা' ডিব্ৰুগড় ভট্টাচাৰ্য্য এজেন্সিৰ 'ডাক চৰিত্ৰ', গোপাল চন্দ্ৰ দাসৰ 'অসমীয়া পটন্তৰ মালা' বা 'যোজনা' গুৱাহাটীৰ পৰা প্ৰকাশিত 'ফকৰা যোজনা' , পি. চি. বৰুৱাৰ 'Assamese Proverbs', পি. আৰ. টি. গৰ্ডনৰ 'Assamese Proverbs', চন্দ্ৰধৰ বৰুৱাৰ 'ৰত্নকোষ', জীৱন চন্দ্ৰ কোঁচৰ 'অসমৰ প্ৰবাদ প্ৰবচন', ড° নবীন চন্দ্ৰ শৰ্মাৰ 'ডাকৰ বচন' আদিৰ নাম উল্লেখ কৰিব পাৰি। অসম বা পূৰ্বাঞ্চলত এতিয়াও প্ৰবাদ প্ৰবচনৰ সংগ্ৰহ হোৱা নাই। অসমৰ নতুন প্ৰজন্মইহে এনে কাম হাতত ল'ব লাগিব।

## (ঘ) যাদু মন্ত্ৰৰ চৰ্চ্চা

ড° বিৰিঞ্চি কুমাৰ বৰুৱাদেৱে অসমৰ যাদু-মন্ত্ৰ বৌদ্ধ ধৰ্মৰ মহাযান শাখাৰ মন্ত্ৰ যান ভাগৰ অন্তৰ্গত বুলি অভিহিত কৰিছে। বৌদ্ধ ধৰ্মৰ সতে মন্ত্ৰ সাধন প্ৰক্ৰিয়াৰ সম্বন্ধ আছে। পুৰণি অসমীয়া সাহিত্যত অসংখ্য হাতে লিখা সাঁচিপতীয়া আৰু তোলাপতীয়া মন্ত্ৰ পুথি অসমৰ জনসমাজৰ প্ৰায়বোৰ ঘৰতে পোৱা যায়। বহুতে মন্ত্ৰ সমূহৰ উৎপত্তিৰ গুৰিতে অথৰ্ববেদ, বৌদ্ধ আৰু হিন্দু ধৰ্মৰ তন্ত্ৰ শাস্ত্ৰৰ অন্তৰ্গত বুলি ক'ব খোজে। কিছুমান মন্ত্ৰ পুথি ছপা হৈ ওলাইছে যদিও সৰহ সংখ্যক মন্ত্ৰই ছপা নকৰাকৈ গুপুতে ৰখা হৈছে।

এই মন্ত্ৰপুথি সমূহৰ ভিতৰত মুখ-ভঙা বা খুবা-খুবুনী মন্ত্ৰ, কৰতি মন্ত্ৰ, গো-কৰতি মন্ত্ৰ, বৰকৰতি মন্ত্ৰ, কামিনীবশমন্ত্ৰ, চামুণ্ডা মন্ত্ৰ, বিশ্ববসু মন্ত্ৰ, স্ত্ৰী-বশীকৰণ মন্ত্ৰ, মোহিনী মন্ত্ৰ, পুৰুষ মোহিনী মন্ত্ৰ আদি উল্লেখযোগ্য। ইয়াৰ উপৰিও ৰতি শাস্ত্ৰ সম্পৰ্কীয় ভালেমান মন্ত্ৰৰ নাম পোৱা যায়। বাজীকৰণ মন্ত্ৰ, স্ত্ৰীদাবন মন্ত্ৰ, লিঙ্গস্ফুলিকৰণ মন্ত্ৰ, অনিদ্ৰাকৰণ মন্ত্ৰ, নিদ্ৰাভঞ্জন মন্ত্ৰ, গৰ্ভ সুম্ভন মন্ত্ৰ আদিৰ নাম লব পাৰি। তদুপৰি সাপে খুটা মন্ত্ৰ, ক্ষেত্ৰ বন্ধন মন্ত্ৰ, ভূত-ভুতুনী খেদা মন্ত্ৰ, খেতৰ-খেতৰী খেদা মন্ত্ৰ, পিশাচ, পিশাচনী খেদা মন্ত্ৰ, যখ-যখিনী খেদা মন্ত্ৰ, প্ৰেত-প্ৰেতিনী খেদা মন্ত্ৰ, বিৰাজৰা মন্ত্ৰ, ডাকিনী-জিগিনী কচা মন্ত্ৰ আলষণীমন্ত্ৰ,

গুলৈ খেদা মন্ত্ৰ, ধনগুলৈ খেদা মন্ত্ৰ, আদি পোৱা যায়। সাপৰ মন্ত্ৰ বহুতো আছে। সাপৰ পৰা ৰক্ষা পাবলৈ আৰু সাপে খুটিলে তাৰ বিষ কটা মন্ত্ৰ আছে। তাৰ উপৰিও ধৰণীধৰা মন্ত্ৰ, চোৰ ধৰা মন্ত্ৰ, সুদৰ্শন চক্ৰ মন্ত্ৰ, পানী কটা মন্ত্ৰ, পানী জৰা মন্ত্ৰ, সৰিয়হ জৰামন্ত্ৰ, তেলজৰা মন্ত্ৰ, বান কটা মন্ত্ৰ, ৰুদ্ৰ কৰতি মন্ত্ৰ আদি অনেক মন্ত্ৰৰ কথা উল্লেখ আছে। এইবোৰ মন্ত্ৰ পুথিৰ আকাৰতত ডিব্ৰুগড়ৰ ভট্টচাৰ্য্য এজেন্সীয়ে প্ৰায় বাৰখন মন্ত্ৰপুথি ছপাই উলিয়ায়। ব্যক্তিগত ভাবে কিছুলোকে সৰু সৰু মন্ত্ৰ পুথি ছপাইকৰি উলিয়ায়।

বেমাৰ-আজাৰ, প্ৰাকৃতিক শত্ৰু, অতি প্ৰাকৃতিক আৰু অতি লৌকিক শক্তি সমূহৰ পৰা ৰক্ষা পাবৰ বাবে আদিম লোক সমাজে মন্ত্ৰৰ আশ্ৰয় লৈছিল। মন্ত্ৰ হ'ল বিশ্বাসৰ এক প্ৰক্ৰিয়া। মন্ত্ৰৰ সাধন প্ৰক্ৰিয়াত নানান উপকৰণৰ প্ৰয়োজন হয়। সেইবোৰৰ নাম কৈ শেষ কৰিব নোৱাৰি। মন্ত্ৰ জৰাত তপত ভাতৰ ব্যৱহাৰ কৰে। তদুপৰি মন্ত্ৰ জৰা-ফুকা কৰিবৰ বাবে বিহলঙনী, বাঢ়নী, খেৰ কুটা, ওভোটা বাহঁৰ চুঙ্গা, এৰাঁ সূতা আদি ব্যৱহাৰ কৰে। ইয়াৰ উপৰিও গান্ধ বিৰিনাৰ শিপা, নাগেশ্বৰ বেলৰ শিপা, নাৰিকলৰ পাত, আগলি কলাপাত, ঘিউ, কলীয়া তুলসীৰ পাত, গৰুৰ মুত, ভৃঙ্গৰাজৰ মূল, সূতাৰ গাঁঠি আদিও ব্যৱহাৰ কৰে। কুমন্ত্ৰৰ বাবে মানুহৰ নখ, চুলি, দাঁত, সেন্দুৰ, কণী,ফটাকানি আদিও ব্যৱহাৰ কৰা দেখা যায়।

মন্ত্ৰ সমূহত নানান অপদেৱতা যেনে - বুঢ়া ডাঙৰীয়া দেৱতা, জল ডাঙৰীয়া, থল ডাঙৰীয়া, ভূত-প্ৰেত, ডাইনী-যখিনী, বিৰা, খেতৰ-খেতৰীৰ উপৰিও হিন্দুৰ দেৱতাসকলৰ নামো পোৱা যায়। বিষ্ণু (বিষ্টু), হৰ বা শিৱ শংকৰ, গৌৰী বা গোসাঁনী বা পাৰ্বতী, মনসা দেৱী, ধৰ্ম দেৱতা, সূৰ্য্য , চন্দ্ৰ, বায়ু, বৰুণ, বিশ্ব কৰ্মা, ব্ৰহ্মা, গনেশ, বাসুদেব, নৰসিংহ, দেৱী যেনে- মহাকালী, চামুণ্ডা, মহিষমৰ্দ্দিনী, নৃমুণ্ড মালিনী, চণ্ডিকা, কমলা, ফুলমতী আদিৰ নাম মন্ত্ৰত উচ্চাৰিত হোৱা শুনা যায়। মন্ত্ৰত নানান পুৰাণ কাহিনীৰ উপৰিও সৃষ্টি তত্ত্বৰ কাহিনীও পোৱা যায়।

মন্ত্ৰসমূহৰ ভিতৰ ইন্দ্ৰজালিক বা যাদু বা মায়া বিদ্যাৰ কথাও পোৱা যায়। মন্ত্ৰ সমূহত শাও-শপনিও নিহিত হৈ থাকে। অসমীয়া ভাষা-সাহিত্যত মন্ত্ৰ সাহিত্যৰ সম্পৰ্কত আলোচনা মূলক গ্ৰন্থ বৰ বেছি পোৱা নাযায়। ড° বিৰিঞ্চি কুমাৰ বৰুৱাদেৱে তেখেতৰ ' অসমীয়া ভাষা আৰু সংস্কৃতি' নামৰ গ্ৰন্থখনত 'মন্ত্ৰ সাহিত্যত মধ্যযুগৰ অসম' নামৰ প্ৰবন্ধটোত বিস্তৃত ভাবে অসমৰ মন্ত্ৰ পুথিবোৰৰ সম্পৰ্কে আলোচনা কৰিছে। প্ৰাণেশ্বৰ ৰাভাই 'মায়া বন্তী বিষহৰি' গ্ৰন্থতো মন্ত্ৰৰ সম্পৰ্কে কিছু কথা আলোচনা কৰিছে। তদুপৰি ড° মহেশ্বৰ নেওগৰ 'পুৰণি অসমীয়া

সমাজ আৰু সংস্কৃতি' আৰু ড° বিৰিঞ্চি কুমাৰ বৰুৱাই তেওঁৰ 'অসমৰ লোক সংস্কৃতি' গ্ৰন্থতো একোটা অধ্যায়ত মন্ত্ৰৰ বিষয়ত কিছু কথা আলোচনা কৰিছে। বঙালী সাহিত্যত আশুতোষ ভট্টাচাৰ্য্যই 'বাংলা লোক-সংস্কৃতি' গ্ৰন্থৰ তৃতীয় অধ্যায়ত 'ধৰ্মও যাদুবিদ্যা' নামৰ প্ৰবন্ধত মন্ত্ৰৰ সম্পৰ্কে আলোচনা কৰিছে। ড° ভূৱনমোহন দাসৰ 'কলা আৰু মেজিক- ধৰ্ম্মীয় বিশ্বাস' ('অসম বাণী' পূজাৰ বিশেষ সংখ্যা।) নামৰ প্ৰবন্ধত মন্ত্ৰ আৰু যাদু বিদ্যাৰ সম্পৰ্কে কিছু আলোচনা আগবঢ়াইছে। ডিব্ৰুগড়ৰ ভট্টাচাৰ্য্য এজেন্সীয়ে 'গো কৰতি', 'পানী কৰতি', 'বৰ কৰতি', 'মুখ ভঙা মন্ত্ৰ', 'খুবা-খুবনী মন্ত্ৰ', 'বসীকৰণ মন্ত্ৰ' আদি বাৰখন মন্ত্ৰ পুথি প্ৰকাশ কৰিছে।

**(ঙ)ভূত-প্ৰেততত্ত্ব চৰ্চ্চা (Demonology) ঃ**

অসমীয়াত ভূত-প্ৰেতৰ সম্পৰ্কে আলোচনা কৰা বৰ বেছি দেখা নাযায়। মাত্ৰ সুসাহিত্যিক বেনুধৰ ৰাজখোৱাদেৱে ইংৰাজীতে লিখা 'Assamese Demonology' নামৰ গ্ৰন্থখনত কিছুকথা আলোচনা কৰিছে। ড° বিৰিঞ্চি কুমাৰ বৰুৱাই তেখেতৰ 'অসমীয়া ভাষা আৰু সংস্কৃতি' গ্ৰন্থৰ 'মন্ত্ৰ সাহিত্যত মধ্য যুগৰ অসম' নামৰ অধ্যায়ত কিছু কথা আলোচনা কৰিছে। তদুপৰি বৰুৱাদেৱে 'অসমৰ লোকসংস্কৃতি' গ্ৰন্থৰ 'ধৰ্ম সম্বন্ধীয়া লোক বিশ্বাস'ৰ অংশত কিছু কথা আলোচনা কৰিছে।

প্ৰসেনজিৎ চৌধুৰীৰ 'বিজ্ঞান বনাম অন্ধ বিশ্বাস' নামৰ গ্ৰন্থখনত অন্ধবিশ্বাসৰ সম্পৰ্কে আলোচনা কৰিবলৈ গৈ '২ য় অধ্যায়ত 'আত্মা ভূত অপদেৱতা ইত্যাদি' অধ্যায়ত ভূত, প্ৰেত আৰু অপদেৱতাৰ সম্পৰ্কে আলোচনা কৰিছে। ইয়াৰ উপৰিও নানা পত্ৰ-পত্ৰিকাত ভূত-প্ৰেত তত্ত্ব সম্পৰ্কে কেইবাজনো লোক-সংস্কৃতি বিদ পণ্ডিতে আলোচনা কৰিছে।

**(চ) জন বিশ্বাস (Superstitions) ৰ চৰ্চ্চা ঃ**

জন বিশ্বাস বা লোক বিশ্বাস সম্পৰ্কীয় গ্ৰন্থ অসমীয়া ভাষাত নাই বুলিয়েই কব পাৰি। মাত্ৰ ড° বিৰিঞ্চি কুমাৰ বৰুৱাই 'অসমৰ লোক সংস্কৃতি', ড° নিৰ্মল প্ৰভা বৰদলৈৰ 'অসমৰ লোক সংস্কৃতিৰ চমু আভাস' শশী শৰ্ম্মাৰ 'অসমীয়া লোক সংস্কৃতিৰ ৰূপৰেখা ' আৰু ড° লীলা গগৈৰ 'অসমৰ সংস্কৃতি গ্ৰন্থত কিছু আভাস দিয়া হৈছে।

লোক বিশ্বাস বা জঁন বিশ্বাস সম্পৰ্কীয় একমাত্ৰ গ্ৰন্থ দুখন হৈছে বেনুধৰ ৰাজখোৱাৰ 'Assamese Superstition' আৰু প্ৰসেনজিৎ চৌধুৰীৰ 'বিজ্ঞান

বনাম অন্ধবিশ্বাস' এই দুখন গ্রন্থতহে অসমৰ লোক বিশ্বাস সম্পৰ্কে আলোচনা কৰা হৈছে।

**(ছ) সাঁথৰ (Riddles)ৰ চৰ্চ্চা ঃ**

সাঁথৰ সমূহ বুদ্ধিমত্তা আৰু কৌশলেৰে অসম্ভব জটিল প্রশ্নৰ উত্তৰ দিয়া এক প্রথা। এই সাঁথৰ কোৱা প্রথা অসমীয়া সমাজৰ এক প্রাচীন পৰম্পৰা। আদিম কালৰে পৰা সাঁথৰ কোৱা প্রথা প্রচলিত হৈ আহিছে। প্রাচীন কালত একো একোটা অনুষ্ঠানত সাঁথৰ কোৱা হৈছিল। অসম তথা ভাৰতৰ উপৰিও এছিয়া, আফ্রিকা, অষ্ট্রেলিয়া আৰু ইউৰোপতো সাঁথৰৰ প্ৰচলন হৈ আহিছে।

অসমত সাঁথৰ কোৱাটো শিশু সমাজৰ বৰ জনপ্রিয় অনুষ্ঠান। শিশু সকলৰ মাজত ই বৰ জনপ্রিয়। অসমৰ শিশু সাহিত্যত সাঁথৰ আৰু কৌতুকৰ সম্বন্ধে বহুতো সৰু সৰু পুথি প্রকাশ পাইছে। কিন্তু বিজ্ঞান সন্মত ভাবে সাঁথৰ আৰু কৌতুকৰ সংগ্ৰহ-সংকলন কৰিছে-দণ্ডীৰাম দত্তদেৱে। তেখেতৰ 'কৌতুক' আৰু 'কাইথেলী-অংক' আৰু 'সাঁথৰ, ফঁকৰা আৰু যোজনাৰ কথা' অত্যন্ত আপুৰুগীয়া গ্রন্থ। এনে গ্ৰন্থ অসমীয়া ভাষাত বিৰল। তেখেতৰ 'কৌতুক' আৰু 'কাইথেলী অংক' নামৰ গ্ৰন্থখনি ইংৰাজী ভাষা আৰু বঙালী ভাষালৈও অনুবাদিত হৈছে।

কেতিয়াবা কেতিয়াবা সাঁথৰবোৰ সাধু কথাত প্রয়োগ হয়। কিছুমান অনুষ্ঠান যেনে- বিয়া- সবাহতো সাঁথৰ কোৱা হৈছিল। আৰু দৈনন্দিন জীৱনতো সাঁথৰ কোৱা হয়।

সাঁথৰ সম্পৰ্কে ড° প্ৰফুল্ল দত্ত গোস্বামীদেৱে তেখেতৰ 'Folk Literature of Assam' নামৰ গ্রন্থত এটা অধ্যায়ত আলোচনা কৰিছে। ড° বিৰিঞ্চি কুমাৰ বৰুৱাদেৱে 'অসমৰ লোক সংস্কৃতি' নামৰ গ্ৰন্থৰ 'লোক সাহিত্য' নামৰ অধ্যায়ত সাঁথৰৰ সম্পৰ্কে আলোচনা কৰিছে।

## ঃ লোকাচাৰ বা লোকায়ত ৰীতি-নীতিৰ চৰ্চা ঃ
## (Folk -Practices)

একোখন জনসমাজত পৰম্পৰাগতভাবে প্রাচীন কালৰে পৰা কিছুমান লোকাচাৰ বা আচাৰ-অনুষ্ঠান চলি থাকে। লোক সমাজ বা লোক সমাজৰ পৰিয়ালৰ মাজতো কিছুমান পৰম্পৰাগত লোক অনুষ্ঠান চলি আহিছে। ইয়াৰ ভিতৰত লোক উৎসৱ বা লোকাচাৰ অনুষ্ঠান কিছুমান অন্তৰ্ভুক্ত হৈ থাকে।

সামাজিক উৎসৱ অনুষ্ঠানবোৰক লোক সংস্কৃতিবিদ পণ্ডিত সকলে প্ৰধানকৈ পাঁচোটা প্ৰধান ভাগত ভাগ কৰিছে। যেনে -

(১) উৎসৱ অনুষ্ঠান

(২) খেলা-ধূলা

(৩) লোক ঔষধ

(৪) লোক ধৰ্ম আৰু (৫) লোক পৰিবেশ্য কলা আদি উৎসৱ অনুষ্ঠান।

কোনো এক ভৌগোলিক পৰিসীমাৰ ভিতৰত থকা একোখন লোক সমাজৰ মাজত আদিম কালৰ পৰা কিছুমান উৎসৱ- অনুষ্ঠান চলি আহিছে। পৃথিৱীৰ বিভিন্ন প্ৰান্তত থকা লোক সমাজৰ বিভিন্ন জনগোষ্ঠীৰ মাজত এনেদৰে উৎসৱ-অনুষ্ঠান চলি আহিছে।

অসম এখন বৈচিত্ৰ্যময় প্ৰদেশ। ইয়াত আৰ্য্য, মঙ্গোলীয়, অষ্ট্ৰিক, দ্ৰাৱিড়, নেগ্ৰীতু আদি মানৱ গোষ্ঠীৰ লোকে, জীৱিকাৰ সন্ধানত সময়ে সময়ে আহি তাহানিখনৰে পৰাই অসমত বসবাস কৰি আহিছে। এইবোৰ খিলঞ্জীয়া লোকৰ দ্বাৰাই অসমত এখন লোক সমাজ গঢ় লৈ উঠিছে। এইখন আদিম কৃষিজীৱী লোক সমাজত ৰং-ৰহইচ, খেলা-ধুলা, লোক ধৰ্ম, ঔষধ, যাদুমন্ত্ৰ আদি আচাৰ-অনুষ্ঠানে গা-কৰি উঠিছিল। তেওঁলোকৰ সমাজ খনত কিছুমান ৰীতি-নীতিয়ে গা-কৰি উঠিছিল। লোক সমাজখনৰ মাজত মিলা-প্ৰীতি, আৰু পাৰস্পৰিক সাহচৰ্য্য আদিৰ ভাব গঢ়ি উঠিছিল। কৃষিকৰ্মৰ লগত সম্বন্ধ ৰাখি আৰু প্ৰাকৃতিক ঋতুৰ সৈতে সম্পৰ্ক ৰক্ষা কৰি কিছুমান উৎসৱ-অনুষ্ঠান অসমৰ লোক সমাজে পালন কৰে। এইবোৰৰ ভিতৰত কাতিৰ সংক্ৰান্তিৰ দিনা কাতি বিহু, মাঘী-সংক্ৰান্তিৰ দিনা ভোগালী বিহু বা মাঘ বিহু, চৈত্ৰ সংক্ৰান্তিত ৰঙালী বিহু বা বহাগ বিহু পালন কৰা হয়। মিচিং জনগোষ্ঠীয়ে 'পঃৰাগ' বা নৰাছিগা বিহু, আলি আয়ে লৃগাং উৎসৱ , ৰাভা সকলে 'বায়ুস উৎসৱ', দেউৰী সকলে ' ৰাংবিছু' পালন কৰে।

ইয়াৰ উপৰিও অসমীয়া লোকসমাজে যাঁঠ বা অম্বুবাচী, ভঠেলী, লখিমী সবাহ বা পানী তোলা সবাহ, মহহো উৎসৱ আদিও পালন কৰে।

ধৰ্মীয় পূজা উৎসৱবোৰৰ ভিতৰত শিৱৰাত্ৰি, দুৰ্গাপূজা, কালীপূজা, লক্ষ্মীপূজা, ইদুজ্জুহা, ঈদল ফিতৰ, মাৰৈপূজা, ফল্গোৎসৱ, দীপান্বিতা, শীতলা পূজা, বড়োৰ বাথৌ পূজা, চাহশ্ৰমিকৰ কৰম পূজা, টুচু পূজা, তাই আহোম সকলৰ ওমফা, সুবচনী, মে-ডাম-মেফি' ফুৰালুং পূজা; মিচিংসকলৰ 'ডবুৰ পূজা', দেউৰীসকলৰ গোসাঁনীপূজা, টিৱা সকলৰ দিঙা দিয়া পূজা আৰু বাউলী পূজা, হাজংসকলৰ

'জংখং পূজা', ডিমাছা সকলৰ হেৰেমডী পূজা আদি উল্লেখযোগ্য পূজা। এই আটাইবোৰ পূজা উৎসৱৰ সম্বন্ধে আজিও গ্ৰন্থ আকাৰে অসমীয়া ভাষাত প্ৰকাশ পোৱা নাই।

অসমৰ বৈষ্ণৱধৰ্মক কেন্দ্ৰ কৰি ভাওনা, জন্মাষ্টমীকে ধৰি বিভিন্ন পূজা উৎসৱ অসমৰ লোক সমাজত পালন কৰা দেখা যায়।

ইয়াৰ উপৰিও গাৱঁৰ গঞা সমাজত খৰাং বতৰ হ'লে ভেকুলী বিয়া পতা দেখা যায়। কিছুমান গাৱঁত গৰখীয়া সবাহো পতা দেখা যায়। কৃষি কৰ্মৰ লগত সম্বন্ধ ৰাখি আৰু প্ৰাকৃতিক ঋতুৰ সৈতে সম্পৰ্ক ৰক্ষা কৰি কিছুমান উৎসৱ-অনুষ্ঠান অসমৰ লোক সমাজখনে পালন কৰি আহিছে।

অসমৰ লোক সমাজত প্ৰচলিত এনে এটি উৎসৱেই হ'ল বিহু। শৰৎ কালত শালি খেতি ড ৰাই ঠুৰ মেলি আশাৰ বন্তি কঢ়িয়াই অনাৰ বাবে কাতিৰ সংক্ৰান্তিত কাতি বিহু পালন কৰা হয়। শালি খেতি চপোৱাৰ পাছত আনন্দমনেৰে শীত কালত ভোগৰ ভোগালী বিহু পালন কৰে। সেইদৰেই বসন্ত কালত শালিখেতিত নমাৰ আগতে আনন্দ মনেৰে ৰং-ৰইচ কৰি ৰঙৰ ৰঙালী বিহুটি পালন কৰে। বিহু উৎসৱক অসমৰ প্ৰায়বোৰ জনগোষ্ঠীয়ে ভিন ভিন নামেৰে যেনে– মিচিঙৰ 'পৰাগ' আৰু 'আলি আয়ে লৃগাং', বড়ো সকলৰ 'বৈচাগু', ৰাভা সকলে 'বায়ুখ', দেউৰী সকলে 'বিচু' আদি নামেৰে বিহু পালন কৰা দেখা যায়। সেয়েহে ই জাতীয় ৰূপ পৰিগ্ৰহণ কৰা বাবে ইয়াক জাতীয় উৎসৱ বিহু বুলি কোৱা হয়। আলি আয়ে লৃগাং, বৈসাগু, বায়ুখ, ৰাং-বিচু আদি বিভিন্ন নামেৰে বিভিন্ন জনগোষ্ঠীয়ে বিহু পাতে।

সেইদৰেই অসমৰ লোক সমাজত প্ৰচলিত আন আন লোক উৎসৱবোৰ হৈছে-ভুঠেলি, লখিমী সবাহ বা পানী তোলা সবাহ, গৰখীয়া সবাহ, মহো-হো উৎসৱ, যাঁঠ বা অম্বুবাচী আদি উৎসৱ অসমীয়া সমাজত পালন কৰা দেখা যায়।

ধৰ্মীয় উৎসৱ বোৰৰ ভিতৰত শিৱৰাত্ৰি, দুৰ্গাপূজা, কালীপূজা, লক্ষ্মী পূজা ঈদ-উ-জোহা, ঈদল ফিতৰ, সৰস্বতী পূজা, বিশ্বকৰ্মা পূজা অসমীয়া সমাজত পতা দেখা যায়। বৌদ্ধ পূৰ্ণিমা, মাৰৈ পূজা, পাচেতী, ফলগুৎসৱ, মনসা পূজা, দীপান্বিতা, শীতলা পূজা আদিও পতা হয়। বড়োৰ বাথৌ পূজা , খেৰাই পূজা, চাহশ্ৰমিকৰ কৰম পূজা আৰু টুচু পূজা, আহোমৰ ওমফা সুবচনী, মেডামমেফি ফুৰালুং, পূজা মিচিং সকলৰ, দেউৰী সকলৰ গোহানী পূজা আদি উল্লেখযোগ্য পূজা। বৈষ্ণৱ ধৰ্মক কেন্দ্ৰ কৰি শ্ৰীকৃষ্ণৰ জন্মাষ্টমী তিথি, ৰাস উৎসব, ৰথযাত্ৰাকে

আদি কৰি শংকৰদেৱ, মাধবদেৱ, দামোদৰদেৱ আদি গুৰু সকলৰ তিথি পতা দেখা যায়। অসমৰ বৈষ্ণৱ ধৰ্মীয় নামঘৰ বোৰত ভাওনা পতা হয়। খৰাং বতৰ হ'লে বৰষুণ কামনা কৰি ঠায়ে ঠায়ে ভেকুলী বিয়াও পতা দেখা যায়।

অন্যান্য পৰিয়াল কেন্দ্ৰিক উৎসৱ অনুষ্ঠানবোৰৰ ভিতৰত বিয়া, নোৱাই তোলনি বিয়া, চাউল খোৱা, দহা-কাজ, শ্ৰাদ্ধ, নামকীৰ্ত্তন, শুদ্ধি সবাহ, বৰবিয়া, বৰ সবাহ বৰ সেৱা আদি উৎসৱ অনুষ্ঠানো ঘৰে ঘৰে পতা হয়।

অসমৰ এইবোৰ পূজা উৎসৱৰ সম্পৰ্কে বিভিন্ন গ্ৰন্থ ৰচনা কৰা হৈছে। সেইবোৰ গ্ৰন্থৰ ভিতৰত অতুল চন্দ্ৰ হাজৰিকাৰ 'উৎসৱৰ ভোগজৰা' আৰু 'উছৱৰ ৰং চৰা' ড° লীলা গগৈৰ 'বিহু আকৌ আহিল' আৰু 'বিহু আকৌ গলগৈ', ড° হেমন্ত কুমাৰ বৰুৱাৰ 'বিহুঃ এটি তুলনা মূলক অধ্যয়ন' আদি বহুতো গ্ৰন্থ ৰচিত হৈছে। তদুপৰি হেম বুঢ়া গোহাঁইৰ 'জন সংস্কৃতিৰ ৰশ্মিৰেখা' ভৃগুমনি কাগয়ুঙৰ 'মিচিং সংস্কৃতিৰ আলেখ্য," ভবেন নাৰ্জাৰীৰ 'বড়ো কছাৰীৰ সমাজ আৰু সংস্কৃতি', ড° বিৰিঞ্চি কুমাৰ বৰুৱাৰ 'A Cultural History of Assam' আৰু ' অসমৰ লোক সংস্কৃতি', ড° নিৰ্মল প্ৰভা বৰদলৈৰ 'অসমৰ লোক সংস্কৃতি', ড° লীলা গগৈৰ 'অসমৰ সংস্কৃতি' ৰাজেন ৰাভাৰ 'ৰাভা জনজাতি', মনেশ্বৰ দেউৰীৰ 'তিৱা সমাজ', নাৰায়ণ ঘাটোৱাৰৰ 'অসমৰ চাহ জনজাতি' ড° মহেশ্বৰ নেওগৰ 'পুৰণি অসমীয়া সমাজ আৰু সংস্কৃতি' আৰু 'চটাই পৰ্বত আৰু চিৰিলুইত' হেম বৰুৱাৰ 'The Red River and the Blue Hills', নাৰায়ণ ঘাটোৱাৰ 'কৰম পূজা' ডম্বৰুধৰ দেউৰীৰ 'দেউৰী সংস্কৃতি' ড° লীলা গগৈৰ 'আহোম জাতি আৰু অসমীয়া সংস্কৃতি, ড° নবীন চন্দ্ৰ শৰ্ম্মাৰ 'অসমৰ লোক সংস্কৃতিৰ চমু আভাস, ধীৰেন্দ্ৰ নাথ মজুমদাৰৰ 'Cultural and Linguistic Aspects of Garos' আদি বিভিন্ন গ্ৰন্থত অসমৰ লোক-উৎসৱ সমূহৰ সম্পৰ্কে আলোচনা কৰা হৈছে। তাৰ উপৰিও 'Journal of the Assam Research Society', 'অসম সাহিত্য সভা পত্ৰিকা, 'ইউনিভাৰচিটী জাৰ্নেল' আৰু 'গৰীয়সী' প্ৰকাশ আদি আলোচনীত এইবোৰ কথা আলোচিত হৈছে।

## অসমৰ খেল ধেমালিৰ আলোচনা ঃ

প্ৰাচীন কালৰে পৰাই লোকসমাজত খেল-ধেমালিয়ে প্ৰাধান্য লাভ কৰি আহিছে। আহৰি সময়ত ইজনে সিজনে লগ লাগি খেল ধেমালি কৰে। খেলা-ধুলাই জাতি এটাক সবল আৰু সতেজ কৰি ৰাখে। খেল-ধেমালি বোৰৰ ভিতৰত প্ৰাচীন পৰম্পৰাগত খেল- ধেমালিও আছে। আমাৰ অসমীয়া লোক সমাজতো

অতীব প্ৰাচীন কালৰে পৰাই কিছুমান খেল-ধেমালি প্ৰচলিত হৈ আহিছে। সেইবোৰ খেল-ধেমালি হৈছে - দৌল খেল, কুকুৰ পোৱালি খেল, অলৌ গুটি-তলৌ গুটি, খুলি বাটি, কচুগুটি খেল, ইৰিকটি মিৰিকটি খেল, খলিগুটি, লাটুম খেল, বাঘ-গৰু, চাৰিচুকীয়া, টাংগুটি খেল, চকীখেল, গেনখেল, চোৰ খেল, কোমোৰা খেল, ধুপখেল, নাওখেল, ঘিলা খেল, হৈ গুড গুড, তীৰখেল, ডিখেল, পেংখেল, পাশা খেল, কুকুৰা যুঁজ আদি খেল। এইবোৰ খেল একালত অসমীয়া সমাজত বৰ জনপ্ৰিয় আছিল।

তদুপৰি পুৰণি কালত অসমীয়া সমাজে বিহু বা আন আন উৎসৱ বোৰত জীৱ-জন্তু যুঁজাই খেল কৰিছিল। আহোম স্বৰ্গদেউসকলৰ ৰাজত্ব কালত ৰংঘৰৰ বাকৰিত জীৱ-জন্তুৰ যুঁজ লগাই খেল কৰিছিল। এইবোৰ খেলৰ ভিতৰত উল্লেখযোগ্য খেল আছিল— মহযুঁজ, হাতী যুঁজ, কুকুৰা যুঁজ, শেন যুঁজ, ইত্যাদি। আজি কালিও মাঘ বিহুত আহঁত গুৰি আৰু কোঁৱৰ পুৰত মহযুঁজ, আৰু ৰঙালী বিহুত ধেমাজিত কুকুৰা যুঁজ আদি পৰম্পৰাগত ভাবে চলি আহিছে। খেলা-ধুলা সমূহে অসমীয়া জাতিটোক ৰসাল, সতেজ আৰু সবল কৰি ৰাখিছে। অসমৰ খেল-ধেমালি সম্পৰ্কত 'ধেওধাই অসম বুৰঞ্জী'ৰ 'ৰজা দিনীয়া ৰং-ধেমালি,' ৰজনীকান্ত বৰদলৈ দেৱে লিখা 'পুৰণি অসমৰ খেল ধেমালি' ৰবি গগৈৰ "লুপ্তপ্ৰায়" ধেমাজিৰ গ্ৰামীণ খেল ধেমালি আলোক গগৈৰ 'লক্ষীমপুৰৰ গ্ৰামীণ খেল-ধেমালি আদি উল্লেখযোগ্য গ্ৰন্থ আৰু প্ৰৱন্ধ।

## লোক পৰিবেশ্য কলা

অসমৰ লোক পৰিবেশ্য কলাৰ ভিতৰত লোক নৃত্য, (Folk Dance), লোক নাট্য (Folk Drama), লোকবাদ্য (Folk Drums) আদিৰ নাম লব পাৰি।

অসমৰ লোক নৃত্যৰ ভিতৰত বিহু নৃত্য , বড়োৰ বাগৰুম্বা নৃত্য, মিচিঙৰ গোমৰাগ নৃত্য, বড়োৰ খেৰাই নৃত্য, খাছীয়াৰ নংক্ৰেম নৃত্য, সোণোৱাল কছাৰীৰ হাইডাং নৃত্য আৰু বহুৱা নৃত্য, চাহ শ্ৰমিকৰ ঝুমুৰ নৃত্য লগতে নামনিৰ মহহো নৃত্য আদি উল্লেখযোগ্য।

কিছুমান ধৰ্ম্মীয় নৃত্যও আছে। মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ সৃষ্টি-ভাওনাৰ সূত্ৰধাৰী নৃত্য, কৃষ্ণ নৃত্য, চালি নৃত্য, ঝুমুৰ নৃত্য, বীৰ নৃত্যৰ কথা উল্লেখ কৰিব পাৰি। ইয়াৰ উপৰিও তেৰাৰ গায়ন-বায়নৰ কথা উল্লেখ কৰিব পাৰি। গায়নৰ নৃত্যৰ ভিতৰত বৰ ধেমালি, সৰু ধেমালি, নাচ ধেমালি, ছোঁ ধেমালি, ঘোষা

ধেমালি আৰু চলনাৰ কথা পোৱা যায়। তদুপৰি বিভিন্ন তালবোৰতো আছেই। মৃদং আৰু খোল বাদ্যৰ লগত তাল বজাই এই নৃত্য কৰা হয়।

অন্যান্য ধৰ্ম্মীয় নৃত্যৰ ভিতৰত ওজাপালি নৃত্য, ডুবিৰ দেৱদাসী নৃত্য, জাপি নৃত্য, দেওধনী নৃত্য, নটী নৃত্য, পত্ৰিছ নাচ আদি উল্লেখযোগ্য।

পৰম্পৰাগত ভাবে কিছুমান লোকনাট্য (Folk Drama ) কলা অসমৰ লোক সমাজত প্ৰচলিত হৈ আহিছে। এইবোৰ লোক নাট্যৰ ভিতৰত কেইটিমান অনুষ্ঠান যেনে,- ওজাপালি অনুষ্ঠান, পুতলা নাচ, কুমাৰ নাচ, ঢুলীয়া ভাওনা, খুলীয়া ভাৱৰীয়া, যাত্ৰাপাৰ্টী আদি মন কৰিব লগীয়া। ড° শৈলেন ভঁৰালী দেৱে- -" অসমৰ পৰম্পৰাগত লোক নাট্য পৰম্পৰা" এইবোৰক কেইবাটাও ভাগত বিভক্ত কৰিছে। তেখেতে কৰা ভাগবোৰ হৈছে ওজাপালি, মাৰৈ পূজাৰ গান, বাশীপুৰাণ গান, আপীওজা, ঢুলীয়া ভাওনা, জয় ঢুলীয়াৰ গীত, খুলীয়া ভাওনা, গায়ন-বায়ন, বঙালী-ভাওনা, বাৰে চহৰীয়া ভাওনা, পুতলা নাচ, কুশান গান, খাৰাতাল আৰু সত্যপৰি, ডোড়ৰা গান, ভাৰী গান, খাৰা পুৰাণ, নয়নশ্বৰী আৰু মইনামতীৰ গান, ভাৱৰীয়া, পচতি, কাতি পূজাৰ গীত, নাম ভাওনা, চড়ক পূজাৰ গীত, মদন কাম পূজা, সোনাৰায় পূজাৰ গীত, হুদুম পূজাৰ গীত, মথনী, গোৱালনী যাত্ৰা, মনাই যাত্ৰা, ভাসান যাত্ৰা ইত্যাদি। ড° শৈলেন ভৰালীয়ে অসমৰ পৰম্পৰাগত লোক নাট্য শিবিৰ, কালিৰাম মেধি দেৱে অংকাৰলীত অসমৰ লোকনাট্যৰ সম্পৰ্কে আলোচনা কৰিছে।

**লোকবাদ্য ঃ-** অসমত পৰম্পৰাগত ভাবে চলি অহা লোকবাদ্য সমূহ বিভিন্ন ধৰণৰ। কিছুমান হাতেৰে বজাবাদ্য, সিবোৰক ঘাটযন্ত্ৰ বুলি কোৱা হয়। আন কিছুমান বায়ু বাদ্যযন্ত্ৰ, এইবোৰক ফুঁদি বজোৱা হয়। এইবোৰক বায়ু বাদ্যযন্ত্ৰ বুলি কোৱা হয়। আন কিছুমান তাৰৰ বাদ্য যন্ত্ৰও আছে।

**ঘাট যন্ত্ৰ ঃ-** ঘাট যন্ত্ৰৰ ভিতৰত ঢোল, খোল, মাদল, দুন্দুভি, মৃদং, ঢুলুকি, লহৰী আদি উল্লেখযোগ্য। তাল-ঘাট যন্ত্ৰ আৰু আন ঘাট যন্ত্ৰ যেনে-, ডবা, ডংকা, ভোৰ তাল, ৰাম তাল, খুটিতাল, কৰতাল, নাগাৰা, মন্দিৰা, খঞ্জুৰি, পোখৰাজ ইত্যাদি বাদ্য অসমৰ লোক সমাজত চলি আহিছে।

**কাঁহ ঃ-** কাঁহ আৰু বৰকাঁহ। ঘন্টাঃ- বৰঘন্টা, টিলিঙি ঘন্টা, সৰু ঘন্টা; কিংকিনী আৰু জুনুকা- এই দুবিধ বাদ্য ভৰিত আৰু হাতত পিন্ধি নচা হয়। ফুঁদি বজোৱা যন্ত্ৰঃ- যেনেঃ- বাঁহী, পেঁপা, গগনা, শিঙা, কালী, শংখ, বেনু, মুৰলী, সুতুলি, হৰী, বড়োৰ চিফুংবাঁহী, ভেৰী ইত্যাদি। তাৰৰ বাদ্য যন্ত্ৰ ঃ- যেনে- টোকাৰী আৰু

দোতাৰা , বীণ, বাঁহৰ বীণ ইত্যাদি।

অসমৰ লোক নৃত্য, লোকনাট্য, লোকবাদ্য লোক কলা আদিৰ সম্পৰ্কে ভালে কেইগৰাকী কৃতবিদ্যা পণ্ডিতে আলোচনা কৰিছে। সেইবোৰৰ ভিতৰত কেইখন মান উল্লেখ যোগ্য গ্ৰন্থ হৈছে ড° বিৰিঞ্চি কুমাৰ বৰুৱাৰ অসমৰ লোক সংস্কৃতি 'A cultural History of Assam' আৰু 'অংকীয়া নাট', ড° লীলা গগৈৰ 'অসমৰ সংস্কৃতি' 'বিহু আৰৌ আহিল', ড° প্ৰফুল্ল দত্ত গোস্বামীৰ 'Folk Literature of Assam', 'Bihu songs of Assam' আৰু ড° মহেশ্বৰ নেওগৰ, 'সত্ৰীয়া নৃত্য' আৰু সত্ৰীয়া নৃত্যৰ তাল, 'Tradition and Style', ড° শৈলেন ভৰালীৰ 'Tragic Outlook in Assamese Drama' আৰু 'অসমীয়া লোক নাট্য পৰম্পৰা' কালীৰাম মেধিৰ 'অংকাৱলী' আৰু 'Origin of the Assamese Drama' অতুল চন্দ্ৰ বৰুৱাৰ 'মনসাকাব্য আৰু ওজাপালি' আৰু 'অসমীয়া লোক সাহিত্য' আদি উল্লেখযোগ্য। স্নাতক মহলাৰ 'আধাৰ পাঠ'ৰ শিল্প সংস্কৃতিৰ অধ্যায় আৰু স্নাতকোত্তৰ মহলাৰ টোকাবোৰত লোকবাদ্য, লোকনাট্য, লোকনৃত্য সম্পৰ্কে, আলোচনা সন্নিবিষ্ট আছে। ....এগৰাকী লেখকে দেৱে ৰচনা কৰা 'অসমৰ বাদ্যযন্ত্ৰ' নামৰ গ্ৰন্থখনত অসমৰ লোকবাদ্যৰ পৰিচয় দাঙি ধৰিছে।◆

৪ৰ্থ অধ্যায়

# অসমৰ লোক সমাজ আৰু লোক সংস্কৃতি

অসমৰ লোক সংস্কৃতিৰ ভিত্তি হ'ল অসমৰ লোক সমাজ। অসমৰ ভৌগোলিক পৰিসীমাৰ মাজত থকা লোক সমাজখনক কেন্দ্ৰ কৰিয়েই অসমৰ লোক সংস্কৃতিয়ে গঢ় লৈ উঠিছে। প্ৰাচীন কালত অসমৰ নাম প্ৰাগজ্যোতিষপুৰ আৰু কামৰূপ আছিল। আহোম ৰাজত্বৰ কালৰ পৰাহে এই ৰাজ্যৰ নাম 'আসাম' বা 'অসম' হয়। স্বৰ্গীয় বেনুধৰ ৰাজখোৱাদেৱে কৈছে ' বৈদিক যুগত আসামৰ নাম প্ৰাগজ্যোতিষপুৰ আছিল, তান্ত্ৰিক যুগত কামৰূপ আছিল, আহোমৰ দিনৰ পৰাই ইয়াৰ নাম 'আসাম' হল। এই আসাম নামটো পাছত অসম হয়গৈ। অসমত প্ৰাচীন কালৰে পৰা বসবাস কৰি অহা খিলঞ্জীয়া লোক সমাজখনক কেন্দ্ৰ কৰিয়েই অসমৰ লোক সংস্কৃতিয়ে গা-কৰি উঠিছে। অসমীয়া লোক সমাজখন একেদিনাই গঢ় লৈ উঠা নাই। বেজবৰুৱাই কবৰ দৰে "নানা দেশ, নানা জাতৰ নানা পৰিয়ালৰ আৰ্য্য-অনাৰ্য্য মানুহ অসমলৈ আহি অসমত দীৰ্ঘকাল বাস কৰি অসমীয়া হৈছিল আৰু এইদৰেই পিছৰ কাল ডোখৰতো আনকি আজিলৈকে অসমীয়া জাতি-গঠিত হব লাগিছে। "

অসমৰ লোক সমাজখনত বিভিন্ন মানৱ প্ৰজাতিৰ উপাদান প্ৰত্যক্ষ কৰা যায়। বি.এছ. গুহ, ৰিচলী, ড° সুনীতি কুমাৰ চেটাৰ্জী আদি পণ্ডিতসকলে অসমৰ লোক সমাজত কেইটামান মানৱ প্ৰজাতিৰ উপাদান লক্ষ্য কৰিছে। সেয়া হৈছে নেগ্ৰীটো জাতি, প্ৰট অষ্ট্ৰলয়দ, মঙ্গোলয়ড্, মেডিটেৰিনীয়ান, গুবেষ্টাৰ্ন, ব্ৰেকী চেফাল, আৰু নৰ্ডিক প্ৰজাতি। পণ্ডিত সকলে কয় যে প্ৰথমে ভাৰতবৰ্ষলৈ নেগ্ৰীটো জাতিৰ লোক সকল আহিছিল। সেই জাতিৰ কিছু চিন মোকাম পূৰ্বাঞ্চলৰ নগা সকলৰ কোনো কোনো ফৈদৰ মাজত পোৱা যায় বুলি উল্লেখ কৰিছে। আৰ্য্যসকলৰ পূৰ্বতে অহা দ্ৰাবিড়সকলৰ ভালেখিনি সাংস্কৃতিক অৱদান অসমৰ লোক সংস্কৃতিৰ

মাজত দেখা যায়। তাৰ পাছতেই অসমলৈ অহা অষ্ট্ৰিক গোষ্ঠীৰ দুটা ডালৰ ভিতৰত অষ্ট্ৰো এচিয়াটিক গোষ্ঠীৰ দুটা ভাগ হল মনখমেৰ আৰু কুল মুণ্ডা। এই দুটা প্ৰজাতিৰ অৱদানো অসমৰ লোক সংস্কৃতিত লক্ষ্য কৰা যায়। মনখমেৰ ডালৰ খাছীয়া আৰু চিনটেং সকল আদিতে

হয়তো অসমৰ ভৈয়াম অঞ্চলত বাস কৰিছিল যদিও পাছত গৈ খাছীয়া পাহাৰত বস-বাস কৰেগৈ। কুৰি, পোণ, গণ্ডা আদি হিচাব পদ্ধতি অষ্ট্ৰিকমূলীয় অৱদান। তদুপৰি অসমৰ কিছুমান ঠাইৰ নাম যেনেঃ- প্ৰাগজ্যোতিষপুৰ , তেজপুৰ আদি ঠাইৰ নাম অষ্ট্ৰিক অৱদান বুলি ঠাৱৰ কৰা হৈছে। অসমীয়া লোক সমাজত তামোল পাণৰ ব্যৱহাৰ, চিকাৰ কৰা প্ৰথা অষ্ট্ৰিক গোষ্ঠীৰ অবদান বুলি অনুমান কৰা হৈছে। কুলমুণ্ডা ডালটোৰ পৰা অসমৰ চাহজনগোষ্ঠীৰ ভালেমান লোক যেনে ঃ- কুল, মুণ্ডা, চাওঁতাল, ভীল আদি জনগোষ্ঠীৰ লোক সকল অষ্ট্ৰিক মূলৰ। এই চাহশ্ৰমিক গোষ্ঠীৰ কৰম পূজা, ঝুমুৰ নৃত্য আদি সংস্কৃতি অসমৰ লোক সংস্কৃতিলৈ বৈ আহিছে।

অসমৰ সৰ্ব্ববৃহৎ জনগোষ্ঠীৰ ডালটো হল মঙ্গোলীয় জনগোষ্ঠী। এই বৃহৎ জনগোষ্ঠীটোৰ সম্পৰ্কে ড° সুনীতি কুমাৰ চেটাৰ্জীয়ে কয় যে আৰ্য্যসকলৰ ৰামায়ণ আৰু মহাভাৰত মহাকাব্যই গঢ় লোৱাৰ সময়তেই এই বৃহৎ মঙ্গোলীয় জনগোষ্ঠীৰ লোক সকলে উত্তৰ পূব কোণেদি ভাৰতত সোমায় আৰু হিমালয়ৰ দক্ষিণে থকা সমগ্ৰ উত্তৰ-পূৱ ভাৰত, গঙ্গা নদীৰ পাৰৰ উত্তৰ বঙ্গ, অসম আৰু বিহাৰৰ উত্তাৰঞ্চলৰ পৰা নেপাললৈকে বসতি বিস্তাৰ কৰি আছিল। এই মঙ্গোলীয় মানৱ গোষ্ঠীটোৰ চীন-তিৰ্ব্বতী ডালটো প্ৰথমেই অসমলৈ আহিছিল। এওঁলোক প্ৰাচীন কালত কীৰাট কছাৰী নামেৰে জনা গৈছিল। প্ৰাচীন প্ৰাগজ্যোতিষপুৰ আৰু কামৰূপৰ এই কীৰাট জনগোষ্ঠীৰ সম্পৰ্কে যজুৰ্বেদ, মহাভাৰত, ৰামায়ণ, যোগিনীতন্ত্ৰ, কালিকা পুৰাণ আদি গ্ৰন্থত উল্লেখ আছে। "সঃ কীৰাটচচ চীনাচচ বৃতঃ প্ৰাগজ্যোতিষভবেৎ" বুলি মহাভাৰতত উল্লেখ পোৱা যায়। পাছৰ কালৰ 'যোগিনীতন্ত্ৰ' গ্ৰন্থতো কীৰাট সকলৰ বিষয়ে উল্লেখ আছে "সিদ্ধেসি যোগিনী পীঠে ধৰ্মং কৈৰাতজঃ"। অৰ্থাৎ কীৰাটসকলে কৈৰাতজ ভক্তিধৰ্ম পালন কৰিছিল। 'কীৰাট জন- কীৰ্ত্তি' নামৰ গ্ৰন্থত ড° চেটাৰ্জীয়ে কৈৰাতজ সভ্যতা সংস্কৃতিৰ বিষয়ে সবিস্তাৰে উল্লেখ কৰিছে; লগতে কীৰাটসকলে অসমৰ সভ্যতা-সংস্কৃতিলৈ

আগবঢ়োৱা অৱদানৰ কথা সবিস্তাৰে উল্লেখ কৰিছে।

চীন-তি ৰ্ব্বতী শাখাটোক প্ৰধানকৈ চাৰিটা ভাগত ভগোৱা হৈছে। সেয়া হৈছে উত্তৰ অসম, হিমালয়ী, তিৰ্ব্বতী, আৰু অসম ব্ৰহ্ম; উত্তৰ অসম শাখাটোৰ পৰা মিৰি, মিচিমি, অকাঁ আৰু ডফলা জনগোষ্ঠীৰ উদ্ভৱ হৈছে। হিমালয়ী শাখাটোৰ পৰা নেৱাৰ, ধীমাল আদি নেপালী জনগোষ্ঠীৰ সৃষ্টি হৈছে। তি ৰ্ব্বতী শাখাটোৰ পৰা ভোট, তিৰ্ব্বতী, লাডাখী, বাল্টি আদি জনগোষ্ঠীৰ উদ্ভৱ হৈছে। অসম-ব্ৰহ্ম শাখাটোৰ পৰা বড়ো, নগা, কুকিচীন আৰু কাৰ্বি উপজাতিৰ সৃষ্টি হৈছে। বড়ো ডালটোৰ পৰাই অসমৰ সৰহসংখ্যক জনগোষ্ঠীৰ উদ্ভৱ হৈছে। সেইবোৰ জনগোষ্ঠী হৈছে- গাৰো, তিৱা, লালুং, ৰাভা, কোঁচ, মেচ, চুতীয়া, দেউৰী, কছাৰী, ডিমাছা, মিকিৰ আদি জনগোষ্ঠী। নগাডালৰ পৰা আও, আঙ্গামী, চেংমা, ৰেংমা, কন্যাক টাংখুল আদি বিভিন্ন নগা ফৈদবোৰৰ উদ্ভৱ হৈছে। কুকীচীন ডালৰ পৰা কুকি, মেইতেই, মণিপুৰী জাতিৰ সৃষ্টি হৈছে। কেঁচাইখাঁতী গোসাঁনীৰ পূজা, সিজু গছৰ পূজা, দেওধ্বনী নৃত্য আদি বড়ো সকলৰ অৱদান। বিয়াৰ ক্ষেত্ৰত গা-ধন লোৱা প্ৰথা, জোৰণ দিয়া, তেলডাৰ পেলোৱা ইত্যাদি তিৰ্ব্বতবৰ্মী সকলৰ অৱদান। বিহু উৎসৱ আৰু বিহু নৃত্য এই সকলৰেই অৱদান বুলি বহুতে ক'ব খোজে।

মঙ্গোলীয় মানৱগোষ্ঠীৰ দ্বিতীয়টো ডাল হৈছে— টাইচীন বা চীন শ্যামী। এই ডালটোৰ পৰাই অসমৰ টাই আহোম, টাই-খামটি, ফাকিয়াল, তুৰুং, আইতন, শ্যাম, নৰা, খাময়্যাং, চিংফৌ আদি লোক সকলৰ উদ্ভৱ হৈছে। এইবোৰ জনগোষ্ঠী ব্ৰহ্মদেশৰ পৰা আহে।

অসমত টাই আহোম সকলৰ সুদৃঢ় ৰাজ্য শাসন পদ্ধতি মন কৰিবলগীয়া। আহোম ৰজাই ৰাজ্য শাসনৰ বাবে মন্ত্ৰী পৰিষদ ৰাখিছিল। বিভিন্ন বিভাগ সৃষ্টি কৰি বিভিন্ন বিষয়াৰ হাতত শাসনভাৰ দিছিল। বৰবৰুৱা, বৰফুকন, বৰুৱা, ফুকন, বৰা, হাজৰিকা, শইকীয়া, চমুৱা আদি বিষয়া আছিল। মন্ত্ৰী পৰিষদত আছিল বুঢ়াগোহাঁই, বৰগোহাঁই আৰু বৰপাত্ৰগোহাঁই। তাৰোপৰি বিভিন্ন অঞ্চলত ৰাজখোৱা সকল আছিল। এনেদৰে গণতান্ত্ৰিক প্ৰক্ৰিয়াৰে ৰজাই ৰাজ্য শাসন কৰিছিল। কাৰ্বিডালৰ পৰা কাৰ্বি জনগোষ্ঠীৰ উদ্ভৱ হৈছে। জৰ্জ গ্ৰীয়েৰ্চন চাহাবে তেখেতৰ 'Linguistic Survey of India' নামৰ গ্ৰন্থত অসমলৈ চীন তিৰ্ব্বতী শাখাটোৰ অৱদান বেছি বুলি কৈছে আৰু জনসংখ্যাৰ ফালৰ পৰাও এই ডালটোৰ সংখ্যাই

আটাইতকৈ সৰহ বুলি কৈছে। তেখেতে কৈছে - "It will be noticed that the sub-family that contains the greatest number of languages is the tibet Borman, so far as the area covered by the survey is cocnerned, the speakers of the language of this sub-family all live in mountainous centres. As a result, each tribe is separated from its neighbours and languages thus quickly split up into dialects and dialect easily develops into a distinct language." এই সৰ্ব্ব বৃহৎ তি ৰ্ব্বতবৰ্মী গোষ্ঠীৰ পৰাই অসমৰ ভালেমান ঠাইৰ নাম আৰু নদীৰ নামবোৰৰ উৎপত্তি হৈছে। যেনে- দিহিং, দিচাং, দিখৌ, ডিব্ৰু, ডিক্ৰং, আদি নদীৰ নাম তিৰ্ব্বতবৰ্মী গোষ্ঠীৰ পৰাই আহিছে। 'লাওটি' শব্দৰ পৰা 'লুইত' আৰু 'বুল্লুম বুবুৰ'ৰ পৰা 'ব্ৰহ্মপুত্ৰ' শব্দৰ উৎপত্তি হৈছে বুলি সংস্কৃতিবিদ বিষ্ণুৰাভাদেৱে মত প্ৰকাশ কৰিছে। অসমীয়া সংস্কৃতিত বাঁহ শিল্পৰ প্ৰচলন তি ৰ্ব্বত বৰ্মী সকলৰ দান। তদুপৰি দলবান্ধি মাছমৰা কাৰ্য্য, মৰং বা ডেকাচাঙৰ প্ৰথা, নানাবিধ জন্তুৰ মাংসখোৱা প্ৰথা, ফটিকা বা লাওপানী খোৱা প্ৰথা, সমাজত তিৰোতাক আগস্থান দিয়া প্ৰথা, বিবাহ বিচ্ছেদ, বিধবা বিবাহৰ প্ৰচলন আদি তি ৰ্ব্বত বৰ্মী সকলৰেই অৱদান বুলি কোৱা হৈছে। শিৱ পূজা আদিতে তিৰ্ব্বতবৰ্মী সকলে সৃষ্টি কৰিছিল।

সামৰিক বিদ্যাত আহোম সকল বৰ পাৰ্গত আছিল। সেয়েহে আহোমসকলে ৰাজত্ব কৰা ছশবছৰীয়া ৰাজত্বকালত ভাৰত বিজয়ী মোগলে সোতৰ বাৰ অসম আক্ৰমণ কৰিও আহোমৰ সামৰিক বাহিনীৰ হাতত পৰাজয় বৰণ কৰিব লগা হৈছিল। আহোম সকলৰ সমৰ সজ্জাও বৃহৎ আছিল। মোগল বাদছাহ ঔৰংজেৱৰ প্ৰধান সেনাপতি ৰামসিংহই কৈছিল, "প্ৰত্যেক অসমীয়া সেনাই নাও বাব পাৰে, কাড় মাৰিব পাৰে, মাটি খান্দিব পাৰে, আৰু টোপ আৰু হিলৈ মাৰিব পাৰে। এনেকুৱা সকলো কামতে নিপুণ সেনা মই ভাৰতবৰ্ষৰ কোনো ঠাইতে দেখা নাছিলো।"

আহোম সকল স্থাপত্য বিদ্যাতো পাৰ্গত আছিল। আহোমৰ দিনত নিৰ্মাণ কৰা দৌল, দেৱালয়, গড়, ৰংঘৰ-কাৰেংঘৰ, শিলৰ সাঁকো, সুৰঙ্গ, তলাতল ঘৰ, পুখুৰী, পথ আদি আজিও জিলিকি আছে। তদুপৰি আহোম সকলৰ বুৰঞ্জী

লিখা প্ৰথা-ভাৰতৰ ভিতৰতে আপুৰুগীয়া প্ৰথা। সিংহাসনত তিৰোতাৰ অধিকাৰ, মৈদাম প্ৰথা, মেল প্ৰথা, খেল প্ৰথা ইত্যাদি অসমীয়া সমাজলৈ অতুলনীয় দান। তদুপৰি অসমৰ হাতীদাঁতৰ শিল্প, গুণাকটীয়া শিল্প, চিত্ৰশিল্প আদি উল্লেখনীয় অৱদান। আহোমে হিন্দুধৰ্ম গ্ৰহণ কৰি হিন্দু ধৰ্মৰো প্ৰসাৰ ঘটাইছিল। অসমীয়া ভাষাক ৰাজচ'ৰাত আৰু বিচাৰ চৰাত প্ৰয়োগ কৰিছিল। ওমফা পূজা আহোম সকলৰ দান। অসমীয়া ভাষা-সংস্কৃতিৰ মূল সুঁতিটো আৰ্য্যমূলীয়। বৈদিক সংস্কৃতৰ পৰা উদ্ভৱ হোৱা মাগধী প্ৰাকৃতৰ প্ৰাচ্য অপভ্ৰংসৰ পৰাই অসমীয়া ভাষাৰ জন্ম। অৱশ্যে অসমীয়া ভাষাৰ শতকৰা ত্ৰিশভাগ শব্দ থলুৱা মূলৰ। থলুৱাভাষা সমূহৰ বৈয়াকৰণিক অৱদানো আছে। প্ৰাচীন কালৰ ৰজা নৰকাসুৰৰ দিনৰ পৰাই অসমলৈ আৰ্য্যসকলৰ প্ৰব্ৰজন ঘটিছিল। গতিকে অসমৰ ধৰ্ম- সংস্কৃতি-ভাষা আদি সকলো ক্ষেত্ৰতে আৰ্য্য হিন্দু সংস্কৃতিয়েই মূল আধাৰ হিচাবে আছে।

বখতিয়াৰ খিলিজিৰ আক্ৰমণৰ দিনৰে পৰাই সোতৰবাৰ অসম আক্ৰমণ কৰোতে বহুতো মুছলমান লোক অসমত ৰৈ গৈছিল। কিছুমান যুদ্ধবন্দী হিচাবে আৰু আন কিছুমান জীৱন জীৱিকাৰ বাবেও অসমলৈ মুছলমানলোকে আহি বসবাস কৰিছিল। অসমীয়া শব্দ ভাণ্ডাৰত সেয়েহে বহুতো আৰবী আৰু পাৰ্চীশব্দ সোমাই আছে। অসমৰ মুছলমান সম্প্ৰদায়ৰ জিকিৰ আৰু জাৰি গীতবোৰ অসমীয়া লোকসংস্কৃতিৰ আপুৰুগীয়া সম্পদ। ঈদ, মহৰম আদি অসমৰ লোক-সংস্কৃতিৰ আপুৰুগীয়া সম্পদ। অসমৰ মছজিদ্, কবৰখানা, ঈদ-উদ-জুহা, ঈদ-উল-ফিটৰ আদি ইছলামধৰ্মৰ দান। তাজিয়া নাচ আদি মুছলমান সকলৰ অৱদান।

অসমলৈ শেহতীয়াকৈ অহা খামটি, ফাকিয়াল, তুৰুং, আইতন, শ্যাম, খাময়্যাং, নৰা, চিংফৌ আদি জনগোষ্ঠীসমূহ বৌদ্ধধৰ্মী লোক। বৌদ্ধ বাপুচাং, পয়চাংকেন, বুদ্ধপূৰ্ণিমা আদি উৎসৱ এই সকলৰ অসমীয়া সংস্কৃতিলৈ বিশেষৰ অবদান বুলি ক'ব পাৰি।

পঞ্চদশ শতিকাত অসমত মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱে অসম তথা পূৰ্ব্বাঞ্চলত নৱবৈষ্ণৱ ধৰ্মৰ প্ৰচাৰ কৰি অসমত বৈষ্ণৱ ধৰ্ম-সংস্কৃতিৰ ভেটী বান্ধি থৈ গ'ল। অসমৰ সত্ৰসমূহ, আৰু গাৱেঁ গাৱেঁ থকা নামঘৰসমূহ অসমৰ শংকৰী সংস্কৃতিৰ আধাৰ স্বৰূপ। গায়ন-বায়ন, ভাওনা, খোল, মৃদং, তাল আদি আৰু সত্ৰীয়া গীত নৃত্য মহাপুৰুষজনাৰ অৱদান।

অসমৰ গাৱঁৰ সমাজখনত থকা নামঘৰ আৰু সত্ৰৰ স্থাপত্য-ভাস্কৰ্য্যবোৰ অসমীয়া লোক সংস্কৃতিৰ আপুৰুগীয়া সম্পদ। হেঙুল- হাইতাল লগোৱা ফুলচতি, লাইখোটা, পালিখুটা, মুখা আদি ভাস্কৰ্য্য শিল্পবোৰ অসমৰ লোক-সংস্কৃতিৰ আপুৰুগীয়া সম্পদ।

বৃটিছৰ ৰাজত্ব কালৰ পৰা অসমলৈ অহা চাহশ্ৰমিক সকল, পমুৱা মুছলমানসকল নেপালীসকল আৰু ভাৰতৰ অন্যান্য ৰাজ্যৰ পৰা অহা পাঞ্জাবী, ৰাজস্থানী, বৰাক উপত্যকাৰ বঙালী সম্প্ৰদায় আদি বিভিন্ন সম্প্ৰদায়ৰ লোকসকলে আহি অসমৰ লোকসমাজখনৰ পৰিসৰ বৃদ্ধি কৰিছে। এইবোৰ বিভিন্ন সম্প্ৰদায়ৰ লোকৰ দ্বাৰাই অসমৰ লোক সমাজখন বিচিত্ৰ ৰূপত সজাই তুলিছে। সেয়েহে অসমৰ লোক-সংস্কৃতিও হৈ পৰিছে-চিত্ৰ-বিচিত্ৰ ।◆

৫ম অধ্যায়

# অসমৰ লোক সংস্কৃতিৰ শ্ৰেণী বিভাজন

নৃতাত্ত্বিক পণ্ডিত সকলে অসমৰ লোক সংস্কৃতিক প্ৰধানকৈ দুটা ভাগত বিভক্ত কৰিছে। সেয়া হৈছে- মৌখিক লোক সংস্কৃতি আৰু ব্যৱহাৰিক অথবা আচাৰ অনুষ্ঠান মূলক লোক সংস্কৃতি।

মৌখিক লোক সংস্কৃতিক আকৌ কেইবাটাও ভাগত বিভক্ত কৰিব পাৰি। যেনে- লোক সাহিত্য, যেনে— লোক গীত সাধু কথা কিংবদন্তী, যোজনা গান, প্ৰবচন আদি।

লোক সাহিত্যৰ ভিতৰত আছে লোকবাণী যেনে প্ৰবাদ বা প্ৰবচন, ফকৰা-যোজনা, সাঁথৰ, কৌতুক, লোক গাঁথা বা লোক কাহিনী, যেনে- কিংবদন্তী, উপাখ্যান, আৰু সাধু কথা আদি। লোকগীত বা লোক সঙ্গীত কেইবাবিধৰো আছে। যেনে- ধৰ্মীয় বা আধ্যাত্মিক লোক গীত, অনুষ্ঠানমূলক লোকগীত, কাহিনী গীত বা মালিতা আৰু বিবিধ লোক গীত। ধৰ্মীয় লোক গীতৰ ভিতৰত দেহ বিচাৰৰ গীত, গোসাঁই নাম, আইনা নাম, দুৰ্গা নাম, বিলাপ গীত ইত্যাদি অসংখ্য গীত মাত আছে।

অনুষ্ঠানমূলক গীতবোৰ হৈছে যেনে- আইনাম, বিয়ানাম, মহহো গীত, বিহুগীত, হুচৰী গীত, অপেশ্বৰী সবাহৰ নাম, ভেকুলী বিয়াৰ নাম, লখিমী সবাহৰ গীত ইত্যাদি।

বেলাড বা কাহিনী গীতবোৰক আকৌ কেইবাটাও ভাগত ভাগ কৰিব পাৰি। যেনে— পৌৰাণিক বেলাড, বুৰঞ্জীমূলক মালিতা আৰু কাল্পনিক কাহিনীগীত। পৌৰাণিক বেলাডৰ ভিতৰত আছে পগলা-পাৰ্বতীৰ গীত, শীতলাৰ গীত, ফুল কোৱঁৰৰ গীত, মণি কোঁৱৰৰ গীত, দুবলা শান্তিৰ গীত ইত্যাদি। বুৰঞ্জীমূলক বেলাডৰ ভিতৰত আছে — নাহৰ চেনামুৱাৰ গীত, জয়মতী কুৱঁৰীৰ গীত, পদুম কুৱঁৰীৰ গীত, হৰ দত্ত-বীৰ দত্তৰ গীত, চিকুণ সৰিহয়ৰ গীত, বদন বৰফুকনৰ গীত, মণিৰাম দেৱানৰ গীত, গান্ধী গীত, আজান ফকিৰৰ গীত (জিকিৰ আৰু জাৰি গীত) ইত্যাদি।

কাল্পনিক গীতৰ ভিতৰত আছে— কমলা কুঁৱৰীৰ গীত, কাচন কুঁৱৰীৰ গীত, কন্যা বাৰমাহী গীত, ইত্যাদি।

বিবিধ গীত বুলি কলে আমি খেল-ধেমালিৰ গীত, নাওখেলৰ গীত, ধেমেলীয়া গীত, সাধু কথাৰ গীত, কৃষি গীত, নিচুকনি গীত, ইত্যাদিকে বুজো।

**লোক বিশ্বাস**

লোক বিশ্বাস বুলি কলে আমি লোকবিশ্বাস, লোকাচাৰ, লোকদেৱতা, অপদেৱতা (যেনে-ভূত-প্ৰেত, পিশাচ, ডাইনী, যখিনী ডাওৰীয়া আদি) ইত্যাদিকে বুজোঁ।

**সামাজিক লোক প্ৰথা ঃ ব্যৱহাৰিক আচাৰ অনুষ্ঠান ঃ**

ব্যৱহাৰিক আচাৰ অনুষ্ঠানৰ ক্ষেত্ৰত পৰে— লোক পৰিবেশ্য কলা, লোক উৎসৱ লোকশিল্প, চিকিৎসা বা বেজ-বেজালি (যাদু), তাবিজ, কবচ, ঔষধ আদি। লোক উৎসৱৰ ভিতৰত প্ৰধানকৈ দুবিধ আছে; (ক) ধৰ্মীয় লোক উৎসৱ আৰু (খ) সাধাৰণ লোক উৎসৱ। ধৰ্মীয় লোক উৎসৱৰ ভিতৰত, আইসবাহ, লখিমী সবাহ, গৰখীয়া সবাহ, পূজা-পাৰ্বন, ষাঁঠ বা অম্বুবাচী, ভঠেলি, পাচেতি, শিৱৰাত্ৰি, বৈষ্ণৱ অনুষ্ঠান— ভাওনা, বৰসবাহ, বাথৌ পূজা, সঠপূজা ইত্যাদি পৰে— কৃষিভিত্তিক সাধাৰণ লোক উৎসৱ অনুষ্ঠানঃ জাতীয় উৎসৱ বিহু (কাতি বিহু, মাঘ বিহু আৰু ৰঙালী বিহু) ; সামাজিক লোক অনুষ্ঠান বৰ বিয়া আৰু ভেকুলী বিয়া, তুলনী বিয়া জন্ম আৰু শ্ৰাদ্ধ, মহহো, নাওখেল, আলি আয়ে লৃগাং, ইত্যাদি। লোকক্ৰীড়া ঃ- নাওখেল আৰু অন্যান্য খেল-ধেমালি।

**লোক কলা** ঃ- লোক কলাৰ অন্তৰ্গত— লোক বাদ্য, লোকচিত্ৰ, লোকনাট্য, যেনে-- ওজাপালি, ভাৰৰীয়া, কুশান গান আদি, লোক নৃত্য, বিহু নৃত্য, হাইডাং নৃত্য, ঝুমুৰ নৃত্য, গোমৰাগ নৃত্য, বহুৱা নৃত্য, কলাবুঢ়ী নৃত্য, বাগৰুম্বা নৃত্য, নংক্ৰেম নৃত্য, দেওধ্বনি নৃত্য, দেৱদাসী নৃত্য, ভাওনাৰ নৃত্য, ইত্যাদি।

**লোকস্থাপত্য—ভাস্কৰ্য্য** ঃ- ইয়াৰ ভিতৰত দৌল, দেৱালয়, নামঘৰৰ ফুলচতি, লাই খুটা, আৰিয়াঁ, মুখা, তোৰণ ইত্যাদিবোৰ পৰে। লোকবাদ্য— যেনে- ঢোল, খোল, মৃদং, গগনা, ঢাক, টোকাৰি, কৰতাল, ৰামতাল, পেঁপা, বাঁহী, কালি, ভেৰী, ডবা, কাঁহ, ঘন্টা, লহৰী, সুতুলি আদি।

ব্যৱহাৰিক কলাৰ ভিতৰত বস্ত্ৰ শিল্প, গহনা-গাঠৰি, সা-সৰঞ্জাম যেনে- লোকশিল্প, ৰূপ শিল্প, সোণাৰী শিল্প, মূগা, পাটশিল্প আদি আটাইবোৰ পৰে।

অৱশ্যে ৰিছাৰ্ড এম ডৰছনে লোক সংস্কৃতি বা লোকজীৱনক চাৰিটা প্ৰধান ভাগত ভাগ কৰিছে ঃ-

(ক) মৌখিক সাহিত্য বা মৌখিক লোক বিদ্যা (Oral Literature)

(খ) ভৌতিক সংস্কৃতি (Material culture)

(গ) সামাজিক লোক প্ৰথা বা লোকচাৰ (Social Folk Customs)

(ঘ) লোক পৰিবেশ্য কলা (Folk performing Art form)

ভৌতিক সংস্কৃতিৰ ভিতৰত পৰে- লোক শিল্প, লোক কলা, লোক স্থপতি বিদ্যা, লোক আচৰণ, লোক ৰন্ধন প্ৰণালী ইত্যাদি।◆

৬ষ্ঠ অধ্যায়

# অসমৰ মৌখিক লোক সংস্কৃতি

(Oral Literature)

## লোক সাহিত্য ঃ (ক) অসমীয়া লোকগীত

আদিম কালৰে পৰা অসমৰ লোক সমাজৰ মুখে মুখে লোকগীতবোৰ মুখ বাগৰি আহি আছে। এই লোকগীত বোৰ কোনে কেতিয়া ৰচনা কৰিছিল তাক ঠাৱৰ কৰা টান। তথাপি অৰ্বাচীন কিছুমান লোক গীতত দুই-এটা বুৰঞ্জীমূলক ঘটনাৰ উল্লেখ থকাৰ পৰা তেনে লোকগীতৰ ৰচনা কাল উক্ত ঘটনাৰ আগঁ ধৰি ঠাৱৰ কৰিব পৰা যায়। লোকগীত বোৰত জনসমাজৰ আশা-আকাংক্ষা, সুখ-দুখ, হাঁহি-কান্দোন, হৰ্ষ-বিষাদ, চিন্তা-ভাৱনাৰ প্ৰতিচ্ছবিখন ভাঁহি উঠে। ইয়াৰ মাজত জন সমাজৰ আবেগ-অনুভূতি আৰু হৃদয়ৰ স্পন্দন অনুভৱ কৰা যায়। বিনন্দীয়া প্ৰকৃতিৰ চিত্ৰ-বিচিত্ৰ ৰঙেৰে ৰঞ্জিত হৈ আছে অসম। অসমখন পৰ্ব্বত-ভৈয়াম, নৈ-বিল, জান-জুৰি আৰু সেউজীয়া অৰণ্যৰে ভৰপুৰ। মকুলিমূৰীয়া কৈ পথাৰে-সমাৰে, হাবি-বননিয়ে ওলাই-সোমাই ফুৰা অসমীয়া জন-সমাজৰ লোকৰ মনত চিত্ৰ-বিচিত্ৰ ভাব-অনুভূতিৰ উদ্ৰেক ঘটে। সেয়েহে অসমৰ জন-সমাজৰ মুখত অসংখ্য লোকগীতৰ সৃষ্টি হৈছে। ড° বিৰিঞ্চি কুমাৰ বৰুৱাদেৱে তেখেতৰ 'অসমীয়া ভাষা আৰু সংস্কৃতিৰ' এঠাইত লিখিছে— 'প্ৰকৃতিৰ লগত আত্মীয়তাৰ সংস্পৰ্শত অহাত যুগে যুগে অসমীয়া মানুহৰ মনত বিচিত্ৰ ভাব-অনুভূতিৰ জন্ম হৈছে। সেই বাঙ্ময় প্ৰকাশৰ ফলত অসমীয়া ভাষাত অলেখ অলিখিত লোকগীত-বিহুগীতৰ জন্ম", তেখেতে আকৌ কৈছে— 'লোকগীত লোক সঙ্গীতৰ কোলাতেই আত্মাৰ লোক সাহিত্য উম লৈ শুই আছে। অসমীয়া ভাষাত বিবিধ লোকগীত আৰু লোকসংগীত আছে। এইবোৰ সমগ্ৰ গাৱঁলীয়া সম্প্ৰদায়ৰ আপুৰুগীয়া সাংস্কৃতিক সম্পদ।" সঁচাকৈয়ে প্ৰকৃতিৰ কোলাত ডাঙৰ-দীঘল হোৱা অসমীয়া মানুহৰ সমাজখনত যিমানবোৰ লোকগীত আছে ভাৰতৰ অন্যান্য ভাষাত তাতোতকৈ বহুত কম লোক গীতহে আছে।

অসমৰ লোকগীত বোৰ সুৱদী সুৰীয়া। লোকগীত বোৰৰ ভাষা সৰল-সহজ,

উপমা আৰু অলংকাৰো সৰল। লোকগীতৰ ভাষাত যুক্তাক্ষৰৰ প্ৰয়োগ অতি কমহে দেখা যায়।

অসমীয়া লোকগীত সমূহক কেইবাটাও ভাগত ভগাব পাখি। সেয়া হৈছে ধৰ্ম্মীয় বা আধ্যাত্মিক লোকগীত, অনুষ্ঠানমূলক গীত, কৃষি উৎসৱৰ গীত, কাহিনী গীত (Ballad) আৰু বিবিধ গীত।

(ক) **ধৰ্ম্মীয় বা আধ্যাত্মিক লোকগীতঃ** আধ্যাত্মিক লোক গীতবোৰ হৈছে যেনে ঃ— সদাশিৱৰ গীত, লখিমী-সবাহৰ গীত, পগলা-পাৰ্ব্বতীৰ গীত, অপেশ্বৰী সবাহৰ গীত, আইনাম, দেহ বিচাৰৰ গীত, টোকাৰী গীত, বৃন্দাবনী গীত বা গোসাঁই নাম, দুৰ্গা গোঁসানীৰ নাম, বাৰমাহী আৰু বিলাপ গীত, কেৱল ঘোষাৰ গীত, জিকিৰ আৰু জাৰি ইত্যাদি।

পুৰণি অসমত ধৰ্ম্মীয় বিভিন্ন পন্থা আছিল আৰু বিভিন্ন দেৱ-দেৱীক পূজাঁ-উপাসনা কৰা হৈছিল। এইসকল দেৱ-দেৱীক পুঁজা উপাসনা কৰোতে বিভিন্ন গীত গোৱা হৈছিল।

(১) **সদাশিৱৰ গীত ঃ** অসমত শৈৱ ধৰ্ম্মৰ পৰম্পৰা অতীৱ প্ৰাচীন। অসমলৈ আৰ্য্য ধৰ্ম সভ্যতাৰ সোঁত বোৱাৰ আগতেই প্ৰাচীন অসমত শিৱদেৱতাৰ পুজাঁ চলিছিল। শিৱ আছিল জনজাতীয় দেৱতা। তেওঁ স্বভাৱত আছিল বমভোলা। সেয়েহে কোৱা হয় বম ভোলানাথ। তেওঁৰ গাত আছিল ছাই-ভস্ম আৰু চুলি আছিল জটাধাৰী। লোক দেৱতা শিৱক 'মহাদেউ' আৰু 'হৰ' বুলিও কোৱা হৈছিল। সদাশিৱৰ বিষয়ে সদাশিৱৰ গীতত উল্লেখ আছে।

'ভাংখাই ডুলি ডুলি, নিতৌ তিনি ডুলি
ছপুৰা ধতুৰাৰ গুটি
ভাওৰে জাঁলতে নলয় ঘৰে- বাৰী
থাকে বৰষুণত তিতি।

সেইদৰেই —

"অ হেৰ মহাদেউ
ভাংখাই পগলা
হলা হেৰা মহাদেউ
ভাং খাই পগলা হলা।'

জঁটীয়া শিৱক কৃষক অথবা এজন দুখীয়াশ্ৰেণীৰ কৃষক হিচাবেও চিত্ৰিত কৰা হৈছে।

(২) **লখিমী সবাহৰ গীত ঃ-** হিন্দুধৰ্মৰ এগৰাকী দেৱী হল লক্ষ্মী দেৱী।

অসমৰ জন সমাজত লক্ষ্মীদেৱীক ধন-সম্পতিৰ অধিষ্ঠাত্ৰী দেৱী হিচাবে পূজা কৰা হয়। অসমৰ জন সমাজে কাতি মাহৰ লক্ষ্মী পূৰ্ণিমাত লক্ষ্মী পূজাঁ পালন কৰে যদিও উজনি অসমৰ গাওঁবোৰত কাতি-আঘোন মাহ জুৰি লখিমী সবাহ পাতে। অৱশ্যে উজনিৰ উত্তৰ পাৰৰ ধেমাজি-ঘিলামৰা, ঢকুৱাখনা অঞ্চলত লখিমী সবাহক পানী তোলা সবাহ বুলিও কয়। এই লখিমী সবাহ বা পানী তোলা সবাহত নৈৰ পৰা পানী তুলি আনে। এখন কলপটুৱাৰ দোলা বনাই দুজন লোকে দুয়ো মূৰে ধৰি দোলাখন দাঙি নিয়ে। গঞা ৰাইজে ঢোল-তাল লৈ আটাইতকৈ আগত ঢুলীয়া দল যায়। তাৰ পাছতেই মৃদং-খোল-তাল লৈ গায়নীয়াদল যায়। তাৰ পাছত দোলনী কলচী লৈ চাকি বন্তি জ্বলাই নামতী আয়তীসকল যায়। যোৱা পথছোৱাত দুয়োফালে এৰাঁ সূতা এডাল আঁৰি গৈ থাকে। নামতী আয়তী সকলে লখিমী আদৰা গীত গাই নদীৰ পৰা জাকৈৰে বোকা চুচি আনি দোলাত ভৰাই লৈ আনে। ইয়াকে লখিমী অনা বুলি বিশ্বাস কৰে। সবাহত মাহ প্ৰসাদেৰে শৰাই সজাই নামঘৰত কীৰ্ত্তন, নাম- প্ৰসঙ্গ কৰি থাকে। নাম শেষ হ'লে গায়ন গায়।

সবাহ ভাঙিলে প্ৰসাদ বিতৰণ কৰাৰ লগে লগে দোলাৰ বোকা অলপ অলপ প্ৰতিজনেই বাঁহৰ চোঙাত ভৰাই লৈ গৈ ভঁৰাল ঘৰত গুঁজি থয়। লখিমী সবাহত গোৱা গীতবোৰ হ'ল এনে ধৰণৰ-

'লক্ষ্মী আই জীয়ৰী মৰাণৰ জীয়ৰী
খোড়া হুচুঙৰে জীএ।
দলৰ কানেমাৰি বজালৰ লাখুটি
আহাঁ ভৈয়ামলৈ নামি এ।"

পানী তোলোতে গায়-

' জাকৈ ঘনে কৰি বাবা ঐ দেওধাই
খালৈ ঘনে কৰি বাব এ।
খেপিয়াই খেপিয়াই লাহেকৈ ধৰিবা
লক্ষ্মী আইক হাততে পাবা এ।।"

**(৩) অপেশ্বৰী সবাহৰ নাম ঃ** অপেশ্বৰী আৰু অপশ্বৰা হ'ল অসমৰ জনসমাজৰ লোক বিশ্বাসৰ দেৱ-দেৱী। অপেশ্বৰী- অপেশ্বৰা স্বৰ্গত থাকে। চকুৰে নেদেখি যদিও তেওঁলোক কেতিয়াবা পৃথিৱীলৈ নামি আহে। তেতিয়াই কেতিয়াবা এই দেৱ-দেৱীয়ে ৰুষ্ট হৈ কাৰোবাক দোষ ধৰে। বিশেষকৈ দোষ ধৰাৰ ফলত মহিলা সকলৰ গাত কিছুমান অসুখ-বিসুখ হয়। তেতিয়াই অপশ্বেৰী সবাহৰ বাবে

টোপোলা বান্ধে অপেশ্বৰী সবাহ কৰিবলৈ। অপেশ্বৰীৰ ঘাটি লাগিছে বুলি কোনো এটা দেওবাৰে অপেশ্বৰী সবাহ পাতে। কেইগৰাকীমান বয়স্কা মহিলাক মাতি আনি ঘৰৰ চোতালত কল আৰু পিঠা গুৰিৰে অপেশ্বৰী সবাহ পাতে। এই সবাহ দেওবাৰে পাতে বাবে কোনো কোনোৱে ইয়াক দেওবৰীয়া সবাহো বোলে। এই অপেশ্বৰী সবাহত আয়তী সকলে গোৱা নাম-গুণকে অপেশ্বৰী সবাহৰ নাম বোলে। গোপিনী সকলে গায়-

"ৰূপৰে জখলা সোণৰে মেখেলা
আহে অপেশ্বৰী আই।
দুপৰ বেলা মেল কৰে
ছায়াত পৰে ভৰি।
কাতৰ কৰি মাতো
আই অপেশ্বৰী।।"

(৪) **আই নাম**ঃ- অসমৰ জন সমাজত শাক্ত পূজা বা দেৱী পূঁজা প্ৰাচীন কালৰে পৰা চলি আহিছে। দেৱীক দুৰ্গা গোঁসানী বুলি কলেও জনসমাজৰ লোক সকলে দেৱীক 'আই' বুলিহে পূজা কৰি আহিছে। দেৱী হ'ল আদ্যা শক্তি জননী। জন্মদাত্ৰী হিচাবে দেৱীক 'আই' বুলিহে পূজা-অৰ্চনা কৰে। 'আই' হল মাতৃ, ধৰিত্ৰী, জগদ্ধাত্ৰী আৰু মঙ্গলময়ী-কৰুণাময়ী। মানুহৰ গাত হোৱা বসন্তক 'বৰ আই', মাজুবিধ বসন্তক 'মাজু আই' আৰু সৰুবিধ বসন্তক 'সৰু আই' বুলি মানি আইসবাহ পাতে। আই সবাহত ভোগ-পায়স, আসৈ, কল-পিঠা, ফল, মাহ-প্ৰসাদ আদি প্ৰসাদ হিচাবে আগবঢ়ায়। তিনি গৰাকী বা পাঁচ গৰাকী বয়স্কা মহিলাই গোপিনী হিচাবে বহি ধুপ-ধুনা জ্বলাই, চাকিঁ বন্তি দি আইসবাহ পাতে। বসন্ত ৰোগ হলে আইৰ ঘাটি লাগিছে বুলি ধাৰণা কৰে। 'সৰু আই', 'মাজু আই' আৰু 'বৰ আই'ৰ উপৰিও আইৰ সাতভনী আছে বুলিও আইনামত উল্লেখ পোৱা যায়। দেৱী বা আইক 'মহামায়া' বুলিও কোৱা হয়। আইৰ নভনী আৰু বাৰ ভনী আছে বুলিও আই নামত পোৱা যায়। আই সবাহত গোৱা নামবোৰ স্তুতি বা বন্দনামূলক। আই নাম বোৰত আসন পতা আই নাম, আইক আসনত বহুৱা নাম, আইলৈ মাননী আগবঢ়োৱা নাম আৰু শেষত আসন তোলা নাম গোৱা হয়। আই নামৰ শব্দচয়ন, ভাষা আৰু সুৰ বা লয় বৰ কোমল। উপমা, অলংকাৰ আদিও বৰ মনোমোহা। আইনাম বোৰৰ কাব্যিক সৌন্দৰ্য্য মন কৰিবলগীয়া। যেনে ঃ

" উজায়ে আহিলে, আইৰে সাতভনী,

সাতালি পৰ্ব্বত জুৰি
তৃণ-তৰু-লতা, সবে মাথা দোঁৱাই,
আই আহিব
শুনি।"

আই নামবোৰত পিছলা নৈৰ নামো উল্লেখ পোৱা যায়।

যেনে ঃ- "পিছলাৰ ঘাটতে,
আয়ে পানী তোলে,
তামৰে কলচী লৈ।"

(৫) **দেহ বিচাৰৰ গীত ঃ-** অসমৰ লোক সমাজত ধৰ্ম্মীয় বিশ্বাস অনুসৰি বিশ্ব ব্ৰহ্মাণ্ডক ক্ষুদ্ৰ ব্ৰহ্মাণ্ডতে বিচাৰি পোৱাৰ তত্ত্ব আছে। ভক্তি ধৰ্মমতে দেহৰ ভিতৰত থকা জীৱাত্মাই পৰমাত্মাৰ সতে মিলি যাব পাৰিলেই মুক্তি পাব পাৰি বুলি বিশ্বাস আছে। ভক্তি ধৰ্ম আৰু ভাগৱৎ ধৰ্মত দেহৰ প্ৰতিটো ইন্দ্ৰিয় আৰু অঙ্গত একোজনকৈ দেৱতা আছে বুলি বিশ্বাস আছে। দেহৰ ক্ষণভঙ্গুৰতা, আত্মাৰ অবিনশ্বৰতা, ভক্ত প্ৰাণ লোকসমাজে মানি লয়। দেহৰ ভিতৰত থকা লোভ, মোহ, কাম, ক্ৰোধ আদি ষড় ৰিপুক দমন কৰি মায়ামোহ ছেদ কৰিব পাৰিলেহে মানুহৰ জীৱনৰ মুক্তি আহে বুলি ভক্তপ্ৰাণ লোকসমাজে বিশ্বাস কৰে। দেহ বিচাৰৰ গীতবোৰ সুন্দৰ আৰু প্ৰতীকধৰ্ম্মী। উপমা-অলংকাৰেৰে ৰূপকৰ যোগেদি দেহাত্মা আৰু পৰমাত্মাৰ সম্পৰ্কে এই গীতবোৰত বহুতো কথা কোৱা হৈছে। জীৱনমুক্তি সম্পৰ্কেও কোৱা হৈছে। দেহ বিচাৰৰ গীত এফাঁকিত উল্লেখ আছে যেনেঃ-

"হাবিত বন্দী হ'ল হাবিৰে হৰিণা
লালীত বন্দী হল মাখি;
কামিনীৰ লগতে পুৰুষ বন্দী হল
ধুৰত বন্দী হল হাতী।"

আকৌ সেইদৰে—

" কেলেইনো ফুলিলি ৰূপহী মদাৰ ঐ
কেলেই পেলালি কলি;
গুৰুতো নেলাগে ভকততো নেলাগে
আছ তলেভৰি সৰি।"

দেহবিচাৰৰ গীতবোৰত দাৰ্শনিক ভাব নিহিত হৈ থাকে। গীতবোৰ ভাব গধুৰ আৰু বৰ তত্ত্ব গধুৰ। প্ৰতীক আৰু উপমাবোৰে গীতবোৰক ৰহস্যঘন কৰি

তুলিছে। দেহবিচাৰৰ গীতবোৰত নাও, দুৱাৰ, চাকি, ঘৰ, বৃক্ষ আদিক প্ৰতীক হিচাপে ব্যৱহাৰ কৰা দেখা যায়।

**(৬) টোকাৰী গীত ঃ-** দেহবিচাৰৰ লগত টোকাৰী গীতৰ প্ৰায় মিল দেখা যায়। টোকাৰী গীতবোৰতো ইহ জীৱনৰ ক্ষণভঙ্গুৰতা আৰু পৰ জীৱনৰ প্ৰতি অনুৰাগ দেখা যায়। টোকাৰী গীতবোৰ টোকাৰী আৰু লহৰী লৈ গোৱা হয়। জু-টোকাৰী আৰু ডম্বৰু আদি বাদ্যহেনো আদিতে মহাদেউ বা শিৱই ব্যৱহাৰ কৰিছিল বুলি অসমৰ লোক সমাজত বিশ্বাস আছে। এই টোকাৰী গীতবোৰত প্ৰাচীন শৈৱ ধৰ্মৰ প্ৰভাৱ পৰা যেন লাগে। টোকাৰী গীততো চৌব্বিশ তত্ত্ব, দেহতত্ত্ব আদিৰ ভাব প্ৰকট হৈ পৰিছে। গীতবোৰত জঁটীয়া শিৱ আৰু আই পাৰ্ব্বতীৰ উল্লেখ পোৱা যায়।

যেনে ঃ— 'যেতিয়া বিৰিখে দুটি পাত মেলিলে
তললৈ মেলিলে শিপা;
সেই গছজুপি খোজে মহাদেৱে
টোকাৰী সাজুগৈ দিয়া।"

তত্ত্বমূলক টোকাৰী গীত যেনে ঃ—

" দুখৰে উপৰি দুখ মোৰ গুৰু ঐ
দুখৰে উপৰি দুখ;
কুকুৰে কামোৰে ছৱালে দলিয়াই
ক'তো নিমিলিলে সুখ।"

টোকাৰী গীতৰ পৰা জনা যায় যে আদিতে টোকাৰী মহাদেৱেই সাজিছিল। টোকাৰী গীত যোগতত্ত্ব আৰু গীতাশাস্ত্ৰৰ বাণীৰ কথাও উল্লেখ পোৱা যায়।

**(৭) বৃন্দাবনী গীত বা গোসাঁই নাম ঃ-** হিন্দু ধৰ্মত 'কৃষ্ণস্তু ভগৱান স্বয়ং' বুলি গণ্য কৰা হয়। শ্ৰীকৃষ্ণৰ বিভিন্ন কাৰ্য্যাৱলীক ভগৱন্তৰ লীলা-মালা বুলি গণ্য কৰা হয়। গোসাঁই নামবোৰৰ উপজীৱ্য বিষয় বস্তু হৈছে শ্ৰীকৃষ্ণৰ জন্ম বৃত্তান্ত, শিশু কৃষ্ণৰ খেলা-ধুলা আৰু যুৱক কৃষ্ণ বৃন্দাবনত ৰাধা আৰু অন্যান্য গোপী সকলৰ সৈতে কৰা লীল মালাই প্ৰধান।

শ্ৰীকৃষ্ণৰ জন্মষ্টমী তিথিত শ্ৰীকৃষ্ণৰ নাম বা গোসাঁই নাম গোৱা হয়। জন্মাষ্টমীৰ তিথিত গোৱা গোসাঁই নাম হল এনে ধৰণৰ ঃ—

" আজি ৰাতি শিলা বৰষিলে এ
নুশুনি প্ৰজাৰ মাত;
পালি পহৰীয়া সবে নিদ্ৰাগলে

উপজিলে জগন্নাথ।"

শ্ৰীকৃষ্ণৰ লীলা বিষয়ক গীত যেনে ঃ-

অ হৰি সৰোবৰ মাজে, গজেন্দ্ৰ তৰিছে
গ্ৰাহে আছে তাঙ্ক ধৰি;
সকল হস্তিনী জলতে নামিয়া
আছে জল ক্ৰীড়া কৰি।

ইয়াৰ উপৰিও বৃন্দাবনত কৃষ্ণ গোসাঁয়ে গোপ বালক সকলৰ সৈতে খেল-ধেমালি কৰা, লৱণু চুৰ কৰি খোৱা, শিশু কৃষ্ণৰ ছল-চাতুৰী আদিৰ কথাও গোঁসাই নামত বৰ্ণিত হৈছে। গীত বোৰত আধ্যাত্মিক ৰস আৰু শৃঙ্গাৰ ৰসৰো সমাবেশ ঘটিছে।

**(৮) কেৱল ঘোষাৰ গীত বা কেৱলীয়া গীত ঃ-** উজনি অসমৰ আহোম, মিচিং, কছাৰী, চুতীয়া আদি সম্প্ৰদায়ৰ মাজত কেৱল ধৰ্মৰ পৰম্পৰা চলি আহিছে। এই ধৰ্মক ৰাতিখোৱা সম্প্ৰদায় বুলিও কোৱা হয়। তান্ত্ৰিক বৌদ্ধ ধৰ্মৰ তন্ত্ৰযান, ব্ৰজ যান আৰু শাক্ত- শৈৱ, বৈষ্ণৱ ধৰ্মৰ সান মিহলি হৈ অসমত কেৱল ধৰ্ম সম্প্ৰদায়ৰ সৃষ্টি হৈছে। এই ধৰ্ম বিশ্বাসৰ সতে ধৰ্মৰ মূৰ মৰা সাধুজনক পূৰ্ণকৃষ্ণ ভগৱন্ত বুলি কোৱা হয়। ভকত-ভকতনী সকলে সাঁজ পানী আৰু সিদ্ধ কুকুৰাৰ মাংস আদিলৈ ৰাতি সকাম পাতে। ৰাতি গুপুতে এই ধৰ্ম অনুষ্ঠান পালন কৰাৰ বাবে আন আন লোকে এই সম্প্ৰদায়ক ৰাতি খোৱা সম্প্ৰদায় বোলে। এই কেৱলীয়া গীতবোৰ তাৎপৰ্য্য পূৰ্ণ আৰু ৰহস্যপূৰ্ণ। এই গীতবোৰত দেহতত্ত্বৰ বিচাৰ আছে। আত্মাৰ বিচাৰ, জীৱ আৰু দেহৰ সম্বন্ধৰ বিচাৰৰ তাৎপৰ্য্য লুকাই আছে। কেৱলীয়া গীতবোৰ কেৱলীয়া সকলৰ সকামৰ বিভিন্ন মুহূৰ্তত ৰজিতা খোৱাই গোৱা হয়। গীতবোৰ সুৱদী সুৰীয়া। কেৱলীয়া গীতৰ সুৰৰ সুকীয়া বৈশিষ্ট্য আছে। গীতবোৰত দেহতত্ত্বৰ বিচাৰ; আধ্যাত্মিক তত্ত্বৰ বিচাৰ, গুপুত ভকতিৰ ৰহস্য আদি প্ৰকাশ পাইছে। কিছুমান গীতৰ শেষত ভণিতা পেলাওঁতে কাল সংহতিৰ ভালেকেইজন সত্ৰৰ গোসাঁইৰ নামৰ উল্লেখ পোৱা যায়। তাৰ পৰাই এই কথা স্পষ্ট হৈ পৰিছে যে সেইবোৰ গীত সেইসকল গোসাঁইয়ে ৰচনা কৰা। এই সকল গুৰুৰ ভিতৰত যদুমণিদেউ, ৰামদেউ, শ্ৰীৰামদেউ, সুনন্দদেউ, শুকদেউ আদিৰ নাম কেৱল গীতৰ ভণিতাত উল্লেখ আছে।

কেৱল ঘোষাৰ গীতবোৰৰ ভিতৰত বিভিন্ন বিভাগ আছে আৰু সেইগীতবোৰ সকামৰ বিভিন্ন মুহূৰ্তত গোৱা হয়। তাৰ ভিতৰত কেইটিমান উল্লেখ কৰা হ'ল, যেনে- চাকি লগোৱা নাম, ঢৰা পৰা নাম, কৰণিপতা নাম, জোৰ-খৰি লগোৱা

নাম, থাল চৰু পতা নাম, চৰাই ধৰা নাম, মাংস কুটা নাম, থাল সোধোৱা নাম, কৰণি বিচাৰ, গোৱা-দালি তুলি নিয়া নাম, অন্ন সোধোৱা নাম, আসন তুলি নিয়া নাম, সাধুক ৰস দিয়া নাম, বন্ধু আৰু আই সকলক ৰস দিয়া নাম, আলহীক ৰস দিয়া নাম, সাধুক তুতি কৰা নাম, গুৱা কটা নাম, বন্ধু ৱালী বা খেলনী নাম ইত্যাদি।

এই পন্থাৰ ভকত-ভকতনী সকলে প্ৰথমে পঞ্চ নামত বা পঞ্চসেৱাত সোমায়। তাৰ পাছত ক্ৰমে দুই নাম বা দুই সেৱা আৰু তাৰ পাছত মূৰ মৰা বা সাধু হয়গৈ। ভকত সকলে কামভাব বা মায়া ছেদ কৰিলেহে কেৱলীয়া ভকত হব পাৰে। এই পন্থৰ লোক সকলে পূৰ্ণ সেৱা বা বৰ সেৱা অনুষ্ঠান পাতে। এই অনুষ্ঠানত সাজঁপানী আৰু সিজোৱা মাংসৰ তৰকাৰি লৈ উলঙ্গ হৈ ভকত-ভকতনী সকলে বিহাৰ আনে। বিহাৰৰো নাম আছে। যেনেঃ- কৰণি বিহাৰ, বৰ বিহাৰ আদি উলিয়াই নাচে, লগত সাজঁ পানী থাকে।

গোপালদেৱৰ শিষ্য শ্ৰীৰামদেৱ, হেঙুলীয়া যদুমনিদেৱ, ৰামদেৱ আৰু সুনন্দদেৱে কেৱল ঘোষাৰ ভালেমান গীত লিখিছে। গীতৰ শেষৰ ভণীতাত এইসকল গুৰুৰ নাম পোৱা যায়। সাঁজপানীক দেৱৰ ৰস বুলি কোৱা হয়। কেৱল ঘোষাৰ গীতত উল্লেখ আছে-

"ৰসে লৈ ভকতি কৰো ঐ বন্ধুদেউ
ৰসে লৈ ভকতি কৰো।"

(৯) জিকিৰ আৰু জাৰি গীত ঃ অসমৰ মুছলমান সম্প্ৰদায়ৰ মাজত দেহ বিচাৰৰ গীতৰ দৰেই এক শ্ৰেণীৰ ভকতীয়া গীত প্ৰাচীন কালৰে পৰাই চলি আহিছে। এই গীতবোৰৰ কিছুমানক জিকিৰ গীত বোলে আৰু আন কিছুমানক জাৰি গীত বোলে। 'জিকিৰ' শব্দটো আৰবী 'জিকুৰ' শব্দৰ পৰা আহিছে। জিকুৰ শব্দৰ অৰ্থ হৈছে আল্লাৰ নাম লোৱা বা স্মৰণ কৰা। জিকিৰ গীতবোৰ আধ্যাত্মিক ভাবনাৰে সমৃদ্ধ। জিকিৰ গীতৰ দাৰ্শনিক তত্ত্বও অতি গভীৰ। জাৰি গীতবোৰ মহৰম উৎসৱত গোৱা এবিধ কৰুণ গীত।

জিকিৰ গীত বোৰ আজান ফকিৰ নামৰ এজন মুছলমান ধৰ্মৰ গুৰুৱে ৰচনা কৰিছিল। আহোম ৰজা স্বৰ্গদেউ প্ৰতাপ সিংহৰ দিনত এগৰাকী পীৰ বা মুছলমানৰ ধৰ্ম গুৰুৱে অসমত ইছলাম ধৰ্ম প্ৰচাৰ কৰিছিল। তেৱেঁই এইবোৰ ভকতীয়া গীত ৰচনা কৰিছিল। মহাপুৰুষ শংকৰদেৱে প্ৰচাৰ কৰা নৱ বৈষ্ণৱ ধৰ্মৰ গীত-মাতৰ আৰ্হিৰে অসমীয়া ভাষাত জিকিৰ গীতবোৰ ৰচনা কৰা হৈছে। আজান ফকিৰৰ আচল নাম আছিল শ্বাহ মিলন। শুনা যায় যে আহোম চোৰাংচোৱাৰ মিছা টুটকীয়া কথা মতে আহোম ৰজাই এইজনা ফকিৰক চকু কাঢ়ি দিখৌত

উটাই দিছিল। পাছত মন্ত্ৰী-বিষয়াৰ পৰামৰ্শ ক্ৰমে ৰজাৰ ভুল ধাৰণা ভাগিল আৰু ৰজাই এইজনা সন্ত পীৰক দিখৌ নদী আৰু ব্ৰহ্মপুত্ৰ নদীৰ সঙ্গম স্থলত থকা সৰাগুৰি চাপৰিত মঠ সজাই দি ভকত বৃন্দৰে সৈতে স্থাপন কৰে। এইজনা পীৰ শ্বাহ মিলানে পোন প্ৰথমে অসমত মছজিদত আজান দিছিল। গতিকে তেওঁ অসমত মছজিদ সাজি লৈ পোন প্ৰথমে আজান য়াবাবে আজান ফকিৰ নামেৰে জনাজাত হৈ পৰে। জিকিৰ গীতত উল্লেখ আছে ঃ—

"দহ শ দুকুৰি নবীচন হিজিৰি,
আকৌ পাঁচ বছৰ যায়,
শ্বাহমিলনে,
এই জিকিৰ কৰিলে,
কোৰাণ কিতাপত পাই।

দিখৌ নৈৰ আগাৰি,
সোৰাগুৰি চাপৰি,
ৰজাই সজাই দিলে ঘৰ;
চকুৰি ভকতে,
লয় আল্লাৰ নাম,
মাদুৰি বনৰে কঠ।"

## (খ) কাহিনী গীত বা মালিতা (Ballad) ঃ

অসমীয়া লোক সাহিত্যৰ এটি আপুৰুগীয়া অঙ্গ হ'ল কাহিনী গীত বা মালিতা। ইংৰাজী ভাষাত এনে কাহিনীমূলক লোক গীত বোৰক "বেলাড" (Ballad)বোলে। ইংৰাজী 'Ballad' (বেলাড) শব্দটো লেটিন ভাষাৰ 'বেলাৰে' (Ballare) শব্দৰ পৰা উৎপত্তি হৈছে। Ballare শব্দৰ অৰ্থ হৈছে নৃত্য। অৰ্থাৎ নৃত্যৰ সৈতে সঙ্গতি ৰাখি গোৱা গীত বোৰকে বেলাড বা কাহিনী গীত বোলে। অসমীয়া ভাষাত এনে কাহিনী গীত বোৰক 'মালিতা' বোলে। দৰং জিলাৰ জন সমাজত মানুহে মুখে মুখে এবিধ দীঘলীয়া কাহিনী গীত গায়। সেইবোৰ লোক কাব্য বা কাহিনী গীতক 'দলি পুৰাণ' বোলে। পুৰুষৰ নামত আৰু তিৰোতাৰ নামত 'দলি পুৰাণ'ৰ গীত-পদ বোৰ অভিনয়ৰ জৰিয়তে গোৱা হয়।

কাহিনী গীত বা মালিতাৰ সম্পৰ্কে বিভিন্ন পণ্ডিতে বিভিন্ন ধৰণেৰে সংজ্ঞা দিছে। অক্সফৰ্ড ডিক্চনাৰী'ত বেলাডৰ সংজ্ঞা দিছে এইদৰে "a simple spir-

ited poem in short stanzas, narrating some popular story" আকৌ কৈছে- " a song that tells a story or to take the other point of view. -- a story told in song . More formally it may be defined as a short narrative poem adopted for singing, simple in plot and metrical structure divided into stanzas, and characterised by complete impersolality as far as the author or singer is concerned. This last trait is of the very first importance in determining the quality or qualities which give the ballad its peculiar place in literature." অৰ্থাৎ বেলাড হৈছে এবিধ গীত, যিবোৰত একোটা কাহিনী কোৱা হয়। আনফালৰ পৰা চালে ই এটি কাহিনী যাক গীতেৰে কোৱা হয়। ৰূপগত ভাবে ইয়াক আৰু ভালকৈ সংজ্ঞা দিব পাৰি যে ই এবিধ বৰ্ণনাত্মক কবিতা। ই ছন্দত ৰচিত কবিতা যদিও এটি ঘটনা থাকে যাক কিছুমান স্তৱকত ভগোৱা হয়। ইয়াত লিখক আৰু গায়কজন যিমানদূৰ সম্ভৱ নৈব্যক্তিক হিচাবে থাকে। শেষত ক'ব পাৰি যে ইয়াৰ বিশেষ গুণ বা গুণাৱলীয়ে সাহিত্যত এক বিশেষ বৈশিষ্ট্য দান কৰিছে।

কাহিনী গীত বা মালিতাবোৰ পৃথিবীৰ বিভিন্ন ভাষা- সাহিত্যত প্ৰচলিত হৈ আহিছে। এই মালিতাবোৰক প্ৰধানকৈ দুটা ভাগত ভাগ কৰিব পাৰি; এবিধ হ'ল মৌখিক মালিতা আৰু আনবিধ হল আধুনিক কৃত্ৰিম সাহিত্যিক মালিতা। আমেৰিকাৰ বিপ্লৱ আৰু ফৰাছী বিপ্লৱৰ পাছত মানুহে প্ৰাচীন জাতীয় বীৰত্বব্যঞ্জক কাহিনী বোৰক লৈ কৃত্ৰিম সাহিত্যিক মালিতাৰ ৰচনা কৰিবলৈ ধৰে। পুৰণি মালিতাৰ দৰে কৃত্ৰিম সাহিত্যিক মালিতাত ৰচনা কৰিবলৈ ধৰে কবিসকলে। উদাহৰণ স্বৰূপে কব পাৰি যে ইংৰাজী সাহিত্যত কলেৰিজে ৰচনা কৰে "দ্য এনচিয়েন্ট মেৰিনাৰ"। কবি কীট্‌চে ৰচনা কৰে 'লা বেলে ডেম চান্স মাৰ্চি'। এইবোৰ পৃথিবীবিখ্যাত বেলাড বুলি কব পাৰি। আমাৰ অসমীয়া সাহিত্যতো বেজবৰুৱাই 'ধনবৰ আৰু ৰতনী' চন্দ্ৰ কুমাৰ আগৰৱলাই 'তেজীমলা' আৰু 'জল কুৱঁৰী' আৰু আনন্দ চন্দ্ৰ আগৰৱালাই 'পানেচৈ' আদি মালিতা ৰচনা কৰি থৈ গৈছে।

মৌখিক অসমীয়া কাহিনী গীত বা মালিতা সমূহক প্ৰধানকৈ তিনিটা ভাগত ভাগ কৰিব পাৰি। যেনেঃ- (ক) বুৰঞ্জী মূলক মালিতা (খ) কিংবদন্তিমূলক মালিতা আৰু (গ) কাল্পনিক মালিতা।

**(ক) বুৰঞ্জী মূলক মালিতা ঃ-** অসমীয়া মৌখিক সাহিত্যত অসম বুৰঞ্জীৰ কিছুমান

ঘটনাক লৈ বুৰঞ্জীমূলক মালিতাবোৰৰ সৃষ্টি হৈছে। জন মানসত ৰেখাপাত কৰিব পৰা বুৰঞ্জীমূলক মালিতাবোৰ হৈছে (১) বদন বৰফুকনৰ গীত (২) জয়মতী কুঁৱৰীৰ গীত (৩) নাহৰ চেনামুৱাৰ গীত (৪) বাখৰ বৰাৰ গীত (৫) চিকুণ সৰিয়হৰ গীত (৬) হৰদত্ত বীৰদত্তৰ গীত (৭) পদুম কুৱঁৰীৰ গীত (৮) মণিৰাম দেৱানৰ গীত (৯) গান্ধীগীত ইত্যাদি।

বুৰঞ্জীমূলক কাহিনী গীতবোৰত বুৰঞ্জীৰ লোমহৰ্ষক ঘটনা, বীৰ-বীৰঙ্গনাৰ চৰিত্ৰ আৰু তেওঁবিলাকৰ কাৰ্য্য-কলাপ আৰু সৰ্ব্বসাধাৰণে আৰোপ কৰা জনবিশ্বাস আদিৰ সুন্দৰ আভাস পোৱা যায়।

**(১) বদন বৰফুকনৰ গীত** ঃ- অসম বুৰঞ্জীত ১৭৩৭ শকৰ পৰা ১৭৪৬ শকলৈ এই কালছোৱা অসম আৰু অসমীয়াৰ বাবে আছিল অতি দুৰ্য্যোগপূৰ্ণ সময়। চন্দ্ৰকান্ত সিংহৰ ৰাজত্ব কালত বদন বৰফুকন আৰু পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ অৰিয়া-অৰিৰ ফলত শেষত বদন বৰফুকনে ব্ৰহ্মদেশৰ পৰা অসমলৈ মান বিলাকক মাতি আনেগৈ। মানে উপৰোক্ত সময়ছোৱাত অসমত আক্ৰমণ চলাই অসমীয়া মানুহৰ ওপৰত অমানৱীয় অত্যাচাৰ চলায়। ফলত অসমীয়া মানুহবোৰে হাবিয়ে বননিয়ে সোমাই নিজৰ প্ৰাণ ৰক্ষা কৰিব লগা হৈছিল। সেয়েহে অসমৰ লোক সমাজে মান অনা বদন বৰফুকনকেই জগৰীয়া কৰি নানান গালি-শপনি আৰু শাও দিয়ে। সেই কথাবোৰ বৰফুকনৰ গীতত উল্লেখ পোৱা যায়। যেনে—

" কিয়নো আনিলি মান ঐ বদন তই
কিয়নো আনিলি মান
সোণৰে অসমত ফেটীগোম মেলিলি
কটালি অসমৰ কাণ।"

**(২) জয়মতী কুঁৱৰীৰ গীত** ঃ— স্বৰ্গদেউ গদাধৰ সিংহৰ পত্নী জয়মতী কুৱঁৰী আছিল- এগৰাকী মহাসতী। ল'ৰা ৰজা বা চুলিকফাই আন আন কোঁৱৰ সকলৰ লগতে গদাপাণি কোঁৱৰকো অঙ্গক্ষত কৰিবলৈ বিচাৰি আহোতে পতিব্ৰতা জয়মতী কুঁৱৰীয়ে স্বামী গদাধৰ সিংহক নগা পাহাৰৰ ফালে পলোৱাই পঠিয়ায়। স্বামীৰ বাতৰি উলিয়াবৰ বাবে ৰজাই চউদাঙৰ হতোৱাই জয়মতীক জেৰেঙা পথাৰলৈ নি এজোপা কুটকুৰা গছত বান্ধি অমানুষিক অত্যাচাৰ কৰে। চৈধ্য দিন শাস্তি দিয়াৰ পাছত এই শাস্তিৰ ফলতে জয়মতীয়ে প্ৰাণ এৰিলে। তথাপি তেওঁ স্বামী গদাপাণিৰ বাতৰি নিদিলে। জয়মতীক কৰা এই অত্যাচাৰৰ কাহিনীয়ে অসমৰ জন সমাজৰ হৃদয়ত কৰুণ ৰেখা পাত কৰি গ'ল। সেয়েহে সৰ্বসাধাৰণ লোকে এই কাহিনীক গীতৰ ছন্দৰে বান্ধি থৈ গ'ল। গীতবোৰ কৰুণ আৰু

বেদনাদায়ক। যেনে —

"লাই-লেচাই কোঁৱৰক তোমাতে অৰ্পিলো
সততে পালিবা আই;
বেলা চাই খোৱাবা বেলা চাই ধোৱাবা
খেমিবা সকলো দাই।"

জয়মতীৰ পুত্ৰ লাই-লেচাই সেই সময়ত শিশু আছিল; গতিকে তেওঁলোকক খোৱাই-ধোৱাই প্ৰতিপালন কৰিবলৈ আনৰ হাতত অৰ্পণ কৰি থৈ যোৱাৰ কথা প্ৰকাশ পাইছে।

(৩) **নাহৰ চেনামুৱাৰ গীত ঃ—** আহোম ৰাজত্ব কালৰ কথা। নাহৰ চেনামুৱা এজন উত্তৰ পাৰৰ চফল ডেকা আছিল। তেওঁ কাঞ্চনী নামৰ এগৰাকী গাভৰুক প্ৰাণ ভৰি ভাল পাইছল। কিন্তু কি হ'ব? 'দাতাই দিলেও বিধাতাই নিদিয়ে।' ৰূপযৌৱনা কাঞ্চনী, এদিন লিগিৰী হৈ ৰজাৰ ৰাজকাৰেঙলৈ গ'ল। আৰু এটা সময়ত তেওঁ ৰজাৰ ৰাণীও হ'লগৈ। আগৰ প্ৰেম-প্ৰণয়ৰ কথা কাঞ্চনীয়ে পাহৰিব নোৱাৰি কৌশল কৰি নাহৰকো ৰাজকাৰেঙলৈ লৈ গ'ল। কিবা বিষয় বাবো দি পালে। কাঞ্চনী ৰাণীৰ পৰা অভয় পাই নাহৰে বিষয়া আৰু ডা-ডাঙৰীয়া আদি কাকো নমনা হ'ল। শেষত ৰজাৰ হুকুমতে ডা-ডাঙৰীয়া সকলে নাহৰক মৃত্যুদণ্ড দিয়ে। নাহৰ আৰু কাঞ্চনীৰ এই প্ৰণয় কাহিনীৰ আধাৰতে নাহৰ চেনামুৱাৰ গীতবোৰ ৰচিত হৈছে। গীতবোৰত নাহৰ আৰু কাঞ্চনীৰ প্ৰেম-ভালপোৱা, বিচ্ছেদ আৰু বিৰহৰ কথা বৰ সুন্দৰকৈ চিত্ৰিত হৈছে। যেনেঃ—

"কাউৰী কাউৰি অজাতি কাউৰি
কি খাই বোলালি ঠোঁট
বৰদোৱাৰৰ মুখতে নাহৰক কাটিলে
তাকে খাই বোলালো ঠোঁট।"

ৰজাৰ বৰ ৰাণীৰ কুমন্ত্ৰণামতেই নাহৰৰ মৃত্যুদণ্ড হৈছিল,—

'বুকুত জুই লাগতী ৰজাৰ বৰ কুঁৱৰী
পুৰুষক কৰিলি আঁৰ;
তই ঐ শঙ্খিনী জহনী মৰতী
নাহৰৰ তেজ খালি গাৰ।'

(৪) **বাখৰ বৰাৰ গীত ঃ** মোৱামৰীয়া বিদ্ৰোহৰ সময়ত গৌৰীনাথ সিংহই ৰংপুৰ এৰি নগাওঁ চহৰত আছিলহি। বিষয়া বিলাকে এই সুযোগতে প্ৰজাৰ ওপৰত অত্যাচাৰ উৎপীড়ন কৰিছিল। ৰজাৰ অনুপস্থিতিত কিছুমান বিষয়াই ৰজাৰ বিৰোধ

কৰা বুলি ভাবে কেইজনক বিদ্ৰোহী বুলি ৰজাই মৃত্যুদণ্ড বিহে। ১৭৯০ খৃষ্টাব্দত নগাৱঁৰ পুৰণি গুদামৰ ওচৰত নগাৱঁৰ বাখৰ বৰাকো বধ কৰে। বাখৰ বৰা সম্ভ্ৰান্ত আহোম বিষয়া আছিল।

" লুইতৰ ৰাঙলী গড়া
ভৰলু মুখতে ঘৰ-বাৰী সাজিছে
পালেহি বাখৰ বৰা।"

**(৫) চিকণ সৰিয়হৰ গীত ঃ—** স্বৰ্গদেউ জয়ধ্বজসিংহ ৰজাৰ শহুৰেক নাওবৈছা ফুকনৰ সাতোটি পুতেক আছিল। এই সাতোটি পুতেকৰে এটি আছিল চিকণ সৰিয়হ। চিকণ সৰিয়হৰ চেহেৰাও আছিল সুন্দৰ। চিকণে নিজেই ৰজা হ'বলৈ ষড়যন্ত্ৰ কৰোতে ধৰা পৰে। ফলত ৰজাৰ হুকুমত চিকণ সৰিয়হ আৰু তেওঁৰ লগৰ আঠাইকেইটিকেই মৃত্যু দণ্ড বিহা হয়। এই কাহিনীকে আধাৰ হিচাবে লৈ চিকণ সৰিয়হৰ গীত ৰচিত হৈছে। চিকণ সৰিয়হৰ গীতত সময়ৰ স্বাক্ষৰ পোৱা যায়। গীতবোৰত সেই সময়ৰ লোক সমাজৰ ধৰ্মীয় বিশ্বাস আৰু দেৱ-দেৱী সকলৰো উল্লেখ পোৱা যায়। দেৱী পাৰ্ব্বতী, কেঁচাই খাঁতী-গোসাঁনী, ইন্দ্ৰ, থলেশ্বৰ অৰ্থাৎ থল দেৱতা, লাংকুৰী-নাখাম আদি দেৱতাৰ নামৰ উল্লেখ পোৱা যায়। যেনে ঃ—

" কোৱাই কেল্‌কেলাই ঘৰত
ৰাতি ৰাতি আলচি ঘৰত মেল কৰে
কলী কুমাৰণীৰ ঘৰত।"

চিকণ সৰিয়হৰ গীতত বুৰঞ্জীৰ সত্যতা আৰু সম-সাময়িক জন বিশ্বাসৰ আভাস পোৱা যায়।

**(৬) হৰদত্ত-বীৰদত্তৰ গীত ঃ—** অষ্টাদশ শতিকাৰ শেষৰ দুটা দশকত গুৱাহাটীৰ অধিপতি বদন বৰফুকনৰ অত্যাচাৰত কামৰূপৰ ৰাইজ বৰকৈ অতিষ্ঠ হৈ পৰিছিল। তেতিয়া ৰজা গৌৰীনাথৰ বিৰুদ্ধে এক বিদ্ৰোহৰ সূচনা হৈছিল। এই বিদ্ৰোহক দন্দুৱাদ্ৰোহ বোলা হৈছিল। এই বিদ্ৰোহৰ নায়ক আছিল ৰঙীয়াৰ ওচৰৰ জিকেৰী অঞ্চলৰ হৰদত্ত বৰুৱা। হৰদত্ত আৰু বীৰদত্ত দুয়ো ককাই-ভাই আছিল। হৰদত্তৰ এগৰাকী জীয়ৰী আছিল; তেওঁৰ নাম আছিল পদ্মকুমাৰী। পদ্মকুমাৰীক হৰদত্তৰ তোলনীয়া পুতেক মহীৰাম চৌধাৰীলৈ বিয়া দিয়া হয়; আৰু পাছত তেওঁক আৰু জীয়েকক হৰদত্তই জিকেৰিলৈ লৈ আনে। কলীয়াভোমোৰা বৰফুকনৰ হাতত হৰদত্ত- বীৰদত্ত পৰাজিত হয়। লগে লগে এই বিদ্ৰোহ শাম কাটে। ১৭৯৬ খৃষ্টাব্দৰ বহাগ মাহত গুৱাহাটীৰ শগুনগুটিৰ বালিত হৰদত্তক শূলত দি মৰা হয়।

তেতিয়া হৰদত্তৰ তলতীয়া সেনাপতি শিখ কুমেদান সিঙে হৰদত্তৰ জীয়েক পদ্ম কুমাৰীক হস্তগত কৰিবলৈ বিচাৰোতে পদ্মকুমাৰীয়ে বলিয়াৰ দৰে হৈ ব্ৰহ্মপুত্ৰত জাপ দি আত্মহত্যা কৰে। পদ্মকুমাৰীৰ গিৰীয়েক মহীৰামেও আত্মহত্যা কৰে। এই ঐতিহাসিক ঘটনাৰ সোৱঁৰণীত হৰদত্ত বীৰদত্ত আৰু পদ্ম কুমাৰীৰ গীত-ৰচিত হৈছিল । যেনে-

" হৰদত্ত জীয়াৰী পদ্ম কুমাৰী
ধনৰাত নেখালে ভাত
কামদান বঙালে হাতত ধৰি নিলে
ক'ত গলি খাওঁ খাওঁ মাত। "

- সেই সময়ৰ অসমীয়া লোকে বিদেশী বহিৰাগত লোকক বঙ্গাল বুলি কৈছিল।

(৭) **মণিৰাম দেৱানৰ গীত** ঃ ১৮২৬ চনৰ ইয়াণ্ডাবু সন্ধিৰ চুক্তিমতে অসমৰ পৰা মানক খেদি বৃটিছে অসমখন লৈ থলে। স্বাধীন চিতীয়া অসমীয়াই গোমধৰ-পিয়লিৰ নেতৃত্বত ১৮৩০ চনত অসমৰ পৰা বৃটিছক খেদাবলৈ বিদ্ৰোহ কৰি ৰিফল হয়। তাৰ পাছতে বৃটিছ শক্তি খেদাবলৈ সমগ্ৰ ভাৰতত ঝাঞ্চীৰ ৰাণী-লক্ষ্মী বাই, নানা চাহেব, টান্টীয়াটুপী আদিৰ নেতৃত্বত ১৮৫৭ চনত চিপাহী বিদ্ৰোহ হয়। এই বিদ্ৰোহত প্ৰতি- পত্তিশালী মণিৰাম দেৱানৰ নেতৃত্বত অসমৰ পৰা বৃটিছক খেদিবলৈও এচাম অসমীয়াই চেষ্টা কৰিছিল। মণিৰাম ৰজা পুৰন্দৰ সিংহৰ বৰভাণ্ডাৰ বৰুৱা আছিল আৰু বৃটিছ ইষ্ট ইণ্ডিয়া টি কোম্পানীৰ দেৱান আছিল। মণিৰামে কলিকতালৈ গৈ বৃটিছ ইষ্ট ইণ্ডিয়া কোম্পানীৰ বৰলাট চাহাবক এখন আৰ্জি দিছিল আৰু নিজেই ৰজা হব বিচাৰিছিল। কিন্তু বৰলাট চাহাবে মণিৰামক কলিকতাতে নজৰ বন্দী কৰিলে। আৰু অসমলৈ জাহাজেৰে আনি উজনি অসমত মণিৰাম আৰু আন আন বিদ্ৰোহীসকলৰ ওপৰত বিচাৰ কৰে। বিচাৰ কৰি মণিৰাম আৰু পিয়লি বৰুৱাক ফাঁচি দিয়ে। এইঘটনাক কেন্দ্ৰকৰি চহালোক সমাজে মণিৰাম দেৱানৰ গীত ৰচনা কৰে। গীতবোৰত মণিৰাম দেৱানৰ জীৱন-কাহিনী, কাৰ্য্য-কলাপ আদি প্ৰকাশ পাইছে। যেনে ঃ—

"সোণৰ ধোঁৱাখোৱাত খালি ঐ মণিৰাম
ৰূপৰ ধোৱাঁখোৱাত খালি।
কিনো ৰজা ঘৰত দ্ৰোহে আচৰিলি
দিণ্ডিত ফাঁচিজৰী ললি।"

আকৌ কৈছে -

" মণিৰামক মাৰিলি ভালকে কৰিলি
পিয়লিক মাৰিলি কিয় ?
সেইনো কথাশুনি ৰংপুৰ আমোলাৰ
আকাশে উৰি গ'ল জীৱ।"

(৮) **গান্ধীগীত** ঃ- মহামানৱ মহাত্মা গান্ধী কুৰি শতিকাৰ বিস্ময়। গান্ধীজীয়ে হাতত অস্ত্র নোলোৱাকৈয়ে আহিংস গণতান্ত্রিক আন্দোলন কৰিয়েই বৃটিছ শক্তিৰ শাসন ওফৰাই পেলাই ভাৰতক স্বাধীন কৰিলে। গাত খর্দ্দৰৰ শুভ্র কাপোৰ, হাতত সূতা কটা যঁতৰ আৰু আঁঠুৰ মূৰত চুৰিয়া পিন্ধি ভাৰতৰ প্রান্তে প্রান্তে ঘূৰি ভাৰতীয় জনগণক জগাই তুলিছিল। গান্ধীজীৰ এই অভূতপূর্ব্ব কার্য্যাৱলীয়ে ভাৰতৰ প্রতিজন ল'ৰা-ডেকা—বুঢ়াৰ অন্তৰ জয় কৰিব পাৰিছিল। সেয়েহে গান্ধীজীৰ সম্পর্কে অসমৰ চহা লোক সমাজে গান্ধীগীতৰ সৃষ্টি কৰিছিল। গীতবোৰত গান্ধীৰ কাম-কাজবোৰ আৰু গুণাৱলীৰ কথা প্রকাশ পাইছে। যেনে-

"বাটৰে দুবৰি
মই পেলাওঁ উভালি
গান্ধী আহিব বুলি
গান্ধী আহিছে
পদূলীত বহিছে আনাগৈ চোৱৰে ধৰি
কোচৰে কটাৰী দিয়া গান্ধী ৰাজা
শিলোতে ধৰিলে
উই মুখ ভৰি ভৰি
বোলা হৰি হৰি
সংসাৰৰ নুমাইদিও জুই ।"

(ক) **কিংবদন্তি মূলক মালিতা** ঃ

অসমৰ কিছুমান কাহিনীগীত বা মালিতা কিংবদন্তি মূলক কাহিনীৰ বিষয়তভিত্তি কৰি ৰচিত হৈছে। এনেবোৰ কিংবদন্তি মূলক কাহিনী গীত হৈছে (১) ফুল কোৱঁৰৰ গীত (২) মণি কোঁৱৰৰ গীত (৩) জনা-গাভৰুৰ গীত (৪) কমলা কুৱঁৰীৰ গীত (৫) কাঞ্চনমতীৰ গীত, (৬) দুবলা শান্তীৰ গীত আদি উল্লেখযোগ্য।

এইবোৰ মালিতাৰ উপমা, অলংকাৰ, প্রতীক আদি মনোমোহা। ভাষাও সহজ-সৰল। গীতবোৰৰ সাহিত্যিক সৌন্দর্য্যও অতি মনোৰম।

(১) **ফুল কোঁৱৰৰ গীত** ঃ- মণিকোঁৱৰ আৰু কাঞ্চনমতীৰ পুত্র হ'ল ফুল কোঁৱৰ।

পিতাক মণি কোঁৱৰ হেৰাল। মাক কাঞ্চনমতীক প্রেম, বিষাদ আৰু বিৰহে আগুৰি ধৰিলে। সেয়েহে কাঞ্চনমতীয়ে ফুল কোঁৱৰক এদিন কলে "কবৰ শুনিছো, বোপাই মণিকোঁৱৰক' চকুৰে নেপালো দেখা''। তেতিয়া ফুল কোঁৱৰে বাপেক মণিকোঁৱৰৰ সন্ধান বিচাৰি ওলাল। ফুল কোঁৱৰে কাঠৰ পখী-ঘোঁৰা সাজি তাত উৰা মাৰিলে বাপেকৰ সন্ধান বিচাৰি।

' কাঠৰ পখীঘোঁৰাত উঠি ফুল কোঁৱৰে
চাবুকৰ কোবটি দিলা।
দেৰেও নমনে মনিচে নমনে
বিজুলী সঞ্চাৰে চলে।"

আকৌ "উঠিবা উঠিবা কাঠৰ পখী ঘোঁৰাত
আকাশে উৰাৰত কৰি।
তোমাকে বুলি যাওঁ জীউৰ ফুলকোঁৱৰ ঐ
পাছলৈ নেচাব় ফিৰি।"

- ফুল কোঁৱৰে পখীঘোঁৰাত উঠি গৈ এখন ৰাজ্যৰ এগৰাকী মালিনীৰ এখন ফুলনি বাৰীত পৰিল। মালিনীৰ ফুলনি বাৰীখন বাৰ বছৰ শুকাই মৰহি গৈছিল। ফুল কোৱঁৰ তাত পৰাৰ লগে লগে ফুলনী জকমকাই ফুলি উঠিল। লাহে লাহে ৰজাৰ জীয়েক ধনপচতুলাই ফুল কোঁৱৰৰ কথা জানি ফুল কোঁৱৰক লগ পাই প্রেমত পৰিল। পাছলৈ পচতুলা গৰ্ভৱতী হ'ল। ৰজাই এই কথা জানি তেওঁৰ সেনাপতি ফুকনকফুলকোঁৱৰক কাটি বধ কৰিবলৈ দিলে। ফুকনে কুকুৰ এটাকে কাটি ফুল কোঁৱৰক বধ কৰা হয় বুলি কলে'— ফুল কোঁৱৰ হাবিলৈ পলাই গ'ল। লগত পচতুলাও পলাই গুচি গল। এনেতে ফুল কোঁৱৰ জলত পৰি অন্তৰ্ধান হ'ল। তেওঁ গৈ আন এখন ৰাজ্যত ওলালগৈ আৰু তাতে ৰজা হৈ থাকিল। পচতুলাৰ অৰুণা আৰু জগৰা নামেৰে দুটি পুত্ৰ জন্ম হয়। ইতিসময়তে মাক পচতুলাকো সাউদে নাৱত তুলিলৈ গুচি গ'ল। শেষত হাবিতে বাঘ-ভালুকৰ গাখীৰ আৰু ফল মূল খাই অৰুণা আৰু জগৰা ডাঙৰ হ'ল। শেষত তেওঁলোক ডাঙৰ হ'লত তেওঁলোকে বিচাৰি গৈ মাক পচতুলা আৰু বাপেক ফুলকোঁৱৰক পালেগৈ। ৰজা ফুল কোঁৱৰে তেওঁলোকক উৎসৱ পাতি আদৰি ললে।

ছটা অধ্যায়ৰ এই লোককাব্য খনৰ শেষৰ গীতটিত উল্লেখ আছে

" অৰুণা জগৰা দুটি ভাই-ককাই
দুখৰ কথাখিনি কলে;
সেই কথা শুনি শ্ৰীফুল কোঁৱৰে

কোলাতে বহুৱাই ললে।"

- মাক পচতুলাকো বিচাৰি আনি ফুলকোঁৱৰে সাদৰেৰে গ্ৰহণ কৰিলে।

(২) **মণি কোঁৱৰৰ গীত ঃ-** মণি কোঁৱৰৰ কাল্পনিক জীৱন কাহিনীক কেন্দ্ৰ কৰি মণি কোঁৱৰৰ গীতবোৰ ৰচিত হৈছে। গীতৰ কাহিনীমতে শংকলদেউ ৰজাৰ পুত্ৰ মণি কোঁৱৰ। তেওঁ ডেকা হৈ কাঞ্চনমতীক বিয়া কৰালে। মণি কোঁৱৰে এদিন নৈত গা-ধুবলৈ যাওঁতে পানী যুৱলিত জল কোঁৱৰে হৰণ কৰি লৈ গ'ল। তেতিয়া কাঞ্চনমতীৰ এটি পুত্ৰ সন্তানো জন্ম হ'ল। তেওঁৰ নাম ফুল কোঁৱৰ। ফুলকোঁৱৰ ডাঙৰ হলত মাক কাঞ্চনমতীৰ পৰামৰ্শ মতে ফুল কোঁৱৰে বাপেক মণি কোৱঁৰক বিচাৰি সন্ধান চলালে। যেনে—

"শংকলদেউ ৰজাৰে পুতেক মণিকোৱঁৰ
কোলাত খতি খনে নাই;
এবেলা দোলাতে এবেলা ঘোৰাঁতে
এবেলা শেনৰ ৰং চায়।"

(৩) **জনাগাভৰুৰ গীত ঃ —** জনা গাভৰু এগৰাকী বীৰাঙ্গনা গাভৰু। তেওঁ গৰুচৰ ৰাজ্যত তিৰোতা হৈয়ো ৰজা হিচাবে ক্ষমতাত থাকি ৰাজপাট খাইছিল। এই গৰাকী গাভৰুৱে বোলে নশ বেজ কোঁৱৰক গড় মাৰি বন্দী কৰি থৈছিল। জনাই দেশে দেশে এক জাননী পঠাই দিলে-- যে যেয়ে তেওঁৰ তিনিটা পৰীক্ষাত উত্তীৰ্ণ হ'ব তাকেই বিয়া কৰাব। কামপুৰ চহৰত কলিধন নামৰ এজন নটে জনা গাভৰুক লাভ কৰিবলৈ সাজি কাচি ওলাল। নশ কোঁৱৰ বিফল হোৱাত বন্দী কৰি থৈছে তেওঁ। কলিধনে তেওঁৰ সখীয়েক গোপীচন কোঁৱৰক জনা গাভৰুক ধৰি আনিবলৈ উচটনি দিয়ে। গোপীচনে গৈ জনা গাভৰুৰ তিনিটা পৰীক্ষাত উত্তীৰ্ণ হ'ল আৰু জনাকো পৰীক্ষা লয়। শেষত জনাৰ ককায়েকক বধকৰি আৰু বুঢ়া বাপেককো বধ কৰি জনা গাভৰুক লৈ আহে। যেনে ঃ—

"তোমাক বুলি যাওঁ বুকুৰ স্বামীগুৰু
কলিধনক বুলি যাওঁ ভাই।
অভাগীৰ দোষকে ক্ষমা কৰিবা
মোৰ গাত একো দোষ নাই।
এখন তামোলক লোৱা মোৰ ছোৱামী
চৰণত লগাইছো মুৰ।
অনেক দাম্ভ-জগৰ লগালো স্বামীদেউ
মাৰিবা ভৰিৰে গোৰ।"

(৪) **কমলা কুঁৱৰীৰ গীত** ঃ— প্ৰকৃতি জগত, জীৱজগত আৰু মানৱ জগতলৈ পানী ভগবানৰ অপূৰ্ব দান। অসমৰ কৃষিজীৱী সমাজখনত কৃষিকৰ্মৰ বাবেও পানী—অপৰিহাৰ্য্য। সেয়েহে অসমীয়া লোক সমাজত খৰাংজনিত কাৰণ আৰু পানীৰ কল্পনাক লৈ কিছুমান কাল্পনিক কাহিনীৰো সৃষ্টি হৈ আহিছে। পানীৰ বাবেই যেন অসমৰ কাহিনী মূলক লোকগীত কমলা কুঁৱৰীৰ গীতৰ সৃষ্টি হৈছে। এখন ৰাজ্যত পানী নাই। খৰাং হ'ল। এটুপি পানীৰ বাবে হাঁহাঁকাৰ লাগিল। তেতিয়া ৰজাই কমলা কুঁৱৰীকে পানীৰ বাবে উছৰ্গা কৰিলে। কুঁৱৰীয়ে নিজৰ জীৱনটো দিও ৰাজ্যলৈ পানীৰ ঢল বোৱাই দিব খুজিছে। তেতিয়া ৰজাই কৈছে-

"কমলা কুঁৱৰী মোৰে প্ৰাণেশ্বৰী
পানী বা কিমানে হ'ল।"

(৫) **কাঞ্চনমতীৰ গীত** ঃ-- কাঞ্চনমতীৰ গীতৰ লগত মণিকোঁৱৰ আৰু কাঞ্চনমতীৰ কাহিনী সংপৃক্ত হৈ আছে। মণিকোঁৱৰ পানীত পৰি হেৰাল। যেনে

শংকলদেৱ ৰজাৰ পুতেক মণিকোঁৱৰ
হেৰাল পানীত পৰি;
শংকলদেৱ ৰজাৰ কাঁচন বোৱাৰী
কত থাকিল গলত জৰি।
উজনি নামনিত মণিকোঁৱৰক
বিচাৰি নেপালে পাৰ;
শংকলদেৱ ৰজাৰ কাচন বোৱাৰীৰ
ৰল ছমহীয়া ভাৰ।
খৰি লুৰিবৰ মিটকৈ কটাৰী
মাছ কাটিবৰ দা;
আজি কিছুকৰি কালি কিছু কৰি
কাচনৰ জিলিকিল গা।"

(৬) **দুবলা শান্তীৰ গীত** ঃ--- দুবলা এগৰাকী শান্তী সতী আছিল। দুবলাৰ লগত এজন স্বামীৰ সামাজিক প্ৰথা মতে বিয়া হৈ যায়। কিন্তু নিজৰ স্বামী গুৰু থকাৰ সত্ত্বেও দুবলাক এজন মুদৈৰ পুতেকে বিয়া কৰাবলৈ প্ৰস্তাৱ দিয়ে। সাউদৰ পুতেকৰ এনে অবৈধ প্ৰস্তাৱৰ বিৰোধিতা কৰি বিভিন্ন ধৰণেৰে দুবলাই আপত্তি দৰ্শাইছে। দুবলা শান্তীৰ গীতত এই কাহিনীৰ বৰ্ণনা পোৱা যায়। যেনে-

" হাতৰে কটা তামোল হাততে লুকাইলা।

তেওযে দুবলা কন্যাৰ মাতকে নাপাইলা।
তৰুৱা কংকাল কন্যা ভাঙিবাৰ ডৰে।
নাভাঙে তৰুৱা কংকাল ৰাখিম বাহুৰ বলে।"

(১০) **দুৰ্গা গোসাঁনীৰ নাম ঃ**— অসমৰ শাক্ত ধৰ্ম্মী লোক সকলে দুৰ্গা পূজা পাতে। দুৰ্গাদেৱীক পূজা— উপাসনা কৰোতে আয়তী সকলে দুৰ্গা গোসাঁনীৰ নাম লয়। দুৰ্গাদেৱীক আদ্যাশক্তি জননী হিচাবে বিশ্বাস কৰে। দুৰ্গাদেৱীক বিভিন্ন নামেৰে সম্বোধন কৰা হয়। মা- দুৰ্গা, মা চণ্ডী, মা ভবানী, মা-কালি ইত্যাদি। দুৰ্গা গোসাঁনীৰ নাম বোৰত এইবোৰ দেৱীৰ নাম উল্লেখ পোৱা যায়।

'কৈলাশত আছিলা চামুণ্ডা গোসাঁনী
তোমাৰ নাম আছিল সতী
সতী স্বামীৰ ভাগ নেদেখি প্ৰাণকো ত্যজিয়া
ইজন্মত হলা পাৰ্ব্বতী।
শিৱৰে জন্টাতে আছিলা গঙ্গামা
গণেশৰ বৈমাতা তুমি।

তোমাৰ নামৰে অনেক মহিমা
দুৰ্গতী নাশিনী তুমি।'

(১১) **বাৰমাহী আৰু বিলাপ গীতঃ**- বাৰমাহী আৰু বিলাপ গীতবোৰো ধৰ্ম্মীয় আধ্যাত্মিক গীতৰ শাৰীতেই পৰে। হিন্দু লোক সমাজ ৰামায়ণ, মহাভাৰত আৰু অন্যান্য ধৰ্ম্মীয় শাস্ত্ৰত উল্লেখ থকা ৰাম, সীতা, দ্ৰৌপদী, অভিমন্যু, ৰাধিকা, শ্ৰীকৃষ্ণ, গোপীসকল আদিৰ বিলাপ গীতবোৰ আধ্যাত্মিক আৰু কৰুণ ৰসৰে সিক্ত। অৱশ্যে-ইয়াৰ লগতে বাৰমাহী গীতবোৰত সদাগৰ, শান্তী, সাউদ, ভৰডিঙা, বণিজ তাৰা পটেশ্বৰী আদিৰ বৰ্ণনাও পোৱা যায়। এইবোৰ গীত অসমৰ লোক সমাজৰ চিন্তা, কল্পনা আদিৰ উমান পোৱা যায়। বাৰমাহী গীতবোৰ নামনি অসমৰ কামৰূপ আৰু গোৱালপাৰা জিলাতেই বেছিকৈ পোৱা যায়। এই গীতবোৰ মাহ আৰু ঋতু অনুসৰি গোৱা হয় বাবে অসমৰ বিভিন্ন ঋতু আৰু সেই সময়ৰ প্ৰকৃতিৰ বৰ্ণনা পোৱা যায়। তলৰ বিলাপ গীত ফাঁকিত বালি ৰজাৰ পত্নী তাৰা পটেশ্বৰীৰ কৰুণ আৰ্তনাদ ভাঁহি আছে। যেনে-

" বালি দয়াকৰ ক্ষমাদি ধৰ।
মই নাৰীৰ যে হয়া নাই বছৰ ভৰ।।"

সীতা বাৰমাহীত আছে— "কান্দে মোৰ জানকী সীতা"
আকৌ সেইদৰেই
"ওহো প্ৰভু দয়াময় সংসাৰ সাগৰ।
ৰাক্ষস সকলক প্ৰভু কৰিলা উদ্ধাৰ।।"

**(১২) পগলা-পাৰ্ব্বতীৰ গীত ঃ-** পগলা পাৰ্বতীৰ গীতৰ উপজীব্য বিষয় বস্তু হৈছে মহাদেউ বা শিৱৰ পাৰ্ব্বতীৰ লগত কাজিয়া, ভ ঙুৱা, বমভোলা শিৱৰ ঘৰৰ পৰা পাৰ্ব্বতীয়ে কাজিয়া কৰি মাকৰ ঘৰলৈ গুচি যায়। শিৱই বাটত খপোৱা দিয়ে। শিৱ-পাৰ্ব্বতীৰ দৈনন্দিন জীৱনৰ চিত্ৰ পোৱা যায়। এইবোৰ শিৱ-পাৰ্ব্বতীৰ গীত গ্ৰাম্য সংস্কৰণ বুলি ক'ব পাৰি। অসমৰ লোক সমাজৰ সাধাৰণ লোকসকলে দৈনন্দিন জীৱনত কিদৰে হাই-দন্দ লাগে তাৰেই চিত্ৰ ফুটি উঠিছে— পগলা পাৰ্ব্বতীৰ গীতত।

যেনে—
" কুচীৰে লগতে পগলাই কিলাব
যামে আইৰ ঘৰলৈ গুচিহে।"
মাৰৰ ঘৰলৈ যাৱ তই পাৰ্ব্বতী
বাটত মই খপোৱা দিম হে ।"

অৰ্থাৎ অসমৰ গাৱঁলীয়া তিৰোতাই কুচিৰে ধান লৰায়, চাউল ভাজে আৰু মুগাৰ তাতঁৰ তাহনো দিয়ে। পাৰ্ব্বতীয়ে কুচিতাৰ হেৰুৱালে আৰু তাৰ বাবে পগলাই কিলাব বুলি পাৰ্বতীয়ে মাকৰ ঘৰলৈকে যাবলৈ ওলাইছে।

**(১৩) ব্যাস সঙ্গীত বা বিয়াৰ ওজাপালি গীত ঃ-** বিশেষকৈ অসমৰ দৰং আৰু কামৰূপ জিলাত ব্যাস সঙ্গীত বা বিয়াৰ ওজাপালি গীতৰ প্ৰচলন আছে। দৰঙ্গৰ মঙ্গলদৈ ব্যাসপাৰা আৰু কামৰূপ ব্যাসকুছী নামৰ ঠাই আছে। ব্যাসে মহাভাৰত মহাকাব্য ৰচনা কৰিছিল। এই মহাভাৰতৰ কিছুমান কাহিনী লোক সমাজৰ মাজত লোক গীতৰ জৰিয়তে ঘৰে ঘৰে গাই ফুৰা হৈছিল। এইবোৰ গীতক ওজাপালি গীত বা ওজাপালি নৃত্য বুলি কোৱা হয়। গীতৰ লগত তাল বজাই গোৱা হয়।

শুকনান্নি ওজাপালি গীতত কবি নাৰায়ণদেবৰ পদ্মপুৰাণৰ কাহিনীবোৰ লোক সঙ্গীত হিচাবে গায়। বিয়াহৰ ওজাপালি আৰু সুকনান্নি ওজাপালি গীত ওজাপালি নৃত্যৰ লগত গোৱা হয়। খুলীয়া, ঢুলীয়া, তালীয়া আৰু ভাৱৰীয়া আদি লৈ এই গীতবোৰ গোৱা হয়। লগতে পুতলা নাচৰ লগত ৰজিতা খোৱাই গোৱা হয়। কোনো কোনোৱে ওজাপালি গীতক লোকগীতৰ শাৰীত নধৰি ৰাগ-সঙ্গীতৰ

শাৰীতহে থব খোজে। এফাঁকি ওজাপালি গীতৰ নমুনা
যেনে ঃ— "হাতে মুদ্রা মুখে পদ, পাৱেধৰে তাল
ময়ুৰ সদৃশ নাচে সেই ওজা ভাল।"

(১৩) **শীতলা দেৱীৰ গীত** ঃ- লোক সমাজে অপৰিমেয় শক্তিক পৰাভূত কৰিব নোৱাৰি ভীতি বিহুল আৰু বিস্ময়ৰ দ্বাৰা আক্রান্ত হৈ সেই শক্তিক দেৱত্ব আৰোপ কৰি পূজা অৰ্চনা কৰিবলৈ ধৰে। বসন্ত ৰোপ নিবাৰণ কৰিব নোৱাৰি বসন্তক আই বুলি সম্বোধন কৰি 'আইনাম' লৈ 'আই সবাহ' পাতে। আইৰে আন এটি নাম হল শীতলা। শীতলাদেৱীৰ নামতো পূজা সেৱা কৰি দেৱীক সন্তুষ্টি কৰিবলৈ শীতলাৰ নাম লোৱ হয়।

যেনে—যাৰ নাম শীতলা বিবস্ত্র শৰীৰ ভালা
সৰ্বক্ষণে তুমি উপকাৰী।"

আকৌ "বন্দোবসন্ত কালি শ্যামাদেবী মুণ্ডমালী
বিস্ফুত নাশিনী দুঃখতাৰী।

ওপৰত উল্লেখ কৰা ধৰ্ম্মীয় বা আধ্যাত্মিক লোক গীতবোৰৰ উপৰিও আৰু অনেক লোক গীত-গাৱেঁ-ভুঞে, চুকে-কোণে আমাৰ অজ্ঞাতে হয়তো বহুতো আছে। সেইবোৰ উল্লেখ কৰিব পৰা নহ'ল।

**(খ) সামাজিক অনুষ্ঠানমূলক গীত**

(১) **বিয়া নাম** ঃ- নাৰী-হৃদয়ৰ আবেগ অনুভূতি আৰু কোমলতাৰে সমৃদ্ধ বিয়ানাম বোৰ। সেয়েহে বিয়ানাম অসমীয়া লোক সাহিত্যৰ অমূল্য সম্পদ। বিবাহ মানৱ জীৱনৰ অন্যতম পৰিঘটনা । কথাতেই কোৱা হয় বোলে জন্ম, মৃত্যু আৰু বিবাহ- এই তিনিটা জীৱৰ ডাঙৰ ঘটনা। সামাজিক অনুষ্ঠান বিয়া, অসমীয়া গ্রাম্য সমাজৰ এক ডাঙৰ উৎসৱ অনুষ্ঠান। বিয়া কেইবাবিধৰো আছে। সেয়া হৈছে বৰ বিয়া, নোৱাই 'ত্রেলনি বিয়া' আৰু 'বাহী বিয়া'। ইয়াৰ ভিতৰত বৰ বিয়াৰ পৰিসৰ ডাঙৰ আৰু ব্যাপকতাও বেছি। এখন ঘৰত বিয়া হলে গাৱঁৰ ডেকা-গাভৰু, ল'ৰা-ছোৱালী আৰু বুঢ়া-বুঢ়ীলৈকে সকলো মানুহ গোট খায়। তদুপৰি দূৰদূৰণিৰ পৰাও মিতিৰ-কুটুম, অঙহী-বঙহী আটাইবোৰ বিয়াঘৰত গোট খায়হি।

বিয়াত গোৱা গীতবোৰকে বিয়া নাম বোলে। গাৱেঁ-ভুঞো অসংখ্য বিয়ানাম প্রাচীন কালৰে পৰা মুখ বাগৰি চলি আহি আছে। আজি কালিহে ইয়াৰ কিছুমান গীত সংগ্রহ কৰি প্রকাশ কৰা হৈছে। নাৰীয়ে পিতৃ-গৃহ এৰি পতি গৃহলৈ চিৰদিনলৈ গুচি যাব লগা হয়। বিবাহৰ জৰিয়তে। গতিকে নাৰী জীৱনৰ এই ঘটনা অতি বেদনা দায়ক আৰু কৰুণ। সেয়েহে বিয়া নামবোৰত কাৰুণ্যতাৰ ভাব প্রকাশ

পাইছে। বিয়া নামবোৰৰ ভাষা অতি কোমল।

হিন্দুধৰ্ম্মী ভাৰতীয় সকলৰ আৰাধ্য দেৱ-দেৱী সকলৰ আদৰ্শনীয় যুগ্ম জীৱনৰ কথাও বিয়া নাম বোৰত উল্লেখ আছে। যেনে- উষা- অনিৰুদ্ধৰ কথা, ৰাম-সীতা,কৃষ্ণ-ৰুক্মিণীৰ কথা বিয়া নামবোৰত উল্লেখ আছে।

এখন বিবাহত যিখিনি আনুষ্ঠানিক নীতি-নিয়ম পালন কৰা হয়— সেই নীতি-নিয়মবোৰক লৈয়ো কিছুমান বিয়া নাম ৰচিত হৈছে। সেইবোৰ হৈছে যেনে জোৰণত দিয়া নাম, মূৰত তেল দিয়া বিয়া নাম, মূৰত চাউল দিয়া বিয়া নাম, পানী তুলিবলৈ, যোৱা-বিয়া নাম, কন্যা নোওৱা বিয়া নাম, দৰা কন্যা সজোৱাৰ সময়ত গোৱা বিয়া নাম, দৈয়ন দিয়া বিয়া নাম, গঁকাঠিয়ন খুন্দা বিয়া নাম, দৰা আদৰা বিয়া নাম, সুৱাগুৰি তোলা বিয়া নাম আৰু দৰা-কন্যাক জুৰি গোৱা বিয়া নাম বা জোৰা নাম ইত্যাদি। পানী তোলা নামঃ যেনে –

" জল ভৰি যশোদা পাছলৈ নেচাবা
আহিব সাগৰো ভাগি "

কন্যাক নোৱাবলৈ যাওঁতে গোৱা নামঃ-

'ওলাই আহঁা আইদেৱে
দুৱাৰ ডলি বাজে,
ঘৰতে নোৱাব লাগে
নকৰিবা লাজে।'

দৰাক জুৰি গোৱা বিয়া নাম ঃ-

" লাইমনে লাচিতে দুখ পাব কাষতে
যতে থাকা বোপা
তুমি লৈ যাবা লগতে।

গাঁঠিয়ন খুন্দা নাম

" উজনি ৰাজ্যৰে গন্ধে গাঁঠিয়নে
নামনি ৰাজ্যৰে পটা,
সাতো আয়তীয়ে গাঁঠিয়ন খুন্দিছে
কোনে কেনে কৰি বটা।"

কন্যাক জুৰি গোৱা নামঃ-

" আমাৰে আইটি নিচেই কুমলীয়া
নিচেই কলপাতৰ থুৰি।
আঁটিব নেজানে ককাঁলৰ কাছুটি

মেলাব নেজানে চুলি।”

বিয়া নাম বোৰৰ কাব্যিক সৌন্দৰ্য্য মন কৰিবলগীয়া।

**(২) ভেকুলী বিয়াৰ নাম** ঃ- অসমৰ লোক সমাজত ভেকুলী বিয়াৰ অনুষ্ঠানো পতা দেখা যায়। কৃষিজীৱী অসমীয়া সমাজক শালিখেতিৰ বাবে বৰষুণৰ পানী লাগে। প্ৰকৃতি নিৰ্ভৰ সাধাৰণ লোকে বৰষুণৰ পানীৰ ওপৰত নিৰ্ভৰ কৰে খেতিৰ বাবে। বানপানী হৈ খেতি- বাতি নষ্ট হলে যেনেকৈ খেতিয়কৰ মনত দুশ্চিন্তা ওপজে, ঠিক তেনেকৈয়ে খৰাং হলেও খেতিয়কৰ দুশ্চিন্তা হয়। ভেকুলীয়ে টোৰ-টোৰালে মেঘে বৰষুণ দিয়ে বুলি লোক বিশ্বাস আছে। সেইবাবেই কৃষক ৰাইজে বৰ দীঘলীয়াকৈ খৰাং মাৰিলে ভেকুলী বিয়া পাতে। অথৰ্ব বেদত উল্লেখ আছে যে বৰষুণৰ অধিষ্ঠাতা বৰুণ দেৱতাক সন্তুষ্ট কৰিবৰ বাবে ভেকুলীক প্ৰাৰ্থনা কৰা হৈছিল। এই কথাৰ ভিত্তিতে পাছলৈ অসমীয়া লোক সমাজে খৰাং বতৰত ভেকুলী বিয়া পাতিবলৈ ধৰে। ভেকুলী বিয়াৰ নামত প্ৰাৰ্থনা বা তুতিৰ সুৰ এটাও নথকা নহয়।

স্বৰ্গৰ দেৱতাৰ ৰজা ইন্দ্ৰ। গতিকে ইন্দ্ৰ সন্তুষ্ট হলেই বৰুণ দেৱতাক বৰষুণ দিবলৈ নিৰ্দেশ দিব। ভেকুলী বিয়া নামত উল্লেখ আছে ঃ—

“ ৰাম ৰাম ভেকুলীৰ বিয়ালৈ
ৰাম ৰাম আহে ইন্দ্ৰ দেৱে
বতাহ বৰষুণত তিতি হে।
ৰাম ৰাম স্বৰ্গৰ অপেশ্বৰী
ৰাম ৰাম নামি আহিছে
ভেকুলীৰে বিয়া শুনি হে।”

অৱশ্যে হাস্য ৰসাত্মক গীতো ভেকুলী বিয়াত পৰিবেশন কৰা হয়। ভেকুলী বিয়াৰ গীত বোৰ ৰমণীয় কবিতাৰ শাৰীত থব পাৰি।

**(৩) মহহোগীত** ঃ মহহো গীত এবিধ অনুষ্ঠান মূলক গীত। কামৰূপ-গুৱাহাটী অঞ্চলৰ লোক সমাজত মহহো নামৰ এটি সামাজিক অনুষ্ঠানৰ প্ৰচলন হৈ আহিছে। মানুহৰ শত্ৰু হিচাবে প্ৰকৃতিৰ অনেক কীট-পতঙ্গ আছে। জোক-পোক, মহ- ডাঁহ আদি- কীট-পতঙ্গই কামুৰি মানুহৰ বেমাৰ-আজাৰ সৃষ্টি কৰি আহিছে। কাতি-আঘোণ মাহ মানৰ পৰা মহ-ডাঁহবোৰ কিছু পৰিমাণে বাৰিষা কালতকৈ কমি যায়। মহ-ডাঁহক খেদাৰ আলমত চাগৈ এদিন মহহো উৎসৱ অনুষ্ঠান আৰু মহোহো গীতৰ সৃষ্টি হৈছিল।

মহহো উৎসৱ অনুষ্ঠান কামৰূপৰ নলবাৰী, বেলশৰ আদি ঠাইৰ লোক

সমাজত প্ৰচলিত হৈ আহিছে।

আঘোণ মাহৰ পূৰ্ণিমাৰ ৰাতি গৰখীয়া আৰু চেমনীয়া ল'ৰাবোৰে লগ লাগি মহ খেদা অনুষ্ঠান এটি পালন কৰে। এই অনুষ্ঠানত চেমনীয়া-গৰখীয়া ল'ৰাইঁতে লগৰ এজনক কলৰ চুচনীৰে ভালুক সজাই লৈ নাচিবলৈ দিয়ে আৰু বাকী ল'ৰাবোৰে হাত জোকাৰি জোকাৰি গীত গায়। ল'ৰাইঁতে এইদৰে ঘৰে ঘৰে একোডাল টাঙোনলৈ গৈ চাউল-পাত খুজি আনি সকলোৰে মিলি ভোজ ভাত খায়। এই মহখেদা অনুষ্ঠানত গোৱা গীতবোৰকে মহহো গীত বোলে। যেনে ঃ-

- অ হৰি মহহো

মহ খেইদবা টাকান লো।
টেপুল পুৰা খাইলুৰে
টেপোলত নহাল নুন
চাউল কাৰে দুন দুন
চাউল নেদি দিলাক কঁড়ি
এননোৰ ঘৰ লৰি চৰি।"

**(৪) ঢোল, খোল আৰু মৃদঙ্গৰ মালিতা ঃ**

অসমৰ লোকবাদ্য ঢোল, খোল আৰু মৃদঙ্গক অসমৰ লোক সমাজে দেৱবাদ্য বুলি গণ্য কৰে। এই দেৱ বাদ্যবোৰ আদিতে সৰগত আছিল আৰু দেৱতা সকলেহে এইবোৰ বাদ্য বজাইছিল। এইবোৰ দেৱবাদ্য বজোৱাৰ লগে লগেই ব্ৰহ্মা, বিষ্ণু আৰু শিৱই আহি স্থিতি লয়হি বুলি বিশ্বাস কৰে। যেনে-

"যেনে খিতা লিখিৰি খিতা তিখিৰি খিতা হাত।
ব্ৰহ্মা, বিষ্ণু, ৰুদ্ৰ, আহি স্থিতি ভৈলা তাত।।"

ঢোলৰ মাৰিডাল কৰ পৰা কেনেকৈ আহিল সেই বিষয়েও মালিতাত পুৰণি কাহিনী আছে; ঢোলৰ মালিতাত উল্লেখ আছে। যেনে ঃ—

" হাতেৰে ঢোল বজাই কেনে কৰি গাজ বাঁশ?
হিৰণক্ষ থৈতে আছে তপ কৰি
সেই বাঁহ কাটি আনি সাজিলেক মাৰি।
তেবেসে বাজিল ঢোল ধিন দাওঁ কৰি।
আগত ব্ৰহ্মা, মধ্যে শিৱ, গুৰিত হৰি।
সত্ব-ৰজ তম তিনিগুণে পাব গাঁঠি।
..... ভক্তি প্ৰেম ৰহে বাঁহৰ ভৈলা পাত।
এই ৰূপে ধৰ্মৰ অংশে বাঁহ ভৈলা জাত।।

মাজে গাঁঠি আগে সৰু গুৰিটি শকত।
চতুমুখী ব্ৰহ্মা ঢোল মাৰিৰ আগত।।"

এইদৰেই মালিতা বোৰত হিন্দুৰ দেৱ-দেৱতা সকল যেনে— ব্ৰহ্মা, বিষ্ণু, শিৱ, ইন্দ্ৰ আদিৰ নাম উল্লেখ আছে। এই মালিতাবোৰত পুৰাণ, ভাগৱৎপুৰাণ, মহাভাৰত, ৰমায়ণ আদিৰো কাহিনী বা কথা বস্তুৰ উল্লেখ পোৱা যায়। ঢোল, খোল, আৰু মৃদঙ্গৰ ভালেমান বোৰ মালিতা আছে। সমাজত ঢোল-খোল বা মৃদঙ্গ বজোৱাৰ আগতে ঈশ্বৰ, দেৱতাসকল আৰু সভাসদ ৰাইজক প্ৰণাম জনাই মালিতাবোৰ মাতিহে ঢোল, খোল আৰু মৃদঙ্গ বজোৱা হয়।

মালিতাবোৰত ঢোলৰ উৎপত্তি , ঢোল কোনে স্বৰ্গৰ পৰা মৰ্ত্ত্যলৈ নমাই আনিলে এই আটাইবোৰ কাহিনী পোৱা যায়। যেনেঃ-

" শুনিয়োক সৰ্বজন আমাৰ বচন।
ঢোলৰ হাতৰ কথা কৰিবো বচন।।
যেতিক্ষণে দেৱগণে সাগৰ মথিলা।
অমৃতৰ ভাণ্ড এটা উদ্ধাৰ কৰিলা।।
সেহি অমৃত দেৱগণক ভাগ কৰি দিলা।
অমৃতৰ ভাণ্ড দুখণ্ড কৰিলা।।
ওপৰখণ্ড বাদ্য বুলি আকাৰ ধৰিলা।
নিম্ন খণ্ডৰ ৰূপ আন এক বাদ্য ভৈলা।।
ওপৰখণ্ড সদাশিৱই হাতে তুলি লৈলা।
বাদ্যৰ নামৰ হেতু চিন্তিবে লাগিল।।
কৈত পাব ছাল আৰু কৈত পাব জৰি।
মনে মনে ভোলানাথ চিন্তিলেক হৰি।।
হৰিৰ কটাক্ষে ভক্তিৰসে ছাল ভৈলা।
অনাদি মুচিয়াৰে বাদ্য ছাবলৈ লৈলা।।
অনন্তই দুই তালি বিষ্ণুৱে ভৈলা মাৰি।
ত্ৰিদশৰ দেৱগণে আছে ৰঙ্গ কৰি।।
বিষ্ণু পাদোদকে গঙ্গা মাথে তুলি লৈলা।
সিকাৰণে মহাদেৱে ডম্বৰু বজাইলা।।
মিনতি বচন কৰো নধৰিব দায়।
ডম্বৰু সুতৰ কথা এহি ভাগে পায়।।"

চৌৰিশখন মান ঢোলীয় হাত আছে। ওজা সকলে এই হাতবোৰ বজায়। সেইবোৰ

হাত হৈছে মাননি হাত, ঢোলীয়া বটা হাত, কপাহ ধুনা হাত, ডম্বৰু হাত তেলটুপী হাত, মেঘে গজা হাত ইত্যাদি।

এইদৰেই খোলৰ উৎপত্তি আৰু খোল মৰ্ত্ত্যলৈ আনি প্ৰথমে ক'ত কোনে বজালে এই বিষয়ে খোলৰ মালিতা আছে। মৃদঙ্গৰ জন্ম কাহিনী মৃদঙ্গৰ মালিতাত আছে। বায়নে খোল বা মৃদঙ্গৰ গায়ন গাওঁতে বৰসবাহ আদি ডাঙৰ যজ্ঞত এইবোৰ মালিতা গাইহে খোল বা মৃদঙ্গীয়া গায়নৰ আৰম্ভণি কৰে।

মৃদঙ্গক আনধ যন্ত্ৰ বুলি কোৱা হয়। ইয়াক হাতৰ আঙুলিৰ বুলনিৰে বজোৱা হয়। মৃদং গায়ন-বায়নত গোৱা হয়। পুৰণি শাস্ত্ৰ সমূহত মৃদঙ্গৰ কথা বিভিন্ন ঠাইত উল্লেখ আছে। খোল বাদ্য মৃদঙ্গতকৈ অৰ্বাচীন।

## (গ) কৃষি উৎসৱমূলক গীত

**বিহু গীত আৰু বনঘোষা** ঃ— অসমৰ কৃষিজীৱী লোক সমাজখনে কৃষিভূমিক উৰ্ব্বৰা আৰু শস্য-শ্যামলা কৰি তুলিবৰ বাবে বিশ্বৰ বিভিন্ন প্ৰান্তৰ লোক সমাজে কৃষিউৎসৱ বোৰ পালন কৰি আহিছে। এনেদৰেই অসমীয়া লোক সমাজে কৰা কৃষি উৎসৱ পালন কৰি আহিছে। বিহুক কৃষি উৎসৱ ঋতু, উৎসৱ বুলিও ক'ব পাৰি।

আমাৰ অসমৰ কৃষি উৎসৱ বা ঋতু উৎসৱ বিহু। অসমত যথেষ্ট পৰিমাণে গ্ৰীষ্ম কাল আৰু বৰ্ষা কালত বৰষুণ হয়। অসমীয়া লোকে সেয়েহে দ'মাটিত শালি খেতি কৰাৰ পৰম্পৰাই প্ৰধান। তথাপিও শীতকালীন খেতি কৰাও দেখা যায়। পাহাৰীয়া অঞ্চলত ঝুম পদ্ধতিৰে খেতি কৰা হয়।

সেইবাবেই শালিখেতিকেই প্ৰধান জীৱিকা হিচাবে গ্ৰহণ কৰা অসমীয়া জাতিয়ে সামগ্ৰিক ভাবে অসমৰ সকলো জনগোষ্ঠীয়েই জাতীয় উৎসৱ বিহু পাতে।

বহাগ মাহ সোমোৱাৰ পৰাই অসমত লাহে ল্যাহে দুই-এজাক বৰষুণ দক্ষিণ পশ্চিম মৌচুমী বতাহৰ ফলত বৰলৈ ধৰে। সেয়েহে শালিৰ খেতিত নমাৰ আগতে গাৱঁৰ গঞা লোকসকলে সকলোৱে মিলি আনন্দ উল্লাসেৰে চৈত্ৰ সংক্ৰান্তিৰ পৰাই বহাগ বিহু বা ৰঙালী বিহু পাতে। চৈত্ৰ সংক্ৰান্তিৰ পৰা বহাগৰ সাত-দহদিনলৈ বহাগ বিহু পাতে। প্ৰথম দিনা গৰু বিহু, দ্বিতীয় দিনা মানুহ বিহু, তৃতীয় দিনা দেৱতা বিহু, ৪ৰ্থ দিনা চেৰা বিহু, তাৰ পাছত কুকুৰা বিহু আদি পাতে; প্ৰথম দিনাৰ সন্ধিয়াৰ পৰাই গাৱঁৰ ঘৰে ঘৰে হুঁচৰি বিহু গায়। এনেকৈ গোটেই গাৱঁত হুঁচৰি গাই, শেষ হলে মুকলি পথাৰত গৈ বিহু উৰুৱাই বিহুৰ সামৰণি মাৰে। পাছত অসমৰ খেতিয়কসকলে খেতিৰ পথাৰত নামে। অৰ্থাৎ কঠীয়া পাৰে। শালিতলী ৰুবৰ বাবে মাটি চাহ কৰিবলৈ লাগি যায়।

ৰুৱাতলীৰ শালি ধানৰ ৰুৱাবোৰে এই সময়ত থোক মেলিবলৈ লয়। কাতি মাহৰ সংক্ৰান্তিৰ দিনা, কাতিৰ সংক্ৰান্তিৰ দিনা শালিতলী ৰুৱা ডৰাৰ খেতি খিনি ভালদৰে থোক মেলে লখিমী আই ধান ডৰা ভাল হ'বৰ বাবে খেতিৰ পথাৰত চাকি-বন্তি জ্বলায় আৰু ঘৰৰ লখিমী বোৱাৰীসকলে শুভ্ৰ কাপোৰ পৰিধান কৰি পথাৰলৈ গৈ পথাৰৰ মাজত গোৱা-পাণ দি কল পিঠা গুৰি দি শৰাই দিয়ে। সেইদিনা ভঁৰাল ঘৰ, গোহালি ঘৰকে ধৰি সকলো ঘৰৰ দুৱাৰমুখত আৰু পদুলী মুখত চাকি বন্তি জ্বলাই, তুলসীৰ তলতো চাকি-বন্তি দিয়ে। কাতিমাহত ভঁৰালৰ ভাত মুঠিৰ অভাৱ হয়। অসমীয়া লোক সমাজ কঙাল হৈ পৰে। অনুষ্টুপীয়াকৈ বিহু পতাৰ বাবে এই বিহুক অসমীয়াই কঙালী বিহু আখ্যা দিয়ে।

আঘোণ মাহৰ পৰা পুহমাহৰ ভিতৰত পথাৰৰ শালি-খেতিৰ পকা ধান ডৰা দাই, কঢ়িয়াই আনি ভঁৰালত ভৰাই থয়। পথাৰৰ খেতি ছপোৱাৰ পাছত বৰা, জহা আদি ধানৰ পৰা চিৰা, পিঠা, মুড়ি, হোৰোম খুন্দি নানাবিধ জা-জলপানেৰে মাঘী সংক্ৰান্তিৰ দিনা মাঘ বিহু পাতে। ডেকা সকলে মাঘী সংক্ৰান্তিৰ দিনা নৈ ঘাটত বা মুকলি পথাৰত খৰি-কাঠ গোটাই ভেলাঘৰ আৰু মেজি সাজে। ৰাতি ভেলা ঘৰত থাকি মেজি ৰখে আৰু পুৱা দোকমোকালিতেই মেজি জ্বলায়। ঢোল-তাল লৈ বিহু মাৰে। বিহুগীত গায় আৰু নাচে। গৰখীয়া ল'ৰাহঁতে মেজিৰ কাষত ৰাতি মাছ-মঙহৰ ভাত খায় মেজিৰ জুইত মাহকঁড়াই দিয়ে, ৰঙা আলু-কাঠ আলু আদিও অগ্নিলৈ দলিয়াই দি পূজা কৰি নিজেও খায়।

তাৰ পাছত ঘৰত সকলোৱে জা-জলপান খায়। মিটিৰ-কুটুমৰ ঘৰলৈ অহা-যোৱা কৰে। মিলা-প্ৰীতিৰে বিহু খায়। এনেদৰেই অসমীয়া জাতিয়ে ৰঙালী বিহু, কাতি-বিহু আৰু ভোগালী বিহু পাতে।

সাতদিন, সাতৰাতি ঘৰে ঘৰে ঢোল-তাল লৈ ৰঙালী বিহুত হুঁচৰি বিহু মাৰে। বিহু মাৰোতে হুঁচৰি গীত, আৰু বিহুগীত গায়। সেইদৰেই মাঘ বিহুটোতো ভেলা ঘৰ আৰু মেজি ঘৰত ঢোল তাল লৈ ডেকাহঁতে বিহু মাৰে। বিহুগীত গাই নৈ ঘাটত পতা চতৰ ৰাতি বিহুতো অসমীয়া ডেকাহঁতে বিহুমাৰে। তেতিয়াও বিহুগীত আৰু বনঘোষা গায়। বিহু নাচে।

## ঃবিহু গীত আৰু বনঘোষা ঃ

বিহুত গোৱা গীতবোৰক বিহু গীত বুলি কোৱা হয়। বিহু হুঁচৰিৰ প্ৰথম ভাগত হুঁচৰিৰ ঘোষা আৰু পদ গায়। নৈ ঘাটত, বিলৰ পাৰত নাইবা দলনি পথাৰত নিজান ঠাইত বনগীত বা বন ঘোষাবোৰ গায়। বনঘোষা প্ৰেম-পীৰিতিৰ গীত। বনঘোষাত ডেকা-গাভৰুৰ প্ৰেম, বিৰহ আৰু বেদনাৰ কথা প্ৰকাশ ঘটে।

বনঘোষা ঃ— বনঘোষাত প্ৰেম-পীৰিতিৰ ছবিখন প্ৰকট হৈ পৰা দেখা যাতয়। যেনে—

" চকুৰে চকুৰে কিচোৰা মইনা জান
মই চালে তলমূৰ কৰ ;
তইনো নৌ মাতোতেই মাতিব পাৰো মই
জানোছা কেতেৰাই মাৰ।"

বন ঘোষাত পীৰিতি—

" প্ৰথমে ঈশ্বৰে পৃথিৱী স্ৰজিলে
তাৰ পিছত স্ৰজিলে জীৱ;
সেইনোজন ঈশ্বৰে পীৰিতি স্ৰজিলে
আমিনো নকৰিম কিয় ?"

বনঘোষাত প্ৰেমিকৰ বেদনা—

'পৰ্বতে পৰ্বতে বগাব পাৰো মই
লতাত বগাবলৈ টান
যুৰীয়া হাতীকো বলাব পাৰো মই
তোমাক বুজাবলৈ টান।'

বিহুগীত ঃ- বিহু গীত বোৰত অসমৰ নৈ বিল, জান-জুৰি, পথাৰ-সমাৰ আদি প্ৰাকৃতিক চিত্ৰৰ বৰ্ণনা পোৱা যায়।

" হাতত ধৰি ধৰি দিহিং পাৰে হলো
জিৰালো কলীয়াবৰত।"
"ব্ৰহ্মপুত্ৰ দেৱতা উটুৱাই নিনিবা
তামোল দি মাতোতা নাই।"
" দলনি পথাৰত ধানে দাই আছিলো
ঘিলা চকলীয়া মুঠি।"

কিছুমান বিহুগীতত অসমৰ ঘৰুৱা জীৱনৰ চিত্ৰও পোৱা যায়-

" আগ-ফালে শুৱন কাকিনি তামোল ঐ
পাছফালৰ শুৱনি পাণ।"
বৰঘৰ শুৱনি গাভৰু ছোৱালী
উলিয়াই দিবলৈ টান।"

বিহুগীতবোৰত বিহুৰ বাদ্য যন্ত্ৰবোৰৰ বিষয়েও উল্লেখ আছে।

ঢোলে ভালে কৰি বাবি ঐ ঢুলীয়া

তালে ভালে কৰি বাবি
খৰৈকে নেবাবি লাহেকৈ নেবাবি
নাচনীৰ চেৰতে বাবি।
"গগনা আৰণি গগনা পুৰণি
গগনা কিহেৰে বাওঁ।"
" মহৰ শিঙৰ পেঁপাটি নবজাবা ককাইটি।"—ইত্যাদি

বিহুগীতত সমাজ জীৱনৰ চিত্ৰত পোৱা যায়।

বিহুগীত আৰু বনঘোষা উদ্দাম যৌৱনৰ গীত। বিহুগীত আৰু বনঘোষাত অসমীয়া ডেকা-গাভৰুৰ আশা- আকাংক্ষা, প্ৰেম, বিৰহ, মিলন-বিচ্ছেদৰ ভাবৰ প্ৰতিফলন ঘটিছে। অসমীয়া পুৰুষ-মহিলাৰ কাম-কাজ, খোৱা-বোৱা, সাজ-পাৰ, গহনা-গাঁঠৰি, গ্ৰাম্য শিল্প আদিৰ পৰিচয় বিহুগীতবোৰৰ যোগেদি দাঙি ধৰা হৈছে। মুঠতে বিহুগীতত অসমৰ গ্ৰাম্য সমাজখনৰ প্ৰাণৰ স্পন্দন ধ্বনিত প্ৰতিধ্বনিত হৈছে।

(২) হুঁচৰি গীতঃ- হুঁচৰি গীতৰ বিভিন্ন জাত আৰু সুৰ আছে। কিছুমান হুঁচৰিৰ ঘোষা একেবাৰে প্ৰাচীন যেন লাগে। হুঁচৰি গীতৰ কিছুমান ধৰ্ম সম্পৰ্কীয় আৰু আন কিছুমান ধেমালীয়া ধৰণৰ। প্ৰাচীন কালৰ হুঁচৰি গীত যেনে ঃ—

" হাতত কাড়ঁ হেৰ দদাই
মাৰ ঐ মাৰ ঐ বালি চৰাই।"

ধৰ্মমূলক হুচঁৰি গীত ঃ- যেনে—

" কৃষ্ণাই মূৰতে বকুল ফুল এপাহি
নিয়ৰ পাই মুকলি হল ঐ গোবিন্দাই ৰাম।

বিবিধ হুঁচৰি গীত ঃ— যেনে—

নঘৰ ঐ পুৰণি কামি
হুঁচৰি গাবলৈ আহিছো আমি।"

(৩) ঐনিতম ঃ— মিচিঙৰ আলি-আয়ে-লৃগাং আৰু পৰাগ জাতীয় উৎসৱ। মিচিং জনগোষ্ঠীয়ে কৃষি উৎসৱ বা ঋতু উৎসৱ আলি-আয়ে-লৃগাং আৰু পৰাগ উৎসৱ পালন কৰে। মিচিং সকলে কোৰ- দা আদিৰে খৰালি কালত আহু-বাও ধানৰ খেতি কৰাৰ পৰম্পৰা আছিল। অৱশ্যে পাছলৈ সংমিশ্ৰণ (Assimilaition) হৈ শালি খেতি কৰিবলৈ ধৰে। আলি-আয়ে-লৃগাং হল গুটি সিঁচা উৎসৱ। মিচিং সকলে আলি-আয়ে-লৃগাং উৎসৱ ফাগুন মাহৰ প্ৰথম বুধবাৰৰ পৰা পালন কৰে। লৃগাঙত ঢোল-তাল, বৰ কাঁহ আদি লৈ বিহুনৃত্য কৰে আৰু ঐনিতম গায়।

প্ৰতিঘৰৰে চোতালতে বিহু কৰে। তাৰ পিচত বিহু উৰুৱায়।

খেতি ছপাই শেষ কৰাৰ পাছত কৃষিজীৱী মিচিং সমাজে 'পৰাগ' বা 'নৰাছিগা বিহু' পাতে। পৰাগত বিহুৰ উপৰিও পূজা-পাতলো চলে। এই উৎসৱতো মিচিং ডেকা-গাভৰুৱে আনন্দ মনেৰে ঢোল-তাল, টকা-গগনা, পেম্পা, বৰকাহঁ আদি লৈ বিহু মাৰে। ঐনিতম গায়। গোমৰাগ নৃত্য কৰে আৰু ঐনিতম গায়। পৰাগ উৎসৱত্ত্বে ঐনিতম গোৱা হয়।

ঐনিতমবোৰ মিচিং ডেকা-গাভৰুৰ প্ৰেম-প্ৰণয়ৰ গীত। 'চেনেং' (প্ৰেমিক) আৰু লেডেং (প্ৰেমিকা)ৰ প্ৰেম প্ৰীতি বা ভালপোৱা, বিৰহ, বিচ্ছেদ, মিলন আদি ভাবৰ প্ৰতিফলন ঘটিছে।

"পেকি তমানে পেত্তাতমানে
আলাবই তমানে লাৱলিক চুপে বং
ঐনম কালিদ' কাবেগ তমানে।'

" কপৌ চৰাই নহ'লো নাইবা আন চৰায়ো নহ'লো। তেনে হোৱা হ'লে মোৰ উৰি যাবলৈ ডেউকা থাকিলহেঁতেন, হে মোৰ প্ৰিয়া! তৃষ্ণাতুৰ নয়নে তোমাক যথা সময়ত দৰ্শন কৰিব নোৱাৰিলো।"

ঐনিতম বোৰত সোৱণশিৰি নদীখনৰ কথা বৰ বেছিকৈ উল্লেখ আছে। সোৱণশিৰি যেন মিচিং জনগোষ্ঠীৰ বুকুৰ আপোন; "অৱনৰি কেৰেদ আদ্ৰি তিলিল পুমচামে। লাকে পঙ্কেপ পকেপে অইনক য়াল্লম, কাপাদুং "তৃষ্ণাতুৰ মুহূৰ্তত সোৱণশিৰিৰ পাৰত ঠিয় হৈ পানী খাবলৈ পানীত হাত জুবুৰিয়াওঁতে আঙুলিৰ ফাকেঁ তোমাৰ প্ৰতিচ্ছবি মই দেখিব লাগিছো। (টাবুৰাম টাইদ গীতি সাহিত্যৰ স্বৰূপঃ ঐনিতমৰ পটভূমি প্ৰৱন্ধ)।

ঐনিতম সমূহত মিচিং কৃষিজীৱী সমাজখনৰ ভূই ৰুৱা, ধান দোৱা, ধান বনা, তাঁত বোৱা আদি কাৰ্য্যৰ কথা সঘনে উল্লেখ দেখা যায়। ঐনিতম বোৰৰ সুৰ অতীৱ মধুৰ। ঐনিতমবোৰক প্ৰতীক, উপমা অলংকাৰ আদিৰে অতি মনোমোহা কৰি তুলিছে। কোমলতাই গীতবোৰক মাধুৰ্য্যতা প্ৰদান কৰিছে।

**(৪) বড়ো গীতঃ-** অসমৰ খিলঞ্জীয়া বড়ো জনগোষ্ঠীয়েও মাঘী দোমাহিৰ দিনা 'বিলাগুৰ' অৰ্থাৎ মাঘ বিহু পালন কৰে। বিঙি বা বীণা লৈ গাৱঁৰ প্ৰতি ঘৰে ঘৰে কণী, পইমা আৰু চাউল তোলে। গৃহস্থৰ আৰু গৰুৰ মঙ্গল কামনা কৰি গৃহস্থক আশীৰ্বাদ দিয়ে। এই উৎসৱত বড়ো গীত গোৱা হয়।

সেইদৰেই বড়ো সকলে বহাগ বিহুত 'বৈছাগু' উৎসৱ পাতে। চতৰ সংক্ৰান্তিৰ দিনা দীঘলতি-মাখিয়তীৰে কোবাই গৰুক গা-ধোৱায়। বহাগৰ প্ৰথমদিনা গাৱঁৰ

গঞাই ভোজ-ভাত খায়। এই উৎসৱতো ডেকা-গাভৰুৱে বড়ো গীত-গায়; নৃত্য কৰে। বড়ো গীতৰ এফাকি অসমীয়া ভাঙনি-

" আমাৰ জুপুৰি ঘৰ ভগা-ছিগা
নাহিবা বৰষুণ নাহিবা।
সৌৱা ৰদ আহিছে
নাহিবা ৰদ আহিছে
আহাঁ ৰদ আহাঁ আহাঁ।
বৰষুণ আহিছে টিপ টিপ কৈ
তুমি খেদি দিয়া।
তুমি তাপ মেলি দিয়া
পানী শুকাব, বাট শুকান হব,
আমি পাম শুকান বাট।"

(৫) চাজেবা ঃ দেউৰী গীত ঃ-অসমৰ দেউৰী সম্প্ৰদায়ৰ মাজতো কৃষি উৎসৱ বিহুৰ গীত কিছুমান আছে। এইবোৰক দেউৰী চাজেবা গীত বোলে--

" চ'তমহীয়া চাদুহ কেতুৰি না-কেৰে
আয় দেহা নাংনা কেৰি,
আয়ৰে মইনা মইনাচি ডামিন' শু
অভাগি বলিয়া চাৰি।
(অসমীয়া - "চ'তমহীয় ৰ'দত কেতুৰি শুকুৱা দৰে
শুকাই গৈছে মোৰ দেহা,
মোৰে অ' সোণটি কেলেইনো
অভাগি হৈছো বলিয়া।)
" মি লিবাই দিনহ ৰোৱা বাৰী চচিহ
ইগাবা দুৱাকে উগাই,
ননানে হিজেমহ হেলা অভাগীয়
মুকুমিজি নিজেৰে হিগাই ।

(অসমীয়া - " ধান্ দোৱা দিনতে বাঁহনি বাৰীৰ মাজতে
ধুনীয়া চৰাইও কান্দে,
তোমাকে দেখিলে এই দুৰ্ভগীয়াৰ

চকু পানী ওলাই নিজে নিজে।)

**(৬) সোণোৱাল কছাৰীৰ হাইদাং হুঁচৰি গীত ঃ-** অসমৰ সোণোৱাল কছাৰী সম্প্ৰদায়ৰ লোকে বিহুত হাইডাং হুঁচৰি গীত গায়।এই গীতৰ অন্তৰ্নিহিত উদ্দেশ্য হৈছে মুকলি আকাশৰ মেঘমলাৰক আমন্ত্ৰণ কৰে— পৃথিৱীত বৰষুণ দি মাটিক উৰ্বৰা কৰিবলৈ ই এক আকুতি জনোৱা গীত।

হাইদাং হুঁচৰি গীতত প্ৰথমে নাৰায়ণক নমস্কাৰ কৰি লয়। তাৰ পাছত এই বিশ্ব ব্ৰহ্মাণ্ডৰ সৃষ্টি, চাৰিমুঠি জীৱৰ সৃষ্টি আৰু সোণোৱাল কছাৰী সকলৰ সৃষ্টিতত্ত্বৰ কথা পোৱা যায়। সোণোৱাল কছাৰী সকলৰ সৃষ্টি বা উৎপত্তি সম্পৰ্কেও বৰ্ণনা কৰা হয়। সোণোৱাল কছাৰী ডেকা-গাভৰু সকলে হাইদাং হুঁচৰি গাওঁতে গৃহস্থৰ চোতালত চাৰিটা খুটি পুতি তাত এডাল দীঘল বাঁহ পাৰিলৈ হাতত টকা মাৰি লৈ গীতৰ চেৱে চেৱে টকা মাৰিৰে কোবাই যায় আৰু হাইদাং গীত গোৱা হয়। হাইদাং গীতত হালালী বা হেমালী ৰাজ্যৰ বৰ্ণনা; লালী বা লালৌ নদীৰ বৰ্ণনা আৰু শদিয়া ৰাজ্যৰ উল্লেখ পোৱা যায়। গীতবোৰক চাৰিটা প্ৰধান ভাগত ভাগ কৰিব পাৰি ।(১) বাৰেমন্ত্ৰ (২) পোহাৰী গীত, (৩) থিয় গীত আৰু (৪) বৰগীত। প্ৰথমে গৃহস্থৰ কুশল-মঙ্গল কামনা কৰি আৰ্শীৰ্বাদ দিয়ে। তাৰ পাছত মহাদেউ, পাৰ্ব্বতীক বন্দনা কৰি গীত গায়।

খ্ৰীৰিং ৰজা শিৱ, গজাই আৰু মনাই নামৰ তিনিজন দেৱতাক স্মৰণ কৰি গীত গায়। যেনে ঃ—

"হুৰে হুৰে গীতক কোনে সৰজায়
মহাদেউ পাৰ্ব্বতী সিয়ে সৰজায়।"

গীতবোৰত কছাৰী ৰজাই কেনেকৈ শদিয়াৰ হেলালী ৰাজ্য এৰি আহিব লগা হ'ল তাৰো বৰ্ণনা পোৱা যায়। যেনেঃ-

দম দম অগনি জ্বলে চৌদিশে
লঠৰাই ভাঙিলে গাও;
দেশৰ ল'ৰা-বুঢ়াৰ হ'ব কি যে গতি
ক'লৈবা মাৰিব ল'ৰ।

শদিয়া এৰি নদীয়াল পালেহি ঘৰ হ'লহি পৰ।"

প্ৰাচীন শৈৱধৰ্মী সোণোৱাল সকলে আহোম ৰাজত্ব কালত সোৱণশিৰি নদী আৰু ধনশিৰি নদীত অপৰ্য্যাপ্ত সোণ কমাইছিল।এই কথা হাইদাং গীতত উল্লেখ আছে। যেনে ঃ— " ৰসেৰে নহ'লে ধৰিব নোৱাৰি

সোণাৰী শালৰে সোণ,
ঢকোৱা নহ'লে পূৰিব নোৱাৰি
চটাই নাম ডাঙৰ লোণ।

হাইদাং হুঁচৰি গীতৰ সম্পৰ্কে অধ্যাপক জোনাৰাম হাজৰিকাদেৱে কৈছে - "অসমীয়া লোকগীতৰ বুৰঞ্জীত সোণোৱাল কছাৰী সকলৰ হাইদাং আৰু হুঁচৰি গীতে এক বিশিষ্ট স্থান পোৱাৰ যোগ্যতা নিশ্চয় আছে।"

**(৭) তিৱালালুঙৰ (ক) বৰতৰ** গীত ঃ- অসমৰ এটি খিলঞ্জীয়া জনগোষ্ঠী তিৱা লালুং সকলৰ মুখে মুখে বহুতো লোক গীত মুখ বাগৰি আহিছে। তেওঁলোকে চ'ত মাহৰ বৰত পূজা নামেৰে এটি পূজা পাতে। এইবৰত পূজাত মনসাদেও, বাঘদেও আদি দেৱ-দেৱতাক তুষ্ট কৰিবলৈ কিছুমান গীত গাইছিল। বসন্তকালত কাঠেৰে সজা পুতলা নচুৱাই কিছুমান গীত গাইছিল। যেনে ঃ-

" আজি যাওঁ বৰতক কালি যাওঁ বৰতক
বৰতৰ ঢেপেলা পাত;
বৰতক যাওঁতে চোৰাতে ডাকিলে
ৰিহা নাইকিয়া গাত ।"

**(খ) উৰল টনা গীত** ঃ- বাৰিষা বৰষুণ নাহিলে কৃষিজীৱী তিৱা লালুং সমাজে তিৱা লালুং ডেকা-গাভৰুৱে ঘৰে ঘৰে উৰল টানে আৰু গমনা বজায়। তেতিয়া কিছুমান গীত গায়। এই গীত গাওঁতে পানী ছটিয়ায়। যেনে—

"চ'ত মহীয়া চতোৱালী
ৰজাই ফুৰে হাট
ৰজা গ'ল গাওঁ ফুৰিব
মাঁদে নাখায় ভাত।"

এচটা পাতল বাঁহক তিনিচিটা কৰি, গমনা সাজে। গমনা বজালে তেওঁলোকে নাচে।

যেনে ঃ— 'গমনা গমনা
তোৰে কিয়ে কিয়ে নাও
দুফালে দুচটি মাজতে এচটি ।।
মুগাজৰি লগায় বাওঁ।"

**(৮) নামনি অসমৰ নাঙেলী গীতঃ-** নাঙেলী গীত নামেৰে নামনি অসমত একশ্ৰেণীৰ গীত প্ৰচলিত আছে। নাঙল হৈছে অসমীয়া খেতিয়কৰ হালখনৰ একমাত্ৰ সম্বল। গতিকে কৃষিজীৱী সমাজে কৃষিৰ সম্বল নাঙলটোক লৈয়ো

কিছুমান গীত লিখিছে। কিছুমান নাঙেলী গীতত অমাৰ্জিত শব্দৰো প্ৰয়োগ দেখা যায়। কিছুমান নাঙেলী গীত উৎকট যৌন গন্ধিতাৰ প্ৰকোপ দেখা যায়। নাঙেলী গীতত হাল, গৰু আৰু নাঙলৰ বৰ্ণনাও পোৱা যায়। যেনে ঃ—

“ নাঙলখানে উঠি বোলে
মোৰ ঘাৰত কুঁজ;
বৰেৰ পুৱা উঠি মই
পৃথিবী হতি কৰো যুঁজ।।”
যুৱলিখানে উঠি বোলে
মোৰ পাঁচটা বিন্ধা।” ইত্যাদি

**বিবিধ লোক গীত ঃ—** বিবিধ লোকগীতৰ ভিতৰত ধেমেলীয়া গীত-পদ, কামৰ গীত; আৰু খেল-ধেমালিৰ গীত আদি অনেক আছে।

**ধেমেলীয়া গীত ঃ—** লোক সমাজত কিছুমান হাঁহি-ধেমালিৰ গীত-মাত প্ৰচলিত হৈ আহিছে। এইবোৰ গীতত হাস্যৰসে বিৰাজ কৰিছে। এনেবোৰ গীত নামনি অসমত প্ৰচলিত। যেনে ঃ—

(১) **চাহ পুৰাণ ঃ—** “ এচাহে মাৰিলে জাতি কূল
চাহ খাই খাই ক’ত লোকৰ
হৈ গ’ল পিত্ত শূল।”

(২) **গৰু কিনা ঃ—** “গৰু কিনবা যাওঁ বুলি মাকৰ আগত কলাক।
আঠীয়া কলে বোকা চাউলে টোপলী বান্ধি ললাক।”

(৩) **ভাৱৰীয়া ঘৰ ঃ—** “চতালৰ চাৰি কাষে চাইটা টিনৰ ঘৰ।
বৰযুণ হলি যাইবা লাগে পৰৰ ঘৰে ঘৰ।।”

(৪) **ভুঁইকঁপৰ গীত ঃ—**“ জেঠৰ একদিন থাকাত ভুঁইকঁপটো গেল।।
পছিমৰ পৰা আহিল হৰৌ হৰৌ কৰি।
তিৰি ছলি হাতত ধৰি কৰে লৰা-লৰি।।”

(৫) **টোকনৰ গুণ ঃ—** “ শুন বাপু শুন
একেডালি টোকনৰ ন-টি গুণ।”

(৬) **গৰুৰ জন্ম ঃ—** “পৃথিৱীখন সৰজি দিলা সবাত কৰি সৰু
মা লক্ষ্মী সৰজি দিলা
সৰ্জি দিলা গৰু।”

**কামৰ গীত (Work Songs)**

অসমৰ কৃষিজীৱীলোক সমাজে দৈনন্দিন জীৱনত নানান কাম-কাজ কৰে। কামৰ সম্পৰ্কেও উজনি আৰু নামনি অসমত নানান কামৰ গীত গায়। এইবোৰ গীতক কামৰগীত বোলা হয়। সেইবোৰৰ ভিতৰত পচলা কুটা, ৰূপ চলাব জুনা, বৰশী বোৱা, কপাহৰ জুনা, পৰুৱা শিপিনীৰ জুনা, নাঙলৰ জুনা ইত্যাদি। অসমৰ লোক সমাজত কল-পচলা এক প্ৰিয় খাদ্য। নামনি অসমৰ লোকে পচ লাৰ গীতক পছ্লা কুটা গীত আৰু উজনি অসমত পচলাৰ জুনা বোলে। নাঙল সম্পৰ্কীয় গীতবোৰক উজনি অসমত নাঙলৰ জুনা বোলে আৰু নামনি অসমত নাঙেলী গীত বোলে।

(১) **পচলাৰ জুনা** :– "সৰুজনীয়ে বুলিলে বৰজনী বাই।
আলহী আহিছে কিহেৰেবা খায়।।
নকৰিবা চিতা ভনী নকৰিবা চিতা।
বাৰীৰ পচ লাৰে পাতি থৈছো মিতা।।"

(২) **কপাহৰ জুনা** :– "সৰুজনীয়ে বুলিলে বৰজনী বাই।
পিজলী কপাহ ক'তনো পায়।।
কপাহ আছে সোণাপুৰ হাটে।
শহুৰে দেখি আহে পানী অনা ঘাটে।।"

(৩) **পৰুৱা শিপিনীৰ জুনা**:– "হাই দি তুলিবৰ লাই
তুলি লেচাই ডেকা হাচটি খুজিলা
ববলৈ টোলোঠা নাই।"
"কি মাছ মাৰিবৰ শল।
পৰুৱা শিপিনীৰ টোলোঠা কাটোতে
এমাহ এক যুগ হল।।"

(৪) **নাঙলৰ জুনা** :– " হাবিত আছিল কেঁকোৰা কাঠ।
বাঢ়ৈয়ে আনি লগালে চাচঁ।।
চাঁচি কাটি কৰিলে নাঙল।
হালোৱাই নি জুৰিলে হাল।।"

(৫) **বৰশী বোৱা গীত** :– " চেঙেলী বাই লৰি আহ লৰি আহ
মোৰ বৰশীত ধৰহি আহ ধৰহি আহ।
ধৰ বেটা ধৰ/আকে খুটে তল কৰ
খুটমাৰি ক'বক গেলি
ভায়েৰাহাঁতৰ মূৰখালি।"

**(৬) খেতি-বাতি সঁজুলিৰ গীত ঃ–**

" নাঙলখানে উঠি বোলে
মোৰ ঘাৰত কুঁজ
বৰেৰ পুৱা উঠি মই
পৃথিৱী হঁতি কৰো যুজঁ।
যুৱলি খনে উঠে বোলে
মোৰ পাচটা বিন্ধা,
মই নহলি হাউলে কাৰ।।
আলহোৱে হুদা।

**(৭) তাঁতীৰ জুনা ঃ–** তাঁতীৰ জুনাবোৰত অসমীয়াৰ বোৱা-কটাৰ বিৱৰণ পোৱা যায়।

৭। **খেল-ধেমালিৰ গীত ঃ–** খেল-ধেমালিৰ গীতবোৰ খেল-খেলোতে গোৱা হয়। খেলৰ লগত সঙ্গতি ৰাখি এই গীতবোৰ গোৱা হয়। এইবোৰৰ ভিতৰত নাওখেলৰ গীত, ভাকুটকুট খেলৰ গীত, মুঠিখেলৰ গীত, কপৌ খেলৰ গীত, হাউখেলৰ গীত ইত্যাদি অনেক খেলৰ গীত পোৱা যায়।

**(১) নাওখেলৰ গীত ঃ–**

" বালিৰ ওপৰ খাইবা ভাত, নৌকাৰ ওপৰ শুইবা।
ৰজনী প্ৰভাত হইলে কাৰ মুখ চাইবা।'
'কানাই পাৰ কৰ ৰে বেলিৰ দিকি চাৱা।
নষ্ট হৈল দুধেৰ ভাণ্ডাৰ বাজাৰ গৈল বৈয়া।।"

**(২) ভাকুটকুট খেলৰ গীত ঃ-**

" তাই মাই লোগে মাছে ভাতে খায়
বৰ ঘৰৰ মেকুৰী সৰু ঘৰলৈ যায়,
ঢাকোন পেলাই পইতা খায়;
এইটো তইখা, এইটো মই খাওঁ
এইটো গৰখীয়া বুঢ়ালৈ থক।"
হাতৰ মুঠি মেলি কয় -"ভাকুট কুট কুট"
" বগলীএ বৰ সবাহলৈ নগলি কিয়?
গৈছিলো গৈছিলো, বাটতে বৰষুণ পালে
ৰংদৈৰ ঘৰতে সোমাব খোজোতে চেংদৈ কুকুৰে খালে,
ছেই কুকুৰ ছেই, নাহিবি জপনা দেই
বাঁহৰ মুঢ়া, বগলীৰ ঘোঁৰা

ক'ৰ পৰা আহিলি চকু চেলোৱা বুঢ়া।"

(৩) কপৌ খেলৰ গীত ঃ-

" কপৌ কুউ কুউ
খুদু আছে খাহি আহ
পানী আছে বোকা আছে কেনেকৈ যাম?
বেঙেনা গছত দৌকা থৈ
দেও দি দি আহ।"

(৪) ঘিলা খেলৰ গীত ঃ- অসমৰ ঘিলা খেল এটি অতি আপুৰুগীয়া খেল। পুৰুষ-তিৰোতা উভয়েই ঘিলা খেলে। বাৰ আঙুলিৰ আঁতৰে আঁতৰে শাৰী শাৰীকৈ ঘিলাবোৰ মাটিত পতা হয়। প্ৰথমে পতা ঘিলাটো মেনো ঘিলা বা লাই ঘিলা; লাই ঘিলাটোত লগালে আটাইখিনি ঘিলা পায়। আনবোৰৰ এটাত লাগিলে এটা ঘিলাহে টিকাব পৰা জনে পায়। ঘিলা খেলৰ বিভিন্ন নীতি-নিয়ম আছে। ঘিলা খেলৰ গীত ঃ যেনে —

" বৰৰে তলতে ধনে ঘিলা খেলে
সোণ পোৱালৰ মণি;
ইৰিনা বিৰিণা উঠি নাচি নাচি
বিহুৰে বতৰা শুনি।"

(৫) কঁড়ি খেলৰ গীত ঃ— অসমত পুৰণি কালৰে পৰা কঁড়ি খেল অতি জনপ্ৰিয় খেল আছিল। আগতে মুদ্ৰাৰ পৰিবৰ্ত্তে কঁড়িৰ প্ৰচলন আছিল। কঁড়ি খেলৰ বিভিন্ন নিয়ম আছে; কঁড়িৰ ঢালখন মাটিত আঁকি লয়। ছটা কড়ি লৈ কঁড়ি খেলে। কঁড়ি খেলৰ নিয়ম আছে। যেনে— কঁড়ি, পাঁচি, দহ ইত্যাদি। কঁড়ি খেলৰ গীত ঃ

"কঁড়িৰে ঢালতে কড়ি নুফুটিলে
কপালক দি যাওঁ দুখ।।" ইত্যাদি।

(৬) গৰখীয়া এচাৰি খেলৰ গীত ঃ—

" এলেং বাঁহৰ তেলেং গাঁঠি
জপৌ পৌ সোণৰ গাঁঠি
গৰুমৰীয়া কোপটীয়া
হাতৰ এচাৰি গৰখীয়া"

(৭) কচুগুটি খেলৰ গীত ঃ—

" অলৌ গুটি টলৌ গুটি কচু গুটি ঘাই
এইখন হাতৰ গুটিটি এইখন হাতত পায়।"

**(৮) কোমোৰা খেলৰ গীত ঃ—** সৰু ল'ৰা-ছোৱালীয়ে এটাৰ পাছত এটাকৈ দহ বাৰটাই কঁকালে কঁকালে ধৰি এডাল শিকলিৰ দৰে পাতে আৰু গায় —

" ইৰিকতি মিৰিকতি বাইৰ শলা;
মোমাইৰ পদূলীত বান্ধিলো ঘোঁৰা,
ৰজাৰ জীয়েকে ফুৰিবলৈ যাওঁতে
পহু পোৱালী এটা পালে
তাকে খাবলৈ জালি চাই কোমোৰা এটা দিয়া।"

**(৯) আঙুলি খেলৰ গীত ঃ—**

" উকুলি মুকুলি দুকুলী কাঁহী
আদৌ দৌ দোমৰ দাঁহী
আমপাতে চাল চেলাই
কঁঠাল পাত হুৰ হুৰাই
ছাটি বাটি নহৰু গুটি
এখন এৰি এখন কাট।'

**(১০) হৈ গুড়্খেলৰ গীতঃ-**

" হৈ দিলো নিদিলো
বেলি দিলে ভাটি
কোন গৰখীয়াই থৈছে ৰাখি
কোমল ভলুকা টল-ল টল-ল।"

**(১১) আলি ছিগা খেলৰ গীত ঃ-**

" হেইচ কুট কুট'
" হৰি নিলে নিলে
বেলি দিলে ভাটি
ৰজাই গৰখীয়াৰ বীণ বায় ৰাতি।
উৰি যাওঁ পুৰি যাওঁ ডালে-পাতে লাগি যাওঁ
ডালে ধৰফৰাই, গুটি ধৰফৰাই
হৰি ঔ-গুটি ঔ, হৰি ঔ, গুটি ঔ।"

**(১২) হাঁউ খেলৰ গীতঃ-**

" আবু ঐ হাবাং, চাউল দিবি চাবাং
পুঠি মাছৰ নেজ খৰা
তাকে বোলে কবিকাৰা

কবিকাৰাই মাইল্লা লৰ
ঘৈন্ন্যাকে বোলে ধৰ ধৰ।"

## নিচুকনি গীত বা শিশু গীত
(Children song)

পৃথিৱীৰ বিভিন্ন প্ৰান্তৰ লোক সমাজত শিশুৰ নিচুকনি দিয়া বা শিশু উমলুৱা গীত-আছে। এই শিশুগীতবোৰ কৌতুহল উদ্দীপক আৰু শিশুৰ মনস্তত্ত্ব মূলক। অসমৰ লোক সমাজত প্ৰচলিত এই শ্ৰেণীৰ শিশুমনোধৰ্মী গীতক নিচুকনি গীত বোলা হয়। ধাইনাম হ'ল নিচুকনি গীতৰ অন্তৰ্গত।

সাধাৰণতে কোলাৰ শিশুক নিচুকাবলৈ ভয় ভ্ৰান্তিৰ পৰা মুক্ত কৰিবলৈ আৰু লগতে শিশুৰ মনত আনন্দ দান কৰিবলৈ নিচুকনি গীতবোৰ গোৱা হয়। শিশুসকলে অলপতে হাঁহে আৰু অলপতে কান্দে। শিশু মনৰ জগতখন বৈচিত্ৰ্যময়। গীতবোৰত কল্পনা আৰু বাস্তৱৰ সমন্বয় ঘটিছে।
যেনেঃ- নিচুকনি গীতঃ-

" আমাৰে মইনা শুব এ
বাৰীতে বগৰি ৰুব এ
বাৰীৰে বগৰি পকি সৰি যাব
আমাৰে মইনা বুটলি ল'ব।"
"শিয়ালী এ নাহিবি ৰাতি
তোৰে কাণে কাটি লগামে বাতি
শিয়ালীৰ মুৰতে মৰুৱা ফুল
শিয়ালী পালেগৈ ৰতনপুৰ।"

## অসমৰ মাৰ্গী সঙ্গীত
(Classical Songs of Assam)

লোক গীত সমূহৰ আৰ্হি অৰ্থাৎ সুৰ, ছন্দ আৰু ভাষাৰ সু-সামঞ্জস্য ঘটাই মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ আৰু মাধৱদেৱে অসমত এক শ্ৰেণী মাৰ্গী সঙ্গীতৰ সৃষ্টি কৰিলে এইবোৰক্লে আমি 'বৰগীত' বুলি কওঁ। অৰ্থাৎ মহাপুৰুষ জনাই শাস্ত্ৰীয় সঙ্গীতৰ আৰ্হিত ৰচনা কৰা এই বৰগীত সমূহত ৰাগ-ৰাগিনী আৰু তাল-

মানৰ সংযোগ ঘটাই বৰগীতবোৰ সৃষ্টি কৰিলে।

গুৰু দুজনাই অসমত নৱবৈষ্ণৱ ধৰ্ম প্ৰচাৰৰ উদ্দেশ্যে কৃষ্ণ ভক্তিৰ ওপৰত গুৰুত্ব দি এই আধ্যাত্মিক গীতবোৰৰ সৃষ্টি কৰিলে। ডঃ বাণী কান্ত কাকতিদেৱে এই বৰগীত বোৰক 'Noble Numbers' বুলি আখ্যা দিছিল। কালিৰাম মেধিদেৱে বৰগীত বোৰৰ বৈশিষ্ট্যৰ প্ৰতি লক্ষ্য কৰি 'Songs celestial' আখ্যা দিছে। এই বৰগীত বোৰ ভাৱত গম্ভীৰ, ভাষাও গম্ভীৰ আৰু সুৰো গম্ভীৰ। সেয়েহে ওখ খাপৰ এই গীতবোৰক 'বৰগীত' বুলি আখ্যা দিয়া হৈছিল।

ভগৱান শ্ৰীকৃষ্ণই ব্ৰজধামত থাকি ডাঙৰ-দীঘল হৈছিল। সেইবাবেই নেকি মহাপুৰুষ শংকৰদেৱে বৰগীত বোৰত এক কৃত্ৰিম ভাষা ব্যৱহাৰ কৰিছিল। এই ভাষাক ব্ৰজাৱলী মিশ্ৰিত এক কৃত্ৰিম ভাষা বুলি ক'ব পাৰি। কথা গুৰু চৰিতত উল্লেখ আছে যে মহাপুৰুষ শংকৰদেৱে বাৰকুৰি বৰগীত ৰচনা কৰিছিল। কিন্তু কমলা-গায়ন নামৰ এজন ভকতে নিয়াত হাতে লিখা বৰগীতখিনি চ'তমহীয়া বনপুৰা জুইত পুৰি নষ্ট পালে। শংকৰদেৱে ৰচনা কৰা বৰগীত চৌৰিশটা মান থাকিল। বাকীখিনি বৰগীত মাধৱদেৱে ৰচনা কৰে। বৰগীত বোৰক ভাৱবস্তুৰ ফালৰ পৰা প্ৰধানকৈ দুটা ভাগত-ভগাব পাৰি। সেয়া হৈছে কৃষ্ণৰ লীলা বিষয়ক বৰগীত আৰু আধ্যাত্মিক ভাৱৰ বৰগীত। কৃষ্ণৰ লীলা বিষয়ক বৰগীত বোৰক আকৌ বিষয় বস্তু অনুসৰি চাৰিটা ভাগত ভাগ কৰিব পাৰি, যেনে ঃ— উত্থান, জাগৰণ, চালন, খেলন আৰু নৃত্য। এনেবোৰ বিষয়ক লৈয়েই বৰগীতবোৰ ৰচিত হৈছে। ভাৰতৰ অন্যান্য ঠাইৰ উচ্চাঙ্গ সঙ্গীতৰ শাৰীত বৰগীত বোৰ থব পাৰি। সেয়েহে শংকৰী-সঙ্গীত বোৰক উচ্চাঙ্গ সঙ্গীত বুলি ক'ব পৰা হয়। ইতিমধ্যে বৰগীতবোৰক ক্লাচিকেল সঙ্গীত হিচাবে চৰকাৰে স্বীকৃতি দিছে।

## (জ) বিভিন্ন জনজাতীয় লোকগীত সমূহঃ-

অসমৰ প্ৰতিটো জনজাতীয় জনগোষ্ঠীৰ নিজস্ব মাতৃ ভাষা আছে। তেওঁলোকৰ নিজা মাতৃ ভাষাত কিছুমান লোকগীত আছে। এইবোৰ লোকগীতৰ নিজস্ব সুৰ আছে। এই পৰম্পৰাগত লোকগীতবোৰৰ সুৰৰ বৈচিত্ৰ্য আছে। মিচিং, দেউৰী, বড়ো, তিৱা লালুং, ৰাভা, কাৰ্বি, ডিমাছা কছাৰী, সোণোৱাল কছাৰী, চিংফৌ, খামটি, ফাকিয়াল ইত্যাদি জন জাতীয় জনগোষ্ঠী সমূহৰ লোকগীতৰ সম্পৰ্কে চমুকৈ আলোচনা কৰা হ'ল।

**(১) মিচিংলোকগীত ঃ-** মিচিং লোকগীতবোৰক বিভিন্ন শ্ৰেণীত ভগাব পাৰি। মিচিং মৌখিক গীতবোৰক মিচিং ভাষাত নিঃতম বুলি কোৱা হয়। (ক)

ধৰ্মীয় অনুষ্ঠানমূলক নিঃতম ধৰ্মীয় উৎসৱত গোৱা হয়। ইয়াক আকৌ দুইভাগে বিভক্ত কৰা হৈছে; যেনে ঃ- (১) আবাংনিঃতম (২) ধৰ্মনিৰপেক্ষ নিঃতম।ধৰ্মীয় অনুষ্ঠানমূলক নিঃতমবোৰ সাধাৰণতে পূজা পাৰ্বণত মিঃবু (পুৰোহিত) সকলে গায়। যেনেঃ- "বৃন্‌পুঃ নাঃনা লৃঃনী দঃজিগীমী জিগবিঅ লংকা

তাঃবৌ মাংগমী

লৃঃনী মাংগমী

চেঃদৃকী বঃমউী

উনচাং দচিমী

চেঃদৃ আঃ বাঃক

অৃঃকাঙ য়েকুৱাই"

আঃবাং নিঃতম সমূহক আকৌ দুইভাগে বিভক্ত কৰিব পাৰি; যেনেঃ- 'মিবু' আঃবাং নিঃতম আৰু 'মূৰ' আঃ বাং নিঃতম।

(খ) লুগ লুজাৰ নিঃতম ঃ- এইবোৰ নিঃতমক উত্তৰা-উত্তৰি বা কথোপকথন মূলক নিঃতম বোলে।

(গ) কাহিনীমূলক নিঃতম (কাবান নিঃতম) ঃ এই নিঃতমক (১)দঃ বঃ নিঃতম (২) চুলং নিঃতম (৩) য়াবান নিঃতম।

(ঘ) কৰ্ম বিষয়ক নিঃতম ঃ- এই নিঃতমবোৰক (১)কঃনিনাম (২) লততা চঃমান নিঃতম।

(ঙ) বিবিধ বিষয়ক নিঃতম ঃ- এইবোৰৰ মাজত ঐনিঃতম উল্লেখযোগ্য।

এইবোৰ নিঃতমত মিচিং লোক সমাজৰ সুখ-দুখ, আশা নিৰাশা ,প্ৰেম-পীৰিতি জীৱনৰ সম্পৰ্কে সুন্দৰ চিত্ৰ ফুটি ওলাইছে। প্ৰাকৃতিক সৌন্দৰ্য্যৰ শুভাও ফুটি ওলাইছে। আলি আই লৃগাঙৰ গুমৰাগ নৃত্যত মিচিং ডেকা গাভৰু সকলে এনে গীত গায়—

"ল লঃলে ললে ললে লঃলে

দব ললেঃ ললে ললে।"

**(২) ৰাভাসকলৰ লোকগীত ঃ-** লোকগীত বা লোক সাহিত্যত ৰাভাসকল চহকী। তেওঁলোকৰ লোক সমাজত বিচিত্ৰ ভাব-অনুভূতিৰ প্ৰকাশক লোকগীত আছে। তেওঁলোকৰ পূৰ্বপুৰুষৰ ইতিহাস থকা গীতবোৰ হৈছে যেনে ঃ— নলুৱা চলুৱা, বন্দন চন্দন, দদান গীত ইত্যাদি। ৰাভা সমাজৰ পৰম্পৰাগত লোকবাদ্যৰ উৎপত্তি, বায়খ দেবীৰ উৎপত্তি আৰু পূজা প্ৰচলনৰ ইতিবৃতি থকা কাহিনী গীতবোৰ হৈছে নেচেৰ কাহিনী গীত। বায়ুখ উৎসৱত গোৱা গীতবোৰ হ'ল—

ছাখাৰ গীত, মেওৱাটনাগীত, (হুয়মাৰুগীত) ধওৱাগীত, নিৰমণি নিৰজুৰিৰ গীত, নবইনী আৰু হেৰকাপেটাৰ কাহিনীমূলক গীত, নিচুকনি গীত (নুখাৰেংকায় চায়গীত) চিকাৰ সম্পৰ্কীয়গীত (মাৰাংমটাং), মাছমৰা গীত (না-বোকায়), বাংবাং বালাখৰ গীত, মদ তৈয়াৰ কৰা গীত, গছকটাৰ গীত, ভালুক নাচোনৰ গীত, বগেজাৰী গীত, জয়কাষাৰ খয়কামাক নাম, বিচকৰণ আলিকৰমৰ গীত । গীতবোৰৰ সুৰ-সঞ্চাৰ অতি সুন্দৰ। এইবোৰত ৰাভা জন-জীৱনৰ দৈনন্দিন মুহূৰ্ত্তৰ চিত্ৰ চিত্ৰণ হৈছে। প্ৰতীক উপমা অলংকাৰেৰে গীতবোৰ শ্ৰুতি-মধুৰ হৈ পৰিছে। মুঠৰওপৰত ৰাভাসকলৰ গীতবোৰ হ'ল— উচ্ছৱমূলক, বিশ্ৰামৰ গীত, যুদ্ধশিল্পৰ গীত।

(৩) **কাৰ্বি গীত মাত** ঃ- কাৰ্বি ভাষাত ৰামায়ণৰ গীত ৰচিত হৈছে। কাৰ্বিসকলে এই ৰামায়ণক 'ছাবিন আলুন' বুলি কয় । তেওঁলোকৰ অন্য লোগকগীতসমূহ হৈছে - হাঈমু আলোন (হাইমুলঙৰ প্ৰণয়মূলক কাহিনী গীত), ৰুকাছেন আলুন (কাছেন ককাৰ গীত), কাছিং আলুন (কাছেৰ ককাৰ গীত), লাৰতা আলুন (লাৰতাৰ গীত), 'হানৰী আলুন(হানৰীৰ গীত), ইত্যাদি। ইয়াৰ উপৰিও কাৰ্বিভাষাত যৌনগন্ধী প্ৰেম-প্ৰণয়ৰ কিছুমান লোকগীত আছে। এইবোৰ যৌনগন্ধী গীতৰ ভিতৰত উল্লেখযোগ্য লোকগীতবোৰ যেনেঃ-'কাপায়েৰ' কাচাৰে আলুন (মহাপ্ৰস্থানৰ গীত) হৰণ জটাং (শাও-শপনিৰ গীত) ইত্যাদি। আধ্যাত্মিক সৃষ্টিতত্ত্ব বিষয়ক গীতবোৰক -'মুছেৰা কেহিৰ' বোলে। বিয়া নামবোৰক 'মেলু আলুন', জোৰা নামবোৰক-চকাৰ আলুন, নিচুকনি গীতবোৰক— আছপাদক আলুন, প্ৰণয় গীতবোৰক— 'বংঐআলুন' চাকচান (উহচিৰিডা) মতা নাম "ছিংকাই" আৰু যঁতৰৰ গীত (কৰ্মগীত)ক— 'মিছুং ক্ৰেত-আলুন' বুলি কোৱা হয়। ইয়াৰ উপৰিও কিছুমান পৰম্পৰাগত বিবিধ গীতো আছে। সেইবোৰৰ ভিতৰত অশৌচ খেদা গীত, বৈবাহিক পৰম্পৰাৰ গীত আৰু কিছুমান মন্ত্ৰৰ গীত আছে। এইবোৰ কাৰ্বি লোক গীতত কাৰ্বি লোক জীৱনৰ প্ৰতিচ্ছবিখন ফুটি ওলাইছে।

এই লোক গীতবোৰৰ উপৰিও কাৰ্বি ভাষাক সাধু কথা, ফকৰা-যোজনা আদিয়ে চহকী কৰি ৰাখিছে।

(৪) **তিৱা লালুঙৰ লোক গীত** ঃ তিৱা লালুং জনগোষ্ঠী তিৰ্ব্বত বৰ্মী গোষ্ঠীৰ লোক। তেওঁলোকৰ নিজস্ব ভাষা-সংস্কৃতি আৰু লোক কৃষ্টি আছে। তিৱা লালুং সকলে বিভিন্ন পূজা আৰু উৎসৱ আদি পৰম্পৰাগতভাবে পালন কৰি আহিছে। এইবোৰ পূজা আৰু উৎসৱত তিৱা লালুঙৰ লোকগীতবোৰ গোৱা হয়। তিৱাসকলৰ লোকগীতৰ ভিতৰত উল্লেখযোগ্য গীতবোৰ হৈছে— লাংখুন পূজাৰ গীত, তিৱাসকলে ছগ্ৰা মিছাৱা (বহাগবিহু) কাতি বিহু বা লখিমী পূজা,

মাঘ বিহু পালন কৰে। এই বিহুত গীতো গোৱা হয়। বৰতৰ পূজাত বৰতৰ গীতবোৰ গোৱা হয়। তাৰ উপৰিও কাতিৰ পূৰ্ণিমাৰ দিনা গোসাঁই উলিওৱা নাম গায়।

ফাগুন-চ'ত মাহত পতা বৰত পূজাত গোৱা তিৱা লালুঙৰ গীতবোৰ এনেধৰণৰ-

"আজি যাওঁ বৰতক কালি যাওঁ বৰতক
বৰতৰ ঢেপেলা পাত;
বৰতক যাওঁতে চোৰাতে ডাকিলে
ৰিহা নাইকিয়া গাত।"

তিৱা লালুঙৰ লোকগীতবোৰ হৈছে যেনে- (১) লালি হিলালি গীত (২) গদা লবৰীয়া গীত (৩) লৰৰ গীত আৰু (৪) বিহুতলীৰ জুনা আৰু শান্তিচেও ইত্যাদি। ইয়াৰ উপৰিও আই নাম আৰু জোৰা নামো আছে।

বাৰিষা বৰষুণ নহ'লে লালুং ডেকা-গাভৰুৱে ঘৰে ঘৰে উৰল টানে আৰু গমনা বজাই চক্ৰাকাৰে ঘূৰি ঘূৰি-নাম গায়। ইয়াক তিউৱাৰ উৰাল টনা গীত বুলি কব পাৰি। যেনে-

"চ'ত মহীয়া চতোৱালী
ৰজাই ফুৰে হাট;
ৰজা গল গাওঁ ফুৰিব
মাদৈ নাখায় ভাত।"

এই নৃত্যত বজোৱা গমনা নামৰ বাদ্য বাঁহ ফালি তিনিচটি বাহঁৰে গমনা সাজে। তিৱা লালুঙৰ গীতত গমনাৰ বিষয়ে উল্লেখ আছে।

গমনা গমনা তোৰে কিয়ে নাও
দুফালে দুচটি মাজতে এচটি
মুগা জৰী লগায়ে বাওঁ।"

(৫) **দেউৰী সকলৰ লোক গীতঃ**- বৃহৎ মঙ্গোলীয় মানৱ গোষ্ঠীৰ তিৰ্ব্বতবৰ্মী ডালৰ পৰা উৎপত্তি হোৱা দেউৰী জনজাতিৰ নিজস্ব ধৰ্ম্মীয় পৰম্পৰা আৰু কৃষ্টি-সংস্কৃতিৰে চহকী হৈ আছে। দেউৰী সকলৰ আদি পুৰুষ- প্ৰকৃতি অৰ্থাৎ মূল দেৱ-দেৱী হ'ল কুণ্ডি মামা (আদি পুৰুষ প্ৰকৃতি)। ইয়াকে গিৰা-গিৰাচি বুলি কয়। এই যি স্বতন্ত্ৰ ৰূপ তাকেই বলিয়াবাবা আৰু তাম্ৰেশ্বৰী বা কেঁচাইখাঁতী গোসাঁনী বোলা হয়। এওঁলোকে বলিয়াবাবাক পিশ্বাডেমা আৰু তাম্ৰেশ্বৰী আইক পিশ্বাছি ডেমা বোলে। সেয়েহে তেওঁলোকে (১) কুণ্ডি মামা (২) বলিয়া বাবা আৰু তাম্ৰেশ্বৰী মাতৃক পূজা কৰে। তেওঁলোকৰ গাৱঁত বুঢ়া-বুঢ়ী থান বা দেওশাল

আছে। এই দেওশাল বা থান ঘৰত পূজা পাতল কৰে। অনাবৃষ্টিৰ সময়ত তেওঁলোকে কুন্দিগিৰা আৰু কুন্দিগিৰাচিক সন্তুষ্ট কৰিবলৈ কিছুমান ধৰ্ম্মীয় গীত গায়। যেনে-

"য়ে দুটিয়া ৰাদি ৰাদি য়
ননুৱা ৰাদি ৰাদি য়
হেপিচ্চচিৰে চিৰেনা চাৰে চৰজিবেম অ'
কুন্দিৰে চৰজিমে অ।"

দেউৰী সকলৰ অন্যান্য লোক গীতবোৰ হ'ল (১) আবৰ বৌ (২) অতুদেদুবা (৩) লহৰিয়া (৪) হয়কি য়হয়ে (৫) চিমপাই (৬) লুৰুং জামা (৭) মিগিবা ইত্যাদি লহৰিয়া গীতৰ এফাঁকি যেনেঃ-

(১) "লহৰি লহবাই জহৰীয়া ধনবাই লহৰীয়া
দেউৰী জেৰুবা শদীয়া চচিহ্ ধনবাই লহৰিয়া
কুন্দিনা পূজিৰি শদিয়াই দেউৰী ধনবাই লহৰীয়া।"

(৬) **বড়ো লোক গীত** ঃ— মঙ্গোলীয় গোষ্ঠীৰ পৰা উদ্ভুত তিৰ্ব্বত বৰ্ম্মী বড়ো সকল বৰ্ণাঢ্য কৃষ্টি-সংস্কৃতিৰে চহকী জনগোষ্ঠী। তেওঁলোকৰ নিজস্ব ভাষা আৰু ধৰ্ম্মীয় পৰম্পৰা আছে। বিভিন্ন উৎসৱ পূজা-পাৰ্বণ আদিৰ উপৰিও লোক সাহিত্যতো তেওঁলোক চহকী। বড়ো লোক গীত সমূহক বিভিন্ন ভাগত ভগাব পাৰি। সেইবোৰ লোকগীতৰ ভিতৰত উল্লেখযোগ্য হ'ল— ধৰ্ম্মীয় প্ৰাৰ্থনা মূলক গীত, কাব্যধৰ্ম্মী লোক গীত, নিচুকনি গীত, দেশ-প্ৰেমমূলক লোকগীত, বিয়া-সবাহৰ গীত, দেহ-বিচাৰৰ গীত ইত্যাদি।

বড়োসকলৰ প্ৰধান দেৱতা শিৱ বাথৌ ব্ৰাইক তুতি কৰি কিছুমান গীত গোৱা হয়। কিছুমান কামৰ গীতো বড়ো-লোকগীতত পোৱা যায়; এইবোৰ গীতত পৰ্ব্বত উঠা, খৰিকটা আদিৰ চিত্ৰণ পোৱা যায়। প্ৰেম-পীৰিতিৰ গীতবোৰক বিহুগীতৰ শাৰীত থব পাৰি। বিবাহৰ সময়ত বিয়ানামৰ দৰেই কিছুমান গীত গোৱা হয়। যেনে ঃ—

" জয় দহনি হলায় বায়
বৰ থৈনা অংখাৰ বায়
জয় জয় বেংনানৈ
খুঅৰাখ সিদিংবায়।।"

কিছুমান নিচুকনি গীতত জোনবাই, জোনাকী পৰুৱা, চৰাই চিৰিকতি, জীৱ-জন্তু আদিৰ চিত্ৰণ আছে।

যেনে — " অই ডু ডু ফৈ ফৈ
অই ডু ডু ফৈ ফৈ
নং ফৈয়া বালা
থালিৰ থাই সে হৱ
থালিৰ থাইসে হৰা ম্লা
থালিৰ থাইনৈ হৰ
অই ডু ডু ফৈ ফৈ।"

ইয়াৰ অৰ্থ হ'ল— জোনবাই আহাঁ, নাহা যদি কল এটাকে দিয়া। কল এটা নিদিয়া যদি কল দুটাকে দিয়া।

নিচুকনি গীতৰ উপৰিও বড়ো সকলৰ মাজত মাছমৰীয়া গীত, চিকাৰৰ গীত, তন্ত্ৰ-মন্ত্ৰৰ গীত আৰু প্ৰাৰ্থনা গীত আছে।

(৭) **ডিমাছা কছাৰী লোকগীত** ঃ— অসমৰ তিব্বত বৰ্ম্মী বড়ো, ৰাভা, মিচিং, দেউৰী, তিৱা, লালুং আদি জনজাতি সকলৰ দৰেই অসমৰ ডিমাছা কছাৰী সকলৰো নিজস্ব ভাষা, লোক সাহিত্য, লোক সংস্কৃতি আৰু ঐতিহ্য আছে। ডিমাছা কছাৰী সকল লোকগীতৰ ক্ষেত্ৰত অতি চহকী। তেওঁলোকৰ লোক-সংস্কৃতিৰ মাজত, লোকগীত, ফকৰা-যোজনা, পৰম্পৰাগত বিবাহ পদ্ধতি, শ্ৰাদ্ধ পদ্ধতি আদি সোমাই আছে। ডিমাছা কছাৰী সকলৰ গীতৰ ভিতৰত বিহুসুৰীয়া গীত, সান-মিহলি গীত, বিহুৰ শেষত গোৱা গীত, প্ৰেমৰ গীত, দুৰ্ভগীয়াৰ গীত, নিচুকনি গীত, কাহিনী গীত বা মালিতা, ডিশ্ৰুগীত, স্নেমডুৰী গীত, আমালুঃ চিমালুঃ গীত, জহায়া গীত, হাৰিফা গীত, সানমিহলি গীত, গ্ৰাউগ্ৰা গীত, বিয়াৰ গীত, পূজা-পাৰ্বণৰ গীত ইত্যাদি।

এফাঁকি সানমিহলি গীত যেনে —

থ্ৰিলিংহা ডংবাহা জবান মাইলাইবা
হে হৈ নাগাছা দাংহি জিনাংফাই
থ্ৰিলিংহা ডংবাহা জবান মাইলাইক
হে হৈ মাটলাছা ডাউফ্লাই গাইনং ফাই"

ইয়াৰ অৰ্থ হৈছে— গাভৰু খেৰনিৰ মাজত কথা দিছিলা
শুনা শুনা মৰমৰ (ডেকা) আহা মিলো আহি
ডেকা খেৰনিৰ মাজত কথা দিছিলা
শুনা শুনা মৰমী (গাভৰু) আহাঁ মিলো আমি।

এওঁলোকে নদ্ৰাং থুবানী গীত গায়; নদ্ৰাং হৈছে ডিমাছা ডেকা-গাভৰু সকলৰ

ডেকা চাং। এই ডেকা চাঙত ডেকা-গাভৰু সকলে শুবলৈ যাওঁতে ডেকাই-গাভৰুৰ লগত নামেৰে কথাৰ কটা- কটি কৰে। মাজাং ডীনী প্ৰিয়া মৰমীৰ গীতত প্ৰিয়াৰ ৰূপ-লাৱণ্যৰ বৰ্ণনা পোৱা যায়। দুৰ্ভগীয়াৰ গীতক 'কৰ্মহাময়ানী' বুলি কোৱা হয়। কাম কৰোতে গোৱা গীতবোৰক ডিমাছা সকলে 'দুখনাংবাণী' ৰাজবঠাই বোলে।

(৮) **নেপালী লোকগীত** ঃ– অতি প্ৰাচীন কালৰে পৰা নেপালী জনগোষ্ঠী অসমত বসবাস কৰি আহিছে। 'Early History of Kamrupa' নামৰ গ্ৰন্থত কনকলাল বৰুৱাদেৱে কৈছে যে পুৰণি কামৰূপ ৰাজ্যই কুশী নদী পৰ্য্যন্ত বিস্তৃতি লাভ কৰি আছিল। অৰ্থাৎ পূব নেপালৰ এটা অংশ কামৰূপৰ অন্তৰ্গত আছিল। ইয়াৰ উপৰিও কনৌজ, গৌৰ, নেপাল, বৰ্ম্মা আদি ঠাইৰ পৰা নেপালী সকলে জীৱন জীৱিকাৰ অৰ্থে আহি অসমৰ উৰ্বৰা মাটিত কৃষি কৰি জীৱন নিৰ্বাহ কৰি আহিছে।

নেপালী জনগোষ্ঠীৰ নিজস্ব ভাষা সংস্কৃতি আছে। নেপালী সকলে নানান পূজা-পাৰ্ব্বণ আৰু উৎসৱ পালন কৰে। সেইবোৰৰ ভিতৰত বৈশাসে পূৰ্ণিমা, অক্ষয় তৃতীয়া, আষাড়কো-পন্ধ্ৰহ, শাউনে সংক্ৰান্তি, থুলী একাদশী, নাগ পঞ্চমী, জৈন পূৰ্ণিমা, মাঘী সংক্ৰান্তি, ৰাম নৱমী, গণেশ চতুৰ্থী, চৈতে দশৈঁ আদি উৎসৱেই প্ৰধান।

নেপালী লোক সকলৰ ভালেমান লোকনৃত্য আৰু লোকগীত আছে। নেপালী লোকগীতবোৰৰ ভিতৰত কিছুমান হৈছে জাঁউৰে, দেউচি, ভৈলী, সংগিনী দোহোৰি গীত, ডম্ফু তামাঙ্গ চেলো, খুকুৰি নাচ, তীজেগীত, মাৰুনী, বালুন, ধান নাচ, চিলোক আদি। এইবোৰ গীত-নৃত্যৰ লগত ডমফু, ঢোলক, দমহা, মঞ্জুৰী, বাজা, সহনাই আদি বাদ্য বজায়।

নেপালী ডেকা-গাভৰু সকলে তিহাৰ উৎসৱত লোকগীত গায়। তেনে এফাঁকি গীত হ'ল—

" ভৈলেনী আহিও আগন বাঢ়ৰি কুঢ়াবী ৰামন
আউসীবাৰ গাই তিহাৰ ভৈলী
হাৰিয়া গোবৰলে লিগেও কি মাইনী ৰুচি পূজেও কি
আউসী গাই তিহাৰ ভৈলী।" ◆

৭ম অধ্যায়

# প্ৰবাদ প্ৰবচন (Proverbs)

অসমীয়া লোক সাহিত্য প্ৰবাদ-প্ৰবচনত অতি চহকী। সংস্কৃত সূত্ৰ সাহিত্যৰ দৰে বহু বিস্তৃত কথাৰ বিষয়বস্তু মাত্ৰ এফাকি প্ৰবাদ-প্ৰবচনেই সামৰি লয়। এইবোৰ প্ৰবচন জ্ঞানী বা বয়স্ক লোকৰ যেন জীৱনৰ অভিজ্ঞতাৰ বাণী। প্ৰবাদ প্ৰবচনবোৰ যেন জ্ঞানৰ সৰ্বঢাক মন্ত্ৰহে। লোক সাহিত্যৰ গৱেষক স্বৰ্গীয় অতুল চন্দ্ৰ বৰুৱাদেৱে কৈছে— "যোজনা-ফকৰা বচন প্ৰবচনবোৰ কথাৰ মছলা। মছলাত ব্যঞ্জনৰ দৰে এইবোৰৰ যথাযথ ব্যৱহাৰে কোৱা কথা যুক্তিপূৰ্ণ আৰু অথচ ৰঞ্জিত কৰি তোলে।" প্ৰবচনবোৰৰ যথাৰ্থ উপদেশবোৰ অসমৰ গঞা লোক সমাজে বুকুৰ আপোন বুলি ধৰি লয়। তেওঁলোকৰ বাবে প্ৰবাদ-প্ৰবচনবোৰে অমোঘ মন্ত্ৰৰ দৰে কাম কৰে। লিখিত ভাষাক জনসাধাৰণৰ ওচৰ চপাই নিবৰ বাবে প্ৰবাদ প্ৰবচনবোৰ আটাইতকৈ উপযুক্ত মাধ্যম বুলি ক'ব পাৰি। এইবোৰে কথ্য ভাষাটোক জতুৱা ঠাচঁৰ ৰূপ দান কৰে।

প্ৰবাদ-প্ৰবচনবোৰ ছন্দযুক্ত আৰু ই পদ্য ধৰ্ম্মী। ইয়াত শেষৰ আখৰ বা মাত্ৰা সুন্দৰকৈ মিল দেখা যায়। এইবোৰৰ আলমতে হয়তো অসমীয়া ছন্দযুক্ত কাব্য-কবিতাই গঢ় লৈ উঠিছিল বুলিয়েই ধাৰণা হয়। পদ, দুলড়ী, ঝুনা আদি ছন্দবোৰ প্ৰবাদ-প্ৰবচনৰ ছন্দৰ ওচৰ চপা বিধৰ।

প্ৰবাদ-প্ৰবচনবোৰে অসমৰ লোক সমাজৰ দৈনন্দিন জীৱনৰ প্ৰতিটো মুহূৰ্ত্ত প্ৰতিটো দিশ আৰু প্ৰতিটো কাম আদি সামৰি লৈছে। জনগণৰ চিন্তা, ভাবনা, ৰীতি-নীতি আদিৰ সকলো দিশেই প্ৰতিফলিত হৈছে প্ৰবাদ-প্ৰবচনবোৰত। সেয়েহে ড° বিৰিঞ্চি কুমাৰ বৰুৱাদেৱে কৈছে— "যোজনা-ফকৰা সমূহ লোক সাহিত্যৰ শুভাৰ্ষিতাৱলী। এইবোৰে জাতিৰ সামাজিক, আচাৰ-বিচাৰ, আয়ুৰ্ব্বেদ, আৰু কৃষি-সম্বন্ধীয় জ্ঞানৰ পৰিচয় দি লোক-জীৱন তাৰ মাজতে সম্পূৰ্ণ প্ৰতিফলিত কৰে। এই প্ৰবাদ সমূহৰ স্থান, ভূগোল, জাতি, সমাজ, পুৰণি কাহিনী,

বুৰঞ্জী, লৌকিক আখ্যান, সাধুকথা, প্ৰকৃতি ধৰ্ম্ম, আচাৰ-ব্যৱহাৰ- এইকেইটা বিভিন্ন শ্ৰেণীত ভাগ-কৰিব পাৰি।"

**কৃষি-সম্পৰ্কীয় প্ৰৱচন** ঃ— কৃষিজীৱী সমাজখনত কৃষিয়েই আছিল একমাত্ৰ জীৱন-জীৱিকাৰ সম্বল। সেয়েহে প্ৰবাদ প্ৰবচনবোৰৰ সৰহভাগেই কৃষি কৰ্ম সমন্ধীয়। এই প্ৰবচনবোৰৰ ভিতৰত যেনে —

'শীত সৰিয়হ, মীত মাহ
শৰণত নাকাটিবা বাহঁ।।"

ইয়াত 'শীত' মানে বুজোৱা হৈছে — যেনে— একাদশী, দ্বাদশী, ত্ৰয়োদশী, আৰু চতুৰ্দশী আদি শব্দৰ শেষৰ 'শীটোক বুজোৱা হৈছে। অৰ্থাৎ এই 'শী থকাবোৰ তিথিত সৰিয়হ আৰু ৫মী, ৭মী, ৮মী, ৯মী আৰু ১০ মীত মাহ সিঁচিব নেপায়। 'শৰণ' মানে পৰৱৰ্তী নক্ষত্ৰ যেনে শ্ৰৱনা, ধনিষ্ঠা, শতভিষা, পূৰ্ব্ব ভাদ্ৰপদ, উত্তৰ ভাদ্ৰপদ আৰু ৰেৱতী নক্ষত্ৰত বাঁহ কাটিব নেপায় বুলি অসমীয়া লোক সমাজত বিশ্বাস আছে।

**নীতিজ্ঞান সম্বন্ধীয়**ঃ- এখন সমাজত এজন ব্যক্তি হিচাবে চলিবৰ বাবে কিছুমান নীতি জ্ঞান আয়ত্ত কৰিব লাগে, নহলে পদে পদে বিপদত পৰিব লগা হয়। মানুহৰ লক্ষণ সম্বন্ধে আছে যেনে-

" অতি ভত্তি চোৰৰ লক্ষণ"।

কৃষি কৰ্ম সম্পৰ্কীয় ঃ- কৃষি কৰ্ম কৰোতে কিছুমান নীতি-নিয়ম মানি চলিব লাগে বুলি অসমৰ লোক সমাজে বিশ্বাস কৰে। যেনে ঃ—

" অমাৱস্যা পূৰ্ণিমাত বায় হাল।
তাক ভাতে নাটে সৰ্ব্বকাল।।"

**ধৰ্ম্মীয় বিশ্বাস সম্পৰ্কীয় ঃ** কিছুমান ধৰ্ম্ম সম্পৰ্কীয় প্ৰবাদ প্ৰচলিত হৈ আছে। যেনে— " অধৰ্ম্মী তিৰি তই পাপৰ শৰীৰ
তই কি জানিবি মোৰ মহিমা ভকতিৰ।"

**নাৰী বা তিৰী সম্বন্ধীয়** ঃ— নাৰী বা তিৰোতা সম্পৰ্কীয় বহুতো প্ৰবাদ-প্ৰবচন অসমীয়া সমাজত প্ৰচলিত হৈ আহিছে। যেনে —

" তিৰী হস্তে গিৰি
তিৰী হস্তে হতচিৰি"।
" মাকে চায় মুখলৈ
তিৰীয়ে চাই হাতলৈ।

"তিৰীৰ কথা শুনে যিটো
অধোগতি যায় সিটো।"

**বুৰঞ্জীমূলক প্ৰবচন ঃ** বুৰঞ্জীৰ বহুতো ঘটনাৰ কথা একোটিহঁত প্ৰবচনৰ অন্তৰালত লুকাই থাকে। যেনে –

" লগুণৰ গুৰি লেকাই চেতিয়া।"
লঙ্কালৈ গলে সকলো ৰাৱণ হয়।" ইত্যাদি।

মুঠ কথাত ক'বলৈ গলে অসমীয়া প্ৰবচন সমূহত অসমৰ লোক সমাজৰ এশ এটা চিত্ৰ সোমাই আছে।

পণ্ডিত সকলে কৈছে যে প্ৰবচন বোৰৰ সংজ্ঞা দিয়া অতি দুৰূহ কাম। ড° প্ৰফুল্ল দত্ত গোস্বামী দেৱে কৈছে- " প্ৰবচন স্থিৰিকৃত বাগবৈশিষ্ট্য (Fixed Phrase)বিশিষ্ট একশ্ৰেণীৰ লোকবিদ্যা।" ইয়াৰ উপৰিও অসমীয়া সাহিত্যৰ লেখক ড° সত্যেন্দ্ৰ নাথ শৰ্ম্মাদেৱে কৈছে যে প্ৰবচন বোৰ হৈছে – "প্ৰজ্ঞাৰ স্বতঃস্ফুৰ্ত প্ৰকাশ, জীৱনৰ টিপ্পনি আৰু জাতীয় মানসিকতা, জাতীয়ভাবধাৰা, জাতীয় আৱশ্যক অনাৱশ্যকবোধ। জাতীয় সুখ-দুখৰ ধাৰণা।" ডিম্বেশ্বৰ নেওগ দেৱে কৈছে "বচন সাহিত্য জানিবা পূৰ্ব্বৰ বিদ্বৎ সমাজৰ, সংস্কৃত সূত্ৰ সাহিত্য, একেদৰে চমু, সাৰগৰ্ভ, আওৰাবৰ আৰু আবৃত্তি কৰিবৰ বাবে অত্যন্ত উপাদেয়।"

চাৰ্ভেন্টিচে প্ৰবাদ প্ৰবচনৰ সম্পৰ্কে বৰ সুন্দৰ কৈ কৈছে A proverb is a short sentence founded on long experience' জন ৰাছেলে কৈছে ই হৈছে- " One man's wit and all men's wisdom"।

মুঠতে ক'বলৈ গলে প্ৰবচনবোৰ হৈছে কোনো এজনৰ দীৰ্ঘদিনীয়া অভিজ্ঞতাৰ সঞ্চিত বাণী যি নেকি সৰ্ব্বজনৰ বাবে জ্ঞানৰ মণিমাণিক হৈ পৰে। ড° প্ৰফুল্ল দত্ত গোস্বামীদেৱে কৈছে যে প্ৰবাদ প্ৰবচনৰ প্ৰকৃত পাঠ বা ভাবাৰ্থ সম্পৰ্কে অসমীয়া ভাষাত বৰ কমহে আলোচিত হৈছে। ড° গোস্বামীদেৱে পুনৰ কৈছে যে "প্ৰবচনক প্ৰকৃতাৰ্থত উদ্দেশ্য অনুৰূপক বোলা হয়। সেইবাবে ইয়াৰ সুনিৰ্দিষ্ট সামাজিক পৰিস্থিতিৰ অভিব্যক্তি অথবা বিভিন্ন ঘটিত ব্যাপাৰৰ শৃংখল ৰূপে ব্যাখা কৰিব পাৰি। "

প্ৰবাদ প্ৰবচনৰ প্ৰকৃত অৰ্থ জানিবলৈ বা বুজিবলৈ হ'লে তাৰ সম-সাময়িক পৰিস্থিতি বা প্ৰসঙ্গৰ সম্পৰ্কে জানি লব লাগিব।

অসমীয়া ভাষাত বহুতো লোক-সংস্কৃতিবিদে প্ৰবাদ-প্ৰবচন সংগ্ৰহ কৰিছে। কিন্তু ব্যাখা বা বিশ্লেষণ দিয়া গ্ৰন্থ আতি কম। উদাহৰণ স্বৰূপে প্ৰসন্ন চন্দ্ৰ বৰুৱাৰ

'অসমীয়া প্ৰবাদ প্ৰবচন' খৃষ্টান মিছনেৰী যুগৰ লেখিকা এছ. এম. কট্টৰৰ 'Assamese Proverbs' চন্দ্ৰধৰ বৰুৱাৰ "ৰত্ন কোষ' আৰু জীৱন চন্দ্ৰ কোচঁৰ 'অসমীয়া প্ৰবচন' আদি গ্ৰন্থত অসমীয়া প্ৰবচন কিছুমানৰ অৰ্থ ব্যাখা কৰিবলৈ প্ৰচেষ্টা কৰা দেখা গৈছে। সম্প্ৰতি অসমীয়া সাহিত্যত এইটো দিশত চিন্তা-গবেষণা কৰিবলৈ বহুখিনি বাকী আছে।

সেইদৰেই অসমীয়া সমাজত চুকে-কোণে, গাৱেঁ-ভুঞে সোমাই থকা প্ৰবাদ-প্ৰবচনবোৰ এতিয়াও সংগ্ৰহ কৰিবলৈ বাকী আছে। এই সম্পৰ্কে এসময়ৰ অসমৰ শিক্ষাধিকাৰ স্বৰ্গীয় উমাকান্ত গোস্বামীদেৱে এঠাইত লিখিছিল— "অসমীয়া ভাষাৰ এটা প্ৰাচীন ভাষাৰ সকলোখিনি সাথৰ, যোজনা, বচন, প্ৰবচন আদি সম্পৰ্কে একে কোবে লিখি উলিওৱা কাৰোপক্ষ্যে সম্ভৱ নহয়। গাওঁ-ভূঁইৰ চুকে-কোণে পাহাৰে-পৰ্বতে কোনোবা অজ্ঞাত কালৰ পৰা প্ৰচলিত হৈ অহা এনেকুৱা কথাবোৰ বিচাৰি থাকিলে নতুন নতুন হৈ ওলায়ে থাকিব।"

## ডাকৰ বচন ঃ

অসমীয়া মৌখিক সাহিত্যৰ প্ৰবাদ-প্ৰবচনৰ ভিতৰত 'ডাকৰ বচন' অন্যতম। বহুতে ডাক পুৰুষ যষ্ঠ, সপ্তম শতিকা মানৰ বুলি ধাৰণা কৰে। তেওঁ বৰাহমিহিৰৰ সম-সাময়িক লোক আছিল বুলি ভবা হৈছিল। ডাকৰ বচনতেই ডাকৰ জন্ম সম্পৰ্কে কিছুকথা উল্লেখ, পোৱা যায়। যেনে — "লেহী-ডঙৰা-ডাকৰ গাওঁ। তিনিশ ষাঠিটা পুখুৰীত নাওঁ। এই লেহী বা লেহীডঙৰা গাওঁ বৰপেটা জিলাত আছে। ডাক এই গাৱঁতে কুমাৰৰ ঘৰত জন্ম হৈছিল বুলি শুনা যায়। অৱশ্যে ডাকৰ বচনৰ ভাষাও বৰপেটা অঞ্চলৰ ভাষাৰ সৈতে কিছুমিল থকা দেখা যায়। বহুতেই ক'ব খোজে যে উপজিয়েই ডাক দিয়া (মাত মতাৰ) বাবে তেওঁক ডাক বোলা হৈছিল। তাৰ পাছত সৰুকালতেই ভেটফুল ছিঙিবলৈ যাওঁতে বোলে লগৰ লগৰীয়াই পানীত পেলাই মাৰে। ডাকৰ বচন কিছুমানত উল্লেখ আছে যে ডাকে বোলে এদিন এনিশা লৈহে জীয়াই আছিল আৰু ইমান কমসময়ৰ ভিতৰতে ইমানবোৰ কথা কৈ থৈ গ'ল। এনেবোৰ কথাৰ পৰা ঠাৱৰ কৰিব পাৰি যে 'ডাক' নামেৰে হয়তো কোনো ঐতিহাসিক মানুহ নাছিল। প্ৰাচীন-প্ৰবচন কিছুমান 'ডাক পুৰুষ'ৰ নামত ভনিতা পেলোৱা হয়। এইবোৰ বচন ডাকৰ নামত ৰচনা কৰা বুলি ধৰা হৈছে বা বিশ্বাস কৰা হৈছে। সি যি কি নহওঁক অসমীয়া প্ৰবচনাৱলীৰ ভিতৰত আছুৱনীয়া সৰহ খিনিয়েই 'ডাকৰ বচন' বুলি পোৱা যায়।

ডাকৰ বচন বোৰৰ ভিতৰত বহুতো প্ৰবচন কৃষি, বতৰ, ঔষধি বা ভেষজ, সমাজনীতি, জীৱনৰ অভিজ্ঞতা আৰু জগতখনৰ প্ৰায়বোৰ দিশৰ অভিজ্ঞতা সম্পৰ্কীয় বচনেই সৰহ।

ডাকৰ জন্ম সম্পৰ্কে ডাকৰ বচনতে পোৱা যায়

" উপজিয়েই মাৱক দিলে ডাক।
সেহিসে কাৰণে তাৰ নাম থৈলে ডাক।।"

কৃষি সম্পৰ্কীয় বহুতো আপুৰুগীয়া লাগতিয়াল প্ৰবচন ডাকৰ বচনত পোৱা যায়। যেনে– শালিখেতিৰ সম্পৰ্কে ডাকে কৈছে—

" ঘন ঘনকৈ দিবা আলি
তেহে পাবা পৰ্বততো শালি। "

সেইদৰেই —

আহিন কাতিত ৰাখিবা পানী
যেনেকৈ ৰাখে ৰজাই ৰাণীক।

কলৰ খেতি সম্পৰ্কে ডাকে কৈছে—

"তিনিশ ষাঠিজোপা ৰুবা কল।
মাহেকে পষেকে চিকুণাবা তল।।
লংকাৰ বণিজ ঘৰতে পাবা।"

তামোল-পাণৰ খেতি প্ৰতিঘৰ অসমীয়া মানুহৰ ঘৰতে কৰে। ডাকৰ বচনত তামোল- পাণৰ খেতিৰ সম্পৰ্কে বচন আছে। যেনে–

" সাতত পাতল পাচঁত ঘন;
ছয়ত তামোল নদন বদন।"
"গিৰী কৰে পাণে, গিৰী কৰে ধানে।"

মুঠতে অসমৰ গ্ৰাম্য সমাজ জীৱনৰ বিয়াৰ ৰাহি-জোৰা চোৱাৰে পৰা আৰম্ভ কৰি কেঁচুৱাৰ জন্ম, শিশু প্ৰতিপালন, ৰন্ধন প্ৰকৰণ, দিন-বাৰ গণনা আদি অনেক বিষয়ত ডাকৰ বচন পোৱা যায়।

ডাকৰ বচনবোৰক অসমীয়াই বেদৰ বাণীৰ দৰে গণ্য কৰে। যেনে –

" ডাকৰ বচন বেদৰ বাণী
পো-লগা-তিৰী ঘৰলৈ নানি।"

সামাজিক নীতি জ্ঞান সম্পৰ্কীয় ডাকৰ বচন –

"জাপি লাঠি টনা। ইয়াক এৰিলে দিনতে কণা।

'বৰাত কাটি, কুকুৰত মাটি
গছত উঠি, সোপত লাঠি
মহত পৰ বাঘত থৰ।"

অসমীয়া ভাষাৰ 'ডাকৰ বচন' বোৰৰ দৰেই বঙালী ভাষাত 'খনাৰ বচন' আৰু উৰিয়া ভাষাত 'মিহিৰৰ বচন' আছে, সেইবোৰৰ সৈতে ডাকৰ বচনৰ মিল আছে। সেইবাবেই বহুতেই ভাবে যে ৬ষ্ঠ সপ্তম শতিকাত মাগধী প্ৰাকৃতৰ প্ৰাচ্য অপভ্ৰংশৰ পৰাই অসমীয়া, বঙালী আৰ উৰিয়া ভাষাটোৰ উৎপত্তি হৈছে ; গতিকে প্ৰাচ্য অপভ্ৰংশৰ অৱস্থাত থাকোতেই এই প্ৰবচনবোৰে গঢ় লৈছিল। সেয়েহে এই তিনিটা ভাষাৰ অৰ্থাৎ অসমীয়াৰ ডাকৰ বচন, বঙালীৰ খনাৰ বচন আৰু উৰিয়াৰ মিহিৰৰ বচনৰ সম্পূৰ্ণ মিল থকা দেখা যায়। ◆

## ৮ অধ্যায়

# ফকৰা যোজোনা

## (Aphorisim)

ফকৰা বা যোজোনাবোৰক প্ৰবাদ-প্ৰবচনৰ লগত একে বুলি ধৰা হয় যদিও প্ৰকৃততে একে নহয়। এইবোৰক দহৰ জ্ঞান আৰু একৰ বাণী বুলি কোৱা হয়। এইবোৰ চুটি চুটি কিন্তু সাৰগৰ্ভ আৰু তত্ত্ব গধুৰ। ইয়াৰ এফাঁকি কথাই বহুতো গূঢ় তত্ত্ব প্ৰকাশ কৰে। ফকৰা-যোজোনাবোৰৰ ভিতৰত কিছুমান ফকৰা ধৰ্মতত্ত্ব মূলক আৰু আন কিছুমান নীতিজ্ঞান বিষয়ক। ই ছন্দোবদ্ধ আৰু চুটি চুটি বাক্যৰ বৰ্ণিত। ইয়াৰ কথাখিনি ওপৰে ওপৰে কোৱা যেন লাগিলেও ইয়াত একোটাহঁত নিগূঢ় অৰ্থ সোমাই থাকে। এইবোৰ গ্ৰাম্য লোক জীৱনৰ লগত লিপিত খাই জড়িত হৈ থাকে।

ভকতীয়া ফকৰা কিছুমান নাৰায়ণ ঠাকুৰ আতাই ৰচনা কৰিছিল। নাৰায়ণ ঠাকুৰ আতা বৰনগৰত থাকোতে বোলে প্ৰতিদিনেই একোটাকৈ ফকৰা ৰচনা কৰিছিল। তেৰাৰ ভকতীয়া ফকৰা বোৰত ভক্তিৰ গুঢ় তত্ত্ব সোমাই থাকো। যেনেঃ-

" ভক্তিয়াৰ পো ভক্তি কৰে ভক্তি হুকটকট্।
ডিমাৰ ভিতৰে চানা নমৰে ব্ৰহ্মাই নাপালে তত।

ইয়াৰ অৰ্থ হৈছে ভক্তিয়াৰ পোৰ অৰ্থ হৈছে ঈশ্বৰ পুত্ৰ। ভক্তি হুকটকট মানে মায়াত জীৱবোৰ আবদ্ধ। ডিমা মানে দেহ; চানা মানে ঈশ্বৰ। ব্ৰহ্ম হল জ্ঞান। অৰ্থাৎ ঈশ্বৰৰ পো-জীৱই মায়াত আৱদ্ধ হৈ থাকে। দেহৰ ভিতৰতে যে জীৱাত্মা আছে তাক বুজি নেপাই পাপ সাগৰত পৰে।

"ভকত সৰু ভকত ডাঙৰ, ভকত মাজ নিশা।
চাঙৰ তলত ভকত আছে, দেখিলা কি নেদেখিলা।

আকৌ সেইদৰে—

" গুৰুক মাৰিবা, ভকতক মাৰিবা, মাৰিবা সোদৰৰ ভাই।
সঙ্গৰ হৰিভকত, মৰিয়াই মাৰিবা, তেহে পাবা বৈকুণ্ঠত ঠাই। "

কেতিয়াবা এই ফকৰাবোৰত ফকৰাৰ কথাফাঁকি পূৰণ কৰিবলৈ আন একো ফাঁকি উপৰন্তু অৰ্থ নথকা কথাও সংযোগ কৰি দিয়া হয়।

যেনে — কেইটিমান অৰ্থঘন ফকৰা—

" অতি-কথকীক কথাই খায়
বৈদ্যক খায় সাপে ;
গণকক খায় নৱগ্ৰহে
বামুণক খায় পাপে।"

"অভ্যাসৰ নৰ/কৰ্ণ পথে কৰে শৰ।"

"আইয়ে কলে বাটত
বাইয়ে কলে ভাতত
মই শুনিছিলো পানীৰ ঘাটত।"

- হিন্দু সমাজৰ প্ৰাচীন শাস্ত্ৰ সমূহৰ কাহিনীৰ চৰিত্ৰ, স্থান, কাল আদিৰ উল্লেখ্য, কিছুমান যোজনা— ফকৰাত পোৱা যায়। যেনে—

" আছে কথা নপৰে মনত।
সীতাই কান্দে অশোক বনত।"
আকৌ " অৰ্জ্জুনে বোলন্ত শুনিও যদুৰাজ
সাক্ষাতে দেখিলে দৃষ্টান্তৰ কি কাজ।"
"আজান ফকিৰেও কয়।
দিন গলে ৰাতি হয়।।'
'আহে বাপু নন্দন, পিন্ধি আছা চন্দন,
বহি আছা কদম্বৰ তলে,
তোমাৰ ৰূপ দেখি গোপীগণ
ভুলি গল কি কৰিব যমুনাৰ জলে।"

ফকৰা যোজোনাত কওঁতা জনৰ চমৎকাৰিত্ব প্ৰকাশ পায়। এইবোৰ বৰ বুদ্ধিদীপ্ত আৰু চাতুৰ্য্যপূৰ্ণ। ইয়াৰ মন্তব্য কিছুমানত সুক্ষ্ম পৰ্য্যবেক্ষণ শক্তিও লক্ষ্য কৰা যায়। প্ৰবাদ প্ৰবচন বিলাকৰ নিচিনাকৈ ফকৰা-যোজোনাবোৰৰ ভিতৰতো

একোটিহঁত পুৰণি কাহিনীৰ উমান পোৱা যায়। ফকৰাবোৰক সাংসাৰিক জ্ঞানৰ ভৰাঁল বুলি কব পাৰি।

কেতিয়াবা কেতিয়াবা ফকৰা-যোজনাৰ ব্যঙ্গ আৰু কটাক্ষই অন্তৰ সৰকি যায়। যেনে—

"ক বুলিব নেজানে ৰত্নাৱলী পঢ়ে।"

আকৌ— " একাজীক বুলিলে কাজী
বাটিব নেজানে পাঁজি।"

— নাৰী সম্পৰ্কীয় আৰু তিৰোতাৰ লক্ষণ সম্পৰ্কীয় বহুতো ফকৰা-যোজোনা পোৱা যায়। বুৰঞ্জী সম্পৰ্কীয় ফকৰাও ভালেমান আছে।

যোজোনাবোৰৰ যোগেদি কম কথাতেই বহুতো কথা বুজাব পাৰি। মুঠতে কবপাৰি যে অসমীয়া যোজোনা পটন্তৰ বোৰত" অসমৰ প্ৰত্নতত্ত্ব, ৃ ত্ত্ব আৰু সমাজ তত্ত্ব সোমাই আছে। অসমৰ গাৰে-ভুএ্ঞে চুকে-কোণে জহি-পমি ন খোজা, ফকৰা যোজোনাবোৰ এতিয়াও সম্পূৰ্ণ সংগ্ৰহ হোৱা নাই।

ফকৰা-যোজোনা কিছুমানত বুৰঞ্জীৰ কাহিনী কিছুমানো সোমাই থাকে। এফাঁকি ফকৰা বিশ্লেষণ কৰি চালে বুৰঞ্জীৰ একোটা যুগৰ একোটা কাহিনীৰ সম্ভেদ পোৱা যায়। যেনে ঃ—

" ৰহাৰ ৰহদৈ টিপামৰ ভাদৈ
শলগুৰিত আঘোণী বাই;
তিনিও ডিঙিত ধৰি কান্দিবলৈ ধৰিলে
সম্বন্ধৰ একোডাল নাই।'

— উপৰোক্ত ফকৰা ফাকিৰ অসম বুৰঞ্জীৰ আহোম ৰাজত্ব কালৰ এটি ঘটনাৰ সম্ভেদ পোৱা যায়। চুলিকফা বা লৰা ৰজাই যেতিয়া সকলো কোঁৱৰক ৰজা হ'ব নোৱাৰাকৈ অঙ্গক্ষত বা অঙ্গখুন কৰিবলৈ চাওদাংবোৰক নিৰ্দেশ দিছিল, তেতিয়া চাওদাঙে ৰজা হ'ব পৰা যোগ্যৱান কোঁৱৰবোৰক অঙ্গক্ষত কৰি যাবলৈ ধৰিলে। এই কথা গম পাই জয়মতী কুঁৱৰীয়ে তেওঁৰ স্বামী- গদাধৰ সিংহ কোঁৱৰক ঘৰৰ পৰা পলোৱাই পঠালে। এনেদৰে গদা কোঁৱৰে পলাই ফুৰোতে গদাপাণিক বিচাৰি পাই চাওডাঙে খেদি লৈ আহিল। গদাপাণি কোঁৱৰৰ বিপদ দেখি তিনি গৰাকী মাছ বেচা পোহাৰী যেনে— ৰহদৈ, ভাদৈ আৰু আঘোণী বাইয়ে গদাপাণিক চাওদাংবোৰে নেদেখাকৈ তিনিওজনীয়ে থোপা পাতি বেৰি ধৰি গাৰ আঁৰতে

লুকুৱাই ৰাখিলে। আৰু তিনিওজনীয়ে ডিঙিত ধৰা-ধৰি কৰি ফাকি মাৰিবৰ বাবে কান্দিবলৈ ধৰিলে। এনেকৈ কন্দা-কটা কৰা দেখি চাওদাং বোৰে তেওঁলোকৰ কিবা হৈছে বুলি সেইফালে নেচাই সিহঁতক এৰি থৈ গুচি গ'ল। গদাপাণি এই তিনি গৰাকী পোহাৰীৰ সহায়ত ৰক্ষা পৰিল। সেয়েহে পাছত গদাধৰ সিংহই চুলিকফাক বধ কৰি আহোম ৰাজপাটত বহে আৰু তেওঁক বিপদকালত ৰক্ষা কৰা বাবে ৰহাত ৰহদৈৰ নামত ৰহদৈ পুখুৰী আৰু ৰহদৈ আলি, টিপামত ভাদৈৰ নামেৰে বাবে ভাদৈ পুখুৰী আৰু ভাদৈ আলি আৰু শলগুৰিত আঘোণী আলি আৰু আঘোণী পুখুৰী নিৰ্মাণ কৰি থৈ গ'ল। ◆

## ৯ অধ্যায়

# সাঁথৰ (Riddles)

লোক সাহিত্যৰ ভিতৰত সাঁথৰ বোৰকেই অতি প্ৰাচীন বুলি ভবা হয়। কাৰণ পণ্ডিত সকলে পোন প্ৰথমে মহাভাৰতৰ বুকুতেই 'সাথঁৰ'ৰ সৃষ্টি হৈছিল বুলি ভাবে। কিয়নো মহাভাৰতত যুধিষ্ঠিৰক ধৰ্মই সাথঁৰৰ যোগেদিয়েই প্ৰশ্ন কৰিছিল। ধৰ্মই যুধিষ্ঠিৰক প্ৰশ্ন কৰিছিল - "কা বাৰ্তা? কিমাশ্চৰ্যম?

কঃ পন্থা? কস্য মোদতে?
ইতি মে চতুৰঃ প্ৰশ্নান
উত্তৰং দত্ত্বা জলং পীৱ।"

আমাৰ অসমীয়া ভাষাৰ সাথঁৰতো তেনেকৈ ৰহস্য সন্ধানী প্ৰশ্ন কৰা হয়। যেনেঃ -

"লোগুটি লোফাল, বেঙেনাটো চাৰিফাল;
সোমাল কাকতি, ওলাব কোন কাল?"

সাঁথৰবোৰ বুদ্ধি উদ্দীপক কৌশল, ইয়াৰ যোগেদি যেন মানুহৰ বুদ্ধিমত্তাৰ পৰীক্ষাহে কৰা হয়। ইয়াৰ উপৰিও ই ৰহস্যময় আৰু ঔৎসুক্যপুৰ্ণ। ড° সত্যেন্দ্ৰ নাথ শৰ্ম্মাদেৱে সাথঁৰৰ সম্বন্ধে কৈছে- "সাঁথৰ বিলাক জন সাধাৰণ আৰু কেতিয়াবা কেতিয়াবা পণ্ডিতৰো সহজ বুদ্ধিজাত শব্দৰ ধেমালি। অনেক সাথঁৰত কল্পনাৰ স্ফুৰণ, কাব্যশ্ৰীৰ স্পৰ্শ আৰু অনুশ্ৰী আদি শব্দ লঙ্কাৰৰ ব্যঞ্জনা দেখিবলৈ পোৱা যায়।"

সাথঁৰবোৰ এচিয়া মহাদেশ, আফ্ৰিকা মহাদেশ, অষ্ট্ৰেলিয়া আৰু ইউৰোপ মহাদেশৰ লোক সমাজত আদিম কালৰে পৰা প্ৰচলিত হৈ আহিছে। এইবোৰ মহাদেশত সামাজিক উৎসৱ-অনুষ্ঠানত সাঁথৰ কোৱাৰ পৰম্পৰা অতীজৰে পৰা চলি আহিছে। তদুপৰি জিৰণিৰ সময়তো সাথঁৰ কোৱাৰ পৰম্পৰা আছিল। অষ্ট্ৰেলিয়াৰ সমাজ জীৱনত সাথঁৰবোৰে এক গুৰুত্বপূৰ্ণ ভূমিকা-গ্ৰহণ কৰি আহিছে। আনকি ইয়াক এক উপভোগ্য খেলা হিচাবেও গণ্য কৰা হয়।

প্ৰাচীন ভাৰতত ৰজা-মহাৰজা সকলে অশ্বমেধ যজ্ঞ পাতিছিল। এই অশ্বমেধ যজ্ঞবোৰত সাথঁৰ কোৱা প্ৰথাৰ প্ৰচলন আছিল। আমাৰ অসমীয়া লোক সমাজত জিৰণি বা অৱসৰৰ সময়ত সাধুকথাৰ লগতে সাথঁৰ কোৱাৰো পৰম্পৰা চলি আহিছে। অৱশ্যে এই পৰম্পৰা আজি কালি অসমত প্ৰচলিত হোৱা দেখা নাযায়।

অসমীয়া সাধুকথা নাইবা লোকগাথাঁ বোৰৰ কিছুমানত কন্যাই দৰাক লাভ কৰিবৰ বাবে কিছুমান সাথঁৰৰ উত্তৰ দিবলৈ দিয়ে আৰু উত্তৰ দিব পাৰিলেহে বিয়া কৰাব বুলি কৈছিল। জনা গাভৰুৰ কাহিনীটোলৈকে আঙুলিয়াব পাৰি। জনা-গাভৰুৱে সাঁথৰৰ দৰেই তেওঁ বিয়া কৰাব খোজা- নায়ক জনক প্ৰশ্ন কৰিছিল। সাথঁৰৰ উত্তৰ দিব পৰা নায়কজনেহে তেওঁক লাভ কৰিব পাৰিছিল।

সম্প্ৰতি যথেষ্ট সংখ্যক পণ্ডিতে সাথঁৰবোৰ সংগ্ৰহ কৰি লিখিত ৰূপত প্ৰকাশ কৰিছে। ইউৰোপ মহাদেশৰ পণ্ডিত সকলে লেটিন সাথঁৰ সমূহ সংগ্ৰহ কৰি ছপা কৰি উলিয়াইছে। আমাৰ অসমতো অসমীয়া ভাষাত দণ্ডীৰাম দত্তদেৱে "সাথঁৰ, ফকৰা আৰু যোজোনা" নামৰ গ্ৰন্থখনিত ৪৫০ টা সাথঁৰ ছপাই উলিয়াইছে। সাথঁৰ বিলাকৰ প্ৰধান আকৰ্ষণ হৈছে ৰূপকধৰ্ম্মী আৰু ছন্দধৰ্ম্মী। সাথঁৰবোৰ পদ্যধৰ্ম্মী হোৱাৰ বাবে ইয়াক মনত ৰাখিবলৈ সুবিধা হয়। সাথঁৰবোৰত এশাৰী বাক্যতে প্ৰশ্নটোকো শ্ৰুতি মধুৰ কৰি তুলিবৰ বাবে দীঘলকৈ কেইবাটাও শাৰী লগ লগাই দিয়া হয়। যেনেঃ-

'শদীয়ালৈ নেযাবা সতঁফুল নেখাবা

কেচঁা পাতত নেবান্ধিবা লোণ;

উপজিয়েই লৰ মাৰে কোন?"

- এই সাঁথৰটিৰ পৰাই বুজিব পাৰি যে জন সাধাৰণৰ মনত লগা কৰি তুলিবলৈ সাঁথৰ ৰচনা কৰোতা জনে ছন্দ বা গীতি কবিতাৰ ব্যৱহাৰ কৰিছে। সাথঁৰবোৰ সাধুকথা বা আখ্যান-উপাখ্যানৰ দৰে কেৱল মনোৰঞ্জকেই নহয় ই মানুহৰ বুদ্ধি মত্তা চিন্তাৰো এক প্ৰাচীন প্ৰতিচ্ছবি। বিশ্ববিখ্যাত লোক সংস্কৃতিবিদ পণ্ডিত ড° ফ্ৰেজাৰে ধাৰণা কৰে যে, অতি প্ৰাচীন কালত মানুহে নিজৰ মনৰ কথা স্পষ্টভাবে প্ৰকাশ কৰিবলৈ সাহ নকৰিছিল আৰু তেতিয়াই মানুহে সাথঁৰৰ আশ্ৰয় লৈছিল। কিছুমান জাতিয়ে কিছুমান অনুষ্ঠান আৰু পূজা- পাতলতো সাথঁৰ কোৱাৰ পৰম্পৰা প্ৰচলিত হৈ আহিছে।

সাঁথৰত প্ৰথমেই প্ৰশ্ন কৰি মানুহৰ মনত কৌতুহ'ল সৃষ্টি কৰা হয় আৰু পাছত সাঁথৰৰ উত্তৰটো দি মনত আনন্দৰ খোৰাক যোগায়।

আমাৰ অসমীয়া লোক সমাজত শিশুসকলে গৰম কালি জোনৰ জোনাকত চোতালতে বহি সাথঁৰ আৰু সাধুকথা বুঢ়া ককাক সকলৰ পৰা শুনে; আৰু শীত কালত সেইএকেদৰেই জুহালৰ কাষত বহি সাথঁৰ আৰু সাধুকথা শুনে। অসমীয়া জন জীৱনত সাঁথৰৰ প্ৰচলন এনেদৰেই ঘটি আহিছে।.

অসমৰ লোকসমাজত চলি থকা বিয়া-সবাহ আদি উৎসৱ অনুষ্ঠান বোৰতো বহুতো মানুহ গোট খাই লৈ জুম পাতি সাঁথৰ কোৱাৰ পৰম্পৰাও আছিল; অৱশ্যে আজি কালি এনেদৰে সাধুকথা কোৱা পৰম্পৰা উঠি গৈছে।

কিছুমান ফকৰা প্ৰায় সাঁথৰৰ দৰেই। সাঁথৰৰ নিচিনা ফকৰা কিছুমানো আমাৰ সমাজত চলি আহিছিল।

সাঁথৰবোৰৰ কাব্যিক সৌন্দৰ্য্যও অনুপম। ইয়াক সুৰ লগাই কোৱা হয়। শ্ৰোতাই শুনিবলৈ শ্ৰুতি মধুৰ কৰি তোলা হয়। যেনে ঃ—

" কান্দি কান্দি যায়;

বিনা দোষে মাৰ খায়।"

" খাই মৰামুৰি

হাগে চুণ গুৰি।" ইত্যাদি। ◆

## ১০ অধ্যায়
# কৌতুক আৰু কাইখেলী অংক

কৌতুক হল মানুহে শুনি ভালপোৱা এবিধ শব্দ শৈলী বা কথাশৈলী। শ্ৰোতাই কথা ফাকিৰ অন্তৰ্নিহিত অৰ্থ উপলব্ধি কৰি বৰ আমোদ পায়। কৌতুক হৈছে এবিধ আনন্দদায়ক কথা। এবিধ সুকুমাৰ ক'লা; যেনে ঃ- নৃত্য, গীত, বাদ্য আৰু সঙ্গীতৰ দৰেই কৌতুকেও মানুহৰ মনত বিমল আনন্দ দান কৰে।

বিষাদ বা বিষণ্ণ মনা হৈ থকা লোকক কৌতুকে আনন্দ দান কৰি মনৰ অৱস্থাক পুনৰ সতেজ কৰি তোলে। নাইবা মানুহে যেতিয়া পৰিশ্ৰম কৰি ভাগৰি পৰে তেতিয়া তেওঁৰ আগত কৌতুক কৰিলে তাৰ মনৰ ভাগৰ আঁতৰি যায়। পুনৰ আকৌ কাম কৰিবলৈ মনোবল পায়।

প্ৰাচীন কালৰ পৰা বিশ্বৰ বিভিন্ন প্ৰান্তৰ বিভিন্ন জাতিৰ মাজত কৌতুক চৰ্চ্চা চলি আহিছে। আমাৰ ভাৰততো অতি প্ৰাচীন কালৰে পৰা হাঁহি– কৌতুক কোৱা প্ৰথা চলি আহিছে। গাৱঁলীয়া ভাষাত ইয়াক ফু চুৰি বুলিও কোৱা হয়। কৌতুকৰ যোগেদি অংক বিদ্যা চৰ্চ্চাৰো প্ৰচলন আছিল। অসম চৰকাৰৰ "কৌতুক আৰু কাইথেলী অংকৰ সংগ্ৰাহক স্বৰ্গীয় দণ্ডীৰাম দত্তদেৱে তেখেতৰ গ্ৰন্থখনৰ পাতনিত লিখিছে "পৃথিৱীৰ আন আন ঠাইত কৌতুকৰ চৰ্চ্চা চলি আছে। আমাৰ দেশতো পুৰণি কালৰ পৰা কৌতুকৰ চৰ্চ্চা চলি আহিছে। গৰখীয়াই তামোল খোৱা, লাৰু ভগোৱা, তেল কিনা, পাচলি অনা কৌতুক কৰি অপাৰ আনন্দ পায়। গাৱঁৰ আসুৰী দৰব, গীত, ফকৰা-যোজোনাৰ দৰেই লোপ পাবলগীয়া হৈছিল।"

আমাৰ দেশত অংকৰ কৌতুকৰ এক প্ৰাচীন পৰম্পৰা চলি আছিল। অৰ্থাৎ ছাত্ৰ-ছাত্ৰীক কৌতুকৰ যোগেদি অংক শিক্ষা দিয়া হৈছিল। প্ৰাচীন ভাৰতৰ মহীয়সী নাৰী লীলাৱতী অংক শাস্ত্ৰত অতিকৈ পাৰ্গত আছিল। তাৰ পাছৰ কালত শুভংকৰ অংক বিদ্যাত অতি পাৰ্গত আছিল। অসমৰ কামৰূপৰ বেলশৰৰ দণ্ডীৰাম দত্তদেৱে বহু পৰিশ্ৰম কৰি নানান ঠাই ঘূৰি ফুৰি বিভিন্নজনক লগ ধৰি প্ৰাচীন অসমত চলি থকা পৰম্পৰাগত লোক সম্পদ "কৌতুক আৰু কাইথেলী অংক' বোৰ সংগ্ৰহ কৰি এক মহান কাম কৰি থৈ গ'ল। দণ্ডীৰাম দত্তদেৱে লিখিছে-

" আগৰ দিনত অসমৰ নানা ঠাইত প্ৰাচীন কাইথেলী শিক্ষাৰ পঢ়াশালী আছিল। ইংৰাজ ৰাজত্বৰ আগভাগলৈকে দেশীয়ভাষাত গাৱঁৰ পঢ়াশালীত এই কাইথেলী অংকৰ শিক্ষা দিয়া হৈছিল। তেতিয়া আঠ কঠা, দশাংশ, বিদ্যাউঠি, পিয়ল, পঞ্চক, জমাখৰচ, জমাবন্দী তলব, হিচাপ, জৰীপ, নানা তৰহৰ অংক শিকোৱাৰ প্ৰমাণ আছে।"

কৌতুকৰ অংকবোৰ পদ্যত লিখা; সেইবোৰ সুন্দৰকৈ ছন্দ মিলাই লিখা। এইবোৰ শুনিলে বৰ আমোদ পোৱা যায়।

যেনে-

কৌতুক ঃ- " একে কিনে তিঁনি মীনে।
তিনি কিনে পঞ্চ হৰিণ।।
পাচেঁ কিনে সাত ছাগ।
সাতে কিনে এক বাঘ।।
ৰূপ দিলা এখ শত
তাৰ সংখ্যা কহিয়োক।।"

| | | | | |
|---|---|---|---|---|
| ৫ | (১) একে কিনে (পঞ্চ) | (৫) তিনি মিন (৩) | ১৫ | মাছ |
| ১৮ | (৩) তিনি কিনে (ৰস) | (৬) পঞ্চ হৰিণ (৫) | ৩০ | হৰিণ |
| ৩৫ | (৫) পাচঁ কিনে (সপ্ত) | (৭) সাত ছাগ (৭) | ৪৯ | জাগ |
| ৪২ | (৭) সাতে কিনে (ৰস) | (৬) এক বাঘ (১) | ৬ | বাঘ। |
| | | | ১০০ | |

অসমৰ কামৰূপ অঞ্চলৰ কায়স্থ বা কাকতি সম্প্ৰদায়ৰ লৰা-ছোৱালী বা লোকসকলে এই অংক শিক্ষাৰ চৰ্চ্চা কৰিছিল। কায়স্থ সকলক কাইথ্ বুলি কোৱা হৈছিল। সেয়েহে এনে ধৰণৰ অংক বিদ্যাক কাইথেলী অংক বুলি কোৱা হৈছিল।

কৌতুক অংকবোৰক অংকৰ যাদু বা মেজিক বুলি কোৱা হয়। অংকৰ কৌতুকৰ জৰিয়তে অংকৰ ফালে পিঠি দিয়া ছাত্ৰয়ো অংক আনন্দ মনেৰে অধ্যয়ন কৰিবলৈ মন দিয়ে; কৌতুক অংকৰ যোগেদি অংক বিদ্যাৰ উৎকৰ্ষ সাধন কৰিব পাৰি।

অংক কৌতুক হিচাপে গ্ৰহণ কৰি অহাৰ পৰম্পৰাৰ বাবেই প্ৰাচীন কালত আমাৰ দেশ অংক বিদ্যাত আগবঢ়া আছিল। অংকবিদ্যাত আগবঢ়াৰ বাবেই প্ৰাচীন কালত আমাৰ দেশৰ মানুহ বিজ্ঞান , জ্যোতিষ চৰ্চ্চা, ভূ-তত্ত্ব চৰ্চ্চা আৰু আকাশ ৰহস্য চৰ্চ্চা আদিৰ ক্ষেত্ৰত অতি আগবঢ়া আছিল। সেই বাবে প্ৰাচীন কালত আমাৰ দেশৰ কেইবা গৰাকী গণিতজ্ঞই জ্যোতিষ বিদ্যা বা জ্যোতিষ

গণনাৰ ক্ষেত্ৰতো পাৰ্গতালি দেখুৱাইছিল। এইসকল হৈছে (১) খনা (২) ডাক পুৰুষ (৩) শুভংকৰ (১) বৰাহমিহিৰ আদি। সেইদৰেই ভাৰতৰ কেইগৰাকীমান প্ৰখ্যাত গণিতজ্ঞ হৈছে আৰ্য্যভট্ট, ভাস্কৰাচাৰ্য্য, বৰাহ মিহিৰ, বকুল কায়স্থ, মহম্মদ, শুভংকৰ দাস, খনা, ডাকপুৰুষ ইত্যাদি। আলখাবাৰি, আলবেৰুনী, পণ্ডিত প্ৰবৰ কেজৰী, ৰামানুজম, বকুল কায়স্থই কাইথেলী অংকৰ কৌতুকৰ ওজা আছিল।

কৌতুক অংকৰ চুটি উদাহৰণ তলত দিয়া হ'ল

"ক'ত যোৱাহে এশ ভাই?
আমিতো এশ নহয়
আছিলো যিমান আহিব সিমান
তাৰে অৰ্ধ তাৰে আধা পায়
তাৰে সৈতেহে এশ ভাই।"

সেইদৰেই — একৰতি সিন্দুৰে নজনীক বাতে
নমোন সিন্দুৰে কতজনীক আতে?" ইত্যাদি।

কাইথেলী অংকৰ বিষয়ে ড° সূৰ্য্যকুমাৰ ভূ এগ্ৰ দেৱে কৈছে— "আমাৰ দেশত প্ৰাচীন কালত এবিধ অংক বিদ্যাৰ চৰ্চ্চা চলি থকা দেখা যায়। মাটিৰ পিয়ল, জমা-খৰচৰ হিচাব, ভঁৰালৰ শস্য গণনা, ঘৰ সজাৰ জোখ-মাখ, ঘৰৰ ভেঁটি, বাঁহ কামি, বেত আদিৰ পৰিমাণ, প্ৰজাৰ কৰ কাটল, ৰাজ-ভঁৰালৰ আয়-ব্যয় মাটি কটাৰ জোখ, কাঁহ, তাম, পিতলৰ দৰ-ওজন, বেপাৰৰ লাভ-লোকচান, আমদানি -ৰপ্তানিৰ হিচাব, জোতিষ বিষয়ক গণনা ইত্যাদি নিৰ্ণয় কৰাত অতীত যুগৰে পৰা অসমীয়াৰ নিজ অংক-পদ্ধতিৰ প্ৰচলন আছে। ইয়াক সাধাৰণতে "কাইথেলী অংক'ৰ মৌলিকতা আৰু উপকাৰিতা স্বীকাৰ কৰিছে।" ◆

১১ অধ্যায়

# সাধু কথা

## (Folk Tales)

মৌখিক সাহিত্যৰ অন্যতম শাখা হৈছে সাধু কথা। সাধু কথাবোৰৰ কিছুমান অতীব প্ৰাচীন আৰু কিছুমান অৰ্বাচীন। পৃথিৱীৰ প্ৰতিখন দেশৰ প্ৰতিটো জাতিৰ মাজত সাধুকথাৰ প্ৰচলন হৈ আহিছে। সাধুকথা নথকা জাত বা ভাষা নাই বুলিব পাৰি। শিশু উমালবৰ বাবে যেনেকৈ নিচু কনি গীতবোৰ থাকে, সেইদৰেই শিশুসকলৰ বাবে লোক কাহিনী বা সাধুকথাবোৰো আছে।

সাধুকথাৰ অৰ্থ হেমকোষ অভিধানত এইদৰে দিছে ঃ- সাধু = সন্ত + কথা বা উপাখ্যান। সন্তসকলে কোৱা কথা বা সাধু কথা। সাধু কথাৰ শ্ৰেণী-বিভাজন কৰিবলৈ গৈ বিশ্ববিখ্যাত লোক তত্ত্ববিদ এডুইন চিডনী হাৰ্টলেণ্ডে তেখেতৰ "The Science of Fairy Tales" নামৰ গ্ৰন্থত সাধুকথাৰ সংজ্ঞা দিছে এইদৰে "Traditionary Narrative not in their present form relating to beings held to be divine, nor to cosmological or national events, but in which the supernatural plays an essential part"

হাৰ্টলেণ্ডে সাধুকথাবোৰক প্ৰধানকৈ দুটা ভাগত বিভক্ত কৰিছে। এবিধ হল Sage আৰু আনবিধ হল 'মাৰ্চেন' (সাউদৰ কাহিনী)।

অসমীয়া প্ৰতি শব্দ 'সাধু কথাক' 'সাধু' শব্দৰ অৰ্থ কেৱল সন্তই নহয় ইয়াৰ উপৰিও আন এক অৰ্থ সাউদ বা বণিককো বুজায়। এই সাধু বা সাউদ সকলে প্ৰাচীন কালত দুৰ দুৰণিলৈ গৈ বেপাৰ বাণিজ্য কৰিছিল। তাৰ পাছত ঘুৰি আহি ওচৰ-চুবুৰীয়া লোক সকলক বিভিন্ন অভিজ্ঞতাৰ কথাবোৰ কৈ শুনাইছিল। সাউদ বা সদাগৰ সকলে তেওঁলোকৰ বিভিন্ন ঠাইৰ অভিজ্ঞতাবোৰ কাহিনীৰ আকাৰে কল্পনাৰ প্ৰলেপ দি অতিৰঞ্জিত কৰি কৈ শুনাইছিল। শিশুসকলে এই কাহিনীবোৰ শুনি ভাল পাইছিল। শিশুৰ কল্পনা প্ৰৱণ মনে বিচাৰি পাইছিল আনন্দ আৰু তৃপ্তি।

কৌতুহলী মনৰ শিশুসকলে সাধুকথাত বিচাৰি পাইছিল উপদেশ, কাহিনী,

অভিজ্ঞতা আৰু পাইছিল বিমল আনন্দ। আগৰ কালত আমাৰ অসমতো গৰম কালি চোতালাত বহি জুৰ লৈ থাকোতে ককাদেউতাকইঁতে নাতিয়েকইঁতক সাধু কথা কৈ শুনাইছিল। আৰু জাৰ কালি গধূলি জুহালৰ কাষত বহি সাধুকথাবোৰ কৈ শুনাইছিল।

অসমত জনজাতীয় জনগোষ্ঠী সমূহৰ মানুহৰ মুখতেই আটাইতকৈ বেছি সাধুকথা শুনা যায়। অসম হৈছে দ্রাবিড়, অষ্ট্রীক, মঙ্গোলীয়, আৰু আৰ্য্য মানৱ গোষ্ঠীৰ মিলন থলী। সেয়েহে অসমত গাৱেঁ-ভুঞে চুকে-কোণে গঞা লোক সমাজৰ মুখত অসংখ্য সাধুকথা পৰম্পৰাগত ভাবে পুৰুষে পুৰুষে মুখ বাগৰি চলি আহিছে। অসম তথা উত্তৰ পূৰ্বাঞ্চলৰ বিভিন্ন জন গোষ্ঠীয় জনজাতি সকলৰ মাজতেই আটাইতকৈ বেছি সাধুকথা মুখ বাগৰি আহিছে। সেই আটাইবোৰ সাধুকথা এতিয়াও সংগৃহীত হৈ ওলোৱা নাই। মাত্র খুউব কম সংখ্যক বুদ্ধিজীৱীয়েহে আপুৰুগীয়া সাধুকথাবোৰ সংগ্রহৰ কামত আত্মনিয়োগ কৰা দেখা গৈছে। সাধু কথাবোৰত অসমৰ লোকজীৱনৰ আশা-আকাংক্ষা, হাঁহি-কান্দোন, জয় পৰাজয়ৰ প্রতিফলন ঘটা দেখা পোৱা যায়।

অসমীয়া সাধু কথাবোৰক বিশ্লেষণ কৰি চালে বিভিন্ন শ্রেণীত বিভক্ত কৰিব পাৰি। সেইবোৰ হৈছে— নীতিমুলক সাধুকথা, আৰু নীতিৰ লগত সম্পৰ্ক নথকা কাল্পনিক সাধু কথা।

কাল্পনিক সাধু কথাবোৰক আকৌ পাঁচোটামান ভাগত ভগাব পাৰি। যেনে ঃ—(১) ভূত-প্রেত, দৈত্য- দানৱ, দেৱ-দেৱীৰ সাধু (২) সম্পূর্ণ কাল্মপনিক আকাশী পৰী, দেৱ কন্যা আদি সম্পৰ্কীয় সাধু (৩) টেঙৰালি বা টেটুনৰ সাধু (৪) মাহীমাক আৰু সতীয়া সন্তান জাতীয় সাধু আৰু (৫) লেথেৰি নিছিগা বিধৰ সাধু।

**(১) দৈত্য-দানৱ বা দেও- ভূতৰ সাধু কথা ঃ-** হিন্দু ধৰ্মৰ প্ৰভাৱৰ ফলতেই জনজাতীয় জনগোষ্ঠী আৰু অন্যান্য মঙ্গোলীয় গোষ্ঠী-সমূহৰ মাজত বিভিন্ন ভূত-প্রেত, দৈত্য-দানৱ অথবা দেৱতা-দেৱী সম্পৰ্কীয় সাধু কথাৰ সৃষ্টি হোৱা দেখা যায়। এই সাধুবোৰক আখ্যান বুলিও ক'ব পাৰি। অৱশ্যে আখ্যান-উপাখ্যান বা সাধুকথাৰ মাজত পাৰ্থক্য বিচাৰি উলিওৱাই টান হৈ পৰে। যেনে ঃ- ভস্মাসুৰ আৰু শিৱৰ কাহিনী, বুঢ়া-গোসাঁনী, বুঢ়ী গোসাঁনী, যখ আৰু যখিনী আদি সম্বন্ধীয় সাধু বা আখ্যান আদি অসমৰ লোক-সমাজত প্ৰচলিত হৈ আহিছে।

**(২) কাল্পনিক সৃষ্টি বা প্ৰকৃতিৰ সৃষ্টি মূলক সাধুকথা ঃ-** কাল্পনিক উপাখ্যান মূলক সাধু কথাবোৰৰ কাহিনী, দেৱকন্যাৰ কাহিনী আৰু প্ৰাকৃতিক কিছুমান সৃষ্টি

কাহিনী সম্পৰ্কীয় সাধুকথা আছে। তাৰ ভিতৰত যেনে— কমলা কুৱঁৰীৰ সাধু, বাঘ আৰু ভুবুলা ছাগলী, চিলনী জীয়েকৰ সাধু , কাঞ্চনমতীৰ সাধু আদি অন্তৰ্ভুক্ত কৰিব পাৰি।

**(৩) টেঙৰালি বা টেটুন জাতীয় সাধু ঃ-** এই শ্ৰেণীৰ সাধু অসমীয়া ভাষা, মিকিৰ ভাষা, খাছীয়া, কছাৰী, মণিপুৰী, নগা আদি বিভিন্ন ভাষাত পোৱা যায়। এই জাতীয় সাধু এছিয়া, ইউৰোপ' আফ্ৰিকা আদিতো এনেধৰণৰ টেঙৰালিৰ সাধু কথা পোৱা যায়। অসমীয়া ভাষাত টেটু ন তামুলী এই জাতীয় সাধু। বান্দৰ আৰু শিয়াল এই শ্ৰেণীৰ সাধুতেই পৰে।

**(৪) মাহীমাক আৰু সতীয়া সন্তান জাতীয় সাধু ঃ-** অসমৰ সাধু কথাবোৰৰ ভিতৰত এই শ্ৰেণীৰ সাধুৰ প্ৰতি আকৰ্ষণ দেখা যায়। কিয়নো অসমীয়ালোক সমাজত তেনে বাস্তৱ উদাহৰণ বহুতো পোৱা যায়। যেনেঃ- তেজীমলাৰ সাধু অসমত অধিক জনপ্ৰিয়।

**(৫) লেথেৰি নিছিগা বিধৰ সাধু ঃ-** এই শ্ৰেণীৰ সাধুকথাৰ যোগেদি সৰু সৰু ল'ৰা-ছোৱালীৰ টো পনি আনিবৰ বাবে কোৱা হয়। একেবিধ কথাকে উদাহৰণ সহ দীঘলীয়া কৰি নিয়া হয়। যেনেঃ- শালিকী'ৰ সাধু এই শ্ৰেণীৰ সাধুত পৰে।

উপাখ্যান আৰু সাধুকথাৰ তুলনামুলক অধ্যয়ন ঃ ডঃ প্ৰফুল্ল দত্ত গোস্বামীদেৱে পৃথিৱীৰ লোক সংস্কৃতিবিদ পণ্ডিতৰ মত অনুসৰণ কৰি সাধু কথা বোৰক প্ৰধানকৈ দুটা প্ৰধান ভাগত ভাগ কৰিছে। যেনে - চেইজ বা উপাখ্যান (Sage) আৰু সাধু কথা। উপাখ্যান আৰু সাধু কথাৰ মাজত ভালেমান পাৰ্থক্য আছে বুলি মত প্ৰকাশ কৰিছে। উপাখ্যানবোৰৰো ভাগ আছে। যেনে ঃ- ঠাইৰ কাহিনী (Place legend) বিখ্যাত লোকৰ কাহিনী (Legend about person), কিংবদন্তি মূলক কাহিনী আৰু পৰী, দৈত্য, ডাইনী, যখিনী আদিৰ কাহিনী।

সাধুকথা (Merchant) বোৰক ডঃ গোস্বামী আদি পণ্ডিতে আকৌ কেইবাটাও ভাগত ভাগ কৰিছে। যেনে ঃ- জীৱজন্তু বিষয়ক সাধু, অতি প্ৰাকৃতিক সাধু, খুহুতীয়া সাধু, টেঙৰালিৰ সাধু, আৰু সমূহীয়া সাধু।

মুঠতে আমাৰ সাধু কথাবোৰৰ চৰিত্ৰ আৰু পৰিবেশবোৰ বিভিন্ন ধৰণৰ আৰু বিচিত্ৰ ৰূপৰ। সাধুকথাৰ জগতখনত থাকে— ৰাণী, ৰজা, বীৰ, বান্দী, লগুৱা, লিটি কাই, বামুণ, টেটোন, কুকুৰীকণা, মালিনী, বোৱাৰী, শাহু, বুঢ়া-বুঢ়ী, ধোবা, নাপিত, সাউদ বা সদাগৰ; সাউদৰ পুতেক, যাদুৰ ঘৰ, বাঘ, ভালুক শিয়াল, মেকুৰী, কুকুৰ, চিলনী, শালিকী, কাউৰী, টিপচী, ভাটৌ, ৰাজহাঁহ, গাধ, ৰাক্ষস, ভূত-পিশাচ, কাছ, শহা, বান্দৰ আদি অসংখ্য চৰিত্ৰৰ নায়ক-নায়িকা সাধুকথাৰ

জগতত বিৰাজ কৰিছে। মুঠতে ক'ব পাৰি যে যি আছে জগতত সি আছে সাধু কথাত।

অসমীয়া ভাষাত উল্লেখযোগ্য কেইটামান সাধুকথা হৈছে যেনে— তেজীমলা পানশৈ, কমলা কুঁৱৰী, কাঞ্চনমতী, চিলনী জীয়েকৰ সাধু; বান্দৰ আৰু শিয়াল, টেটুন তামুলী, শিয়াল পণ্ডিত, বাঘ আৰু পিঠাখোৱা বুঢ়া, বাঘ আৰু Trap, মেকুৰীৰ জীয়েকৰ সাধু, চিলনী জীয়েকৰ সাধু, সোণ উপজুৱা ৰজা, বামুণৰ লিটিকাই, জোৱাঁইৰ সাধু, সৰবজান, ফৰিং, জ্যোতিষী, অজলা আৰু টেটুন, গৰু আৰু Wren, পৰুৱা আৰু ভেকুলী আদি অসংখ্য সাধুকথা বুঢ়ালোকৰ মুখে মুখে বাগৰি আহি আজি হয়তো পাহৰণিৰ গৰ্ভত পৰি বহুতো সাধু কথাই লোপ পালে।

অসমৰ এইবোৰ সাধুকথাৰ উপৰিও দেউৰী, কছাৰী, ডিমাছা, টিঁৱা লালুং, কাৰ্বি, মিচিং, খামতী, বড়ো, ৰাভা, ফাকে আদি সকলো জনগোষ্ঠীৰ মুখে মুখে অনেক সাধুকথা আছে । মুঠতে অসম যেন সাধুকথাৰ দেশ।

অসমৰ সাধু কথাবোৰৰ লগত চীন, থাইলেণ্ড ব্ৰহ্মদেশ, ইণ্ডোনেছিয়া আদিৰ সাধুকথাৰ লগত মিল আছে। মুঠতে এচিয়া, ইউৰোপ, আমেৰিকা, অষ্ট্ৰেলিয়া, আফ্ৰিকা আদি প্ৰতিখন মহাদেশৰ সাধুকথাৰ লগতো অসমৰ সাধুকথাবোৰৰ সাদৃশ্য দেখা যায়। শেষত বেজবৰুৱাদেৱৰ ভাষাৰে কব পাৰি— "কোনো এটা জাতিৰ ভিতৰুৱা শিক্ষিত অশিক্ষিত, সভ্য-অসভ্য, জ্ঞানী-অজ্ঞানী, সকলো মানুহৰে চৰণৰ চাপ যেনেকৈ সেই জাতিৰ নিজা ভাষাত মচ নোখোৱাকৈ থাকি যায়, জাতীয় পুৰণিকলীয়া সাধুকথা বিলাকতো সেইদৰে সেই জাতিৰ ভিতৰুৱা সকলো শ্ৰেণীৰ মানুহৰ পুৰণি আচাৰ-ব্যৱহাৰ, ৰীতি-নীতি, চিন্তা-কল্পনা আদিৰ সাচঁ মচ নোখোৱাকৈ থাকি যায়।"

সাধুকথাবোৰক ভাষাৰ কথনভঙ্গী, কথোপককথন বা সংলাপ, প্ৰাসঙ্গিক গীত-মাত, কৌতুহল, ঘৰুৱা জতুৱা ঠাঁচ, উপমা-অলংকাৰ আদিৰ প্ৰয়োগে মনোমোহা কৰি তুলিছে। ◆

## ১২শ অধ্যায়

# কিংবদন্তি বা আখ্যান

**জনশ্ৰুতি (Legend)**

পৃথিৱীৰ বিভিন্ন জাতি-জনজাতিৰ লোকসমাজত কিছুমান পুৰণি কাহিনী, কিংবদন্তি বা জনশ্ৰুতি থাকে। এই জনশ্ৰুতি মানুহৰ মুখে মুখে চলি আহিছে। এনে পুৰণি কাহিনীবোৰক ইংৰাজীত Myths and Legends, বোলে। এনে কাহিনীবোঁৰক পৌৰাণিক বা পুৰা কাহিনী , ধৰ্মমূলক কাহিনী আৰু সামাজিক কাহিনী আদিৰ শ্ৰেণীত বিভক্ত কৰিব পাৰি।

**ধৰ্ম্মীয় আখ্যান ঃ-** অসমত প্ৰচলিত ধৰ্ম্মীয় আখ্যানবোৰ গদ্য আৰু পদ্যত ৰচিত। এইবোৰ ধৰ্মীয় উপাখ্যানৰ ভিতৰত মনসাদেৱী বা সৰ্পদেৱীৰ কাহিনী, সৃষ্টি তত্ত্ব সম্পৰ্কীয় কাহিনী যেনে ঃ- চন্দ্ৰ, সূৰ্য্য আৰু পৃথিৱীৰ কাহিনী; মহাদেউ-কুবেৰৰ কাহিনী, লক্ষ্মীদেবীৰ কাহিনী, খুবা-খুবুনীৰ কাহিনী, মহাদেউ পাৰ্বতীৰ কাহিনী, কুৰ্ম অবতাৰৰ কাহিনী, (tortoise of Deity), মহীষাসুৰৰ কাহিনী, গৰুড় চৰাইৰ কাহিনী, মৎস্য অবতাৰৰ কাহিনী (Fish god), ঐৰাৱৎ- হাতীৰ কাহিনী, বেউলা-লখীন্দৰৰ কাহিনী, নৰকাসুৰৰ কাহিনী, ধ্ৰুৱ, বশিষ্ঠ মুনি, অৰুন্ধতী, অগষ্ট আদি মুনিৰ কাহিনী, কেঁচাইখাঁতী গোসাঁনীৰ কাহিনী আদিকে কৰি অনেক ধৰ্ম্মীয় পুৰা কাহিনীৰ প্ৰচলন দেখা যায়। আনকি সৃষ্টিৰ গুৰিতে থকা ব্ৰহ্মা, বিষ্ণু, আৰু মহেশ্বৰৰ কাহিনীও পুৰণি কাহিনী। ভাৰতত্ত্ববিদ মেকডুনাল্ডে কৈছে— Recourse to all such evidence beyond the range of the veda itself must prove a safeguard against assuming that the various mythological elements are of purely Indian Origin or that the Indo-European period is the very starting point of all mythologycal notions.

অৰ্থাৎ হিন্দু ধৰ্ম্মৰ মূল শাস্ত্ৰ বেদৰ মূলসূতিৰ পৰাই পৌৰাণিক ধৰ্ম্মীয় আখ্যান

উপাখ্যানবোৰৰ সৃষ্টি হ'বলৈ ধৰে।

মধ্যযুগৰ অসমৰ লোকসমাজত ভালেমান সামাজিক আখ্যান পোৱা যায়। এইবোৰক লোক কাব্য বুলি ক'ব পাৰি। এইবোৰ কাহিনী পদ্যত আৰু গদ্যত পুৰষানুক্ৰমে চলি আহিছে। কামৰূপ আৰু দৰং জিলাত প্ৰাচীন কালৰ পৰা প্ৰচলিত হৈ অহা লোক আখ্যান বোৰক দলি পুৰাণ বোলে। এই লোক কাহিনীমূলক কবিতাবোৰৰ কিছুমান বিশেষ বৈশিষ্ট্য আছে বুলি ড° প্ৰফুল্ল দত্ত গোস্বামীদেৱে আঙুলিয়াই দিছে। তেখেতে কৈছে যে পৰম্পৰাগত ভাবে মুখ বাগৰি চলি অহাৰ পাছতহে সাম্প্ৰতিক কালত সেইবোৰ লিখিত ৰূপ পাইছে। তদুপৰি বীৰত্বব্যঞ্জক বৰ্ণনা আৰু বুৰঞ্জীৰ সাধাৰণ চৰিত্ৰ আৰু ঘটনা উজ্জ্বল ৰূপত তুলি ধৰা হৈছে। এনেবোৰ লোক পুৰাণকেই জনশ্ৰুতি বা মীথ বুলিও আখ্যা দিব পাৰি। দৰং জিলাৰ 'দলি পুৰাণ'ও কিছুমান মুহনিৰ নাম, তিৰোতাৰ নাম , নৰোত্তমৰ নামৰ উল্লেখ পোৱা যায়। দলি পুৰাণত সুৰৰ লহৰ দি নাগৰা তাল খঞ্জুৰীলৈ গীত হিচাবে গোৱা হয়।

কামাখ্যা গোসাঁনী, বুঢ়া গোসাঁনী, বুঢ়ী গোসাঁনীৰ কাহিনী, বৃক্ষদেৱতা, শীতলা দেৱীৰ কাহিনী, কাহুৰী আইৰ কাহিনী, দেৱী অপেশ্বৰীৰ কাহিনী, ধৰ্ম্মদেৱতাৰ কাহিনী, ব্যঘ্ৰদেবতাৰ কাহিনী, গৰখীয়া দেৱতাৰ কাহিনী কামৰূপ আৰু দৰঙৰ লোক সমাজত চলতি হৈ আহিছে। ধেমাজি আৰু লক্ষীমপুৰ জিলাৰ লোক সমাজত ধনবৰ মনবৰৰ কাহিনী, কাঞ্চনমতীৰ কাহিনী, কৰ্চন কুঁৱৰীৰ কাহিনী, জোন কাৰেঙৰক কাহিনী, মইনামতীৰ কাহিনী, বিচানমতীৰ কাহিনী, পিছলাৰ কাহিনী, হাইহি দেবীৰ কাহিনী, গৰখীয়া দেৱতাৰ কাহিনী আদি অনেক লোককাহিনী আখ্যান প্ৰচলিত হৈ আছে।

মুঠতে ড° বিৰিঞ্চি কুমাৰ বৰুৱাদেৱৰ ভাষাৰে কবলৈ গলে– "পুৰণি আখ্যান বোৰো সাধু কথাৰ শাৰীতেহে পৰে। পৃথিৱী সৃষ্টি হোৱাৰ কাহিনী লৈয়েই পুৰণি আখ্যানৰ, জন্ম। ই সৃষ্টি আৰু প্ৰকৃতিৰ পদাৰ্থ সমূহৰ আলোচনা কৰে, গতিকে ই সৃষ্টি ধৰ্ম্মী আৰু মৌলিক উপাখ্যানৰ শাৰীৰ সাহিত্য। দেৱতা সকলৰ বিজয় অভিযান সম্বন্ধে যেতিয়াই আলোচনা কৰে তেতিয়াই ৰূপকথাৰ শাৰীত পৰে। বহুতো আমাৰ সাধু মহাভাৰত, ৰামায়ণ আৰু পুৰাণৰ আখ্যান উপাখ্যানৰ অসমীয়া ভাঙনি।" ◆

১৩ অধ্যায়

# সামাজিক লোকপ্ৰথা বা লোকাচাৰ

## (Folk Customs)

## লোক বিশ্বাস (Superstition)

অসমৰ সামাজিক লোকপ্ৰথাবোৰ ভিন ভিন ধৰণৰ। অসমীয়া ভাষা-ভাষী লোকৰ উপৰিও অসমৰ জনজাতীয় মিচিং, বড়ো, দেউৰী, কাৰ্বি সকলৰ লোকপ্ৰথা বা লোকাচাৰ সমূহ প্ৰত্যেক জনগোষ্ঠীৰে বেলেগ বেলেগ।

এইলোকপ্ৰথা বা লোকাচাৰ সমূহক আকৌ বিভিন্ন ভাগত বিভক্ত কৰা হৈছে। যেনে ঃ— লোক বিশ্বাস, লোক উৎসব, আচাৰ- অনুষ্ঠান, খেল-ধেমালি, লোক ঔষধ, লোক ধৰ্ম্ম আদি। অসমৰ বিভিন্ন জনগোষ্ঠীয়ে এই লোকাচাৰ সমূহ বেলেগ বেলেগ ধৰণেৰে পালন কৰে।

**(ক) লোক বিশ্বাস ঃ-** প্ৰতিটো জাতি-জনগোষ্ঠীৰেই লোকবিশ্বাস আছে। প্ৰতিটো জনগোষ্ঠীৰেই লোকবিশ্বাসবোৰো বেলেগ বেলেগ ধৰণৰ।

লোক বিশ্বাসৰ ভিতৰত অন্ধ বিশ্বাসবোৰকো অন্তৰ্ভুক্ত কৰা হৈছে। অন্ধবিশ্বাসক ইংৰাজী - Superstition শব্দটোৰে সামৰা হয়। ইংৰাজী Superstition শব্দটো লেটিন শব্দ 'Stare' শব্দৰ পৰা আহিছে। Stare ৰ প্ৰতিশব্দ হল Survival (উৰ্দ্ধতন)। ইয়াৰ পৰাই এই শব্দটোৰে বিকাশ লাভ কৰি 'Superstition' শব্দৰ ৰূপ পৰিগ্ৰহণ কৰিছেগৈ। Superstitionৰ গ্ৰীক সমাৰ্থক শব্দ হৈছে 'Deisidaimonia' — ইয়াৰ অৰ্থ হৈছে ভগবানৰ প্ৰতি থকা ভয় ভাব।

অন্ধবিশ্বাস আৰু লোকবিশ্বাসৰ মাজত পাৰ্থক্য আছে। লোক বিশ্বাস কিছুমানৰ অন্তৰালত যুক্তি যুক্ততাও থাকে। অন্ধবিশ্বাসবোৰ বহুক্ষেত্ৰত বাধা-নিষেধ আৰোপ কৰা Taboo ৰ দৰে লাগে। প্ৰকৃততে অন্ধবিশ্বাসবোৰ লোক বিশ্বাসৰ আচাৰ-অনুষ্ঠানৰ সমষ্টি বুলিয়েই কব পাৰি। সাধাৰণতে প্ৰায়বোৰ লোকৰেই অন্ধবিশ্বাস কিছুমান থকা দেখা যায়। অক্সফৰ্ড ইংলিচ ডিক্‌চনেৰীত Superstition ৰ সংজ্ঞা

দিছে এইদৰে— "Religious belief on practices founded upon fear or ignorance" অথবা "Irrational or unfounded belief in general" অৱশ্যে এই সংজ্ঞাও তৰ্কাতীত নহয়। এখন বিশ্বকোষত Superstition ৰ সংজ্ঞা দিয়া হৈছে — এনেকৈ "the acceptance of beliefs or practices groundless in themselves and inconsistance with the degree of enlightenment reached by the community to which one belongs." (অন্ধবিশ্বাস কিছুমান ব্যৱহাৰত ভিত্তিহীন বিশ্বাস যিবোৰ নেকি কোনো এটা সম্প্ৰদায়ৰ কোনো এজন লোকে মানি চলে।) অন্ধবিশ্বাসবোৰ ভিত্তিহীন হ'ব পাৰে, কিন্তু কিছুমানে আকৌ লোক বিশ্বাস বোৰকো ভিত্তিহীন আৰু অৰ্থহীন বুলি কব খোজে। কিন্তু এই কথা ঠিক যে লোক বিশ্বাসবোৰক যুক্তিযুক্ত বিশ্বাস বুলিও কব নোৱাৰি আৰু একে আষাৰতে অন্ধ বিশ্বাস বুলিও ক'ব নোৱাৰি।

এই কাৰণেই পণ্ডিত সকলে লোক-বিশ্বাসক তিনিটা ভাগত ভাগ কৰিছে। যেনেঃ- অন্ধবিশ্বাস, যৌক্তিক বিশ্বাস আৰু অন্যান্য। লোক বিশ্বাসক এনেদৰে বিভক্ত কৰিছে প্ৰসেনজিৎ চৌধুৰীদেৱে ('বিজ্ঞান বনাম অন্ধবিশ্বাস নামৰ গ্ৰন্থত)। তেখেতে অন্ধবিশ্বাসবোৰক আকৌ প্ৰধানকৈ দুটা ভাগত ভাগ কৰি দেখুৱাইছে। যেনে- অন্ধবিশ্বাস দুই ধৰণৰ (১) ধৰ্ম্ম নিৰ্ভৰ (২) ধৰ্ম্ম নিৰপেক্ষ। ধৰ্ম্ম নিৰপেক্ষবোৰক আকৌ দুইভাগে বিভক্ত কৰিছে, যেনে- আদিম আৰু অনা-আদিম। "Columbia Encyclopaedia ত Superstition ৰ সংজ্ঞা দিয়া হৈছে এনেধৰণেৰে "Belief which explains events by relating them through cause and effect, although the effect has no. rational or factual relation to the cause." গতিকে এই কথা স্পষ্ট যে লোক বিশ্বাসবোৰৰ যথেষ্ট কাৰণ আৰু প্ৰভাৱ আছে; কিন্তু তাৰ তথ্যভিত্তিক যুক্তি নাই।

ড° প্ৰফুল্ল দত্ত গোস্বামীদেৱে লোক বিশ্বাস সমূহক মুঠতে প্ৰধান তিনিটা ভাগত বিভক্ত কৰিছে। (১) সংকেত লোক বিশ্বাস (২) যাদু লোক বিশ্বাস (৩) পৰিবৰ্ত্তিত লোক বিশ্বাস। এনেদৰেই লোক বিশ্বাসবোৰৰ সম্পৰ্কত আলোচনা বিলোচনা হৈছে। কৰ্মফল, ভাগ্যফল, পুনৰজন্মবাদ আদি লোক বিশ্বাসৰ অন্তৰ্গত বুলিয়েই পণ্ডিত সমাজে মত প্ৰকাশ কৰিছে।

জনবিশ্বাসসমূহ সমাজৰ আদিম কালৰে পৰাই পৰম্পৰাগতভাৱে মুখ বাগৰি চলি আহিছে। আদিম মানুহে সমাজ পাতি থকাৰ সময়ৰে পৰাই জনবিশ্বাসবোৰ প্ৰচলিত হৈ আহিছে। সমাজখন জীয়াই ৰাখিবৰ বাবে সমাজৰ প্ৰতিজন ব্যক্তিয়েই

কিছুমান বদ্ধমূল ধাৰণা মানি চলিছিল। সেইবোৰ বিশ্বাসৰ যোগেদি সমাজত কিছু কাম হৈছিল; ব্যক্তিগত ভাৱেই হওক নাইবা সামূহিক ভাৱেই হওক সিবোৰৰ প্ৰয়োজনীয়তা অনুভব কৰা হৈছিল। জনবিশ্বাসবোৰৰ তাৎপৰ্য্য- নাইকিয়া নহয়। পাৰলৌকিক বা আধি ভৌতিক কাৰণ নাইবা বাস্তৱিক কাৰণতে জনবিশ্বাসবোৰ মানি লোৱা হৈছিল।

বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাই গা-কৰি উঠাৰ আগতে আদিম মানুহে প্ৰকৃতিৰ ৰহস্য আৰু বিশ্ব—ব্ৰহ্মাণ্ডৰ ৰহস্য উদ্‌ঘাটন কৰিব পৰা নাছিল। প্ৰকৃতিৰ কোলাত আশ্ৰয় লৈ থকা সমাজখনে এইবোৰ বিশ্বাসকে সাৰোগত কৰি তেতিয়াৰ মানুহে জীৱনত আগুৱাই গৈছিল।

জনবিশ্বাসৰ সতে ধৰ্ম্ম আৰু নৈতিকতাও সাঙোৰ খাই আছে। ধৰ্ম্মও এক পৰম্পৰাগত জনবিশ্বাসৰেই অঙ্গস্বৰূপ। বিশ্ব সৃষ্টি আৰু ঈশ্বৰ তথা পৰম শক্তিৰ ওপৰত বিশ্বাস আৰু ঈশ্বৰৰ সতে জীৱৰ সম্পৰ্কৰ সম্বন্ধে থকা বিশ্বাস সমূহকেই ধৰ্ম্ম বুলি ক'ব পাৰি। বিশ্বৰ বিভিন্ন প্ৰান্তৰ বিভিন্ন ধৰ্ম্ম সমূহ পৰ্য্যালোচনা কৰি চালে, সিবোৰকো জনবিশ্বাস বুলিব পাৰি।

স্বৰ্গীয় বেনুধৰ ৰাজখোৱাদেৱে কৈছে " Superistition is, in its essence, nothing but knowledge for masses. It is a handy reference book for the uneducated. It is hallowed by time. Its basis is religion, hence it is the best incentive to action. .... It is the idea of God and his relation, relation with man that give rise to religion."

ধৰ্ম্মৰদৰেই জনবিশ্বাসবোৰেও সমাজখনক এক কৰি বান্ধি ৰাখিছিল। জনবিশ্বাসবোৰৰ যোগেদি মানুহে বেয়া কামবোৰৰ পৰা আতঁৰত আছিল আৰু সমাজত ভাতৃত্ববোধ আৰু মিলা-প্ৰীতিৰ ভাৱে গঢ় লৈ উঠিছিল। এই জনবিশ্বাস বোৰেই আদিম সমাজত আইনৰ বিধি-বিধানৰ দৰে কাম কৰিছিল। সমাজখনক এক কৰি ৰাখিছিল। জনবিশ্বাসবোৰৰ কিছুমানে প্ৰকৃতিৰ সতে মানুহৰ নিবিড় সম্পৰ্কৰ কথাও সোঁৱৰাই দিয়ে। বহুতো জনবিশ্বাসৰ গুৰিতে কিছুমান সত্যতাও লুকাই আছে।

কথাতেই কোৱা হয় "বিশ্বাসে মিলয় হৰি, তৰ্কে বহুদূৰ"। যুক্তিৰে বিচাৰি চাবলৈ গলে ধৰ্ম্মদৰ্শনত একোৱেই বিচাৰি পোৱা নেয়াব। সেইদৰেই জনবিশ্বাসবোৰক যুক্তিৰে বিচাৰ কৰিবলৈ গলে বিশেষ একো তাৎপৰ্য্য পোৱা নাযাব। সেয়েহে কব পাৰি জনবিশ্বাসবোৰ গঠনমূলক কিন্তু যুক্তি হল ভাঙোনমুখী।

জনবিশ্বাসবোৰত যুগৰ বুৰঞ্জীৰো চাপ আছে। ই ভবিষ্যতৰ বাবেও সমাজক সকিয়নী দিয়ে।

জনবিশ্বাসবোৰ সমাজৰ এক সাংস্কৃতিক সম্পদ। ই সৰ্ব্বসাধাৰণ লোকৰ পাৰদৰ্শিতা আৰু মেধাৰো পৰিচয় দিয়ে।

জনবিশ্বাসবোৰ প্ৰাত্যহিক সমাজ জীৱনৰ দৈনন্দিন জীৱনৰ লগত জড়িত প্ৰতিটো বস্তু, প্ৰতিটো মুহূৰ্তক লৈ সৃষ্টি হৈছে।

অসমৰ জনবিশ্বাসবোৰে অসমৰ সমাজ-জীৱনৰ পৰিচয় দাঙি ধৰে। অসমীয়া জাতিটোৰ মনস্তত্ত্ব আৰু চিন্তাধাৰাৰ পৰিচয় দাঙি ধৰিছে। অসমীয়া জনবিশ্বাসবোৰ অসমৰ সমাজ জীৱনৰ প্ৰতিটো কণা আৰু প্ৰতিটো মুহূৰ্তৰ সতে সাঙোৰ খাই আছে। বৃটিছ্ ৰাজত্বৰ কালছোৱাত অসমলৈ অহা পশ্চিমীয়া বিদেশী জাতিতত্ত্ববিদ পণ্ডিতসকলে অসমৰ জনবিশ্বাসবোৰক আপুৰুগীয়া সম্পদ বুলি গণ্য কৰিছিল আৰু সিবোৰৰ মূল্যায়ন কৰিছিল।

অসমৰ গাৱে-ভূঞে থকা অসমীয়া সমাজখনত অনেক জনবিশ্বাস প্ৰচলিত হৈ আছে। সিবোৰৰ কিছুমান হয়তো কৃষি সম্পৰ্কীয়, মেঘ আৰু বৰষুণ, গৰু সম্পৰ্কীয় আৰু কিছুমান ভাগ্য সম্পৰ্কীয়।

অসমত প্ৰচলিত হৈ থকা অসংখ্য জনবিশ্বাসবোৰ সংগৃহীত হৈ ওলালে সিবোৰত অসমীয়া সমাজখন আৰু অসমীয়া জাতিটোৰ এখন সম্যক ছবি ফুটি ওলাব বুলি ধাৰণা হয়।

অসমত জনবিশ্বাস, প্ৰেততত্ত্ব, কিংবদন্তি, প্ৰবচন, সাধুকথা আদি পৰিব্যাপ্ত হৈ আছে। এনে লোক সংস্কৃতিৰ ক্ষেত্ৰত অসম অতি চহকী। কিন্তু গাৱেঁ-ভূঞে পৰি থকা জনবিশ্বাস আদি আপুৰুগীয়া লোক সংস্কৃতিবোৰ সংগ্ৰহ কৰোতাৰহে অভাৱ। সেয়েহে জাতিতত্ত্ববিদ ড° জে এইচ, হাটন চাহাবে এবাৰ কৈছিল- "there is an unlimited quantity of information as to past custom, tradition, legends, folklore, which anyone of you can help to collect and which exists in every village, and which, though it may appear to have purely insignificant and local value, may be ultimately of great importance when the whole puzzle is pieced together."

অসমৰ জনবিশ্বাস সমূহ এতিয়াও সংগ্ৰহ সম্পাদন হৈ প্ৰকাশ পোৱা নাই। স্বৰ্গীয় বেনুধৰ ৰাজখোৱাদেৱে মাত্ৰ গুৱাহাটী বিশ্ববিদ্যালয়ৰ সৌজন্যত লিখা "Assamese Superstition and Demonology" পুথিত লোকবিশ্বাসৰ

আলোচনা আছে। অসমৰ জনসমাজত এঘৰ গৃহস্থৰ ঘৰলৈ আলহী আহিব বুলি কিছুমান সংকেত পায়। যেনে— যদিহে ঘৰৰ ৰান্ধনী গৰাকীয়ে ভাত সিজাবলৈ লোৱা চাউলখিনি যদি কেনেবাকৈ কিবা কাৰণত হাতৰ পৰা পৰি যায়, তেন্তে সেইখন ঘৰলৈ আলহী আহিব বুলি বিশ্বাস কৰে। নাইবা ঘৰৰ চোতালৰ আগত কাউৰী পৰি যদি কলকলাই থাকে, তেন্তে সেইঘৰলৈ অচিৰেই আলহী আহে বুলি বিশ্বাস কৰে।

সেইদৰেই অসমৰ জনসমাজত বিশ্বাস আছে যে যি মানুহৰ হাতৰ আঙুলিৰ মূৰবোৰ জোঙা হয়, তেনে মানুহ চোকা বা মেধা সম্পন্ন হয় আৰু চহকী হয় বুলি বিশ্বাস কৰে।

এনেদৰেই অসমৰ জনসমাজৰ দৈনন্দিন জীৱনৰ প্ৰতিটো মুহূৰ্তত প্ৰতিটো কৰ্মত কিছুমান লোক বিশ্বাস জড়িত হৈ আছে।

## (খ) অসমৰ লোক উৎসৱ আৰু লোক অনুষ্ঠান

ভৌগোলিক পৰিবেশ আৰু প্ৰাকৃতিক পৰিবেশৰ পৰিস্থিতিতহে এটা জাতি বা একোখন সমাজ গঢ় লৈ উঠে; আৰু এনে একোটা জাতি বা এখন লোক সমাজৰ ভিত্তিতহে লোক সংস্কৃতিয়ে গা-কৰি উঠে। অসম এখন পৰ্ব্বত-পাহাৰ আৰু নদী-নলাৰে পৰিবেষ্টিত ৰাজ্য। অসমৰ চিৰ সেউজীয়া হাবি-বননিয়ে ইয়াৰ লোক সমাজক প্ৰকৃতিৰ অনেক সমল দিছে।

অসমৰ প্ৰধান নদী ব্ৰহ্মপুত্ৰ আৰু বৰাক। এই দুখন প্ৰধান নদী আৰু তাৰ উপনৈ সমূহে এই ৰাজ্যৰ মাটি সাৰুৱা কৰি তুলিছে। কৃষিজীৱী অসমীয়া সমাজখনক কৃষিৰ বাবে নদীৰ পানীয়ে মাটি সাৰুৱা কৰি তোলাৰ উপৰিও খেতিৰ বাবে পানীৰো যোগান ধৰিছে। অসমৰ বুকুত থকা অৰুণাচল পৰ্ব্বত মালা, নগাপাহাৰ, গাৰো পাহাৰ, খাছীয়া পাহাৰ আৰু অনেক সৰুবৰ পাহাৰেও ইয়াৰ জীৱনধাৰাত নানান ইন্ধন যোগাইছে। এনেবোৰ ভৌগোলিক আৰু প্ৰাকৃতিক পৰিবেশে অসমৰ অসমীয়া সমাজখনক গঢ় দিয়াত নানান প্ৰভাৱ পেলাইছে।

অষ্ট্ৰিক, দ্ৰাবিড়, মঙ্গোলীয় আৰু আৰ্য্যমানৱ গোষ্ঠীয়ে যুগে যুগে, সময়ে সময়ে, চামে চামে আহি অসম ভুমিত বসবাস কৰি অসমীয়া সমাজ আৰু অসমীয়া জাতি গঢ় দিছে। হাজাৰ বছৰ ধৰি অসমীয়া জাতিয়ে গঢ়লৈ উঠিছে আৰু অসমীয়া জাতি গঠন হৈছে।

এটা জাতিৰ বা একোখন লোক সমাজত সুকীয়া সুকীয়া সাংস্কৃতিক বৈশিষ্ট্যৰে সুকীয়া ৰীতি-নীতি, আচাৰ-অনুষ্ঠান, লোক উৎসৱ, ভাষা—সাহিত্য-সংস্কৃতিয়ে গঢ় লৈ উঠে। আমাৰ অসমীয়া সমাজতো নানান সুকীয়া ৰীতি-নীতি, আচাৰ-

অনুষ্ঠান, পূজা-পাৰ্বণ, উৎসৱ, সাহিত্য-কলা-সংস্কৃতি আদি আছে আৰু এই আটাইবোৰকে সামৰি লৈ অসমৰ লোক সংস্কৃতিয়ে গঢ় লৈ উঠিছে।

অসমৰ লোক উৎসৱবোৰক ধৰ্ম্মীয় উৎসৱ ,কৃষি ভিত্তিক উৎসৱ বা ঋতু উৎসৱ সামাজিক অনুষ্ঠান মূলক উৎসৱ এই কেইটা ভাগত ভাগ কৰিব পাৰি। কৃষি ভিত্তিক উৎসৱ ভিতৰত বিহু উৎসৱেই প্ৰধান।

**ঋতু উৎসৱ বা কৃষি উৎসৱ ঃ**

**(১) অসমৰ জাতীয় সংস্কৃতি বিহু**

বিহু অসমৰ জাতীয় উৎসৱ। অসমৰ কৃষিজীৱী গঞা সমাজখনে বিহু উৎসৱ পালন কৰে। বিহু অসমৰ জাতীয় উৎসৱ। অসমত থকা দ্ৰাবিড়, অষ্ট্ৰিক, মঙ্গোলীয় আৰ্য্য আদি সকলো জনগোষ্ঠীয়েই বিহু পালন কৰে। অসমত বসবাস কৰা আটাইবোৰ জনগোষ্ঠী লগ লাগি অসমীয়া জাতি গঠন হৈছে। দ্ৰাবিড়ৰ কৈবৰ্ত্ত বনিয়া আদি অনুসুচিত জাতি, মঙ্গোলীয় মূলৰ বড়ো, কছাৰী, ডিমাছা, ৰাভা, টিউৱা লালুং, চুতীয়া, দেউৰী জনগোষ্ঠী আৰু চীন শ্যামী আহোম, খামতি, খাময়্যাং নৰা, আইতন, শ্যাম, ফাকিয়াল আদি জনগোষ্ঠী আৰু আৰ্য্যমূলীয় ব্ৰাহ্মণ, গোসাঁই, কায়স্থ- কলিতা সকলো জনগোষ্ঠীয়েই বিহু উৎসৱপালন কৰে। সেয়েহে বিহুৱে অসমীয়াৰ জাতীয় ৰূপ পৰিগ্ৰহণ কৰিছে। ইয়াক সেইবাবেই জাতীয় উৎসৱ বুলি ক'ব পাৰি।

পৃথিৱীৰ বিভিন্ন জাতি গোষ্ঠীয়ে বিভিন্ন লোক উৎসৱ পালন কৰে। বিভিন্ন প্ৰান্তৰ বিভিন্ন লোক সমাজে পালন কৰা লোক উৎসৱবোৰক তাৰ ৰেহ-ৰূপ আৰু গতি -প্ৰকৃতিলৈ লক্ষ্য কৰি কেইবাটাও শ্ৰেণীত ভাগ কৰিছে। ডীন ষ্টিথ থমচনে এই লোক উৎসৱ বোৰক ঋতু উৎসৱ, কৃষি উৎসৱ, ধৰ্ম্মীয় উৎসৱ, সামাজিক উৎসৱ আদি বিভিন্ন শ্ৰেণীত বিভক্ত কৰিছে।

অসমৰ বিহু উৎসৱক আমি ঋতু উৎসৱ বুলি কব পাৰো। আনহাতেদি কৃষি কৰ্মৰ সতে সঙ্গতি ৰাখি পালন কৰাৰ বাবে বিহু উৎসৱক কৃষি উৎসৱ বুলিও ক'ব পাৰি। কিয়নো বিভিন্ন ঋতুত বিহু উৎসৱ পালন কৰা দেখা যায়। মাঘী সংক্ৰান্তিত মাঘ বিহু বা ভোগালী বিহু ; চৈত্ৰ সংক্ৰান্তিত ৰঙালী বিহু বা বহাগ বিহু আৰু কাতিৰ সংক্ৰান্তিত অসমত কাতি বিহু বা কঙালী বিহু পালন কৰা হয়। অৰ্থাৎ অসমৰ বতৰৰ তিনিটা ঋতু চক্ৰ যেনে- মহাবিষুৱ সংক্ৰান্তি, জল বিষুৱ সংক্ৰান্তি আৰু উত্তৰায়ণ সংক্ৰান্তিত তিনিটা বিহু পালন কৰা হয়। সেই বাবেই ক'ব পাৰি যে সংস্কৃত 'বিষুৱ' শব্দৰ পৰাই 'বিহু' শব্দৰ উৎপত্তি হৈছে। আনহাতেদি আহোম ভাষাৰ শব্দ 'পৈ-পিহু' শব্দৰ পৰা 'বিহু' শব্দৰ উৎপত্তি হোৱা বুলি আহোম আৰু

খামতি সকলে ভাবে। আচলতে 'বিষুৱ সঁকৰাতি'ত বিহু পতা হয়।

কৃষিজীৱী অসমীয়া সমাজে বহাগৰ নববৰ্ষৰ আগমনীৰ লগে লগেই অসমীয়া প্ৰধান শালি খেতি কৰিবৰ বাবে প্ৰস্তুতি লৈ শালিখেতি কৰিবলৈ পথাৰত নামে। গতিকে বাৰিষাৰ শালি খেতিত নমাৰ আগতে অসমীয়া খেতিয়কে ঢোল-তাল, পেঁপা-তকা, গগনা আদি বাদ্যযন্ত্ৰ লৈ ৰং- ৰহইচ্ কৰি বিহু মাৰে। চতৰ সংক্ৰান্তিৰ পৰা বহাগমাহৰ সাদিনলৈ সাতবিহু পাতে। এই সময়ত বসন্ত কাল আহে। গছ-লতাই কুঁহি পাত মেলে। বসন্তৰ ফুলবোৰ ফুলি ৰমক জমক হৈ পৰে। নাহৰ ফুলে, আজাৰ ফুলে, তগৰ, পলাশ, মদাৰ ফুল ফুলে। পথাৰত কোমল ঘাঁহ-বন গজে। ন-পানী বাঢ়ে। নদীৰ পানী-কজলা হয়। মাছৰ উজান উঠে আৰু কণী পাৰে। চাৰিও ফালে এক আনন্দময় পৰিবেশে দেখা দিয়ে। ফাগুনৰ পছোৱা বতাহে মন নচুৱাই যায়। অসমীয়াই এই ৰঙৰ বতৰত ৰঙালী বিহু পাতে।

তাৰ পাছত শৰৎ কাল আহে অসমলৈ। অসমীয়া খেতিয়কৰ শালি খেতি ডৰাই ঠন ধৰি উঠে। শালি-ধানৰ গছে গেঁৰ হৈ ঠুৰ মেলে। তাকে দেখি কৃষকৰ মন আনন্দত নাচি উঠে। শালি খেতি ডৰা পোক-পৰুৱাৰ পৰা ৰক্ষা পৰিবৰ বাবে লখিমী আইক চাকি-বন্তি জ্বলাই পূজা কৰে। শস্যৰ লখিমী পথাৰ ডৰাত গএগা মহিলাই চাকি-বন্তি জ্বলায়। ঘৰৰ লখিমী গৰু গোহালি, ধানৰ ভঁৰাল ঘৰ আৰু ঘৰৰ পদুলিত চাকি-বন্তি দিয়ে। এই সময়ত খেতিয়কৰ বছৰৰ ভাত-মুঠিৰ টনাটনি হয়। পৰিবেশ কঙাল হৈ পৰে। সেয়েহে এই বিহুক কাতি বিহু বা কঙালী বিহু বুলি কোৱা হয়। এই সময়ত আকাশ-ফৰকাল হয়। বোকা পানী শুকায়। শৰতৰ মলয়া বতাহ বলে সূৰ্য্য উত্তৰায়ণ হোৱাৰ সময়ত উত্তৰায়ণ সংক্ৰান্তিৰ দিনা মাঘ বিহু পতা হয়। অসমৰ কৃষকে এই সময়ত শালি খেতি চপাই ঘৰৰ ভৰাঁল ভৰাই পেলায়। লাহি, শালি, বৰা-জহা আৰু মানিকী মধুৰী ধানেৰে ভঁৰাল মেট মৰাকৈ ভৰাই পেলায়। ধানৰ পৰা চিৰা-পিঠা সান্দহ খুন্দি মাঘ বিহুৰ জলপান তৈয়াৰ কৰে। এই বিহুৰ সময়ত ভোগৰ উভৈনদী হৈ পৰে বাবেই এই বিহুক ভোগালী বিহু বুলি কোৱা হয়। ভোগালী বিহুত ভোগৰ পোহাৰ মেলা হয়।

এই তিনিটা বিহুৱে অসমীয়া জাতিৰ জাতীয় প্ৰাণক প্ৰাণবন্ত, ৰসাল আৰু জীপাল কৰি তুলিছে। ডঃ ডিম্বেশ্বৰ শৰ্ম্মাদেৱে কৈছে - "As a matter of fact these three Bihu's to the Assamese people represent the year as a moving cycle and a dynamic force in creation, a life force in man."

বিহুগীতেও তাকে ৰিঙিয়াই কয়।

"অতিকৈ চেনেহৰ মুগাৰে মহুৰা
অতিকৈ চেনেহৰ মাকো,
তাতোতকৈ চেনেহৰ আমাৰে বিহুটি
নেপাতি কেনেকৈ থাকো।"

বিহুৰ গীত-মাতৰ সুৰ আৰু ঢোল-তালৰ ছেৱত কোনেও ননচাকৈ থাকিব নোৱাৰে। অসমৰ ডেকা-গাভৰু বিহুৰ গীত আৰু নাচত বলিয়া হৈ পৰে। পৃথিৱীৰ যি কোনো মানুহে বিহু মাৰি থাকিলে বিহুৱা দলৰ লগত এপাক ননচাকৈ থাকিব নোৱাৰে।

গৰু-ছালৰে কাঠৰ খোলাটো স্বাইলৈ ঢোল বাদ্য সজা হয়। ঢোলত বৰটি থাকে। বৰতি টানিলে ঢোলৰ মাত টনটনীয়া হয়। ঢোলৰ লগত তাল বজোৱা হয়। ঢুলীয়া আৰু নাচনীয়ে কঁকালত টঙালি বান্ধে। মূৰত বিহুৱান মাৰে, ডিঙিত বিহুৱান গামোছা আঁৰে। গাভৰু সকলে মুগাৰ ৰিহা-মেখেলা পিন্ধি নাচে। মূৰৰ খোপাত কপৌফুল পিন্ধে। বিহুত মহৰ শিঙৰে বনোৱা পেপাঁ বজোৱা হয়। গাভৰু সকলে বাহঁৰ টকা আৰু গগনা বজায়।

বিহুত সৰুৱে ডাঙৰক সেৱা জনায়। বিহুত সান্দহ গুৰি, চিৰা, পিঠা, হোৰুম, আদি নানাবিধ বিহুৰ জলপান খায়। প্ৰতিটো বিহুৰেই বেলেগ বেলেগ পৰম্পৰা আছে।

**(১) সংমিশ্ৰণৰ সংস্কৃতি বিহু**

অসমীয়া সংস্কৃতি সংমিশ্ৰণৰ সংস্কৃতি। সেয়েহে কব পাৰি যে অসমৰ জাতীয় সংস্কৃতি বিহুও সংমিশ্ৰণৰ সংস্কৃতি। অষ্ট্ৰিক, দ্ৰাবিড়, মঙ্গোলীয়, আৰু আৰ্য্য সংস্কৃতিৰ সংমিশ্ৰণত গঢ় লৈ উঠা সংস্কৃতি হৈছে — বিহু সংস্কৃতি। 'বিহু' শব্দটো সংস্কৃত 'বিষুৱৎ' শব্দটোৰ পৰা উৎপত্তি হৈছে বুলি ক'ব খোজে। তেওঁলোকৰ মতে এই শব্দটো সংস্কৃত বৈদিক শব্দ, ইয়াৰ লগত 'গবামায়নম' অৰ্থাৎ বৈদিক পূজাৰ সতে সম্পৰ্ক আছে। চাহ শ্ৰমিক সকলে চৈত্ৰ সংক্ৰান্তি সঠ পূজা কৰে। টাইশ্বান সকলে কয় যে টাই শব্দ 'পৈহু'- 'পয়হু' পৰাই 'বিহু' শব্দৰ উৎপত্তি হৈছে। চিট্টগং অঞ্চলৰ চাকমা সকলে 'বিহু' উৎসৱৰ সময়ত 'বিষু' উৎসৱ পালন কৰে। লোক সংস্কৃতিবিদ টি এইচ, লিউটনে কৈছে-"The Bishoo is the Chief Festival of the Chukmas of the Arakan and chittagang tracts in the year. AT that time all classes, men and women, alike, resort to the Mahamuni Temple of make offering at the shrine of Gandma to give gifts to each other and

rejoice . This festival occures in the month of April. ”

অসমৰ বড়ো কছাৰী সকলে বহাগ বিহুক ‘বৈচাগু’ উৎসৱ বুলি পালন কৰে। ৰাভা সকলে ‘বায়ুখ’ উৎসৱ নামেৰে বহাগ বিহু পালন কৰা দেখা যায়। মিচিং সকলে বহাগ বিহুক বসন্ত উৎসৱ ‘আলি-আয়ে-লৃগাং’ নামেৰে কিছু আগতীয়াকৈ ফাগুন মাহৰ প্ৰথম বুধবাৰটোৰ পৰা পালন কৰে। লগতে ‘পৰাগ’ বা নৰা ছিগা বিহু পালন কৰে। লালুং সকলে বহাগ বিহু পাৰ হৈ যোৱাৰ দুসপ্তাহ মানৰ পাছতহে এই উৎসৱ পতা দেখা যায়। ডিমাছা সকলে শস্যৰ দেৱতা আই-শিব্ৰাই দেৱতাৰ সন্তুষ্টিৰ বাবে বিহুক ‘বুচু’ উৎসৱ হিচাবে পালন কৰে। অৰুণাচলৰ আদি লোক সকলে বসন্ত উৎসৱ হিচাবে বিহুৰ সমসাময়িকভাবে ‘মপিন উৎসৱ’ আৰু উইং উৎসৱ পালন কৰে। দেউৰী সকলে বহাগ মাহৰ প্ৰথম বুধবাৰৰ পৰা ‘ৰাংবিচু’ উৎসৱ পালন কৰে। গালং সকলে ‘চলোং’ উৎসৱ বিহুৰ সমকক্ষ হিচাবে পালন কৰে।

সেইবাবেই অসমৰ আটাইবোৰ জনগোষ্ঠীয়ে পালন কৰা বাবেই ই জাতীয় ৰূপ পৰিগ্ৰহণ কৰিছে আৰু বিহুক সংমিশ্ৰণৰ সংস্কৃতি বুলিব পাৰি।

বিহু উৎসৱৰ লগত মূলতঃ কৃষিৰ সম্পৰ্ক আছে। খেতিৰ মাটিৰ পৃথিৱীখনক উৰ্বৰা আৰু শস্যশালিনী কৰি তুলিবৰ বাবেই শালি-খেতিৰ ওপৰত নিৰ্ভৰ কৰা অসমীয়াই শালি খেতিত নমাৰ আগতে বহাগ বিহু; শালি-ধানে থোৰ মেলাৰ সময়ত কাতি সংক্ৰান্তিত কাতি বিহু আৰু শালিখেতি ছপাই আটোৱাৰ পাছত মাঘী সংক্ৰান্তিত মাঘ বিহু পালন কৰা দেখা যায়। সেয়েহে বিহুক কৃষি উৎসৱ অথবা ঋতু পৰিবৰ্ত্তনৰ সময়তে পালন কৰা বাবে ইয়াক ঋতু উৎসৱো বুলিব পাৰি।

বড়ো জনগোষ্ঠীৰ ৰঙালী বিহু, ‘ৰংজালি বৈসাগু’ উৎসৱ পালনৰ সম্পৰ্কে যতীন্দ্ৰনাথ স্বৰ্গীয়াৰীয়ে কৈছে— “দমাসীত, বড়োসকলে নাচ-গান, হুঁচৰি, ঢোল, পেপাঁ-গগনা, মেৰজা, খাম, জোখাচিফুং বজাই নতুন বছৰক আদৰ সম্ভাষণ জনায়।” অসমৰ ভৈয়াম অঞ্চলৰ সোণোৱাল কছাৰী সকলে চৈত্ৰ-সংক্ৰান্তিৰ দোমাহীৰ দিনাৰ পৰাই বহাগ বিহু পাতে আৰু হাইদাং হুঁচৰি গায়। গাৰোলোক সকলে বিহু উৎসৱৰ দৰেই বহাগত বিহুৰ সমধৰ্মী ‘ৰাংচুগালা’ বা ‘ওৱাৰঁ গালা’ উৎসব পালন কৰে। অসমৰ টাই খামতি আৰু চিংফৌসকলে চৈত্ৰ সংক্ৰান্তিত ‘পৈ-চাংকেন’ উৎসৱ পালন কৰে। মিচিং সকলে ‘আলি-আয়ে-লৃগাং’ অৰ্থাৎ ৰবি শস্যৰ গুটি ‘সিচাঁ’ উৎসৱ ফাগুন মাহৰ প্ৰথম বুধবাৰ পৰা পালন কৰে। ঢোল, তাল, পেপাঁ, বৰ কাঁহ বজাই ঘৰে ঘৰে হুঁচৰি গাই বিহু মাৰে। খাছীয়া সকলে ৰঙালী বিহুৰ সময়তেই ‘নং ক্ৰেম’ নৃত্য কৰে। মণিপুৰী সকলে বহাগ

বিহুৰ সময়তেই বিহুৰ দৰেই "লাই হাওবাৰা" নৃত্য উৎসৱ পালন কৰে।

অসমীয়া ডেকা-গাভৰুৱে এই বিহুত ঢোল-তাল, পেপাঁ- গগনা আদি বজাই বিহু নৃত্য কৰে। বিহুগীত গায়। বিহু নৃত্যৰ সতে সাদৃশ্য থকা আন আন জনগোষ্ঠীৰ লোক সকলেও দল বান্ধি বাদ্য-বাজনা বজাই সমদল নৃত্য কৰে। এই সমদল লোক নৃত্যবোৰৰ সাৰ্বজনীন আবেদন আছে। বিহুৰ নৃত্য- গীতৰ লগত যিদৰে কৃষি বা শস্যৰ মঙ্গলৰ ভাবনা জড়িত হৈ আছে, ঠিক সেইদৰেই আন আন জনগোষ্ঠীসমূহৰ সমদল গীত-নৃত্যতো কৃষি বা শস্যৰ মঙ্গল কামনা কৰা হয়।

অসমৰ আন আন জনগোষ্ঠীবোৰে যি দৰে গৰুক নদীত গা-ধোৱাবলৈ নিয়ে সেইদৰে বড়ো জনগোষ্ঠীয়েও ওচৰৰ নদীত চতৰ সংক্ৰান্তিৰ দিনা পুৱা গৰুক গা-ধোৱাবলৈ নিওঁতে গৰখীয়াইঁতে গায়।

"দীঘিলথি লাওখি মৌ চৌ সুলি
পুডালি জাগি-গায় খুখুলি,
দিগি লিখি লাগুৰি, খ্ৰী খ্ৰীগানথি জটনি মৌশৌ আ যাগান বলদ।"
দীঘলতি দীঘল পাত
মাখি মৰো জাত-জাত
মাৰে সৰু বাপেৰ সৰু
তই হবি বৰ বৰ গৰু।"
সেইদৰেই লাও কাঠাও জা
বাঁছীৰে বাঁছীৰে বিফানি মিখেৰ
নৌছীৰে জাহালুৱা গেদেৰ গীলাত।"
আমাৰ অসমীয়া ভাষী-সকলে গায়-
" লাও খা বেঙেনা খা
বছৰে বছৰে বাঢ়ি যা
মাৰ সৰু বাপেৰ সৰু
তই হবি বৰ বৰ গৰু। "

অসমৰ কৃষিজীৱী সমাজখনৰ খেতিৰ বাবে গৰুহালেই হল একমাত্ৰ সম্বল। গতিকে গৰুৰ মঙ্গলকামনা কৰাতো তেওঁলোকৰ একমাত্ৰ কাম্য। অসমৰ কৃষিজীৱী লোক সমাজৰ আহোম, চুতীয়া, দেউৰী, বড়ো, তিৱা লালুং, মিচিং, কছাৰী, কোঁচ, কৈৱৰ্ত্ত, ৰাভা আদি অসমৰ সকলো সম্প্ৰদায়ৰ কৃষক লোকসকলে কৃষি উৎসৱ বিহুৰ পালনৰ মূল উদ্দেশ্য হৈছে বিহুৰ নৃত্য-গীতৰ যোগেদি খেতিৰ মাটি ডৰাক শস্যসম্ভৱা কৰি তোলা আৰু শস্যডৰাৰ মঙ্গল কামনা কৰা।

এনেবোৰ কাৰণতে তাহানিৰ বৰ অসমৰ লোকসমাজখনৰ বিভিন্ন জনগোষ্ঠী যেনে- মিচিং, দেউৰী, চুতীয়া আহোম, তিৱা লালুং, কোচঁ, গাৰো, বড়ো, ডিমাছা, খাছীয়া, ৰাভা, কছাৰী, মণিপুৰী, খামতি, চিংফৌ আদি সকলো জনগোষ্ঠীয়ে বিহুৰ দৰে সমধৰ্ম্মী উৎসৱ পালন কৰি আহিছে।

এনে আলোচনাৰ পৰা এই কথা স্পষ্ট হৈ পৰিছে যে অসমৰ ঋতু উৎসৱ তথা কৃষি উৎসৱ বিহুৱে এক জাতীয় ৰূপ পৰিগ্ৰহণ কৰি আহিছে। তাহানিৰ বৰ অসমৰ কৃষিজীৱী লোক সমাজখনৰ শতকৰা ৯৫ জন লোকই জাতীয় উৎসৱ বিহু পালন কৰি আহিছে। সেই বাবেই বিহুক জাতীয় উৎসৱ বুলি আখ্যা দিব পাৰি আৰু বিহুৰ গীত-নৃত্যক জাতীয় সংস্কৃতি বুলি আখ্যা দিব পাৰি। বিহু উৎসৱ অসমৰ লোকসমাজৰ সমন্বয়ৰ প্ৰতীক। লোকসংস্কৃতিবিদ ড° নবীন চন্দ্ৰ শৰ্ম্মাদেৱে বিহুক 'A festival of aculturation or syntehsis' বুলি কৈছে।

## (২) ৰঙালী বিহু আৰু পৰম্পৰা

অসমৰ উজনি নামনি জুৰি বিভিন্ন জাতি জনগোষ্ঠীয়ে বিহু উৎসৱটি পালন কৰে। সেয়েহে বিহুক জাতীয় সংস্কৃতি বুলি কোৱা হয়। অসমৰ আহোম, কোঁচ, চুতীয়া, কলিতা, ব্ৰাহ্মণ আদি অসমৰ প্ৰায় আটাইবোৰ সম্প্ৰদায়ে বিহু পাতে বা বিহু পৰম্পৰা পালন কৰে। সেইদৰেই অসমৰ মিছিং, দেউৰী আদি জনজাতীয় সম্প্ৰদায়েও বিহু, উৎসৱ পালন কৰে। বড়োসকলে 'বৈশাগু' বুলি আৰু খাম্‌তিসকলে পয়চ্যাংকেন বুলি বিহু পালন কৰা দেখা যায়।

অসমৰ বিহু তিনিটা। কাতিত কঙালী, মাঘত ভোগালী আৰু বহাগত ৰঙালী বিহু পালন কৰা হয়। ইয়াৰে ভিতৰত ৰঙালী বিহুৰ ৰংৰহইচৰ পৰিমাণেই আটাইতকৈ বেছি। সেয়েহে এই আলোচনাত তাহানিখনৰ ৰঙালী বিহুৰ পৰম্পৰাৰ সম্পৰ্কে আলোকপাত কৰা হৈছে।

ৰঙালী বিহু ঃ

আজিৰ পৰা অৰ্দ্ধশতিকাৰ আগতে অসমৰ বিভিন্ন অঞ্চল, বন জংঘল, নৈ-জান বিল জলাশয় আৰু বহল বহল পথাৰেৰে ভৰি আছিল। নগৰ চহৰ বুলিবলৈ প্ৰায় নাছিলেই। এনে এক প্ৰাকৃতিক পৰিবেশত প্ৰকৃতিৰ সন্তান তথা কৃষিজীৱী অসমীয়া সমাজখনে প্ৰকৃতিৰ ঋতু উৎসৱ তথা কৃষি উৎসৱ বিহু পালন কৰিছিল। তাহানি দিনৰ ৰঙালী বিহু বুলিলে চ'ত মাহৰ ৰাতি বিহু, গৰু বিহু, বিহুৰ আচাৰ-অনুষ্ঠান, হুঁচৰি বিহু, গাভৰু বিহু আদিৰ কথাই আলোচনা কৰিব পাৰি।

### চ'তৰ ৰাতি বিহু

চ'ত মাহত বোলে ৰাতি বিহুৰ খোলা জুৰিব নাপায়। সেয়েহে গাঁৱৰ ডেকা

সকলে ফাগুন মাহৰ শেষৰ ফালে পথাৰৰ মূৰৰ নদীৰ পাৰত বা বিলৰ পাৰত ৰাতি বিহুৰ খোলা জুৰে। অৱশ্যে সদায়েই বিহুৰ খোলা বৰ ডাঙৰ গছৰ তলতেই পতা হয়। গাঁৱৰ পাহোৱাল ডেকাসকলে ঢোল, তাল, মহৰ শিঙৰ পেপাঁ আদি লৈ ৰাতি বিহু কৰিবলৈ ওলাই যায়।

ৰাতি বিহু গোৱা ডেকাসকলৰ প্ৰত্যেকৰে একোটাকৈ ছদ্ম নাম দি লোৱা হয়। এই ছদ্ম নামবোৰ তেওঁলোকৰ ডেকাসকলে জনাৰ উপৰি প্ৰেমিকা গাভৰুসকলেও বুজি পায়। কোনোৱা এজন ডেকাৰ নাম হয়তো ৰঙে আৰু কোনোবাজনে ছদ্ম নাম লয় বগেব, দেহেশ্বৰ, ৰহেশ্বৰ ইত্যাদি।

চাম কাঠৰ ঢোলৰ খোলা হ'লে ঢোলৰ শব্দ বহুত দূৰলৈকে যায়। সেই বাবেই ডেকাহঁতে চাম কাঠ, কঁঠাল কাঠ আদিৰে ঢোলৰ খোলা বনাই লয়। এই খোলা মৰা গৰুৰ ছাল চেলাই লৈ শুকুৱাই তাৰে ঢোল ছায়। ঢোলৰ লগত খুটি তাল থাকে। আৰু লগত থাকে মহৰ শিঙৰ পেপাঁ। প্ৰেমিকা গাভৰু সকলৰো ছদ্ম নাম থাকে। কোনজনীৰ ছদ্মনাম হ'ব পাৰে বগীদৈ আৰু কোনোজনীৰ ছদ্ম নাম দিয়া হয় কলিদৈ। সেইদৰেই ৰংদৈ, ৰহদৈ, দেহেশ্বৰী ইত্যাদি ছদ্ম নাম দিয়া হয়। ৰাতি বিহুত থকা প্ৰতিজন প্ৰেমিক ডেকাই তেওঁলোকৰ প্ৰেমিকা গাভৰুক উদ্দেশি জোৰানাম গায়। ওচৰতে কিছু দূৰত গাভৰুসকলে বিহুৰ খোলা পাতে। সেয়েহে ৰাতি বিহুত প্ৰেমিক ডেকাই প্ৰেমিকাক উদ্দেশি নাম গায়, আৰু সেইদৰেই প্ৰেমিকা গাভৰুৱেও প্ৰেমিকক উদ্দেশ্যি জোৰানাম গায়। নামৰ কটাকটি হয়। বিহু নামেচেৰ উত্তৰা- উত্তৰি হয়। বহুতো গাভৰুৱে ৰাতি বিহুলৈ আহিবলৈ সুযোগ নাপায়। বহাগৰ বিহুলৈ বুলি বিহুৱান, চেলেং চাদৰ ববলৈ ধৰা সকলে উঘাত সূতা লেটাই বা যঁতৰত মহুৰা পকাই থাকোতে ৰাতি বিহুত তেওঁৰ প্ৰেমিক ডেকাই গোৱা জোৰা নামবোৰ বৰঘৰৰ মজিয়াৰ পৰাই কাণপাতি শুনি থাকে।

জোৰা নামত ডেকা গাভৰুৱে এনেদৰে নামেৰে উত্তৰা-উত্তৰি কৰে। যেনে ঃ- ডেকাই প্ৰেমিকাক উদ্দেশি ক'লে—

" আজি গধূলিকৈ যাম ঐ লাহৰী
বাটৰে নঙলা খুলি
কুকুৰে ভুকিলে ওলাই তই আহিবি
ক'ত কি দেখিছে বুলি।"

তেতিয়া প্ৰেমিকাই প্ৰেমিক ডেকাক উদ্দেশি গায়—

"আজি গধূলিকৈ নাহিবি সোণাই ঐ
নোপোৱা পদূলিত মোক।

পৰহিলৈ গধূলি আহিবি সোণাই ঐ
ফালি থম বেৰৰে চুক।।"

**গৰু বিহু আৰু পৰম্পৰা ঃ**

কৃষিজীৱী অসমীয়া সমাজখনৰ অৰ্থাৎ কৃষক সকলৰ একমাত্ৰ সম্বল হ'ল গৰুহাল আৰু নাঙলটো। কেকোঁৰা নাঙলটোৰ পাছতেই কৃষকৰ পৰম উপকাৰী সম্পদ হ'ল গৰু। তদুপৰি গাই গৰুৱে গাখীৰৰ দৰে পুষ্টিকৰ আহাৰ দিয়ে। প্ৰাকৃতিক পৰিবেশৰ মাজত ডাঙৰ-দীঘল হোৱা আদিম কৃষিজীৱী সমাজে গছৰ পৰা উপকাৰ পোৱা বাবে বৃক্ষ পূজা কৰা হৈছিল। এই গো-পূজাৰো এক পৰিৱৰ্তিত সংস্কৰণ হ'ল গৰু বিহু। গৰু বিহু বুলি কোৱা হয় চ'তৰ দুমাহীৰ দিনটোক। সেইদিনা গৰুক গা-ধুওৱা হয়। দীঘলতি, মাখিলতীৰ ঠাৰিৰে গৰুক কোবোৱা হয়। মাহ হালধিৰে গৰু নুওৱা হয়। গৰুৰ ডিঙিত নতুন পঘা দিয়া হয়। ইয়াক তৰালি পঘা বুলি কোৱা হয়। চ'তৰ পোন্ধৰ দিন সোমাওঁতেই গৰখীয়া লৰাইঁতে হাবিৰ পৰা তৰা গছৰ ৰছীবোৰ ফিটিয়াই ঘূৰণীয়াকৈ ৰিঙৰ দৰে শাৰী শাৰীকৈ ৰদত শুকুৱাই থয়। তৰাৰ ৰছীবোৰ শুকালে তাক গুণীয়াই তাৰ গুণেৰে তৰা পঘা প্ৰস্তুত কৰা হয়। গৰু বিহুৰ দিনাৰ সন্ধিয়া এই তৰা পঘাৰ ভাঁজে ভাঁজে কলীয়া তুলসীৰ পাত ছিঙি নতুন পঘাত লগোৱা হয়। নতুন পঘাৰে আনি গৰু বন্ধা হয়। এয়াই হৈছে তৰালি পঘা।

উৰুকাৰ দিনা পুৱাৰে পৰা গাৱঁৰ গৰখীয়া ল'ৰাইঁতৰ গাত হুঁচ নথকা হয়। তেওঁলোকে পুৱাতেই উঠি হাবিৰ পৰা দীঘলতি-মাখিলতীৰ ঠাল কাটি আনে। উৰুকাৰ দিনা গধূলি লাও বেঙেনাৰ চাক সাজিবলৈ চাক বনাই থয়। গৰু বিহুৰ দিনাৰ পুৱা প্ৰতিঘৰ গৃহস্থই গৰুবোৰ খেদি নি এডোখৰ ৰাজহুৱা ঠাইত গোটাই থয়। ডেকাইঁতে তাৰ কাষতে ঢোল-তাল লৈ বিহু মাৰি থাকে। সকলোৱে গৰুবোৰ লগ খোৱাই নৈ ঘাটলৈ খেদি নি লাহনীৰে নদীৰ পানী গৰুৰ গালৈ ছটিয়াই দিয়ে। তাৰ পাছত গৰুৰ গালৈ লাও খা, বেঙেনা খা, বুলি লাও-বেঙেনাৰ টুকুৰাবোৰ দলিয়ায়। গধূলি গৰু গোহালিলৈ আহিলে পিঠা খাবলৈ দিয়ে।

**কণী যুঁজ ঃ**

গাঁৱৰ ডেকাইঁতে নৈৰঘাটত গৰু ধোৱাই নদীত জাবুৰ মাৰি গা-পা ধুই ঘৰমুৱা হয়। ঘৰ পালে চাকবোৰ ভঁৰাল ঘৰৰ চালত গুজি থয় আৰু দীঘলতি মাখিলতী ঠানিবোৰ আহুধানৰ তলীত গুঁজি থয়। তেতিয়া বোলে খেতিৰ শইচৰ অপায় অমঙ্গল নঘটে। গৰখীয়া ডেকাইঁতে গৰুক গা ধোৱাই আহি ঘৰ সোমোৱাৰ আগে আগে কোৰেৰে চবিয়াই একো চপৰাকৈ মাটি ঘৰৰ চাৰি চুকত দিয়ে। তাৰ

পাছতেই ঘৰত যেয়ে যি পালে জা-জলপান এমুঠি খাই লৈ কণী যুজাঁবলৈ দৌৰ মাৰে। পোন প্ৰথমে ডেকাইঁতে গাৱঁৰ বৰ নামঘৰৰ পদূলিতে কণীযুঁজ পাতে। কঁড়ী গুটিৰে টুকুৰিয়াই গম পায় যে কোনটো কণী টান বা সঁয়া। সঁয়া কণী থকা জনে এফালৰ পৰা সকলো কণী ভাঙি মহতিয়াই লৈ যায়। প্ৰথমে এজনে পাতে আৰু আনজনে মাৰে। তাৰ পাছত পতাজনে মাৰে। যাৰ কণী ভাগে তেওঁ জিকাৰুজনক ভগা কণী দি দিব লাগে। এনেদৰেই গৰু বিহুৰ দিনা দুপৰীয়ালৈকে কণী যুজঁ চলি থাকে।

## গৰু বিহুৰ আচাৰ ৰীতি ঃ

গৰু বিহুৰ দিনা বোৱাৰীয়েকহঁতে শহুৰ বা বৰজানাক সন্মান সহকাৰে তামোল পাণ আৰু বিহুৱান গামোচা দি সেৱা কৰে। তাৰ পাছত বান বাটি বা হাতীখোজীয়া বাটিত জলপান দিয়ে। সেইদৰেই পুতেকে বাপেকক, ভায়েকে- ককায়েকহঁতক সেৱা সৎকাৰ কৰে। মুঠতে সৰুৱে বয়োজ্যেষ্ঠজনক সেৱা- সৎকাৰ কৰে। গৰু বিহুৰ দিনা প্ৰতিঘৰৰ পদূলি মুখত, আৰু গোহালি ঘৰৰ কাষত তুহঁ-জুই জ্বলাই জাগ দিয়ে। এনে কৰিলে গোটেই বছৰটোলৈ মহ-ডাঁহ কমে। গধূলি গৰু গোহালিলৈ আহিলে গৰুক পিঠা খোৱায়। নতুন পঘাৰে বান্ধে।

## হুঁচৰি বিহু ঃ

গৰু বিহুৰ দিনাই ডেকাইঁতে হুঁচৰি বিহু জুৰে। প্ৰথমে গাঁৱৰ সকলো ডেকাই বৰ নাঘৰৰ পদূলিতে ঢোল-তাল পেঁপা আদি লৈ হুঁচৰি গাবলৈ গোট খায়। প্ৰথমে গাঁৱৰ মেধি বা সাতোলাৰ চোতালতে হুঁচৰি বিহু আৰম্ভ কৰে। প্ৰথমে হুঁচৰি গোৱা ঘৰত শৰাইত মাননি আটাইতকৈ বেছিকৈ দিয়াৰ নিয়ম। প্ৰথম ঘৰত ৰাইজক দিয়া শৰাইত টকাৰ পৰিমাণ বেছি হোৱাৰ উপৰিও লগত এখন চেলেংকাপোৰ এখন গামোচা আৰু এখন ৰুমালো দিয়ে। তাৰ উপৰিও বিহুৱা দলটোক মেধি বা সাতোলাৰ ঘৰত একোটা পোহনী বা ভোজ ভাত দিয়ে। তাৰ পাছত ক্ৰমে গোটেইখন গাৱঁৰ আটাইৰে ঘৰত হুঁচৰি গোৱা হয়। হুঁচৰি বিহু গাওঁতে গৃহস্থৰ চোতালত গৈ ভৰি দিয়াৰ লগে লগেই গৃহস্থৰ মঙ্গল কামনা কৰি হৰিধ্বনি দিয়া হয়। হুঁচৰিৰ ঘোষা বা দোহা-লগাই দিয়া হয়। তাৰ পদ হিচাপে পগলা পাৰ্বতীৰ গীত নাইবা ফুল কোঁৱৰ মণি কোঁৱৰৰ গীত গোৱা হয়। তিনিটা হুঁচৰি গীত গোৱাৰ পাছতহে বিহু আৰম্ভ হয়। বিহুৰ আৰম্ভণিতে ঈশ্বৰ ভগৱন্ত, সমজুৱা ৰাইজ আৰু বয়োজ্যেষ্ঠজনলৈ প্ৰণাম জনাই বিহু গীত আৰম্ভ কৰা হয়। যেনে—

"ঈশ্বৰে সৰজা নামৰে কঠীয়া

ব্ৰহ্মাই সৰজা নাম।
বেয়া নাম ওলালে দায় দোষ খেমিবা
প্ৰথমে পীৰিতি গাম।
ছাগে ছেলাবৰে ডবুৱা কটাৰী
পহু ছেলাবৰে মিট;
গাঁৱৰ বুঢ়া-মেথা দায়-দোষ খেমিবা
গাই যাওঁ বতৰৰ গীত।"

**গাভৰু বিহু বা টকা বিহুঃ**

পহিলা বহাগ মানে মানুহ বিহুৰ দিনাৰ পৰাই গাভৰু সকলে পথাৰত গাভৰু বিহু বা টকা বিহু আৰম্ভ কৰে। বৰ্তমান এই বিহুক 'জেং বিহু' বুলি কৃত্ৰিম নাম দিয়া হৈছে। গাঁৱৰ ওচৰৰ মুকলি পথাৰৰ বৰআম গছ নাইবা ডাঙৰ গছৰ তলত গাভৰুহঁতে গাভৰু বিহু জুৰে। গাত মুগাৰ বা কপাহীৰ ৰিহাৰ মেখেলা পিন্ধি গাভৰুহঁতে বিহু মাৰিবলৈ যায়। ডিঙিত গামোচাও লয়। বৰহমথুৰি নাইবা ঔ বীজেৰে মূৰ ধুই চুলি কিচ্‌কিচীয়া ক'লা কৰি লয়। হাতত জেতুকা খুন্দি জেতুকাৰ বোল লগায়। হাতত প্ৰত্যেকেই টকা, মূৰৰ খোপাত আগলি বাঁহৰ লাহৰী গগনা গুঁজিলৈ গাভৰু বিহু মাৰিবলৈ যায়। বনদেৱতা লৈ বুলি প্ৰণাম জনাই বিহু আৰম্ভ কৰে। গাভৰু বিহুত এজনী প্ৰধান নামতী আৰু দুজনীমান ভাল নাচনী থাকে। অৱশ্যে দুজনী দুজনীকৈ প্ৰত্যেকেই পাল পাতি নাচিব লগা হয়। গাভৰুসকলৰ পৰা কিছু নিলগত পথাৰৰ আলিত বহি ডেকাসকলে গাভৰু বিহু চাই থাকে। তেতিয়া গাভৰুহঁতে ডেকাহঁতক জুৰি বিহু নাম গায় আৰু নাচে।

**বিহু উৰুওৱা ঃ**

বহাগ মাহৰ সাতদিন বা নদিনৰ দিনা ডেকাসকলে হুঁচৰি বিহু আৰু গাভৰুসকলেও গাভৰু বিহু সামৰে। তাৰ পাছত সাত দিন বা ন দিনৰ দিনা বিহু উৰুৱা হয়। বিহু উৰুৱাবৰ দিনা গাভৰু বিহুৰ খোলাৰ ওচৰতে ডেকাহঁতেও হেঁপাহ পলোৱাই সন্ধিয়া পৰলৈকে বিহু মাৰে। গাভৰুক জুৰি বিহু নাম গায়। হেঁপাহ পলোৱাই দুয়োটা দলে নাচি নাচি গাই গাই বিহু উৰুৱায়। অ হৰি অ' ৰাম' বুলি বন দেৱতাক সেৱা কৰি ঢুলীয়াই ঢোলৰ মাৰি গছলৈ দলিয়াই দি পাছলৈ উভতি নোচোৱাকৈ দৌৰি আহে। সেইদৰে গাভৰুহঁতেও গছলৈ টকা-গগনা দলিয়াই দৌৰি গুচি আহে। গাভৰুহঁতে গছত এখন গামোচাও উছৰ্গা কৰি দিয়ে।

এনেদৰে ৰাতি বিহু উৰুৱাই দৌৰি আহোতে বহাগত বহুতো ডেকাই তেওঁলোকৰ মনে মিলা গাভৰুক পলুৱাই লৈ গৈ যুৰীয়া জীৱনৰ পাতনি মেলে। পিৰীতিৰ ৰীতি মানে।

**(খ) ভোগালী বিহু আৰু পৰম্পৰা ঃ**

আঘোণৰ কুৱঁলী ফালি সোণালী ধাননি পথাৰৰ সোণগুটি পকাধান বুটলা দাৱনীৰ খচ্‌খচ্ কাচিৰ শব্দই পৃথিৱী ৰজনজনাই তোলে। তেজাল ডেকা লৰাই কান্ধত মেটমৰা ডাঙৰীৰ ভাৰ লৈ ভৰিৰ খোজত পৃথিৱী কঁপাই তোলে। পথাৰৰ ধান লখিমীৰ ভঁৰালত ভৰাই লৈ গাৱঁৰ গএগ্রাই মনৰ তৃপ্তিৰে এসাজ খোৱাৰ সময়তে ভোগৰ ভোগালী বিহু পাতে। গোৱালপাৰা জিলাৰ নেতাই ধুবুনীৰ ঘাটৰ লোক সমাজে 'ধান কটা উৎসৱ' বা হাঁউৰী (সাঙুৰ খোৱা) পাতে। ভোগালী বিহু উৎসৱৰ আগমনৰ লগে লগে গাৱঁৰ লোক সমাজৰ জীয়ৰী-বোৱাৰীহঁতে চিৰা, পিঠা, সান্দহ খুন্দে; ঢেকীশালৰ ঢেকীৰ শব্দত গাওঁবোৰ ৰজনজনাই থাকে। ভোগালী বিহু অহাৰ কুৰি পোন্ধৰদিন মানৰ আগৰে পৰাই গাৱঁৰ গৰখীয়া ডেকাহঁতে মেজিৰ বাবে মেজি খৰি গোটায়। মেজিৰ ওচৰতে পথাৰৰ মূৰত নাইবা বা নৈ ঘাটত ধানখেৰ আৰু নৰাৰে মেজিঘৰ বা ভেলাঘৰ সাজি মেজি ৰখে। কামৰূপৰ ডেকাহঁতে 'ভেলাঘৰ'ক হাৰলী ঘৰো বোলে। শীতৰ হাড় কঁপোৱা জাৰত ঠেঁটুৱৈ ধৰা গছ-গছনি, জীৱ-জন্তুৰ প্ৰাণক উত্তাপৰ প্ৰয়োজন হয়। সেয়েহে সূৰ্য্যদেৱতাই ক্ৰমে উত্তৰ মুৱা হৈ গতি কৰে। এই ঋতু পৰিবৰ্তনৰ সময়টোকে উত্তৰায়ণ সংক্ৰান্তি বোলে। এই সংক্ৰান্তিক মাঘী সংক্ৰান্তিও বোলা হয়। এই সময়তে উত্তাপৰ বাবে অগ্নিদেৱতাক অসমৰ লোক সমাজে পূজা কৰে। এই অগ্নি পূজাৰ পৰম্পৰাই হয়তো এদিন অসমীয়া লোক সমাজত ভোগালী বিহু উৎসৱলৈ ৰূপান্তৰ হ'ল।

বহুতো পণ্ডিতে কয় যে অসমৰ মাঘবিহু বা ভোগালী বিহুৰ পৰম্পৰা অগ্নি পূজাৰে এক অঙ্গ। নেগ্ৰীতু জাতিৰ আঙ্গামী নগাসকলেই হেনো অসমলৈ অগ্নি পূজাৰ পৰম্পৰা কঢ়িয়াই আনিছিল। আজিও এই জনগোষ্ঠীৰ মাজত এই উৎসব পালন কৰা দেখা যায়। অসমৰ বড়ো জনজাতিয়ে এই উৎসৱক 'দমাছী' বুলি কয়। লোক সংস্কৃতিবিদ বিষ্ণুপ্ৰসাদ ৰাভাদেৱে বড়োভাষাৰ শব্দ 'মাইজী'ৰ পৰাই 'মেজি' শব্দৰ উৎপত্তি হৈছে বুলি কয়। আন এচাম পণ্ডিতে ক'ব খোজে যে বৈদিক যুগৰ হিন্দু সকলে অগ্নিত হৱন কৰা প্ৰথাৰ পৰাই পৰিবৰ্তিত হৈ পাছৰ কালত অসমত 'মাঘবিহু'ৰ দৰে উৎসৱৰ সৃষ্টি হৈছে। ড° ডিম্বেশ্বৰ শৰ্ম্মাদেৱে 'Religious Fairs and Festivals of Assam' নামৰ প্ৰবন্ধত কৈছে—

'This is a relic of the fireworship bequeathed by the so-called Aryan race, our ancestors,' এই মাঘ বিহুৰ অগ্নি পূজাৰ পৰম্পৰাক আৰ্য্য হিন্দু সমাজৰ অগ্নিপূজাৰ নামান্তৰ বুলি কয়। তদুপৰি মাঘ বিহুৰ অগ্নি পূজাৰ পৰম্পৰাৰ লগত পাৰ্চী জাতিৰ অগ্নিপূজাৰ লগতো সাদৃশ্য দেখা যায় ।

পুহ মাহৰ দিন যিদিনা শেষ হয় আৰু মাঘ মাহ আহি সোমাব ধৰে এই দোমাহীৰ দিনাই অৰ্থাৎ মাঘী সংক্ৰান্তিৰ দিনা মাঘ বিহু পতা হয়। বহুতে মাঘবিহুৰ পৰম্পৰাৰ লগত এক প্ৰাচীন কিংবদন্তি বা পুৰা কাহিনী জড়িত থকা বুলি ক'ব খোজে। এই দোমাহীৰ দিনটোতেই হেনো দৈত্যৰাজ বলি আৰু দেৱৰাজ বাসৱৰ মাজত যুদ্ধ হৈছিল। বলিয়ে হেনো বাসৱৰ হাতত পৰাজয় বৰণ কৰি পাতাল পুৰী সুতললৈ পলাই গৈছিল।

লোক সমাজৰ মাজত থকা আবৰ্জনা স্বৰূপ জাবৰ-জোঁথৰখোৰ পুৰি সমাজখন নিকা কৰাৰ ভাৱনা মাঘবিহুত সোমাই আছে বুলিও বিশ্বাস আছে। এই দিনটোৰ পৰাই সূৰ্য্যই মকৰ ক্ৰান্তিৰ ফালে গতি কৰে। ইয়াৰ পাছৰ পৰাই সূৰ্য্যৰ ৰদৰ তাপ ক্ৰমে বৃদ্ধি পাবলৈ ধৰে। পৃথিৱীৰ তৃণ-তৰু, গছ-লতিকাই সজীৱতা লাভ কৰে। এই মাঘী সংক্ৰান্তিত সেয়েহে উত্তাপৰ বাবে অগ্নিদেৱতাক পূজা কৰা হয়। অগ্নিদেৱতালৈ মাহ-কড়াঁই, আলু, তামোল-পাণ আদি দলিয়াই দি আহুঁতি দিয়া হয়।

আমাৰ অসমৰ মাঘ বিহুৰ লগত জড়িত হৈ থকা লোক বিশ্বাস আৰু লোক সংস্কৃতিও মন কৰিবলগীয়া। মাঘৰ সংক্ৰান্তিৰ আগদিনাক উৰুকা বুলি কোৱা হয়। এই উৰুকাৰ দিনা গাৱঁৰ গৰখীয়া লৰাইঁতে নৈ বা বিলৰ পাৰত আগৰে পৰাই ফালি থাক থাককৈ পাতি 'থোৱা কাঠখৰি আদিৰে মেজি বনায়। প্ৰথমে মাটিত পূবা-পশ্চিমাকৈ জুই জ্বলাব পৰাকৈ যোগ চিনৰ দৰে মাটিত গাতঁ খান্দি লয়। চাৰিওফালে চাৰিটা পোন পুলুঙা ৰঘু গছ বা পমাখুটা বা চঞ্জিনা গছৰ পুতি লয়। তাত থাক থাক্কৈ শুকান কাঠ খৰিবোৰ জাপি যায়। তলত দীঘল খৰি আৰু ওপৰলৈ সৰু খৰি জাপে। তেতিয়া মেজিটো ওপৰলৈ জোঙা হৈ যায়। মেজি সাধাৰণতে চাৰিটা সাজে। এটা ক বৰ মেজি, এটাক ফুল মেজি, বা মাইকী মেজি, এটাক ঠিয় মেজি আৰু আনটোক চাকি মেজি বা বাহী মেজি বুলি কোৱা হয়। ৰাতি পুৱা দোকমোকালিতে বাহীমেজি জ্বলায়। তাৰ পাছত ক্ৰমে ফুল মেজি আৰু ঠিয় মেজি জ্বলায়। একেবাৰে শেষত বেলি ওলোৱাৰ আগত বৰ মেজি জ্বলোৱা হয়।

মেজিৰ কাষতে লৰাইঁতে মেজি ৰখিবৰ বাবে নৰা আৰু ধানখেৰেৰে একোটা

ভেলাঘৰ বা মেজি ঘৰ সাজি লয়। তাতে কাঠখৰিৰ জুই জ্বলাই ৰাতিৰ ৰাতিটো মেজি ৰখে। মেজি ৰাখোতে ঢোল, তাল, পেপাঁ আদি বাদ্য বজাই বিহুগীত গায় আৰু বিহু নাচে। উৰুকাৰ দিনা ল'ৰাহঁতৰ গাৱঁৰ ঘৰে ঘৰে তোলা চাউল, শাক-পাত আৰু মাছ-মাংস আদিৰে নিশা ভোজভাত খায়। বহুতে এই ভোজভাতক লগ ভাত খোৱা বুলিও কয়।

গোৱালপৰীয়া লোক সমাজে উৰুকাৰ নিশা গয়তা (কৌপাতৰদৰে) পাতত 'বন্নি' (বৰা ধানৰ টোপোলা ভাত) খায়। আৰু খোল— খঞ্জুৰী আদি লৈ কীৰ্ত্তন গায়। বড়ো সমাজে এই ভোজ ভাতক 'লাওখাৰক্রং নাম যাংখাম" ভাত বুলি কয়।

পুৱাঁতি নিশাতে মেজিবোৰ জ্বলোৱা হয়। মেজি জ্বলোৱা জনে নদীত গা-ধুই তিতা কাপোৰেৰে সৈতে মেজিৰ তলত তামোল-পাণ দি মেজি জ্বলায়। বাকী জুই পুওঁৱা সকলেও তিতা কাপোৰ পিন্ধিয়েই মেজিৰ জুই পুৱাঁয়। কিছুমান বয়স্ক ভদ্রলোকে অৱশ্যে তিতাকাপোৰ সলাই শুকান কাপোৰ কানি পিন্ধি মেজিৰ জুই পুৱাঁয়। মেজি জ্বলিলে মেজিৰ চাৰিওকাষে ঠিয় হৈ ঋক্‌বেদৰ মন্ত্র এফাঁকি মাতি জুইলৈ তামোল পাণ, মাহ- কঁড়াই, জুইত পুৰা বা সিজোৱা কাঠ আলু, ৰঙা আলু আদি দলিয়াই দি অগ্নিদেৱতাক প্রণাম জনায়। মন্ত্রফাঁকি হ'ল এনেধৰণৰ —

"অগ্নি প্রজ্বলিতং বন্দে জাতবেদ হুতাশনং"
সুবৰ্ণ বৰ্ণ জ্বলং জ্যোতি ৰূপায়তে নমঃ।"

- যি সকলে এই মন্ত্রফাঁকি নেজানে তেওঁলোকে 'হে অগ্নিদেৱতা লবা' বুলি জুইলৈ তামোল- পাণ, আলু, মাহ-কঁড়াই আদি দলিয়াই দিয়ে। তাৰ পাছত প্রত্যেকেই নিজেও অৱশিষ্ট মাহকড়াঁই, আলু আদি খায়।

বড়ো সকলে ভেলাঘৰক 'বেলগুৰ' বোলে। বড়ো ডেকাহঁতে মেজি আৰু ভেলাঘৰ জ্বলাই দি জুইৰ চাৰিওফালে ঠিয় হৈ বড়ো ভাষাতে গায়—

" জৈ জৈ জৈ জৌংনি লগৌনি জৈ।" ইত্যাদি।

মেজিৰ জুইত কুমলীয়া বাহঁৰ চুঙা দিয়ে সেই চুঙাত পানী ভৰাই দি পানীহিঁলৈ, বৰহিলৈ, মাটি হিলৈ আদি ফুটায়। "টৌ" "টৌ" কৈ শব্দ হয়। বহুত দূৰলৈকে শুনা যায়।

মেজি পুৰি শেষ হ্লে প্রত্যেকেই ঘৰলৈ আহি সকলে ডাঙৰক সেৱা-সৎকাৰ কৰে। তাৰ পাছতেই ভোগালী বিহুৰ চিৰা, সান্দহ গুৰি, পিঠা, হুৰুম আদি জলপান খায়। অসমৰ লোক সমাজত বিভিন্ন পিঠা খায়। যেনে— তেল দিয়া পিঠা বা

খোলা চপৰীয়া পিঠা, চুঙা পিঠা, কঠা পিঠা, হাজাৰী পিঠা, সুতুলি পিঠা, ঘিলা পিঠা, তেতেলীপতীয়া পিঠা, ইত্যাদি। তিলৰ লাৰুও খায়। সেইদিনা মুকলি পথাৰত ল'ৰা-ছোৱালী, ডেকা-গাভৰু সকলে খেল-ধেমালি কৰে। লগতে মাঘবিহুত, কেইবাখনো গাৱঁৰ গঞা ৰাইজে গোট খাই মুকলি পথাৰত মহ যুজঁ পাতে। কোৱঁৰপুৰ, আহঁতগুৰি আদি ঠাইত মাঘবিহুত মহ যুঁজোৱাৰ প্ৰথা পৰম্পৰাগত ভাবে চলি আহিছে। লোক সমাজৰ বিভিন্ন খেল-ধেমালিৰ ভিতৰত কঁকালে কঁকালে যুঁজা, বাঘ- গৰু খেলা, চাৰিচুকীয়া খেলা, মাল যুঁজ খেলা আদি খেল-ধেমালিৰ উপৰিও আগৰ দিনত গছ কপটি, মাটি কপটি, লাঠীখেল, দহ-পাঁচ, ডবা, পাশা খেলা আদিও চলিছিল।

মাঘবিহুত কিছুমান লোকাচাৰ চলি আহিছে। মাঘবিহুৰ দিনা ইজনে সিজনে মিটিৰ কুটুম, অঙহী-বঙহীৰ ঘৰলৈ যায়। মৰম- চেনেহৰে খোৱা-বোৱা কৰে। মাঘবিহুত আলু খায়। আলু নেখালে পৰ জন্মত গাহৰিৰ জনম পায় বুলি বিশ্বাস আছে। মাঘ মাহৰ পঞ্চমী তিথি এটা পুণ্যৰ দিন বুলি বিশ্বাস আছে।

মাঘবিহুৰ উৰুকাৰ দিনা সূৰ্য্যই উত্তৰায়ণলৈ গতি কৰা বাবে গছ-গছনিবোৰ উত্তাপ পাই শ্ৰীবৃদ্ধি বাঢ়ে। মাঘী দোমাহীত পবিত্ৰ তীৰ্থস্থানত মানুহে স্নান কৰে। সেইদিনা গছ-গছনিও স্নান কৰিবলৈ যায় বুলি জনবিশ্বাস আছে। সেয়েহে উৰুকাৰ দিনা বাৰীৰ লাগনি গছবোৰ ৰচিৰে গাঁঠি দি বান্ধে। গছবোৰ নেবান্ধিলে বোলে গছৰ গুটি নেলাগে বুলি বিশ্বাস আছে। সাম্প্ৰতিক কালত অসমত মাঘ বিহুত বাৰীৰ শাক-পাচলি আদি নি ভোজ ভাত খায়। বাৰীৰ জেঁওৰা- জপনা আদি ভাঙি লৈ গৈ ভেলাঘৰৰ জুইত পুৰে। এই পৰম্পৰাই অনেক ক্ষতি সাধন কৰিছে। গোৱালপৰীয়া লোক সমাজত মেজি জ্বলোৱাৰ পাছত পিঠাগুৰিৰ বগা ৰং কৰা ফুলৰ কলা ৰঙেৰে বগা-কলা ৰং কৰি গৰুৰ শিং আৰু ঠেংবোৰ পানীৰে ধোৱাই ফুট দিয়ে। মানুহেও বগা- কলাৰ ফুট লয়। তদুপৰি তেওঁলোকে দলবান্ধি ঘৰে ঘৰে নাম-কীৰ্ত্তন গাই টকা তোলে আৰু তাৰ দহ-বাৰ দিনৰ পাছত 'লাখল ভাত' বা 'লগভাত' খায়। মাঘ বিহুত আজি--কালি বিভিন্ন ঠাইত 'মাঘী মেলা' পতা দেখা যায়।

এনেদৰেই অসমৰ লোক সমাজে মাঘ বিহু আৰু ইয়াৰ আনুষঙ্গিক লোকাচাৰ মানি চলা দেখা যায়।

**মিচিং জনগোষ্ঠীৰ 'পৰাগ' বা নৰাছিগা বিহু ঃ**

উজনি অসমৰ মিচিং সম্প্ৰদায়ৰ লোক সকলে মাঘবিহুৰ সম-সাময়িক ভাবে 'পৰাগ' বা নৰাছিগা বিহু পালন কৰে। 'পৰাগ' প্ৰকৃততে মিচিং ডেকা-গাভৰুৰ

উৎসৱ বুলি কব পাৰি। খেতি চপাই অঁতোৱাৰ পাছত কৃষিজীৱী মিচিং সমাজে এই উৎসৱ পাতে। 'পৰাগ' উৎসৱ পৰিচালনাৰ বাবে গাৱঁৰ সমাজে এখন কমিটি পাতি লয়। এই কমিটিখনক 'লিম্বিৰ য়ামে' বুলি কোৱা হয়। গাৱঁৰ ৰাজহুৱা মুৰংঘৰত এই উৎসৱ পতা হয়। এই উৎসৱৰ বাবে গাৱঁৰ কিছুমান ডেকা-গাভৰু বা বয়স্ক লোকক ডেকা বৰা, তিৰি বৰা, আৰু বৰানীও পাতি লোৱা হয়। বৰাৰ উপৰিও বাৰিক পাতি লোৱা হয়। কমিটিয়ে গাৱঁৰ প্ৰতিঘৰৰ পৰা দান-বৰঙণি সংগ্ৰহ কৰে আৰু এই ধনেৰে ভোজ-ভাত খায়। এই উৎসৱত পূজা-পাতলো চলে। ঢোল-পেঁপা আৰু তাল, বৰকাহঁ আদি বাদ্য বজাই বিহুৰ নৃত্য-গীত পৰিবেশন কৰে। পূজা-পাতলৰ বাবে পুৰোহিত বা 'মিবু' থাকে। মিবুৱে পূজা পাতল কৰে। ভোজ ভাতৰ লগত লাওপানী, কুকুৰা-গাহৰিৰ মাংস আৰু তৰা পাতত বান্ধি সিজোৱা টোপোলা ভাত বা পৰাং খোৱা হয়।

এইদৰেই বড়ো সকলে 'দোমাছী' আৰু অন্যান্য তিৱা লালুং, দেউৰী সকলেও মাঘ বিহু পালন কৰা দেখা যায়।

## (গ) কাতি বিহু বা কঙালী বিহু ঃ

বহাগ মাহৰ পৰা ভাদ মাহৰলৈকে অসমৰ কৃষক সমাজে শালি খেতি কৰে। এই শালি ধানৰ খেতি— আহিন- কাতি মাহত লহ- পহীয়াকৈ বাঢ়ি আহে। কথাতে কয় বোলে "একে আহিনে ধান, তিনি আহিনে পাণ।' আহিন মাহত শালি খেতিৰ তলীত পানী থাকিলে আহিন মাহৰ ভিতৰতে খেতিডৰা ঠন ধৰি উঠে। কাতিৰ সংক্ৰান্তিৰ দিনা শালি-খেতিৰ ৰোৱা বিলাকে থোৰ মেলি ধানৰ চেৰ পেলায়। তেতিয়া অসমৰ কৃষকৰ মন আনন্দত নাচি উঠে। খেতিয়কৰ আশাৰ শালি খেতি ডৰা ভালে-কুশলে ৰাখিবৰ বাবে শালি ধানৰ পথাৰ ডৰাত লখিমী আইক সন্তুষ্টি কৰিবৰ কাৰণে শালি খেতিৰ পথাৰত চাকি-বন্তি জ্বলায়। অসমীয়াৰ মানত ধান হল লখিমী দেবী। ধানক 'লখিমী আই' বোলে। লখিমী আইক সন্তুষ্ট কৰিবৰ বাবে গাৱঁৰ খেতিয়ক পৰিয়ালৰ জীয়ৰী-বোৱাৰীয়ে শালি খেতিৰ পথাৰত চাকি-বন্তি জ্বলায়। পথাৰ ডৰাৰ মাজৰ আলিত তিনিখন তামোল দি চাকি জ্বলাই কল আৰু পিঠা গুৰিৰে প্ৰসাদ আগবঢ়ায়। খেতিয়কে কামনা কৰে যে তেওঁলোকৰ খেতি ডৰা ভগৱন্তই ভালে -কুশলে ৰাখক। পোক-পৰুৱা, চৰাই-চিৰিকতিয়ে নোখোৱাকৈ ভালে কুশলে ৰাখক- এইয়েই কামনা।

কাতিবিহুৰ দিনা কৃষক পৰিয়ালে পথাৰত চাকি-বন্তি জ্বলোৱাৰ উপৰিও লখিমী ধানমুঠি থকা ভঁৰাল ঘৰ আৰু মহালক্ষ্মী গো-লক্ষ্মী থকা গোহালি ঘৰতো বন্তি জ্বলায়। মাৰল ঘৰ, বৰঘৰৰ মুখত আৰু পদুলি মূৰতো বন্তি জ্বলায়।

অসমীয়া মানুহৰ লোক বিশ্বাস মতে তুলসী গছৰ ঔষধি গুণো আছে। তুলসীক হিন্দুসমাজে দেৱী বুলি মানে। তুলসী দেৱীৰ সম্পৰ্কে এক পৌৰাণিক কাহিনী বা আখ্যান জড়িত হৈ আছে। সেয়েহে কাতিৰ সংক্ৰান্তিৰ দিনাৰ পৰাই গোটেই কাতিমাহ জুৰি চোতালৰ মূৰত ৰোৱা তুলসী তলত বন্তি জ্বলায়। অসমীয়া ভাষাৰ এফাকি ভক্তিমূলক গীতত উল্লেখ আছে-

" তুলসীৰ তলে, মৃগ পহু চৰে
তাকে দেখি ৰাম চন্দ্ৰই
শৰধেনু ধৰে।"

হিন্দু সমাজৰ লোক বিশ্বাস অনুসৰি কাতি মাহটো এটা বৰ পবিত্ৰ মাহ। এই মাহতেই বোলে তেত্ৰিশ গৰাকী দেৱতা স্বৰ্গৰ পৰা মৰ্ত্যলৈ নামি আহে। সেয়েহে হিন্দু ধৰ্ম্মাৱলম্বী অসমৰ লোক সমাজে কাতি মাহত নানান ব্ৰত পালন কৰে। বহুতো লোকে উপবাসেও থাকে।

কাতি বিহুত খেতিয়কৰ পৰিয়ালৰ গৃহিনী গৰাকীয়ে নিজৰ পথাৰখনৰ শালি খেতি ডৰা এমূৰৰ পৰা সিমূৰলৈ গৈ খেতি ডৰা নিৰীক্ষণ কৰে।

গধূলি গাৱঁৰ গএগ ৰাইজে গোট পিত খাই নামঘৰত সমূহীয়াকৈ মাহ-প্ৰসাদৰ শৰাই দিয়ে। এই অনুষ্ঠানত ৰাইজে কীৰ্ত্তন পাঠ কৰে আৰু নাম-প্ৰসঙ্গ কৰে।

ৰঙালী বিহু বা ভোগালী বিহুৰ দৰে অসমীয়া লোক সমাজে ঢোল-তাল, টকা-পেপাঁ, গগনা লৈ বিহু নাগায়। এই বিহুত ৰং-ৰহইচো নাই; ভোগালী বিহুৰ দৰে ভোগৰ ব্যৱস্থাও নাই। এইসময়ত অসমৰ গএগ খেতিয়কৰ বছৰৰ ভঁৰালৰ ভাতমুঠিৰো অভাব হয়গৈ। এক নাটনি বা কঙাল অৱস্থাত কাতি বিহু পালন কৰা হয় বাবেই কাতি বিহুক কঙালী বিহু বুলি কোৱা হয়।

এই কাতি মাহতেই পোহৰৰ উৎসৱ দীপান্বিতা বা দেৱালী পাতি শাৰী শাৰীকৈ চাকি জ্বলায়। কাতি মাহৰ লক্ষ্মী পূৰ্ণিমাৰ দিনা উজনি অসমৰ কৃষক ৰাইজে লখিমী আদৰা উৎসৱ পাতে।

পৃথিবীৰ বিভিন্ন প্ৰান্তৰ কৃষিজীৱী কৃষক ৰাইজে কাতি বিহুৰ দৰে সমধৰ্ম্মী কৃষি উৎসৱ পতা দেখা যায়।

## ভঠেলি উৎসৱ ঃ

উজনি অসমৰ কৃষক ৰাইজৰ দৰেই নামনি অসমৰ কৃষক ৰাইজে বহাগ বিহুৰ সম-সাময়িক ভাবে ভঠেলি উৎসৱ পালন কৰে। ভঠেলি উৎসৱ কামৰূপৰ ৰাইজৰ এটি জনপ্ৰিয় অনুষ্ঠান।

ভঠেলি উৎসৱৰ পৰম্পৰা বা আচাৰ অনুষ্ঠান হ'ল এনেধৰণৰ ঃ- ভঠেলি

উৎসৱত নামনি অসমৰ লোক সমাজে এডাল বাহঁত কাপোৰ মেৰিয়াই মালা পিন্ধাই দৰা সজাই মাটিত পোতে আৰু আন কেইডালমান বাঁহক সেই একেদৰেই কন্যা সজাই লৈ তাৰ চাৰিওফালে বাদ্য বজাই নাচি-বাগি আনন্দ উৎসৱ পাতে। এই উৎসৱক উত্তৰ কামৰূপত 'ভঠেলি' বোলে, দক্ষিণ কামৰূপত 'সুঁৱেৰী' বা 'সৰি', গোৱালপাৰা জিলাত বিষুবা বোলে। মঙ্গলদৈ অঞ্চলৰ ৰাইজে এই উৎসৱক দেউল্ উৎসৱ বুলি কয়।

আমাৰ প্ৰতিবেশী ৰাজ্য পশ্চিমবঙ্গতো এই উৎসৱ পালন কৰা দেখা যায়।

ভঠেলি উৎসৱত পোতা বাঁহ কেইডালৰ এডালক 'দৰা পাৰ ' আৰু আন এডালক 'কইনা পাৰ' বোলা হয়। এডাল সৰু বাঁহ পুতি তোৰণৰ দৰে এটা কলপাতত ছাডনী সজা হয়। ইয়াকে লৈ এখন বিয়া পাতি নানা ৰং-ৰহইচ কৰে। এই ভঠেলি উৎসৱত আন আন বস্তুৰ উপৰিও মাটিৰে সজা কইনা, দোলা, কুকুৰ, চৰাই হাতী, ফুল আদি পুতলাৰ মেলা হয়। এই বাঁহ কেইডাল এঘৰ সম্ভ্ৰান্ত লোকৰ ঘৰত কাটি , চাঁচি-মেলি ডেকা-গাভৰু, বুঢ়া-বুঢ়ী আদিয়ে গীত-বাদ্য বজাই পোতাৰ স্থানলৈ লৈ যায়। ল'ৰা-ছোৱালী আৰু তিৰোতা সকলে এই পুতলাবোৰ সাজে। ভঠেলি ঘৰটো ওপৰলৈ জোঙা ধৰণৰ।

পণ্ডিত সকলৰ মতে ভঠেলি শব্দটো সংস্কৃত 'ভষ্ঠলিকা' শব্দৰ পৰা উৎপত্তি হৈছে। ভষ্ঠলিকা শব্দৰ অৰ্থ হৈছে আকাশ। গতিকে আকাশলঙীঘ ধ্বজ দণ্ড হয়তো তাৰেই প্ৰতীক। কোনো কোনোৱে এই ধ্বজ দণ্ড বা 'পাৰ'ক লিঙ্গ পূজাৰ প্ৰতীক বুলিও ক'ব খোজে। নামনি অসমৰ মুছলমান সম্প্ৰদায়ৰ লোকসকলেও এই উৎসৱক 'বাঁহৰিয়া' বা 'বাঁহবিয়া' নামেৰে পালন কৰা দেখা যায়। এনে সমগোত্ৰীয় আন এক উৎসৱ হ'ল 'পাউৰি'।

এই বাঁহৰ দ্বাৰা পৃথিৱী আৰু আকাশক যেন সংলগ্ন কৰিব বিচৰা হৈছে। আকাশক পুৰুষ আৰু পৃথিৱীক স্ত্ৰী হিচাবে কল্পনা কৰা হৈছে।

ভঠেলিৰ সমধৰ্ম্মী উৎসৱ অসমৰ কছাৰী সম্প্ৰদায়ৰ মাজতো প্ৰচলন হৈ আহিছে। ইন্দ্ৰধ্বজ পূজাৰ লগতো ভঠেলিৰ সাদৃশ্য মন কৰিবলগীয়া। এই পূজাক একৰকম বাঁহ পূজা বুলিও বহুতে ক'ব খোজে।

ভঠেলি উৎসৱ এক ডাঙৰ মেলাৰ দৰে হয়। বহুতো লোক গোট খায়। দোকান বজাৰ, হোটেল আদিও মেলাৰ দৰে চাৰিওফালে বহে।

**মহো-হো (মই হ) উৎসৱঃ**

মহো-হো- উৎসৱ নামনি অসমৰ এটি কৃষি উৎসৱ বুলিব পাৰি। এই উৎসৱৰ সতে কৃষিৰ সম্পৰ্ক থকা যেন লাগে; শালি খেতিৰ ধান পকাৰ সময়ত আঘোন

মাহৰ পূৰ্ণিমা তিথিত মহো-হো- উৎসৱ পালন কৰা হয়। এই উৎসৱক মহখেদা উৎসৱ বুলিও কোৱা হয়। আঘোণৰ পূৰ্ণিমাৰ দিনা গাৱঁৰ ডেকা আৰু চেমনীয়া সকলে জাক পাতি, নাচি-নাচি মহো-হো- গীত গাই ঘৰে ঘৰে গৈ প্ৰতি ঘৰৰ পৰা টকা-পইচা তুলি পাছত সকলোৱে মিলি ভোজ ভাত খায়।

গাৱঁৰ ডেকা-ল'ৰাইঁতে হাতত একোডালকৈ টাঙোন লৈ মহো-হো গীত গাই গাই ম'হ খেদি ফুৰে। প্ৰতিঘৰৰ পৰা চান্দা-বৰঙণি লৈ গৃহস্থক আৰ্শীবাদ দিয়ে। বাইঁৰ এচাৰি বা টাঙোনেৰে নাচি-নাচি গীত গাই মাটিত কোবাই ফুৰে।

এনে এটি উৎসৱ গোৱালপাৰাতো পালন কৰা দেখা যায়। এই উৎসৱক গোৱালপাৰাত এঁউৰী বা সোণাৰায়ণ পূজা বুলি কয়। দৰং জিলাত এই উৎসৱক 'মইহ খেদা' উৎসৱ বুলি কয়। বৰপেটা জিলাত এই উৎসৱক ভাও লালীয়া উৎসৱ বোলে । এই উৎসৱৰ যোগেদি খেতি পথাৰৰ পৰা জীৱ-জন্তু খেদা উৎসৱ বুলিব পাৰি। মহো-হো গীতৰ এফাকি উদাহৰণ দাঙি ধৰা হ'ল—

"অ হৰি মহো হো
মহ খেদাইবা টোকানলো।
মহে বোলে মইল্ল দে
টেপল পুৰা খালো দে।"

## ষাঁঠ বা অম্বুবাচী

ষাঁঠ বা অম্বুবাচীক ঋতু উৎসৱ বা কৃষি উৎসবো বুলিব পাৰি। আহাৰ মাহৰ সাতদিন যোৱাৰ পাছত এই উৎসৱ পালন কৰা হয়। উজনি অসমত এই উৎসৱক হাত লগা বা হাত ভঙ্গা বুলি কোৱা হয়। উজনি অসমত এই তিথি উৎসৱ তিনিদিন ধৰি পালন কৰা হয়। প্ৰথম দিনা হাত লাগে আৰু তৃতীয় দিনা হাত ভাঙে। হাত-ভঙাৰ দিনা প্ৰতি ঘৰেই ঘৰ-দুৱাৰ মচে, পৰিষ্কাৰ কৰে। খেতিৰ বাবে কৃষকে মাটি বা পৃথিবী উৰ্বৰা হোৱাটো বিচাৰে। তিৰোতা যিদৰে ঋতুমতী হয়, ঠিক সেইদৰেই অম্বুবাচীত আই বসুমতী বা পৃথিৱীও ঋতুমতী হয়। এই কেইদিনত পৃথিবীৰ ঋতুস্নান হয় বুলি এক বিশ্বাস লোক সমাজত প্ৰচলিত হৈ আহিছে। অম্বুবাচী কেন্দ্ৰ বিন্দু হ'ল মা- কামাখ্যা। কামাখ্যাধাম বা গুৱাহাটীৰ কামাখ্যা মন্দিৰত অম্বুবাচী মেলা বহে। এই অম্বুবাচী মেলালৈ ভাৰতৰ বিভিন্ন প্ৰান্তৰ পৰা ভক্তসকলৰ সমাগম হয়।

'কালিকা পুৰাণ' আৰু যোগিনী তন্ত্ৰ'ৰ মতে দেবী-সতীৰ স্বামীক সতীৰ পিতৃ দক্ষ ৰজাই অপমান কৰাত সতীয়ে খণ্ডত দেহত্যাগ কৰে। তেতিয়া শিৱই সতীৰ মৃত শ-দেহটো লৈ ত্ৰিভূৱনত ঘুৰি ফুৰোঁতে সতীৰ দেহৰ অঙ্গবোৰ গেলি

পচি টুকুৰা টুকুৰকৈ বিভিন্ন ঠাইত পৰি ৰৈছিল। সতীৰ প্ৰতিটো অঙ্গ পৰা ঠাইবোৰ হিন্দুসকলৰ বাবে কালক্ৰমত একোখনহঁত তীৰ্থস্থান বা পুত পবিত্ৰ স্থানত পৰিণত হয়। সতীৰ যোনিদ্বাৰ খণ্ডটো কামাখ্যা ধামত পৰিছিল। নীলাচল পাহাৰতে কামাখ্যা মন্দিৰ স্থাপিত হয়। এই মন্দিৰত এটি গুহাৰ ভিতৰত সতীৰ যোনি দ্বাৰ খোদিত হৈ আছে— এচটা শিলত। এই যোনিদ্বাৰ খোদিত শিলৰ টুকুৰাৰ পৰা এটি পানীৰ সৰু সোঁত চিৰ প্ৰবাহিত হৈ আছে।

আহাৰৰ ষাঁঠ বা অম্বুবাচীত পৃথিৱী ঋতুমতী হোৱাৰ বাবে যোনিপীঠ স্থান থকা কামাখ্যাধামলৈ ভাৰতৰ সকলো ঠাইৰ পৰা ভক্তসকল আহে- কুমাৰী পূজাৰ বাবে। আহাৰৰ হাত লগা দিনাৰ পৰা হাত ভঙা দিনলৈকে চাৰিদিন কামাখ্যা মন্দিৰৰ দুৱাৰ বন্ধ থাকে। জ্যোতিষৰ মতে হাত ভঙাৰ সময়ৰ পৰাহে মন্দিৰৰ দুৱাৰ দৰ্শনাৰ্থীৰ বাবে খুলি দিয়া হয়। আহাৰ মাহৰ ছয় তাৰিখৰ পৰা দহ-এঘাৰ তাৰিখলৈকে কামাখ্যাধামত অম্বুবাচী মেলা চলি থাকে। হাজাৰ হাজাৰ লোকৰ সমাগম হয়। ফলত এই মেলাত দোকান-বজাৰ আদিও বহে। এখন বৃহৎ মেলাত পৰিণত হয় কামাখ্যাধাম।

অসমৰ অন্যান্য ঠাইৰ লোকেও এই অম্বুবাচী তিথিৰ লোকাচাৰ মানি চলে। উজনি অসমত আহাৰৰ ষাঁঠ লগাৰ সময়ত কোনো গছ-গছনিৰ গুটি বা শাক-পাচলি নিছিঙে। কিয়নো পৃথিৱী ঋতুমতী হৈ থাকে বুলি বিশ্বাস কৰে।

এনেদৰেই অসমৰ লোক সমাজে ষাঁঠ বা অম্বুবাচী তিথি উৎসৱ পালন কৰে।

## ধৰ্ম্মীয় উৎসৱ

প্ৰাচীন কালৰে পৰা অসমীয়া লোক সমাজখন ধৰ্ম্মীয় আৰু আধ্যাত্মিক ভাবনাৰে পুষ্ট হৈ আহিছে। অসমৰ লোকজীৱনত বিভিন্ন ধৰ্মৰ ধাৰা লক্ষ্য কৰা যায়। অসমৰ হিন্দু ধৰ্মাৱলম্বী লোকসকলে শৈৱ পন্থা, শাক্ত পন্থা আৰু বৈষ্ণৱ পন্থা গ্ৰহণ কৰিছে। অসমত বৌদ্ধধৰ্মী লোকো আছে। ইছলাম ধৰ্মী লোকসকলেও নানান ধৰ্মীয় উৎসৱ পালন কৰে। সেইবাবে অসমৰ লোক সমাজত নানান ধৰ্মীয় উৎসৱ পালন কৰা দেখা যায়।

### (১) শিৱ ৰাত্ৰি

অতি প্ৰাচীন কালৰে পৰাই কামৰূপ বা পুৰণি অসমত শিৱ পূজাৰ প্ৰচলন হৈ আহিছে। অসমৰ প্ৰাচীন কীৰাটসকলৰ দিনৰ পৰাই শিৱ পূজাৰ প্ৰচলন হৈ আহিছে। শিৱ হৈছে অসমৰ জনজাতি সকলৰ প্ৰধান দেৱতা। তাম্ৰ শাসনকালৰ প্ৰাচীন কামৰূপৰ ৰজাসকলো শিৱৰ ভক্ত আছিল। গোলাঘাট নুমলীগড়ৰ দেও

পৰ্ব্বতত আৰু উমানন্দ পাহাৰত শিৱমন্দিৰ আছিল। আহোম ৰাজত্ব কালতো বহুতো শিৱমন্দিৰ নিৰ্মাণ কৰা হৈছিল।

অসমৰ বড়ো কছাৰী সকলে শিৱক বাথৌব্ৰাই বুলি পূজা কৰিছিল। সোণোৱাল কছাৰীসকলে শিৱ পূজাক 'বাইথ' পূজা বুলি পালন কৰে।

শিৱদেৱতাক সাধাৰণতে শিৱ মন্দিৰবোৰত লিঙ্গ ৰূপত পূজা কৰা হয়। শিৱ লিঙ্গত গাখীৰ পানী ঢালি, বেলপাত, ফলমূল, ত্ৰিশূল আদি দি পূজা কৰা হয়। ভাং ধতুৰা দিও পূজা কৰা হয়। শিৱ মন্দিৰবোৰত শিৱ লিঙ্গৰ উপৰিও শিৱৰ বাহন ষাড়গৰু,কাৰ্ত্তিক, গণেশ আদিৰ মূৰ্ত্তিও থকা দেখা যায়।

কিছুমান শৈৱ পন্থাৰ লোকে শিৱদেৱতাৰ আগত ম'হ, ছাগলী, পাৰ আদিও বলি দিয়াৰ প্ৰথা আছিল। এই সম্পৰ্কে ড° মহেশ্বৰ নেওগদেৱে তেখেতৰ 'পুৰণি অসমীয়া সমাজ আৰু সংস্কৃতি' নামৰ গ্ৰন্থত কৈছে। –" অসমৰ শিৱ মন্দিৰ বিলাক দুটা বিশেষ ভাবে মন কৰিবলগীয়া বিষয়— নটীৰ নাচ আৰু শিৱ-চৰ্তুদশীৰ দিনা ডিঙি মুছৰি ছাগলী বলি দিয়া কাৰ্য।" শিৱ ৰাত্ৰিৰ দিনা সাম্প্ৰতিক কালতো অসমৰ লোকসমাজে জাক-জমকতাৰে শিৱ ৰাত্ৰি উৎসৱ পাতে। এই শিৱ ৰাত্ৰি উৎসৱ ঘৰে ঘৰে পালন কৰাৰ উপৰিও শিৱ মন্দিৰবোৰত শিৱ ৰাত্ৰি উৎসৱ বৰ উৎসাহ-উদ্দীপনাৰে জাক জমকীয়াকৈ পালন কৰা দেখা যায়। কামৰূপৰ পাঠশালাত থকা ডুবিৰ মন্দিৰত নটীৰ নৃত্য, বিশ্বনাথ আৰু নেঘেৰিটিং শিৱ মন্দিৰৰ নটীৰ নৃত্য সৰ্বজন বিদিত।

শিৱসাগৰ পুখুৰীৰ পাৰত থকা শিৱদৌল প্ৰাঙ্গণত আজি কালি শিৱৰাত্ৰি উৎসৱ মেলাৰ দৰে অনুষ্ঠিত হয়। বহু দূৰ-দূৰণিৰ বিভিন্ন ঠাইৰ পৰা এই শিৱ ৰাত্ৰি উৎসৱৰ মেলালৈ অসংখ্য লোক আহি গোট খায়। সেইএকেদৰেই শিৱৰাত্ৰি উৎসৱ উমানন্দ, তেজপুৰৰ মহাভৈৰৱ মন্দিৰ, ডেৰগাবঁৰ শিৱ মন্দিৰ, আদিতো শিৱৰাত্ৰি উপলক্ষে ডাঙৰ মেলা অনুষ্ঠিত হয়।

শিৱৰাত্ৰি তিথিত ভাঙৰ লাৰু, ভাঙৰঘোতা, পায়স আদি দিয়া হয়। শিৱৰাত্ৰিৰ দিনা শিৱৰ নামো লোৱা হয়। যেনেঃ- "হৰে হৰে মহাদেউ ভাং খাই পগলা হলা হেৰৌ মহাদেউ ভাং খাই পগলা হলা।"

শিৱদেৱতাক নানান নামেৰে জনা যায়। যেনে- মহেশ, উমামহেশ্বৰ, ভূতনাথ, হৰিহৰ, নটৰাজ, ভৈৰৱ ইত্যাদি।

**(২) দুৰ্গাপূজা ঃ**

উত্তৰ পূব ভাৰতত তন্ত্ৰবাদ আৰু শাক্তি ধৰ্ম্ম প্ৰাচীন কালৰে পৰা প্ৰবৰ্ত্তন হৈ আহিছে। চতুৰ্থ-পঞ্চম শতিকাৰ পৰা অসমত তন্ত্ৰ বা শাক্তধৰ্ম্মই গা-কৰি উঠে

আৰু সপ্তম শতিকামানত ই প্ৰবল হৈ পৰে। অতীজৰে পৰাই কামৰূপ বা পুৰণি অসম শাক্তধৰ্ম্মৰ প্ৰধান কেন্দ্ৰস্থল আছিল। শদিয়াৰ তাম্ৰেশ্বৰী বা কেঁচাই খাঁতী গোসাঁনীৰ মন্দিৰ শাক্তধৰ্ম্মৰ পীঠস্থান আছিল। 'কালিকা পুৰাণ' আৰু 'যোগিনী তন্ত্ৰ' গ্ৰন্থত দেৱী পূজা বা দুৰ্গা পূজাৰ বৰ্ণনা দাঙি ধৰিছে। দেবী-দুৰ্গাৰ বিভিন্ন ৰূপ পোৱা যায়। যেনে- মাতৃদেৱী কামাখ্যা, পত্নী ৰূপিণীপাৰ্ব্বতী, কুমাৰী ৰূপিণীত্ৰিপুৰা বা টিপেৰা সুন্দৰী আৰু সংহাৰ ৰূপিণী কেঁচাই খাঁতী গোসাঁনী ইত্যাদি। দেৱী-দুৰ্গাৰ আগত বলিবিধান দি পূজা কৰা হৈছিল। বলিৰ ভিতৰত দহবিধ বলিৰ কথা তন্ত্ৰ শাস্ত্ৰত উল্লেখ পোৱা যায়। যেনে- ছাগ, পছু, ভেড়া, মহ, গাহৰি, কেটেলা পছু, শহা, গুঁই, গড়ঁ ইত্যাদি। এইবোৰ বলিৰ উপৰিও শদিয়াৰ কেচাঁইখাঁতী গোসাঁনীৰ মন্দিৰ, কামাখ্যা মন্দিৰ আৰু ত্ৰিপুৰাৰ টিপেৰাদেৱীৰ মন্দিৰত নৰবলিও দিয়া গৈছিল।

অসমৰ প্ৰাচীন দেউৰী, চুতীয়া, কোচঁ, ভূঞা সকল আদিতে শাক্ত ধৰ্ম্মী আছিল। তেওঁলোকে দেৱী গোসাঁনীৰ পূজা কৰিছিল। প্ৰাচীন কালৰে পৰাই অসমত দেৱী পূজাৰ প্ৰচলন আছিল। তৃতীয়, চতুৰ্থ শতিকা মানৰ পৰাই অসমত শাক্ত ধৰ্ম্মৰ প্ৰচলন হৈছিল বুলি জনা যায়। 'মহানিৰ্বাণ তন্ত্ৰ' নামৰ গ্ৰন্থত অসমত শাক্তধৰ্ম্মৰ প্ৰচলনৰ কথা পোৱা যায়। চতুৰ্থ-পঞ্চম শতিকাত পুৰণি অসমত শাক্তধৰ্ম্ম প্ৰচলনৰ উমান পোৱা যায়। দশম-একাদশ শতিকাত শাক্তধৰ্ম্মৰ প্ৰাৰ্দুভৱ আৰু বৃদ্ধি পায়। 'কালিকা পুৰাণ' আৰু 'যোগিনী তন্ত্ৰ'ই দেৱীৰ পূজা-অৰ্চনাৰ নিদৰ্শন দাঙি ধৰে। কোচঁ ৰজা বিশ্বসিংহ শাক্তধৰ্ম্মী আছিল। শদিয়াত চুতীয়া ৰজাসকলে দেউৰী পূজাৰীৰ জৰিয়তে কেঁচাইখাঁতী গোসাঁনীৰ পূজা কৰিছিল। আহোম স্বৰ্গদেউ শিৱসিংহ আৰু ৰূদ্ৰসিংহৰ দিনত বৰ ডাঙৰকৈ দুৰ্গাপূজা পতা হৈছিল। কোঁচ ৰজা নৰনাৰায়ণ চিলাৰায়ে প্ৰথমে কামাখ্যাত দেৱী পূজা কৰিছিল। পাছলৈ এওঁলোকে বৈষ্ণৱ ধৰ্ম্ম গ্ৰহণ কৰে।

দেউৰী সকলে 'গিৰিছাগিৰি' বা বুঢ়ী গোসাঁনী আৰু বুঢ়াগোসাঁইক পূজা কৰিছিল। প্ৰতিখন দেউৰী গাৱঁত আজিও দেওশাল বা গোসাঁনীশাল আছে। চুতীয়া সকলেও ভালেমান দেৱী দেৱালয় নিৰ্মাণ কৰিছিল।

বসন্ত কালত ধেমাজিৰ লিকাবালিৰ দেৱী মালিনীৰ থানত বাসন্তী পূজা আৰু মালিনী মেলা ডাঙৰকৈ পতা হয়। দেৱীৰ ৰূপবোৰ হল- মহিষ মৰ্দিনী, কেঁচাইখাঁতী ভূবনেশ্বৰী, কালী, উগ্ৰতাৰা, ত্ৰিপুৰীদেৱী, চণ্ডী, চামুণ্ডা, চণ্ডিকা, মহামায়া, দুৰ্গা, ভৈৰবী, বসুন্ধৰী, ব্ৰাম্ভেশ্বৰী, বুঢ়ী গোসাঁনী আদি। শৰৎ কালত বিজয়া দশমীৰ আগতে সপ্তমী আৰু অষ্টমী তিথিত দেৱী দুৰ্গাৰ পূজা-অৰ্চনা চলে। ষষ্ঠী তিথিত

দুৰ্গা পূজাত দুৰ্গাদেৱীৰ প্ৰতিমূৰ্ত্তি স্থাপন কৰা হয়। দশমী তিথিত দুৰ্গাদেৱীৰ মূৰ্ত্তি বিসৰ্জন দিয়া হয়। সাম্প্ৰতিক কালত অসমৰ নগৰে-চহৰে, গাৱেঁ-ভূঞে দুৰ্গা- পূজা উৎসৱ পালন কৰা দেখা যায়। পশ্চিম বঙ্গৰ বঙালী সম্প্ৰদায়ৰ লোক সকলৰ দৰেই আজি কালি দুৰ্গা পূজাৰ উৎসৱৰ উলহ-মালহ আৰু সমাগম অসমৰ পূজাৰ থলীতো লক্ষ্য কৰা হয়।

## বৈষ্ণৱ ধৰ্ম্মীয় উৎসৱ

(ক) **বিষ্ণু বাসুদেৱ পূজা ঃ** পুৰণি অসমত বৈষ্ণৱ ধৰ্ম্মৰ প্ৰচলন আছিল। এই কথাৰ সম্ভেদ পোৱা যায় প্ৰাচীন সংস্কৃত গ্ৰন্থ, বিদেশী-পণ্ডিতৰ টোকা, তাম্ৰ ফলি আৰু স্থাপত্য-ভাস্কৰ্য সমূহৰ যোগেদি। বৰাহৰূপী বিষ্ণুৰ কথা প্ৰাচীন শাস্ত্ৰত উল্লেখ আছে। এইজন বিষ্ণুদেৱতাৰ ধৰিত্ৰীদেৱীৰ লগত সম্পৰ্ক ঘটিছিল। কামৰূপৰ ৰজা ধৰ্ম্মপালে জীৱনৰ শেষভাগত বৈষ্ণৱ ধৰ্ম্ম গ্ৰহণ কৰিছিল। প্ৰাচীন কামৰূপৰ তাম্ৰ ফলি বোৰত বৰাহ, নৰসিংহ, জমদগ্নি ৰাম, দশৰথী ৰামৰ উল্লেখ আছে। তদুপৰি সেইবোৰত নন্দ-যশোদা, বসুদেৱ-দৈৱকী আৰু কৃষ্ণ লীলাৰো আভাস পোৱা যায়। গোলাঘাট জিলাৰ দেওপানীৰ ওচৰত পোৱা নৱম শতিকাৰ বিষ্ণুমূৰ্ত্তি, ডিব্ৰুগড়ৰ ওচৰৰ পুৰণি মন্দিৰত পোৱা একাদশ-দ্বাদশ শতিকাৰ পিতলৰ বিষ্ণুমূৰ্ত্তি আদিয়ে পুৰণি অসমত বিষ্ণু পূজাৰ নিদৰ্শন দাঙি ধৰে। উত্তৰ গুৱাহাটীৰ অশ্বক্লান্ত মন্দিৰৰ অনন্তশায়ী বিষ্ণু মূৰ্ত্তি, শুক্লেশ্বৰৰ বিষ্ণু-জনাৰ্দন মূৰ্ত্তি, নগাৱঁৰ ডবকা অঞ্চলত উদ্ধাৰ হোৱা বিষ্ণু মূৰ্ত্তি আদিয়ে পুৰণি অসমত প্ৰচলিত বৈষ্ণৱ ধৰ্ম্মৰ ধাৰাৰ বিষয়ে সম্ভেদ দিয়ে। 'কালিকা পুৰাণ' গ্ৰন্থতো বিভিন্ন ঠাইত বিষ্ণুৰ কথা উল্লেখ আছে।

দিক্কৰ বাসিনী অঞ্চলত বাসুদেৱ বিষ্ণুৰ পূজা চলিছিল বুলি জনা যায়। বাসুদেৱ পূজাৰ তিনি ফাঁকি মন্ত্ৰ পোৱা যায়। সেয়া হৈছে— "ও নমো নাৰায়ণায়", "ওঁ নমোভগৱতে বাসুদেৱায়" আৰু "ওঁ নমো বিষ্ণুৱে সুৰপতয়ে মহাবলায় স্বাহা" ইত্যাদি। লক্ষীমপুৰ জিলাৰ ঢকুৱাখনা মহকুমাৰ মৰনৈ বেবেজীয়া অঞ্চলত থকা বাসুদেৱ থানত এটি কলীয়া শিলত কটা বৰ ডাঙৰ বাসুদেৱ বিষ্ণুৰ মূৰ্ত্তি আছে। এই অঞ্চলত পোৱা তিনিখন তামৰ ফলিত চুতীয়া ৰজা সত্য নাৰায়ণ আৰু লক্ষ্মী নাৰায়ণ ৰজাই ঢৱলী নৈৰ পাৰত কাশ্যপ গোত্ৰীয় ৰবিদেৱ নামৰ বাসুদেৱ পূজাত ৰত ব্ৰাহ্মণক মাটি-বৃত্তি দিয়াৰ কথা উল্লেখ আছে। 'বিষ্ণুপুৰাণ', 'হৰিবংশ' 'ভগবৎ পুৰাণ' আদি গ্ৰন্থত বিষ্ণুক ভগৱন্ত বুলি পূজা কৰিলে সকলো দেৱ-দেৱতা সন্তুষ্ট হয় আৰু বিষ্ণুক স্বয়ং ভগবান বুলি কোৱা হৈছে। এইবোৰ গ্ৰন্থৰ কাহিনীত দেৱতা, দানৱ, অসুৰ সকলোকে পৰাজিত কৰি বিষ্ণু বা কৃষ্ণৰ শ্ৰেষ্ঠত্ব

পতিপন্ন কৰা হৈছে। "কৃষ্ণস্তু ভগৱান স্বয়ং" বুলি ঈশ্বৰত্ব আৰোপ কৰা হৈছে।

বিষ্ণু হল এই জগতৰ উপৰি জগত অৰ্থাৎ কোটি কোটি ব্ৰহ্মাণ্ডৰ সকলোকে স্ৰজন আৰু পালন কৰোতা।

এই প্ৰাচীন বৈষ্ণৱ ধৰ্ম্মৰ ধাৰাটোক মহাপুৰুষশ্ৰীমন্ত শংকৰদেৱ-মাধৱদেৱ আৰু তেওঁলোকৰ শিষ্য-প্ৰশিষ্যসকলে অসমৰ ইমূৰৰ পৰা সিমূৰলৈ সৰ্ব্বত্ৰ প্ৰচাৰ কৰে। অসমৰ লোক সমাজত বৈষ্ণৱধৰ্ম্মৰ আচাৰ-ৰীতি আহেঁ আহেঁ, কোহেঁ-কোহেঁ সোমাই পৰে। অসমৰ বিভিন্ন ঠাইত থকা সত্ৰ সমূহ আৰু প্ৰতিখন গাওঁত থকা নামঘৰবোৰে আজিও নৱ বৈষ্ণৱ ধৰ্ম্মৰ ধাৰাটোক নিৰবচ্ছিন্নভাবে চলাই আছে। বৈষ্ণৱধৰ্ম্ম সম্পৰ্কীয় ভালেমান উৎসৱ আৰু অনুষ্ঠান অসমীয়া সমাজত পৰম্পৰাগতভাবে চলি আহিছে। এইবোৰৰ ভিতৰত যেনেঃ ৰাম নৱমী উৎসৱ, ফল্গুৎসৱ, ভাওনা, জন্মাষ্টমী তিথি আদি উল্লেখযোগ্য।

**(খ) কৃষ্ণ জন্মাষ্টমী তিথিঃ**

ভাদ মাহত কৃষ্ণৰ জন্মাষ্টমী তিথি পৰে। অৰ্থাৎ ভাদমাহৰ অষ্টমী তিথিত ভগৱানৰূপী শ্ৰীকৃষ্ণৰ জন্ম হৈছিল। অসমৰ গঞা ৰাইজে নামঘৰত সমবেত হৈ এই তিথি পাতে। প্ৰতি ঘৰতেই পাতে। কীৰ্ত্তন-ভাগৱত পাঠ কৰি ভগবান কৃষ্ণৰ লীলা-মালা গায়। তাৰ পাছত নাম-প্ৰসঙ্গ কৰে। হৰিনাম লয়। আগত চাকি বন্তি-জ্বলাই মাহ প্ৰসাদ, কল-পিঠা, কুঁহিয়াৰ, বুট-মগুৰ আদি দি শৰাই পাতে। নামঘৰত মেধি-সাতোলাই আগত বহে। বাৰিক, বৰা, নামঘৰীয়াকে ধৰি সকলো ৰাইজ বহে। আয়তী সকলো বহে। পাঠেকীয়ে কীৰ্ত্তন- ভাগৱৎ পাঠ কৰে। তাৰ পাছতেই মহাপুৰুষে সৃষ্টি কৰি থৈ যোৱা গায়ন গায়। অৰ্থাৎ খোল, মৃদং, তাললৈ বায়নৰ নেতৃত্বত গায়ন গায়। আৰু হৰিধ্বনি দি অষ্টমী তিথিৰ সামৰণি মাৰে।

**নন্দোৎসৱ ঃ**

জন্মাষ্টমীৰ পিছদিনা নন্দোৎসৱ পতা হয়। গকুলৰ নন্দ ৰজাই বৃদ্ধবয়সত কৃষ্ণ ৰূপে পুত্ৰক পাই মহা আনন্দ লাভ কৰে। গকুলবাসীক লৈ পোন প্ৰথমে নন্দ ৰজাই এই আনন্দ উৎসৱ পালন কৰিছিল। এই দিনটোৰ সোঁৱৰণীৰ চিন হিচাবেই বৈষ্ণৱ সমাজত নন্দোৎসৱৰ পৰম্পৰা চলি আহিছে। এইদিনটোত তিৰোতাসকলে পাচেতী- গীত গায়। পুৰুষসকলে ৰোকা ভাওনা পাতে।

**ৰাস পূৰ্ণিমা ঃ**

কাতি-আঘোণ মাহত বৈষ্ণৱ ধৰ্ম্মী লোক সমাজে ৰাসোৎসৱ জাক-জমকতাৰে পাতে। মাজুলীৰ সত্ৰ সমূহত এই ৰাস উৎসৱ বৰ উলহ-মালহেৰে পালন কৰে। ৰাস উৎসৱত শ্ৰীকৃষ্ণৰ জন্মৰ পৰা বৃন্দাবনত গোপীসকলৰ লগত লীলা-খেলা

কৰা আৰু কংস ৰজাক বধ কৰালৈকে শ্ৰীকৃষ্ণৰ লীলা বা কাৰ্য্যাৱলী ভাওনা পাতি দাঙি ধৰা হয়। গোপীসকলে শ্ৰীকৃষ্ণৰ লগত নাচে আৰু গীত গায়। প্ৰেম, অভিমান, বিৰহ, বিচ্ছেদ আদি ভাবে ৰাসলীলাক মহীয়ান কৰি তুলে। এই প্ৰেম যেন পৰমাত্মাৰ লগত জীৱাত্মাৰ মিলনৰ এক আধ্যাত্মিক ভাবনা জড়িত হৈ আছে। ৰাস লীলাৰ নানা সাজ সজ্জা, অভিনয়, সংলাপ আৰু গীত-মাতে দৰ্শকক মোহিত কৰি তোলে। তদুপৰি সত্ৰ নামঘৰৰ মুখা আদিয়ে এই ৰাস লীলাৰ অভিনয় জীৱন্ত কৰি তোলে। ল'ৰা-বুঢ়া, ডেকা-গাভৰু সকলোকে ৰাস লীলাই আকৰ্ষণ কৰে।

**ৰথ যাত্ৰা ঃ**

আহাৰ মাহত জগন্নাথ, বলৰাম আৰু সুভদ্ৰাৰে সৈতে ৰথত উঠি যাত্ৰা কৰা ঘটনাক কেন্দ্ৰ কৰিয়েই ৰথ-যাত্ৰা উৎসৱ পালন কৰা হয়। ভক্তিমূলক গীত-মাতেৰে মুখৰিত এনে অভিনয়মূলক যাত্ৰা অতি আনন্দদায়ক আৰু সুখকৰ।

**দৌল যাত্ৰা বা ফাকুৱা ঃ**

দৌল যাত্ৰা বা ফাকুৱা অসমৰ এক আকৰ্ষণীয় আনন্দৰ উৎসৱ। বহাগ মাহত পালন কৰা ই এক বসন্তৰ ধৰ্ম্মমূলক উৎসৱ। বসন্তউৎসবৰ পৰাই ফাকুৱা উৎসৱৰ উৎপত্তি। এই উৎসৱত সমান সমনীয়া ডেকা-গাভৰু সকলোৱেই ৰং মনেৰে নানা ৰঙৰ ফাকু খেলে। প্ৰত্যেকেই প্ৰত্যেকৰ গাত ৰংমনেৰে ফাকু সানে। সঙ্গীত মুখৰ শোভাযাত্ৰাও উলিওৱা হয়।

অসমৰ বৰপেটাত দৌল যাত্ৰা বা ফাল্গু উৎসৱ বৰ জাক-জমকতাৰে পতা হয়। এই উৎসৱত বৰপেটাৰ কীৰ্ত্তন ঘৰত অগণন লোকৰ সমাবেশ হয়। বৰপেটাৰ স্থানীয় ৰাইজে দেউল উৎসৱ বুলি কয়। এই উৎসৱৰ লগত সঙ্গতি ৰাখি বৰপেটাত আতঁচবাজি, নাওখেল আদিৰো আয়োজন কৰা হয়।

এই ফাকুৱা উৎসৱ সমগ্ৰ ভাৰতৰ লোক সমাজেও পালন কৰে। তেওঁলোকে এই উৎসৱক 'হলি' উৎসৱ বুলি কয়। এই উৎসৱত বিধবা সকলে দলবান্ধি বৰ দেউল দৰ্শন কৰা কাৰ্য্যক পুণ্যৰ কাম বুলি ভাবে। পণ্ডিত সকলে এই উৎসৱ আৰ্য্য আৰু অনা আৰ্য্যৰ সংমিশ্ৰণৰ ফল বুলি কয়। শ্ৰীকৃষ্ণই ঘুনুচাৰ ঘৰলৈ যাত্ৰা কৰা কাহিনী ভাগক লৈয়েই এই উৎসৱ অতি উলহ-মালহেৰে পালন কৰা হয়।

**লখিমী সবাহ ঃ**

উজনি অসমৰ কৃষিৰ লগত সম্বন্ধ থকা আন এটি ধৰ্ম্মীয় উৎসৱ হৈছে লখিমী সবাহ বা পানী তোলা সবাহ। ড° লীলা গগৈদেৱে কৈছে " লখিমী-সবাহ হিন্দু আদৰ্শ আহোম সকলৰ লোকাচাৰ সংমিশ্ৰণত সৃষ্টি হোৱা" উৎসৱ। ভাৰতীয়

হিন্দু সমাজত ধন-সম্পত্তিৰ অধিষ্ঠাত্ৰী দেৱী হৈছে লক্ষ্মীদেৱী। লক্ষ্মীদেৱীক অসমৰ লোক সমাজে লখিমী-আই বুলি মানি আহিছে। অসমৰ খেতিয়ক সমাজে ধান মুঠিক লখিমী বুলি কল্পনা কৰে।

এই সবাহ উজনি অসমৰ ৰাইজে কাতি-আঘোণ মাহত পালন কৰে। বহুতে কাতি মাহৰ লক্ষ্মী পুৰ্ণিমাৰ দিনাও পতা দেখা যায়। নামঘৰত সমূহীয়াকৈ এই সবাহ পাতে। গাৱঁৰ ৰাইজ, ল'ৰা-ডেকা-বুঢ়া, জীয়ৰী, বোৱাৰী-বুঢ়ী সকলোৱে গোট-পিত খাই নামঘৰত লখিমী সবাহ পাতে। ঢোলে-দগৰে, গায়নে-বায়নেৰে গৈ ওচৰৰ নদীৰ পৰা কল পটুৱাৰে বনোৱা দোলাত নদীৰ পানীৰপৰা জাকৈত বোকা-পানী চুচি কঁড়িয়াই লৈ আহে। নামঘৰত মাহ- প্ৰসাদৰ শৰাই দিয়ে। কীৰ্ত্তন পাঠ কৰে ; নাম প্ৰসঙ্গ কৰে আৰু গায়ন গায়। তাৰ পাছত শৰাই ভাঙি প্ৰসাদ বিতৰণ কৰে। প্ৰসাদৰ লগতে প্ৰতিজন গৃহস্থই বাঁহৰ চুঙাত অকণ অকণ লখিমী (দোলাৰ বোকাপানী) ভৰাই লৈ আনি ভৰাঁল ঘৰত ভৰাই থয়।

পানী তুলিবলৈ যাওঁতে লখিমী আদৰা গীত গায়। এনেকৈয়ে উজনি অসমত উলহ-মালহেৰে লখিমী সবাহ পাতে।

**পচতি উৎসৱ ঃ-**

'পচতি' শব্দটো সংস্কৃত 'পঞ্চ' শব্দৰ পৰা উদ্ভৱ হৈছে। 'পঞ্চটি-পাঁচটি' পচতি। কৃষ্ণজন্মৰ পাঁচ দিনৰ পিছত এই উৎসৱ পালন কৰা হয়। নামনি অসমত এই পচতি উৎসৱৰ প্ৰচলন আছে। শ্ৰীকৃষ্ণৰ জন্ম হৈছিল ভাদ মাহত। সেই কাৰণে এই উৎসৱ ভাদ মাহত পালন কৰা হয়। নামনি অসমৰ ফালে পুত্ৰ জন্ম হ'লে পাচঁ দিনৰ দিনা সন্তানৰ নামকৰণ কৰে- দৈবজ্ঞ মাতি পাঁচদিনৰ দিনাই পুৱাঁতী তিৰোতাই গা-ধুই শুচি হয়।

শ্ৰীকৃষ্ণৰ জন্মৰ লগত সংগতি ৰাখি পচতি উৎসৱ পালন কৰিবলৈ লয়। পচতি উৎসৱটি সুন্দৰীদিয়া সত্ৰত সাম্প্ৰতিক কালতো গোপনীয়তাৰে পালন কৰা হয়। পুতনাই নিজৰ বিহ গাখীৰ খোৱাই কৃষ্ণক মাৰিবলৈ অহা ঘটনাক কেন্দ্ৰ কৰি এই উৎসৱত এজাক ল'ৰাৰ গা-লৈ পিঠাগুৰি ছটিয়াই দিয়ে। তেতিয়া ল'ৰাবোৰে গায়-

" ধিত্‌ধেইকা হাপা নাচে
ধিত্ ধেইকা কান্‌পা নাচে।"

আকৌ "পাচঁদিনতে পচতি কৰিলা ছয় দিনতে চাতি।
এঘাৰ দিনতে গ্ৰহপূজা কৰে পণ্ডিত বামুণক মাতি।"

সেইদৰেই বৰঔতলা সত্ৰত, দৰঙৰ খতৰা শত্ৰ আদিত পচতি উৎসৱ পালন

কৰা হয়। দৰং কামৰূপত প্ৰচলিত পচতি গীতৰ লগত সঙ্গতি ৰাখি গৰ্গ ঋষিৰ আগমন, পুতনা বধ, দধি মথন আদি ঘটনা অভিনয় কৰিও দেখুৱা হয়।

## মথনী উৎসৱ ঃ

'মথনী' উৎসৱ দৰং জিলাৰ কিছুমান সত্ৰত উদ্‌যাপন কৰা দেখা যায়। মথনী শব্দটো সংস্কৃত 'মন্থন' শব্দৰ পৰা উৎপত্তি হৈছে। আহিন আৰু কাতি মাহৰ দোমাহীৰ দিনা এই উৎসৱ উলহ-মালহেৰে পালন কৰা দেখা যায়। শালি খেতি আগতে বহাগী মঞ্চ দেউল উৎসৱ পালন কৰে আৰু শালি খেতি কৰি অতোৱাৰ পাছত কাতি মাহত মথনী উৎসৱ পালন কৰা হয়; জন্মাষ্টমী, নন্দোৎসৱ, আদি উৎসৱৰ লগতে দৰং, কামৰূপৰ লোক সমাজে মথনী উৎসৱো পালন কৰে।

মথনী উৎসৱৰ পৌৰাণিক তাৎপৰ্য্য আছে। এই উৎসৱৰ লগত দেৱতা-দানৱৰ সাগৰ মন্থন কাহিনী নিহিত হৈ থকা যেন লাগে। দৰঙ্গী ৰজা সকলে পচতি , দেউল উৎসৱৰ দৰেই মথনী উৎসৱৰো পৃষ্ঠ পোষকতা কৰিছিল।

মথনী উৎসৱত দেৱতা-দানৱৰ সাগৰ মন্থন কাহিনী আৰু দানৱৰ পৰাজয় আদি কাহিনী কায়িক অভিনয়ৰ যোগেদি দাঙি ধৰা হয়। দৰঙৰ দেৱানন্দ সত্ৰত এই উৎসৱ উলহ-মালহেৰে পালন কৰা হয়।

# অন্যান্য ধৰ্ম্মীয় পূজা

## শীতলাদেৱীৰ পূজা বা আই সবাহ ঃ-

প্ৰাকৃতিক শক্তিৰ ওচৰত আদিম মানুহে পৰাজয় বৰণ কৰি ভয় আৰু বিস্ময় মানি প্ৰাকৃতিক শক্তিবোৰক 'দেৱতা আৰু দেৱী হিচাবে পুজা উপাসনা কৰিছিল। মাৰাত্মক বেমাৰ বা ব্যাধিকো ভয়তে দেৱ-দেৱী বুলি কল্পনা কৰিছিল।

আগৰ দিনত বসন্ত ৰোগত মানুহৰ মৃত্যু হৈছিল। এই ব্যাধিৰ পৰা মানুহে আৰোগ্য লাভ কৰাটো অতি জটিল আছিল। এই ব্যাধি হ'লে একোটা পৰিয়ালত বা একোটা চুবুৰীত সংক্ৰমিত হৈ বহু মানুহৰ মৃত্যু ঘটিছিল। বসন্ত ৰোগে দেখা দিলে অসম্ভৱ জ্বালা-যন্ত্ৰণা হয়। আৰু ডেৰনি পুৰণি হয়। জলন-পুৰণ নাইকীয়া কৰি শীতল কৰিবৰ বাবেই শীতলা দেৱীক পূজা কৰিছিল। শীতলা দেৱীক মহামায়া বা চামুণ্ডা বুলিও কোৱা হৈছিল।

শীতলা পূজাৰ সম্পৰ্কে 'স্কন্দ পুৰাণ' ত উল্লেখ আছে।

"নমামি শীতলাং দেৱী ৰামভস্থাং

দিগম্বৰ মাজনী কলশো পেতাং
শূৰ পালংকৃত মস্ত কাম, শীতলা
দেৱী দিগম্বৰী, চৰ্তুভূজ, শূল ধাৰিণী।"

শীতলাৰ গীততো আছে।

"নমস্তে শীতলা দেৱী বৃষভ কাহিনী। দিগম্বৰী কায়াজালে অতি বিতোপনী। বসন্ত দেৱীক মহামায়া বুলিও কোৱা হয়। আই নাম বোৰতো শীতলাৰ প্ৰশস্তি কৰা হয়।

"গধূলিতে আই আহে এ পদূলিলৈ চাই' মহামায়া আই আহে...ইত্যাদি" শীতলা পূজাত আগলতি কলপাত ৯ খন পাৰি, প্ৰতিখন পাতত ৯টাকৈ বগা ফল-কেঁচা আৰু পকা কল, তিওৱা বুট, মগুৰ, নাৰিকল, কুঁহিয়াৰ আদি দি ৯ টাকৈ ভাগ-পাতি আসন পাৰি দিয়ে। চাকি-বন্তি জ্বলাই, ধুপ-ধুনা জ্বলাই বসন্ত আইক উদ্দেশ্য কৰি নাম গায় আৰু তুতি-মিনতি কৰি আৰ্শীৰ্বাদ দিয়ে। ৰোগীক প্ৰসাদ দিয়ে।

## ইচলাম ধৰ্ম্মীয় উৎসৱ

### মহৰম ঃ

মহৰম মুছলমান সমাজৰ এটি অতি পবিত্ৰ ধৰ্ম্মীয় উৎসৱ। চিয়া মুছলমান সকলে বৰ পবিত্ৰতাৰে এই উৎসৱ পালন কৰে। অতি পৱিত্ৰ মহৰম মাহ। এই মাহতেই ইচলাম ধৰ্মৰ প্ৰৱৰ্ত্তক হজৰত মহম্মদৰ জন্ম হৈছিল। ইচলাম ধৰ্ম্মৰ লোক সকলে এই মাহতেই ভগৱান খোদা আল্লাই পৃথিবীলৈ হজৰত মহম্মদক যেন পঠাই দিছিল আৰু এই মাহতে সুন্দৰ পৃথিৱীখনো সৃষ্টি হৈছিল।

মহৰমৰ কাহিনীটো অতি কৰুণ আৰু বেদনাদায়ক। হজৰত মহম্মদৰ কন্যা ফাটেমাক হজৰত আলিলৈ বিয়া দিছিল। হজৰত আলি আৰু ফাটেমাৰ দুটি পুত্ৰ জন্ম হয়। এটি হাচান আৰু আনটিৰ নাম হোচেন। হজৰত আলি মুছলমান ধৰ্ম্ম জগতৰ সৰ্ব্বোচ্চ পদাধিকাৰ খলিফা পদত অধিষ্ঠিত হৈছিল। এই পদবীত হজৰত আলি অধিষ্ঠিত হোৱা দেখি চিৰিয়াৰ শাসন কৰ্ত্তা মাবিয়া অতিশয় ঈৰ্ষাপৰায়ণ হৈ উঠিছিল।

এদিন হজৰত আলিয়ে কুফা নগৰলৈ যাওঁতে বাটতে মাবিয়াক গুপ্ত-ঘাটকে হত্যা কৰে। তেওঁৰ মৃত্যুত জ্যেষ্ঠ পুত্ৰ হাচানে মদিনাৰ খলিফা পদত অধিষ্ঠিত হয়। তেতিয়া হাচানৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰে। আনহাতেদি মাবিয়াৰ অত্যাচাৰী

পুত্ৰ এজিদে হাচান-হোচেনক হত্যা কৰি মদিনাৰ খলিফা পদ লাভ কৰিববলৈ ষড়যন্ত্ৰত লিপ্ত হয়। গতিকে হাচানে বাধ্য হৈ মাবিয়াৰ লগত সন্ধি কৰিলে যে মাবিয়া খলিফা হ'ব আৰু মাবিয়াৰ মৃত্যুৰ পাছত হোচেন খলিফা হ'ব। এই চৰ্ত্তত মাবিয়া সন্তুষ্ট নহৈ তেওঁ হাচানক বিহ খোৱাই হত্যা কৰে। আনফালে মাবিয়াই মৃত্যুৰ পাছত হোচেনক খলিফা নেপাতি তেওঁৰ পুত্ৰ এজিদকহে খলিফা পাতিলে। হোচেনৰ লগত এজিদৰ তীব্ৰ বিৰোধ সৃষ্টি হয়। কিন্তু কোনো পথ্যেই তেওঁ হোচেনক পৰাস্ত কৰিব নোৱাৰিলে। এজিদৰ অত্যাচাৰত জৰ্জৰিত কুফাবাসীয়েও হোচেনৰ সহায় ভিক্ষা কৰিলে। তেতিয়া হোচেনে সৈন্য-সামন্ত লৈ কুফালৈ যাত্ৰা কৰিলে। কিন্তু তেওঁ কুফাত উপস্থিত হ'বগৈ নোৱাৰিলে। পৰিয়াল পৰিজন লৈ গৈ হোচেনে ইউফেট্ৰিচ নৈৰ পশ্চিম পাৰে থকা কাৰবালা মৰুভূমিত উপস্থিত হ'লগৈ। ইতি সময়তে এজিদৰ ৰক্তপিপাসু গবৰ্ণৰ ওবাদুল্লাই ইউফেট্ৰিচ নদীৰ পশ্চিম পাৰ অৱৰোধ কৰিলে।

কাৰাবালা মৰুভূমিৰ উত্তপ্ত বালিত দিন কটাব লগা হ'ল তেওঁলোক। পিয়াহত ইউফ্ৰেটিচ নৈৰ এটুপি পানীও খাববলৈ নিদিয়াকৈ ওবাদুল্লাৰ সৈন্যই ভেটি- ধৰিলে। উপায় নেপাই হোচেনৰ তাকৰীয়া সৈন্যই এজিদ-ওবাদুল্লাৰ বিপুল সৈন্য বাহিনীৰ লগত যুজঁ দি সকলোৰে মৃত্যু বৰণ কৰিলে। হোচেনে পিয়াহত আতুৰ পুত্ৰটিক শত্ৰু সৈন্যৰ ওচৰত এটুপি পানী খোজোতে তেওঁৰ কোলাতেই শত্ৰুৱে পুত্ৰক হত্যা কৰিলে। হোচেনে তেতিয়া কেৱল মাত্ৰ তেওঁৰ সৈন্য, বন্ধু বান্ধৱ, পৰিয়াল পৰিজনৰ বাবে খোদা আল্লাৰ ওচৰত প্ৰাৰ্থনা জনালে। অত্যাচাৰী এজিদৰ সৈন্যবোৰে হোচেনক তেওঁৰ সৈন্যৰ ছাউনীতেই শিৰশ্চেছদ কৰি হত্যা কৰিলে আৰু এজিদৰ সদিশৰ খলিফা পদ নিষ্কণ্টক কৰিলে। মহৰমৰ মাহৰ দহ তাৰিখে এই নিকৰুণ ঘটনাত আটায়ে প্ৰাণ হেৰুৱালে। এই মৰ্মস্পৰ্শী ঘটনাক সোঁৱৰণ কৰিববৰ বাবেই মহৰম মাহৰ দহ তাৰিখে মুছলমান ধৰ্মীয় সম্প্ৰদায়ে মহৰম উৎসৱ পালন কৰে। হাতত তৰোৱাল লৈ হাচান-হোচেনৰ নামত কৰুণ আৰ্ত্তনাদ কৰি ৰাজপথত তাজিয়া নৃত্য কৰে। সভা-সমিতি পাতি হাচান হোচেনৰ কৰুণ কাহিনী স্মৰণ কৰে।

**ঈদ-উজ্-জোহা ঃ**

সমগ্ৰ পৃথিৱীৰ ইচলামধৰ্ম্মী মুছলমান সকলে ত্যাগৰ উছৱ ঈদ-উজ্-জোহা উলহ-মালহেৰে পালন কৰে। হজৰত ইব্ৰাহীমৰ মহান ত্যাগক সুঁৱৰি মুছলমান সকলে ঈদ-উজ্-জোহা পালন কৰে। এই ঈদ-উজ্-জোহা উৎসৱত মুছলমান

ধৰ্ম্মপ্ৰাণ লোকসকলে ইচলাম ধৰ্ম্মৰ প্ৰাণ কেন্দ্ৰ মক্কাত হজ পালন কৰিবলৈ যায়। হজৰত ইব্ৰাহীমৰ দিনৰ পৰাই এই উৎসব বিশ্বৰ মুছলমান সকলে পালন কৰি আহিছে। বিশ্বত শান্তিৰ বাণী- প্ৰচাৰ কৰি বিশ্ব ভাতৃত্ববোধ জগাই তুলি এজন সৃষ্টি কৰ্ত্তাক উপাসনা কৰাই ইয়াৰ প্ৰধান উদ্দেশ্য।

'ঈদ' এটা আৰবী শব্দ। ইয়াৰ অৰ্থ হৈছে আনন্দ উৎসব। জাহ' শব্দৰ অৰ্থ হৈছে পশু জবেহ কৰা। আৰবী জিলহজ মাহৰ ১০ তাৰিখে এই ঈজ্--জোহা উৎসব পালন কৰা হয়। কেতিয়াবা ১১ আৰু ১২ তাৰিখেও এই উৎসব পালন কৰা দেখা যায়। দুপৰীয়া ১২ বজাৰ ভিতৰত এই উৎসব সমাপন কৰা হয়। ঈদত নামাজ কৰা হয়। নামাজৰ পাছত কুৰবাণী কৰা হয়। ঈদত তকবীৰ পঢ়া হয়। ৯ তাৰিখৰ ফজৰৰ নামাজৰ পৰা ১৩ তাৰিখৰ আচৰ পৰ্য্যন্ত তকবীৰ ফৰজ নামাজৰ পাছত পাঠ কৰা হয়। তকবীৰ অৰ্থ হৈছে এনেধৰণৰ ঃ— "আল্লাহ মহান, আল্লাহ মহান, আল্লাহৰ বাহিৰে কোনো উপাস্য দেৱতা নাই।" ঈদৰ নামাজ দুই। ইয়াত ছটা তকবীৰ (আল্লাহ- আকবৰ) আছে, ঈদৰ নামাজৰ দ্বাৰাই বান্দাসকলে বছেৰেকৰ মূৰত দুবাৰ ঐক্যবদ্ধ হৈ হৃদয় বিনিময় কৰা হয়। ঈদৰ নামাজৰ নিয়ত কৰি তকবীৰ পঢ়ি তহৰিমা বন্ধা হয়। চানা, তাউজ , তছমিয়া পঢ়া হয়। তকবীৰ পঢ়ি কাণলৈ হাত উঠাব আৰু তহৰিমা নাবান্ধি এৰি দিব। তৃতীয় বাৰতহে তকবীৰ পঢ়ি তহৰিমা বন্ধাৰ নিয়ম। তাৰ পাছত ছুৰা , ফাটিহা পাঠ কৰা হয়। তাৰ পাছত কুৰাণ শ্বৰীফৰ যিকোনো আয়াত পাঠ কৰি ৰুকুচিজদা নীতিমতে সমাপন কৰি দ্বিতীয় বাৰৰ বাবে চুৰা ফাটিহা পাঠ কৰা হয়। যিকোনো এটি চুবা মিলাই তিনিবাৰ তকবীৰ পঢ়ি ৰুক চিজদা বিধিমতে সম্পন্ন কৰা হয়। বৈঠকত বহি তছহুদ, দৰুদ, দোৱা মোচৰা আদি পঢ়ি ছালামেৰে নামাজ সম্পন্ন কৰা হয়।

কুৰবাণী আৰু কুৰাণৰো এখন ইতিহাস আছে। প্ৰায় চাৰিহেজাৰ বছৰৰ আগতে হজৰত মহম্মদ (ছঃ)ৰ এক সপ্ততিতম পূব-পুৰুষ নবী হজৰত ইব্ৰাহীমৰ মেছোপটেমীয়াৰ অন্তৰ্গত বাবেল নামৰ ঠাইত জন্ম হৈছিল। পিতৃ আষৰ জড় ধৰ্ম্মবাদী (মূৰ্ত্তি পূজক) হোৱা বাবে পুত্ৰ এক নিৰাকাৰ আল্লাহৰ উপাসক হোৱা বাবে তেওঁ পুত্ৰ-ইব্ৰাহীমক (আঃ) ঘৰৰ পৰা উলিয়াই দিয়ে। ইব্ৰাহীমক অগ্নিকুণ্ডত পেলাই মাৰিবলৈ চেষ্টা কৰিছিল যদিও আল্লাহৰ কৃপাত ৰক্ষা পৰে। তেওঁ তেতিয়া শিষ্য সম্বন্বিতে পেলেষ্টাইনলৈ পলাই যায় আৰু মিছৰত পাৰিবাৰিক জীৱন যাপন কৰে। তেওঁৰ প্ৰথমা পত্নী বিবি চাৰা বন্ধ্যা হোৱা হেতুকে ইব্ৰাহীমে বিবি

হাজিৰাক দ্বিতীয় পত্নী হিচাবে বিবাহ কৰায়। পবিত্র কোৰাণত আল্লাই ঘোষণা কৰে যে "ইব্রাহীমে (আঃ) আল্লাহৰ ওচৰত দোৱা কৰিলে— "হে মোৰ প্রতিপালক মোক এটি পুত্রদান কৰা।" তাৰ পাছত পুত্র ইছমাইলৰ জন্ম হ'ল। তেওঁৰ কাম কৰাৰ বয়স হোৱাত ইব্রাহীম পুত্র ইছমাইলক কলে যে মই তোমাক সপোনতে জবেহ কৰা দেখিছো। এতিয়া তুমি কি কোৱা? তেতিয়া ইছমাইলে ক'লে— "হে মোৰ আব্বা আপুনি যি স্বপ্নাদেশ দিয়ে পালন কৰিম।" ইব্রাহীমে পুতেক ইছমাইলক জবেহ কৰাৰ বাবে কাতি কৰি শুৱাই দিলে। তেতিয়া তেওঁক 'আহ্বান' কৰি ক'লে যে হে ইব্রাহীম তুমিতো সঁচাই স্বপ্নদেশ পালন কৰিলা। এইদৰেই মই সৎসকলক পুৰস্কৃত কৰো। ই আছিল এটি পৰীক্ষা। মহা কুৰবাণীৰ বিনিময়। শিশুটিক ৰক্ষা কৰিলো। ইব্রাহীমৰ প্রতি ছালাৰ। এইদৰেই মই সৎকৰ্ম্মশীল সকলক পুৰস্কৃত কৰো। 'কুৰবাণ' শব্দৰ অৰ্থ হ'ল ত্যাগ স্বীকাৰ কৰা। আল্লাহৰ সন্তুষ্টিৰ অৰ্থে নৈকত্য লাভৰ বাবে যি ত্যাগ আৰু উছৰ্গা কৰা হয় তাকে কুৰবাণী বোলে।

এইদৰেই ঈদত জবেহ কুৰবাণী কৰা হৈ আহিছে। এইয়া এক আত্ম বলিদানৰ চৰম নিদৰ্শন। ইচলাম ধৰ্ম্মত প্রধান স্তম্ভ কেইটা হৈছে কালিয়া, নামাজ, ৰোজা, হজ আৰু জাকাত।

**ঈদ-উজ্-জোহাত** মুছলমান সম্প্রদায়ৰ লোক সকলে সমূহীয়া ভাবে মছজিদত বা দদগাহত ঈদৰ নামাজ পঢ়ে। নতুন বগা সাজ-পাৰ পৰিধান কৰে। ইঘৰে সিঘৰে গাৱঁৰ গঞাই মিলি জুলি পৰস্পৰে পৰস্পৰৰ লগত শুভ ইচ্ছা বিনিময় কৰে। মুছলমান সকলৰ ঈদ এক ডাঙৰ পৰব।

## খৃষ্টান ধৰ্মীয় উৎসৱ ঃ

### বৰদিন বা খ্রীষ্টমাষ্ট ডে

জেৰুজালেমৰ বেথেলৰহম নামৰ ঠাইত প্রভু যীশু খৃষ্টৰ জন্ম হৈছিল। তেওঁৰ পিতৃ-মাতৃ বৰ দুখীয়া আছিল। তেওঁ অশ্বশাল বা ঘোঁৰা শালত জন্ম হৈছিল। প্রভু যীশু খৃষ্টই খ্রীষ্টান ধৰ্মৰ প্রবৰ্ত্তক। ২৫ ডিচেম্বৰ তাৰিখে প্রভু যীশু খৃষ্টৰ জন্ম হৈছিল। সেয়েহে খ্রীষ্টান ধৰ্ম্মাৱলম্বী লোক সকলে এইদিনটোক বৰ ডাঙৰ দিন বুলি মান্যতা দিয়ে। এই কাৰণেই এই খ্রীষ্টৰ জন্মৰ দিনটোক খ্রীষ্টমাষ্ট বা বৰদিন বোলে। খ্রীষ্টান ধৰ্ম্মাৱলম্বী সকলে খ্রীষ্টমাষ্ট বা বৰদিনৰ উৎসৱ বৰ ডাঙৰকৈ উলহ-মালহেৰে পালন কৰে।

আগদিনা ২৪ ডিচেম্বৰৰ দিনাৰ পৰাই বৰদিন উৎসৱৰ আয়োজন চলে।

খৃষ্টান লোকসকলে এই বৰদিনৰ উৎসৱ গীৰ্জাঘৰ, ক্লাব বা স্কুলঘৰ আদিত সকলোৱে লগ লাগি পাতে। ২৪ ডিচেম্বৰৰ দিনা আবেলি প্ৰভু যীশুখৃষ্টক প্ৰাৰ্থনা কৰে। সেইদিনা ৰাতিলৈ বৰদিন উৎসৱৰ আয়োজন চলে। এজোপা গছ আনি সেই গছজোপাত ফুলৰ মালা, ফুল আৰু চাকি আদি জ্বলাই সুন্দৰকৈ সজাই দিয়ে। এই গছ জোপাক খ্ৰীষ্টমাষ্ট গছ (খ্ৰীষ্টমাষ্ট ট্ৰি) বোলা হয়। তাৰ কাষতে কিছুমান কেঁচুৱা যীশু আৰু মাকৰ সৈতে একোটাকৈ প্ৰতিমূৰ্ত্তি বা ফটোও সজায় থয়। সেইদিনা ৰাতি সকলোৱে লগ লাগি ৰং-ধেমালি কৰি ভোজভাত খায়। সকলোৱে ঠিয় হৈ প্ৰভুযীশুক প্ৰাৰ্থনা জনায়। আনন্দতে সেইদিনা ৰাতি বাৰ বজাৰ লগে লগে ২৫ ডিচেম্বৰ দিনটোৰ সূচনা কৰি ফট্‌কা আদি ফুটুৱাই আনন্দ কৰে।

সেইদিনা ৰাতি শিশু সকলৰ কোঠাত নানান পুতলা আৰু শিশুৰ খেলনা বস্তু ৰাখে, যাতে শিশুৱে পুৱা শুই উঠিয়েই তেওঁ বিচৰা প্ৰিয়বস্তুবোৰ পায়।

২৫ ডিচেম্বৰৰ দিনা গীৰ্জাত প্ৰাৰ্থনা কৰে আৰু পবিত্ৰ বাইবেল পাঠ কৰে। দিনত প্ৰভু যীশু খৃষ্ট আৰু খ্ৰীষ্টান ধৰ্ম্মৰ সম্পৰ্কে আলোচনা সভা বহে। শোভা-যাত্ৰা আদিও উলিওৱা হয়। ইজনে সিজনৰ ওচৰলৈ গৈ মৰম-চেনেহ আদান-প্ৰদান কৰে। ইজনে-সিজনে প্ৰীতিভাৱ বা শুভেচ্ছা জনায়। মিলা প্ৰীতিৰে খোৱা-লোৱা কৰে।

এনেদৰেই বছৰৰ মূৰত খ্ৰীষ্টানধৰ্ম্মাৱলম্বী লোকসকলে পঁচিশ ডিচেম্বৰৰ দিনটো বৰদিন হিচাবে উলহ-মালহেৰে পালন কৰে।

## জৈনধৰ্ম্মীসকলৰ মহাবীৰ জয়ন্তী ঃ

মহাবীৰ তীৰ্থঙ্কৰে ভাৰতত জৈন ধৰ্মৰ প্ৰচাৰ কৰে। জৈনধৰ্মাৱলম্বী লোক সকলে মহাবীৰ তীৰ্থঙ্কৰৰ জন্মজয়ন্তী বৰ উলহ-মালহেৰে পালন কৰে। চত মাহৰ শুক্লাচতুদৰ্শীৰ দিনা জৈন ধৰ্ম্মাৱলম্বী লোকসকলে মহাবীৰ জয়ন্তী পালন কৰে। কিয়নো সেইদিনাই মহাবীৰ তীৰ্থঙ্কৰৰ জন্ম হৈছিল। জৈন ধৰ্ম্মৰ লোকসকলে সেইদিনা ধৰ্ম্মীয় পৰম্পৰাৰে প্ৰাৰ্থনা আৰু উপাসনা কৰে। তাৰ পাছত শুভা যাত্ৰা উলিয়ায়। শোভাযাত্ৰা কৰি ধৰ্ম্মালোচনী সভা পাতে। তাৰ পাছত আকৌ শুভাযাত্ৰা উলিয়ায়। পূজাৰীয়ে গেৰুৱা কাপোৰ পিন্ধে। কপালত চন্দনৰ ফোট লয়।

## কেৱল পন্থীৰ 'বৰসেৱা' বা 'বৰ সকাম'

কেৱল পন্থীসকলৰ বৰসেৱা এটা বৰ ডাঙৰ অনুষ্ঠান। কেঁচা পন্থী সকলৰ 'বৰ সবাহ' যেনেকৈ এটা ডাঙৰ অনুষ্ঠান, ঠিক তেনেদৰেই ভিতৰ পকীয়া

সকলৰ 'বৰসেৱা' এটা বৰ ডাঙৰ অনুষ্ঠান। পাঁচ বছৰ বা সাত বছৰৰ মূৰত যেনেকৈ একোটা পৰিয়ালে বৰসবাহ্ পাতে ঠিক তেনেকৈয়ে পকা পন্থী সকলেও পাচঁবছৰ বা সাত বছৰৰ মূৰত বৰসেৱা অনুষ্ঠানটো পাতে। এই সকামত খৰচ বৰ বেছি। সকামৰ বাবে যিবোৰ নৈবেদ্য গোটাব লাগে তাৰ ভিতৰত একৈশটা সাজঁ বা ৰসৰ কলহ্ লাগে। ইয়াৰ উপৰিও এটা গাহৰি, এযোৰ কুকুৰা, এযোৰ হাঁহ, এযোৰ পাৰ আৰু আন এবিধৰ এটি জীৱ। মুঠতে নটা জীৱ দিয়া হয়। তাৰ লগত থাকে মাছ, চাউল, শাক-পাচলি, মা-মছলা, মিঠা-তেল, পানী আৰু জুৰ এটাৰো লাগে। তাৰোপৰি পিঠা, সান্দহ, চিৰা, গুঁড়, গাখীৰ, আখৈ আদিও সকামত লগোৱা হয়। এই সকামত ঢৰা, পাট-পটুৱাৰ পৰা আৰম্ভ কৰি খৰি-খেৰলৈকে বহুবোৰ বয়-বস্তুৰ দৰ্কাৰ হয়।

এই সকামলৈ দূৰ-দূৰণিৰ মিটিৰ কুটুম, ভাই-ককাই আৰু বন্ধু-বান্ধৱ সকলোকে নিমন্ত্রণ কৰা হয়। এজন পূৰ্ণগুৰু বা পূৰ্ণ সাধুক সকামখন পৰিচালনা কৰিবলৈ নিমন্ত্রণ কৰা হয়। এজন সদাচাৰ বা বিহাৰীৰ আৱশ্যক হয়, যি জনে নেকি সূত্রধাৰৰ দৰে ইটোৰ পাছত সিটো গীত-পদ গাই বিহাৰ উলিয়াব জানে। তদুপৰি ভালে কেইযোৰা দুই সেৱা বা তিনি সেৱাৰ ভকত-ভকতনীৰ আৱশ্যক হয়। এনে বৰ সেৱাতেই ভালেকেইযোৰা দুই সেৱা বা তিনি সেৱাৰ ভকত প্রবৰ্ত্তোৱা হয়; অৰ্থাৎ ভজন দিয়া হয়। মূল সাধুজনৰ দুয়োকাষে মুধত বহিবৰ বাবে ভকতিৰ ক্ষেত্রত অৰ্হতা থকা ভালে কেইগৰাকী পাৰিষদ বা ভকত-ভকতনী লাগে।

পূৰ্ণসাধু, সদাচাৰ বা বিহাৰী আৰু মূলৰ পাৰিষদ সকলক ভালেমান দিনৰ আগতেই তামোল-পাণ দি নিমন্ত্রণ কৰা হয়। সকামৰ দিনা বা তাৰ আগদিনাৰে পৰা সাধু, সদাচাৰ আৰু গৃহস্থই উপবাসে থাকে।

পূৰ্ণ সাধুজন আহি ঘৰৰ পদূলিমূৰ পোৱাৰ লগে লগেই হাত-ভৰি ধোৱাই সেৱা সৎকাৰ কৰি চোতালৰ পৰা বোলনি কাপোৰ পাৰি আদৰি নিবৰ ঘৰৰ ভিতৰত বহুৱা হয়। যিটো বৰ ঘৰত সকাম পাতিব সেই ঘৰৰ বেৰৰ চাৰিওকাষে কাপোৰ তৰি দিয়ে। ঘৰৰ পূব মূৰত কাপোৰৰ আঁৰৰ কাষতে পশ্চিমলৈ মুখ কৰি সাধু বহে। সাধু বহিবৰ বাবে আসন পাতে। এই আসন বা ঢৰা পাৰোতে নামেৰে বিচাৰ কৰিহে আসন পৰা হয়।

ঢৰা পাৰোতে গায় —

আমাৰে গৃহলৈ আহে পূৰ্ণ স্বামী<br>
তুলি লওঁ চৰণৰ ধূলি।

বহিবাক লাগি আসন পাৰি দিলো
শিৰৰে ওপৰত তুলি।।
মনে হ'ল ঢৰাখন চিতে বস্ত্ৰখনি
ধৈৰ্য্যহল চাৰিটি বাও।
চাৰিৰে চুকতে বহে চাৰিজনে
মধ্যত বহে পূৰ্ণদেৱে।।

সাধুজনক পূৰ্ণব্ৰহ্ম বা পূৰ্ণস্বামী বুলি বিশ্বাস কৰা হয়। নীতি-নিয়ম ৰক্ষা কৰি পূৰ্ণ সাধুজন আসনত বহে। বাকী ভকত সকলকো হাত-ভৰি ধোৱাই বোলনি কাপোৰ পাৰি তাৰ ওপৰেদি আনি যথা নিয়মে বহুৱায়।

তাৰ পাছতেই সাধুৰ পৰা আৰম্ভ কৰি পাৰিষদবৰ্গ আৰু ভকতসকলক প্ৰতিজনকে ভৰিত ধৰি সেৱা কৰে। সঙ্গৰ (সচঙৰ) গুৰুক সেৱা কৰোঁতেও নাম গায়-

"পূৰ্ণ ব্ৰহ্মাদেউ ভক্তিভাবে কৰো সেৱ
দিয়োক মোক সকাম ৰায়।
কেৱল নিশ্চয় কৰি সেৱা ৰূপে সুখ মাত্ৰ
ভৃত্য বুলি নিবা তৰাই।।"

তাৰ পাছতেই ভকতৰ আগৰ ঠাইখিনি মোহাৰি বা মচি ঠাই মাৰ্জন কৰে। ঠাই মাৰ্জন কৰোঁতেও নামেৰে বিচাৰ কৰে। তাৰ পাছতেই পূৰ্ণ ভকতৰ সন্মুখত চাকি-বন্তি জ্বলোৱা হয়। চাকি-বন্তি জ্বলাওঁতে নামেৰে বিচাৰ কৰি চাকি জ্বলোৱা হয়। চাকি লগোৱা নাম এনেধৰণৰ-

হৰি ভক্তি চাকি ঘৃতে আহি ভৈলে
গুৰু কৃপায় অগনি জ্বলে।
দেহা হলে গছা চিতে হলে শলা
বুদ্ধিয়ে চাকি খন ভৈলা।।
দুআঁঠু কাঢ়িলৈ ঘৃতক বাকি দিওঁ
বিশ্বাসে কলচী ধৰি।
তিয়াই শলাকণি আগবঢ়াই দিয়া
শিৱনামে খৰিকা মাৰি।।

নীতি-নিয়মেৰে বৰসেৱালৈ আগ কৰা বা গোটোৱা সকলোখিনি সম্ভাৰ বা বয়-বস্তু ভকতৰ আগত নিৰ্দিষ্ট ঠাইত থয়। তাৰ পাছতে গুৱা-পাণ কাটিবলৈ

সাধুৰে আজ্ঞা দিয়ে। এই পাণ-তামোল নামেৰে বিচাৰ নকৰাকৈ ভকত সকলে গ্ৰহণ নকৰে। পাণ-তামোল বিচাৰ কৰা নাম গোৱা হয়। গুৱা কটা নাম—

" মাগোহো ভকতি দান নিজ স্বামী
মাগোহো ভকতি দান।
কোন আহি ভৈলে সেৱাৰ গুৱা পাণ
ইয়াৰ বুজা প্ৰমাণ।।
চিতৰ চঞ্চলে চুণ আহি ভৈলে
সেৱাৰে কটাৰীখন।
বিৰুৱা অঙ্কুৰ দম্ভ দৰ্প হেতু
কৰ্ম্মকেও গুৱা পাণ।।"

তামোল-পাণ কটাৰ পাছত সাধুৰ আগত কৰণি প্ৰতিষ্ঠা কৰা হয়। এই কৰণি মূলত থাপনা কৰা হয়। কৰণিক একপ্ৰকাৰ সচং নামেৰেও জনা যায়। সচং হ'ল শ্ৰদ্ধা আৰু ভক্তিৰ প্ৰতিভূ। ই পৱিত্ৰ বস্তু। কৰণি পাতোতে ভকত-ভকতনী আৰু সদাচাৰে কৰণি পতা নামবোৰ গায়। যেনে—

কি কৰি তাৰিমে আঁত নিজে স্বামী
কি কৰি তাৰিমে আঁত।
ৰাধাৰ ছয় গোপী নমাই দেৱ কৰণি
পাৰিম কোন কাষে পাত।।
সঙ্গত বহি আছে সাধু সদাচাৰ
পাৰো সেই কাষে পাত।
সেৱাৰ কৰণি নমাই সেৱা কৰো
দোষৰ নধৰিবা আতঁ।।

কৰণি প্ৰতিষ্ঠা কৰাৰ পাছত হাহঁ-কুকুৰা আদি ৰান্ধিবৰ বাবে মৰা হয়। দুজনমান দুই সেৱা ভকতে বধ কৰিবৰ বাবে পক্ষী ধৰে। পক্ষী-ধৰাৰো নাম আছে। নামৰ ছেৱে ছেৱে পক্ষী মৰা হয়। যেনে-

" চোৱাহি জীৱৰে বিলৈ পূৰ্ণ স্বামী
চোৱাহি জীৱৰে বিলাই।
বন্ধুযে আহিছে সেৱাৰ পৰিপূৰ্ণ
জীৱইও মুকুতি চাই।।
প্ৰকৃতি-পুৰুষে ৰমানন্দ কৰিলে

পক্ষীয়ে পাৰিলে ডিমা।
ডিমাৰে ভিতৰত কৰে চিউ চিউ
জীৱৰ নপৰিলে সীমা।।"

সকামৰ সকলো বয় বস্তু। ভকতৰ আগত থোৱা হয়। তাৰ পাছতেই ভকতৰ আগত আঁঠু লৈ গৃহস্থ বা সেৱকীয়ে ভকতৰ আগত সেৱা কৰে আৰু সকামৰ উদ্দেশ্য দাণ্ডি ধৰে। সাধুৱে আৰ্শীবাদ দিয়ে আৰু ভকতে হৰিধ্বনি দিয়ে। তাৰ পাছতেই ৰান্ধনী-বাঢ়নীয়ে খোৱা বস্তুবোৰ ৰান্ধিবৰ বাবে ৰান্ধনী শাললৈ নিয়ে। এই সময় খিনিতে সঙ্গত বহি থকা সদাচাৰ আৰু ভকত সকলে যুগুতি গায়। ইয়াকে ধৰ্ম্মৰ নাম বোলা হয়।

যেনে ঃ—

"তুমি পৰিপূৰ্ণ দেৱ মোৰ' দেৱতা
তুমি পৰিপূৰ্ণ দেৱ।
আত্মা স্বৰূপে ভকতিৰ ভাবে
পূৰ্ণত আহি কৰিছো সেৱ।।
শঙ্কৰ মাধৱ গোপাল যদুদেৱ
সৰ্ব্ব স্বৰূপৰ চুড়া মণি।"

বিহাৰী আৰু আই মাতৃসকলে হাতে হাতে কৰণি, বন্তি, আগলি কলাপাত এযোৰ লৈ সকামৰ মূল স্থানলৈ আহে। হাতত আঁৰিয়ালৈ বিহাৰীয়ে সূত্ৰ গোৱাৰ লগে লগে ভকত ভকতনীসকলে বিহাৰীয়ে লগাই দিয়া নাম গায় আৰু তাৰ পাছত পূৰ্ণ সাধুৰ আগত কৰণি বন্তি, আগলি কলাপাত আদি থয়।

ইয়াৰ পাছতেই বিহাৰীজনে বিহাৰৰ গীত গাই এক বিশেষ ভাও দি সকলো নৈবেদ্য আই-বান্ধৱসকলৰ সহযোগত সকামৰ মূল ঠাইত আনি থয়হি। ইয়াক কেঁচা বিহাৰ বুলিও কোৱা হয়।

ইয়াৰ পাছতে বিহাৰী আৰু আই-বান্ধৱ সকলে নামৰ যুগুতি গাই বৰসেৱাৰ মূল মেলা হয়। ভকতে গায়

"বহা ভকতৰে সঙ্গে মোৰ বান্ধৱ
বহা ভকতৰে সঙ্গে।
পূবৰ চিনচাই ভকতি কৰিবা
পীৰিতি কৰিবা ৰঙ্গে।।"

মূল মেলা কামফেৰা সম্পূৰ্ণ হলে বিহাৰ পুনৰ নামেৰে ৰন্ধন শালালৈ নি

নামেৰেই থয়গৈ। ইয়াৰ পাছত ক্রমে বিহাৰীয়ে আই আৰু বান্ধৱসকলৰ সহযোগত বিহাৰ পুনৰ মূললৈ আনে। বিহাৰৰ ক্রমসমূহ এনেধৰণৰঃ- প্রথমে গুৱা বিহাৰ, দ্বিতীয়ত ৰস বিহাৰ, তৃতীয়ত আই ডাঙৰীয়া বিহাৰ, চতুৰ্থত খেলনি বিহাৰ, পঞ্চম ৰজা বিহাৰ বা নগা বিহাৰ, ষষ্ঠত তলীয়া বিহাৰ ইত্যাদি। এই প্রতিটো বিহাৰ আনোতে বিহাৰীয়ে শ্লোক আৰু নামেৰে ভকতক জনাই মূললৈ আনে। প্রথমবাৰত ৰসৰ থাল হাতত লৈ গায়—

"উলাই দেৱৰ সাজে কৰিবা বিচাৰি
কোন সঙ্গে চলিয়া যায়,
আগবাঢ়ি বাঢ়ি হুহোঁকি হুহোঁকি
আনিছো দেৱৰ সাঁজ নমাই।।"
দেৱৰ দেৱ সাঁজ আনিছো নমাই
দ্বিপিঠিত দিব।
পূৰ্ণৰ আজ্ঞা পাই ৰসক লৈ আহিছো
আহিছো গমনে চলি।।"

তাৰ পাছত সাধু আৰু ভকত-ভকতনী সকলক সাজঁ বা ৰসৰ থাল সোধায়-

"উপৰে উৰিলে বিয়াগোম পক্ষী
তাৰো নলৰিলে পাখি।
মাথাত ৰসৈলৈ আহোঁ আগে বাঢ়ি
পূৰ্ণৰ কৰণিয়া দাসী।
হৰি পদে সেৱা ৰাম নামে থাল
অমৃতে আহিছে ভৰি।
থালৰে আৱৰণ গুচোৱা দেৱতা
ৰসক লোৱা সন্তুষ্ট কৰি।"

দ্বিতীয় বুলনিত গায়—

"লগলৈ কৰিছো সেৱা পূৰ্ণ স্বামী
সঙ্গলৈ কৰিছো সেৱা।
অপৰাধী জীৱই অপৰাধ কৰিছো
চৰণে চপাই লোৱা।।
চৰণে চপোৱা কূল নিজ স্বামী

চৰণে চপোৱা কুল।
আমি গৰু পশু অজান বালক
নেজানো ধৰমৰ মূল।"

তৃতীয় বাৰ বুলনিত গায়—
" ভকত ভগৱন্ত মহা বলৱন্ত
অনন্তৰ অন্ত নাই।
অপাৰ সাগৰে বৈ নিৰন্তৰে
দোৱা ভাগি ভকতত ৰয়।।
গঙ্গা আদি কৰি যত তীৰ্থ আছে
ভকতৰ চৰণে বৈ।
আমি মহাপাপী তীৰ্থকে কৰিছো
দেৱৰ অমৃতক লৈ ।।"

গুৱা দালি তুলি নিওঁতে গায়—
"লগৰো আজ্ঞাকে পালি পূৰ্ণ স্বামী
সঙ্গৰো আজ্ঞাকে পালি।
সঙ্গৰ গুৱা দালি মাথাত তুলি লৈ
থাললৈ উভতি চলো।"
আই ডাঙৰীয়া বিহাৰৰ পাছত ডাঙৰীয়া থাল দিওঁতে গায়-
জলৰ জলেগিৰী থলৰ থলেগিৰী
গাতিত গাতি গিৰী দেৱ।
ইমতা হিমতা ত্ৰিদশৰ দেৱতা
বুঢ়া ডাঙৰীয়া দেৱ।।
দেৱৰ জলখাই চামোনৰ সাতো ভাই
শ্ৰীৰামদেৱক ভকতি মাগে।
স্বৰ্গৰদেৱ আহি পূৰ্ণক লৈ যায়
পূৰ্ণ ভকতৰ ভাগে।"

আই থাল লগাই দিওঁতে গায়-

" দুৰ্গা পাৰেবতী লক্ষ্মী সৰস্বতী
ৰাধাৰ ছয় গোপী আই।
কুন্তী দ্ৰৌপদী সুধৰ্ম্মা, যশোদা
আৰু ন- ভনী আই।।
সৰ্ব্বদেৱী আই বিহাৰ চলাই
পূৰ্ণক যোগান ধৰে।
পূৰ্ণক ৰসে সোধাই অৱশেষে খাই।
ভৱ সংসাৰতে তৰে।।"

কিছুমানে ফুল বিহাৰ, নিজ বিহাৰ, গোপী বিহাৰ, নগা বিহাৰ আদি নামেৰে আখ্যা দিয়ে।

বিহাৰ বিলাকৰ ভিতৰত নগা বিহাৰ বা ৰজা -বিহাৰক প্ৰধান বিহাৰ বুলি কোৱা হয়। তলীয়া বিহাৰ সমাপ্ত হলে সকামৰ সামৰণি পৰে। এই বিহাৰৰ পাছতে সঙ্গৰ সাধু-সদাচাৰ আৰু ভকত সকলে অন্ন ভোজন কৰে। ভোজনৰ শেষত ভকতসকলে মুখ শুদ্ধি কৰি যাবলৈ ওলায় । ভকতক বিদায় দিওঁতে বিহাৰীয়ে নামেৰে সাধুক আৰু তাৰ পাছত সমূহীয়া ভাবে ভকতসকলক বিদায় দিয়ে। লগতে গৃহস্থই দুৱাৰ মুখত সেৱা লৈ ভকতক বিদায় দিয়ে।
বিহাৰীয়ে বিহাৰত দিয়া এফাঁকি ঘোষা আৰু পদ এনেধৰণৰ—

পীৰিতি পৰম মূলে মোৰ বন্ধুদেউ
পীৰিতি পৰম মূল।
ৰাগপদ ঘোষাই হোক ভক্তি মাই
পীৰিতি সবাৰো মূল।।"

পদ— " আনন্দে বিনন্দে এই দেহা পাৰি
আহা ভাৰন্তলৈ নামি।
সঙ্গৰে পাততে পূৰ্ণ হৈ বহিছে
বিনন্দ হৈ কিনিছো আমি।।
কিছুত আছে লাজ কিছুত আছে ভয়
কিছুত নোপজে মৰম।
এইনো দেহাপ্ৰাণ নিশ্চয় নমৰিলে
কি কৰি ৰাখিবা ধৰম।"

ৰহস্য বিহাৰত গোৱা এফাকি বিহাৰৰ গীত, যেনে-

ঘোষা - " হৰি মোৰ হৰি মোৰ হৰি মোৰ বান্ধৱ ঐ।
কিনো মোৰ অময়াৰ স্থানে মোৰ বান্ধৱ ঐ।।"

পদ- "বণিয়া সকলে দোকানকে পাতি
লওঁতা বিচাৰি লয়।
ভক্তবন্ধু সবে বহে শাৰী শাৰী
আনন্দে আছন্ত চাই।।"

আৰু এফাঁকি যেনে ঃ—
" কদম্বৰ তলতে কানাই বহি আছে
পাছলৈ মুকলি চুলি ৰাম গোবিন্দাই।"

এনেদৰেই বৰসেৱা অনুষ্ঠানটিৰ সামৰণি পৰে।

**(৯) ডিমাছাসকলৰ 'পূজা' ঃ**

ডিমাছা কছাৰী সকল বৃহৎ মঙ্গোলীয় মূলৰ লোক। এওঁলোক তিৰ্ব্বৰ্ম্মী শাখাৰ অসম বৰ্ম্মী ডালৰ অন্তৰ্গত। আদিতে ডিমাছা কছাৰী সকল চীন দেশৰ ইয়াং চিকিয়াং আৰু হোৱাংহো নদীৰ উজনি ভাগত বাস কৰিছিল। ব্ৰহ্মপুত্ৰ, ইৰাৱতী, চালুইন আদি নদীয়েদি এওঁলোক ভটিয়াই আহি অসমৰ ব্ৰহ্মপুত্ৰ উপত্যকাত প্ৰথমে আহি বসবাস কৰিছিল। পাছৰ কালত আহোম ৰজা চুহুংমুঙৰ দিনত এওঁলোকক যুদ্ধত পৰাস্ত কৰি মাইবঙলৈ খেদি দিয়ে। শেষত ডিমাছা কছাৰী ৰজাই মাইবঙত ৰাজধানী পাতি থাকেগৈ। এওঁলোকৰ ৰাজধানীৰ ধ্বংসাৱশেষ ডিমাপুৰ, খাছ পুৰ আদিত পোৱা যায়। বৰ্ত্তমান ডিমাছা কছাৰী সকল উত্তৰ কাছাৰ পাৰ্ব্বত্য জিলা, নগাওঁ জিলা, কাৰ্বি আংলং জিলা, কাছাৰ জিলা, ধনশিৰি আদি অঞ্চলত সিঁচৰিত হৈ বসবাস কৰি আছে।

এওঁলোকে নিজকে 'ডিমাছা' বা 'ডিমাফিছা' বুলি চিনাকি দিয়ে। 'ডি' মানে পানী, 'মা'- বৃহৎ , 'ছা'- সন্তান। অৰ্থাৎ ডাঙৰ নৈ বা পানীৰ সন্তান। অৰ্থাৎ তেওঁলোক বৰনৈ ব্ৰহ্মপুত্ৰৰ সন্তান বুলি কয়।

ডিমাছা সকলে বিভিন্ন দেৱ-দেৱীৰ পূজা কৰে, তেওঁলোকে 'গেৰবা পূজা', 'হাচং পূজা', 'হেৰেমডী পূজা', 'ৰনচণ্ডী পূজা' পাতে।

**হেৰেমডী পূজা**

ডিমাছাসকলে হেৰেমডী আইক মহামায়া বুলি বিশ্বাস কৰে। ৰজাৰ কুল দেৱী আছিল হৈৰিম্বেশ্বৰী। তেওঁক ডিমাছা সকলে 'লাইবিডী' বুলিও কয়। 'হেৰেমডী' দেৱী হল ব্ৰাই শিৱাইৰ পত্নী, অৰ্থাৎ শিৱৰ পত্নী। 'গামাডী' হৈছে ধ্বংসৰ অধিষ্ঠাত্ৰী দেৱী। এই দেৱীক ৰণচণ্ডী বুলিও কোৱা হয়। ডিমাছা সকলৰ ৰজাৰ ৰাজধানীৰ দুৱাৰ মুখতে ৰণচণ্ডীৰ মন্দিৰ থাকে। ৰণচণ্ডী দেৱীক যুদ্ধ-বিগ্ৰহ হ'লে নৰবলি দি পূজা কৰিছিল। পুৰণি কালত দেৱীৰ আগত নৰবলি দিয়া এটা ফৈদেই আছিল। এই ফৈদক 'ৰাজিয়ং' বুলি কোৱা হৈছিল। ডিমাছা সমাজত অপায় অমঙ্গল বা মহামাৰীয়ে দেখা দিলে হেৰেমডী আইক পূজা কৰে। হেৰেমডী মা'ৰ পূজা সোমবাৰ আৰু শুকুৰবাৰে পতা হয়। হেৰেমডী পূজাত পহুৰঙৰ এটা ছাগলী, মতা কুকুৰা এটা, এজনী কণী নিদিয়া মাইকী কুকুৰা আৰু নটা কণী দিয়া হয়। এই পূজা গাৱঁৰ 'দাইখো' বা নামঘৰত পাতে। পুৰোহিতে পোন্ধৰখন আসন পাৰি প্ৰতিখন আসনতে পিঠাগুৰি, তামোল-পাণ, জুগাব (মদ বনোৱা ভাত) দিয়ে। হেৰেমডী আইক পূজা কৰাৰ আগতে ব্ৰাই শিব্ৰাইৰ পূজা কৰি লয়। ডিমাছা সমাজত সকলো পূজা কৰোতে পোন প্ৰথমতে ব্ৰাই শিব্ৰাইক পূজা পাতি লয়।

ব্ৰাই শিব্ৰাইক পূজা দিওঁতে পূজাৰীয়ে বাবা ভোলানাথক কয় ' হে বাবা ভোলানাথ আপুনিয়েই আমাক স্ৰজন-পালন কৰিছে। সেয়েহে আমি হেৰেমডী আইক পূজিবৰ বাবে আদেশ দিয়ক।" ব্ৰাই-শিব্ৰাইক পূজাদি লোৱাৰ পাছত হেৰেমডী আইক পূজা দিয়া হয়। পূজাৰীয়ে পূজাৰ মন্ত্ৰ পাঠ কৰাৰ পাছত পূজাৰীয়ে বলিবোৰ কাটি পোন্ধৰখন পাতত দিয়ে। ইয়াৰ পাছত গোটেই গাৱঁৰ ৰাইজে পূজাত আৰ্শীবাদ লয়।

## বৌদ্ধধৰ্ম্মী টাই সকলৰ 'মাইকুচুমফাই' উৎসৱ ঃ

বৃহৎ মঙ্গোলীয় মানৱগোষ্ঠীৰ এটা থাল হল চীন শ্যামী জনগোষ্ঠী সমূহ। খামটি, আহোম, ফাকিয়াল, টুৰুং, আইতন আৰু খাময়্যাংসকল চীন শ্যামী শাখাৰ অন্তৰ্গত। এওঁলোক টাই জাতিৰ লোক। উত্তৰ পূব-ভাৰতৰ অসম, অৰুণাচল আদি প্ৰদেশত খামটি, ফাকিয়াল, টুৰুং, আইতন, খাম্‌য়্যাংসকলে বসবাস কৰে। এইসকল বৰ্ণাঢ্য জনগোষ্ঠীয়ে বিভিন্ন ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, উৎসৱ আৰু পূজা-পাতল আদি পৰম্পৰাগত ভাবে পালন কৰি আহিছে। এইবোৰ জনগোষ্ঠীয়ে বৌদ্ধ ধৰ্ম্ম গ্ৰহণ কৰি বৌদ্ধধৰ্ম্মৰ নীতি নিয়ম পালন কৰি আহিছে। তেওঁলোকৰ প্ৰতিখন গাৱঁত বৌদ্ধ বাপুচাং আছে আৰু তেওঁলোকে বুদ্ধজয়ন্তী পালন কৰে।

কৃষিজীৱী টাইজনগোষ্ঠীৰ লোক সকলে মাঘ বিহুৰ সম-সাময়িকভাবে মাইকুচুমফাই উৎসৱ পালন কৰে। প্ৰতিটো লোক উৎসৱৰ অন্তৰালত একোটাইঁত ধৰ্ম্মীয় বিশ্বাস বা জনবিশ্বাস নিহিত হৈ আছে। টাই সকলৰ মাইকুচুমফাই উৎসৱৰ অন্তৰালতো এটি তাৎপৰ্য্যপূৰ্ণ কাহিনী জড়িত হৈ থকা বুলি জনা যায়। ভগবান বুদ্ধই বোলে তেওঁৰ জীৱনৰ শেষ কালছোৱা বৈশালী নগৰৰ চপলা চৈত্যত কটাইছিল। মাঘ মাহৰ পূৰ্ণিমা তিথিত তেওঁ বোলে তেওঁৰ শিষ্য আৰু ভক্তবৃন্দৰ আগত ধৰ্ম্ম প্ৰকাশ কৰিছিল। তাৰ তিনিমাহৰ পাছতে তেওঁ মহা পৰি নিৰ্বাণ লাভ কৰে। সেয়েহে মাঘৰ এই পূৰ্ণিমা তিথিতে বুদ্ধৰ আয়ুস কাল নিৰ্দ্ধাৰিত হোৱাত এই পূৰ্ণিমা তিথি ত টাই বৌদ্ধসকলে মাইকুচুমফাই উৎসৱ পালন কৰে।

'মাইকুচুমফাই' শব্দটোৰ অৰ্থ এনেধৰণৰ। 'মাই' মানে খৰি, 'কু' মানে জাপি থোৱাদম, 'চুম' সংযোগ কৰা আৰু 'ফাই' মানে জুই। অৰ্থাৎ দম কৰি জাপি থোৱা খৰিত অগ্নিসংযোগ কৰা। অসমৰ অন্যান্য জনগোষ্ঠীৰ লোক সকলে মাঘৰ দোমাহীত উৰুকাৰ দিনা খৰিৰ মেজি সাজি জুই জ্বলোৱাৰ দৰেই টাই খামটি, ফাকিয়াল, টুৰুং, আইতন, খাময়্যাং সকলে মাঘী পূৰ্ণিমাৰ দিনা মেজি সাজি মেজি জ্বলায়।

টাই গাৱঁৰ ডেকা সকলে এই উৎসৱলৈ কেইসপ্তাহমান থাকোতেই হাবিৰ পৰা খৰি কাটি আনি বৌদ্ধ বিহাৰৰ চৌহদত গোটাই শুকাবলৈ দিয়ে। খৰিবোৰ শুকালে 'মাইকু' (মেজি)ৰ নিৰ্দিষ্ট জোখত কাটি লয়। এই মেজিটো বুদ্ধ পূৰ্ণিমাৰ আগদিনা সন্ধিয়াৰ আগে আগে সাজি উলিওৱা হয়। মেজিটো প্ৰায় আঠ মিটাৰ মান ওখকৈ বনোৱা হয়। মেজিটোৰ আগ বা শীৰ্ষ স্থান কিছু সৰু আৰু তলৰ গুৰি অংশটোত কিছু পৰিমাণে সৰু কৰা হয়। অৰ্থাৎ এটা তাঁতবোৱা মাকোৰ নিচিনা। প্ৰথমে কলপটুৱাৰে এটা মূৰত বেদীৰ দৰে নিৰ্মাণ কৰি লৈ কাঠ খৰি বোৰ তৰপে তৰপে জাপি যায়। চাৰি চুকত চাৰিডাল গোটাবাহঁ পুতি লৈ তাৰ মাজত খৰি জাপি যায়। তাৰ মাজে মাজে কুমলীয়া বাহঁ (দুই মূৰে গাঁঠি থকা) ৰ টুকুৰা ভৰাই দিয়ে। যাতে মেজি জ্বলিলে এইবোৰ 'টৌ', 'টৌ' কৈ শব্দ কৰি দি ফুটি যায়। মেজিটোৰ ওপৰৰ শীৰ্ষভাগত খেৰ দিয়া হয়। মেজিটো হাউলি নপৰিবলৈ দীঘল ৰছী মাটিত পোতা খুটিত বান্ধি দিয়ে। মেজিৰ চাৰিওকাযে ৰং-বিৰঙৰ কাগজ কাটি পুতি দিয়া হয়। মেজিটোত নানাৰঙী, ফুলৰ মালাদি সুন্দৰকৈ সজোৱা হয়।

ৰাতি হোৱাৰ লগে লগে মাইকুটোৰ কাষত গাৱঁৰ ডেকা সকলে বাদ্য বজাই

নানান গীত নৃত্য কৰে তেওঁলোকৰ পুৰণি কালৰ নৃত্যবোৰ আছিল চাউআংলং, কা-নাংৱেন, কামে বি আদি। এইবোৰ নৃত্য বোলে ক্ৰমে লোপ পাই আহিব ধৰিছে।

মাঘৰ পূৰ্ণিমাৰ দিনা পুৱা পৰম্পৰাগত পদ্ধতিৰে মেজি জ্বলোৱা হয়। মেজিঘৰত ডেকা সকলে নানান বস্তু দি বনোৱা খিচিৰি ভাত (খাওয়া কুক্) সকলোৱে মিলি জুলি খায়। মাইকুটোৰ ওচৰত সন্ধিয়া ধূপ-ধুনা, মম বাতি আদি জ্বলাই আধ্যাত্মিক পৰিবেশ গঢ়ি তোলা হয়।

দোক-মোকালিতে গাৱঁৰ ৰাইজ মাইকুৰ ওচৰলৈ আহি গোট খায়। গাৱঁৰ পাঠেক জনে মন্ত্ৰ পাঠ কৰে। আৰু মেজিটো ভগৱান বুদ্ধৰ নামত উৰ্চ্ছ্গা কৰি জ্বলাবলৈ লোৱা হয়। ভীক্ষুৱে ৰাইজৰ মঙ্গল কামনা কৰি মঙ্গল সূত্ৰ গায় আৰু সকলোকে শীল বা ব্ৰত দিয়ে। তাৰ পাছত কোনো এজনে মাইকুত ওলোমাই থোৱা এডাল ৰছীত জুইৰ শিখা বান্ধি মেজিটোৰ শীৰ্ষ ভাগত অগ্নি সহযোগ কৰে।

কিছুমানে আকৌ মেজিটোত উঠি গৈয়ো মেজিৰ ওপৰ ভাগত জুই দিয়ে। মেজিৰ হিঁলৈবোৰ ফুটাৰ লগে লগে শব্দ শুনি মাইকুৰ ওচৰলৈ গাৱঁৰ সৰু সৰু ল'ৰাবোৰ দৌৰি আহে। সেইদিনা ইঘৰে সিঘৰে মৰম চেনেহৰ 'খাওয়াকুক' দিয়ে আৰু খায়। সেইদিনা গাৱঁৰ বয়োবৃদ্ধ বয়স্ক সকলে বৌদ্ধ বাপুচাঙলৈ আহি বৌদ্ধধৰ্ম্মৰ শীল ব্ৰাতাদি পালন কৰে।

**(৯) বড়োসকলৰ খেৰাই পূজা'**

অসমৰ গোৱালপাৰা জিলাৰ বড়ো সকলৰ মাজত খেৰাই পূজাৰ পৰম্পৰা প্ৰচলিত আছে। খেৰাই শব্দৰ অৰ্থ হৈছে দেৱী। এই দেৱী হৈছে বতাহ, বৰষুণ, অতিবৃষ্টি, অনাবৃষ্টি খেতি-পথাৰ আদিৰ অধিষ্ঠাত্ৰী দেৱী। 'খ' শব্দই আকাশক বুজায়, 'ই' শব্দ হ'ল ব্ৰহ্মবাছক, 'ৰ' শব্দই তেজ বা অগ্নিক বুজায়। অৰ্থাৎ খেৰাই দেৱী হল শক্তিৰূপিনী দেৱী— যি ধন-ঐশ্বৰ্য্যৰ গৰাকী। অৰ্থাৎ প্ৰাণ সঞ্চাৰিণী দেৱী হল খেৰাই দেৱী। ত্ৰিপুৰাৰ জনজাতি সকলে 'খেৰাই' দেৱীক 'গেৰাই' বুলি কয়। আমাৰ হিন্দু ধৰ্ম্মৰ মতে খেৰাই দেবী হল পাৰ্ব্বতী বা গৌৰী। খেৰাই পূঁজা হ'ল ইষ্ট দেৱতাৰ বন্দনা।

শালিধানৰ খেতিয়ে থোৰ মেলি ওলাই পকিবলৈ ধৰোতে অৰ্থাৎ আহিন-কাতি মাহত বড়ো কছাৰী সকলে খেৰাই পূজা কৰে। খেৰাই পূজাত খেৰাই নৃত্য কৰা হয়। এই নৃত্য গীত বড়ো সম্প্ৰদায়ৰ আপুৰুগীয়া সংস্কৃতি বুলি কব পাৰি। খেৰাই নৃত্যৰ ভঙ্গীমাও অতুলনীয়। দৰং জিলাৰ বৰগাং চাহ-বাগিচাৰ উত্তৰত থকা নাগ পৰ্ব্বতৰ মাজৰ ধ্বংস স্তুপৰ মাজত ওলোৱা ভাস্কৰ্য মূৰ্ত্তিত

খেৰাই নৃত্যৰ ভাস্কৰ্য্য কটা আছে।

খেৰাই নৃত্যৰ এক গীতি-কাহিনী আছে। চৰিত্ৰৰ বিভিন্ন নৃত্য অভিনয়ৰ মাজেদি এই গীত -কাহিনী আগুৱাই নিয়া হয়। এই নৃত্যত কমেও কুৰিটা নৃত্য ৰূপৰ মাজেদি ছোৱা ছোৱাকৈ প্ৰদৰ্শন কৰা হয়। খেৰাই গীত-নৃত্যৰ অন্যতম মূল চৰিত্ৰ হ'ল দৌদিনী বা দেওধ্বনি। খেৰাই নৃত্য গীতৰ আৰম্ভণিতে ইষ্টদেৱতাক 'ডেমগ্নাই' (বন্দনা) কৰি লোৱা হয়। কেতিয়াবা কেতিয়াবা নৃত্যকৰা সকলে নেপথ্য কাহিনী গীতৰ সহায়ত মৌন ভঙ্গীমাৰে ঈশ্বৰক বন্দনা কৰা দেখা যায়। এই নৃত্য বন্দনা কৰা পাঁচজন উপাস্য দেৱতাৰ ভিতৰত মুখ্য দেৱতা হৈছে শিব্ৰাই (শিৱ) দেৱতা। পঞ্চদেৱতাৰ অৱতৰণ নৃত্য হৈছে 'বাগৰুম্বা' নৃত্য। ইয়াৰ পাছত আৰম্ভ হয় 'দেও ধ্বনি' আৰু ফালী (পালি) সকলৰ মাধ্যমত বিভিন্ন নৃত্য খণ্ড খণ্ডকৈ প্ৰদৰ্শন কৰা হয়। খেৰাই নৃত্যৰ পৰম্পৰাগত কাহিনী সম্পূৰ্ণ নিজস্ব। বাদক আৰু সহযোগীৰ সহায়ত সঙ্গীতৰ তালে-তালে নৃত্য ৰূপায়িত কৰা হয়।

## ডিমাছা কছাৰী সকলৰ 'বুছু' উৎসৱ

অসমৰ অন্যান্য জাতি-জনজাতিৰ দৰেই অসমৰ ডিমাছা-কছাৰী সকলেও বিহু উৎসৱ পালন কৰে। অন্যান্য জনগোষ্ঠীয়ে বহাগ বিহু, মাঘ বিহু আৰু কাতি বিহু পালন কৰে যদিও ডিমাছা সকলে শালি খেতি-চপোৱাৰ পাছত মাত্ৰ এটা বিহু পালন কৰে। বিহু উৎসৱক ডিমাছা সকলে 'বুছু' উৎসৱ বোলে। সাধাৰণতে শুক্লপক্ষৰ সোমবাৰ, মঙ্গলবাৰ, বুধবাৰ আৰু শুক্ৰবাৰেহে বুছু উৎসৱ পালন কৰে। অৱশ্যে সম্প্ৰতি আজি কিছু বছৰৰ পৰা বৃহত্তৰ ডিমাছা কছাৰী ৰাইজে ২৭ জানুৱাৰীৰ দিনা সকলোৱে মিলি বুছু উৎসৱ পাতিবলৈ ধাৰ্য্য কৰা দেখা গৈছে। অৱশ্যে প্ৰতিখন গাৱেঁ বেলেগ বেলেগ দিনত বুছু উৎসৱ পাতে। গাৱঁৰ ৰাইজে একগোট হৈ মিলি-জুলি বিহু খায় আৰু হুঁচৰি গায়। এখন গাৱঁত বিহু মাৰি শেষ হলে আন এখন গাৱঁলৈ বিহু খাবলৈ যায়। ডিমাছা সকলে বিযুৱীয়া দিনত বুছু উৎসৱ সামৰে। এদিন, তিনিদিন, পাচঁদিন বা সাতদিনলৈকে বুছু উৎসৱ পাতে আৰু তাৰ পাছত সামৰে। তেওঁলোকৰ ডেকাসকলে নদ্ৰাং বা ডেকাচাঙত নাইবা গাওঁ বুঢ়াৰ ঘৰত মিলিত হৈ বিহু পাতে।

বুছু উৎসৱৰ আৰম্ভণিৰ আগে আগে ৰাইজৰ কল্যাণৰ অৰ্থে তেওঁলোকৰ উপাস্য দেৱতা ব্ৰাইশ্ৰিৱৰায় (শিৱ-পাৰ্ব্বতী, আমাং গামদিক (মাকালী) প্ৰণাম জনায়, আৰ্শীবাদ দিয়ে। বুঁছু পূজাৰ উপচাৰ যেনেঃ- লাওপানী, ছাগলী, মহ, কুকুৰা আদিৰ মাংস প্ৰসাদ হিচাবে ব্ৰাইশিৱৰায় আৰু আমাং গামদিক উছৰ্গা

কৰিহে খায়। লাওপানীক তেওঁলোকে জুদি বুলি কয়। যি ঘৰত বিহু গাই বিহু ভোজ খায় সেইঘৰৰ গৃহস্থনী আৰু গৃহস্থীক ক্ৰমে গাজাই বাউ আৰু গাজাই বাউজী বোলে। বুছু উৎসৱ পাতিবৰ বাবে বয়স্ক সকলে একোজন নেতা পাতে। সেইদৰে ডেকাসকলেও একোজন নেতা আৰু সহকাৰী নেতা পাতি লয়। ডেকানেতা জনক নাগাহোজা বোলে। গাভৰু সকলৰ নেত্ৰী গৰাকীক মাৎলা হোজা বোলে।

যি ঘৰত বিহু পাতিবলৈ ৰাইজে ঠিৰাং কৰে, সেই ঘৰত এবছৰৰ পৰাই ৰাইজে মিলি ৰাজহুৱাকৈ উৎসৱৰ বাবে খেতি কৰি দিয়ে। বিহু পতা গাজাইবাউ ৰ ঘৰৰ পদূলিত এখন সুন্দৰ তোৰণ নিৰ্মাণ কৰে। তিনিদিন ধৰি পতা বিহুত প্ৰথম দিনা ৰাইজৰ বিহু, দ্বিতীয় দিনা বিবাহিত পুৰুষ- মহিলাৰ বিহু আৰু তৃতীয়দিনা ডেকা-গাভৰুসকলে বিহু পাতে। প্ৰথম দিনাৰে পৰাই বিহু গায় আৰু ভোজ ভাত খায়। এই বিহুত ওচৰৰ আন আন গাৱঁৰ পৰাও আলহী-অতিথি আহে।

বুছু উৎসৱত ডিমাছা সকলে বিহুঢোল, জয়ঢল, ঢেপাঢোল, পেপাঁ আদি বাদ্য-যন্ত্ৰ বজাই বিহুৰ গীত-নৃত্য কৰে। বিহুৰ নাচো বিভিন্ন প্ৰকাৰৰ আছে; যেনে- কাওবাণী, যাওফিনবাণী, যাওহাই গাগিনী, ৰেনগীন বাণী, দাইনচেল লাইবাণী, যাববাথাৎ বাণী, মাদাইখিলিমবাণী, যাওহাইগাছিনী ইত্যাদি।

বুছু উৎসৱত ডিমাছা কছাৰী মহিলাই পৰম্পৰাগত সাজ-পাৰ পৰিধান কৰে , যেনে- মেখেলা (ৰিগু), ৰামধেনুৰ নিচিনা ৰিহা (ৰি খাউছ্য) ইত্যাদি। ইয়াৰ ভিতৰত ৰামধেনুৰ নিচিনা (ৰিজামফাই বেৰেন) ই আটাইতকৈ দেখনিয়াৰ আৰু মূল্যবান। বিহু গোৱা পুৰুষ সকলে বিহুত চুৰিয়া, কোট আৰু পাগুৰি মাৰে। পাগুৰিটো পিছফালে এছাতি কাপোৰ ওলোমাই লয়। পাগুৰিত এবিধ পোকৰ পাখিও লগাই লয়। ঢোল, পেপাঁ, বাঁহী বজাই ডেকা-গাভৰু, ল'ৰা- বুঢ়া-বুঢ়ী সকলোৱে মনৰ হেঁপাহ পলোৱাই নাচে আৰু গায়। এনেকৈয়ে তিনিদিন, পাচঁদিন বা সাতদিন ধৰি বিহু গাই বিহুৰ সামৰণি মাৰে। তাৰ পাছত পূজনীয়সকলক সেৱা জনাই আৰ্শীবাদ লয়। ৰাইজে গৃহস্থ গৃহনীক আৰ্শীবাদ দিয়ে। আৰু গৃহস্থ- গৃহস্থনীয়েও আৰ্শীবাদ দিয়াৰ পাছত ৰাইজ ঘৰা ঘৰি যায়।

### তিৱা লালুং সমাজৰ 'দিঙা দিয়া পূজা' আৰু 'বাউলী পূজা'

অসমৰ অন্যান্য খিলঞ্জীয়া জনজাতি সমাজত আদিম কালৰে পৰা চলি অহা জনবিশ্বাস অনুসৰি বিভিন্ন পূজা-পাতল কৰাৰ দৰেই তিৱা-লালুং সমাজেও বিভিন্ন পূজা-পাতল কৰি অহা দেখা যায়। তেওঁলোকৰ সমাজত প্ৰচলিত হৈ অহা

কেইটিমান পূজা হৈছে- শনি পূজা, দিঙা দিয়া পূজা, বাউলী পূজা, গণেশ পূজা, লাংখুন আৰু মহাদেউ পূজা, আৰু জংখং পূজা আদি। তলত ডিঙা দিয়া পূজা আৰু বাউলী পূজাৰ বিষয়ে আলোচনা কৰা হল।

**ডিঙা দিয়া পূজা ঃ** ডিঙা দিয়া পূজা তিৱা সমাজে গাৱঁৰ পূব মূৰত পাতে। গাৱঁৰ পূব মূৰত থকা পথাৰত পূজাঁৰ বাবে নির্দিষ্ট কৰি ৰখা ঠাই ডোখৰ গাৱঁৰ ডেকা সকলে খেলৰ গাওঁবুঢ়া আৰু লৰৰ তত্বাৱধানত পৰিষ্কাৰ-পৰিচ্ছন্ন কৰে; আৰু লগতে ডেকা সকলেই পূজাৰ বয়-বস্তুবোৰবো যোগান ধৰে। ডেকা সকলে কলৰ পটুৱাৰ এখন সুন্দৰকৈ ডিঙা সাজে। এই ডিঙা খন নানান ধৰণৰ ফুলেৰে সুন্দৰকৈ সজাই তোলা হয়। ডেকাসকলে পূঁজাথলীলৈ প্ৰতিটো ঘৰৰে একোজনীকৈ তিৰোতাক নিমন্ত্ৰণ দিয়ে। তেওঁলোকেই মাহ-চাউলৰ পৰা আৰম্ভ কৰি তামোল-পাণ, কলপাত আদি গোটায়। তিৰোতা সকলে পূজাৰ বাবে যেতিয়া পায়স বনোৱা সম্পূর্ণ কৰে আৰু মাহ প্ৰসাদ আদিৰ যোগাৰ সম্পূর্ণ হয় তেতিয়া গাওঁবুঢ়া আৰু ল'ৰাই পূজাৰ কাম আৰম্ভ কৰে। ডিঙা দিয়াত কেইবাজনো দেৱতাক পূজা দিয়া হয়। ডিঙা দিয়া পূঁজাত বলি বিধানৰ নিয়ম নাই। এই পূজা মাহ-চাউল, পায়স, আখৈ আদিৰে পতা হয়। এই পূজাত এযোৰ পাৰ চৰাই আৰু এটা কুকুৰাৰ প্ৰয়োজন। তাৰ পাছত লৰ আৰু খেলৰ গাওঁবুঢ়াই গাৱঁৰ ৰাইজৰ সকলো বিপদ-বিঘিনি নির্মূলৰ হকে আৰু ৰাইজৰ মঙ্গলৰ কাৰণে ৰঙা-ৰাঙলী ভাগৱতী আৰু সাতোৱাই আদিক স্তুতি কৰে। পূজাৰ কাম সম্পূর্ণ হোৱাৰ পাছত ৰঙা-ৰাঙলীৰ বাবে এটা কুকুৰা আৰু ভাগৱতীৰ অর্থে- এযোৰ পাৰ আৰু আন আন উপচাৰ ডিঙাত ভৰাই ডিঙাখন নৈ বা বিলত গাৱঁৰ পশ্চিম মূৰত উটাই দিবলৈ লৈ যায়। গাওঁ বুঢ়া, লৰা আৰু ঠাকুৰীয়াই মাহ প্ৰসাদ পাছিত ভৰাই লৈ পিছে পিছে যায়। তিৰোতা সকলে আইনাম গাই গাই ডিঙাৰ পিছে পিছে যায়। গাৱঁৰ প্ৰতি ঘৰ মানুহেই নিজৰ পদূলিত চাকি-বন্তি জ্বলাই, ধুপ-ধুনা লগায়। ডিঙাখন নৈ বা বিলত উটাই দিয়াৰ পাছত ৰাইজে প্ৰসাদ বিতৰণ কৰে আৰু তাৰ পাছত সকলো ঘৰা-ঘৰি যায়।

**বাউলী পুজা ঃ** পৃথিৱীৰ আদিম মানৱ সমাজে প্ৰকৃতিক জয় কৰিব নোৱাৰি আত্মৰক্ষাৰ হেতু বিভিন্ন দেব-দেৱতাক পূজা কৰিছিল। অসমৰ তিৱা সমাজেও আদিম কালৰে পৰাই কিছুমান দেৱী-দেৱতাক পৰম্পৰাগত ভাবে পূজা দি আহিছে। তিৱা সকলৰ অন্ধ বিশ্বাস মতে দেৱী-পাৰ্ব্বতী হল পশু-পখী আৰু কীট-পতঙ্গ অধিষ্ঠাত্রী দেৱী। সেয়েহে আদিম চিকাৰীজীৱী তিৱা সমাজে মাছ-

কাছ বা পশু-পক্ষী চিকাৰ কৰিবলৈ যোৱাৰ আগতে পাৰ্ব্বতী ৰূপী চেংবাউলী দেৱীক পূজা কৰি লয়। যাতে চিকাৰত তেওঁলোকে ইচ্ছা কৰামতে মাছ-কাছ, পশু-পক্ষী পায়। শৰৎ কালত এই পূজা পতা হয়। গাৱঁৰ গাওঁবুঢ়া, লৰ আৰু ৰান্ধনী (মেধিয়ে) পথাৰৰ এডোখৰ মুকলি ঠাইত এটা ভোজৰ আয়োজন কৰে। এই পূজাত প্ৰচুৰ পানীয় খাদ্যৰ যোগাৰ কৰা হয়। এটা গাহৰিও বলি দিয়া হয়। পূজাথলীৰ এটা কোণত চং বাউলী দেৱীক পূজা কৰা হয়। শেষত গোটেই খেলৰ মানুহবোৰে খোৱা-বোৱা কৰি পূজাঁৰ সামৰণি মাৰে।

## হাজংজনগোষ্ঠী আৰু লোকসংস্কৃতি ঃ

অসমৰ আদিম জনগোষ্ঠী সমূহৰ ভিতৰত হাজং সম্প্ৰদায়ো এটি অসমৰ খিলঞ্জীয়া জনগোষ্ঠী। হাজং সকল প্ৰাচীন কালৰে পৰাই অসম আৰু মেঘালয়ৰ গাৰোপাহাৰ জিলাত বসবাস কৰি আছিল। পাছলৈ তেওঁলোকে অসমৰ বিভিন্ন জিলাত বিশেষকৈ দৰং আৰু কামৰূপ জিলাত বসবাস কৰিবলৈ লয়। সম্প্ৰতি ধেমাজি জিলাৰ বৰদলনি মৌজাৰ বৈজয়ন্তীপুৰ, চিচি মৌজাৰ চিলাপথাৰ অঞ্চল আৰু ধেমাজিতো কিছুমান হাজং লোকে বসবাস কৰিছে। নৃতাত্ত্বিক পণ্ডিত সকলে এওঁলোক বৃহৎ মঙ্গোলীয় মানৱগোষ্ঠীৰ তিৰ্ব্বত বৰ্ম্মী ডালৰ লোক বুলি ঠাৱৰ কৰিছে।

'হাজং' শব্দটোৰ উৎপত্তি সম্পৰ্কে পণ্ডিত সকলে তিনিটা মত পোষণ কৰিছে। কিছুমানে কয় যে 'হাজং' শব্দটো গাৰোভাষাৰ শব্দ। 'হাজং' শব্দৰ অৰ্থ হৈছে- মাটিত থকা পোক। গাৰো ভাষাত 'হা' মানে মাটি আৰু জং' মানে পোক। 'হাজং' মানে মাটিত থকা পোক। গাৰো সকলে পাহাৰৰ ওপৰত বাস কৰে আৰু হাজং সকলে গাৰো পাহাৰৰ তলৰ নামনিৰ মাটিত বসবাস কৰিছিল। গাৰোপাহাৰৰ নামনিত মাটিৰ পোকৰ দৰে বসবাস কৰা বাবেই এওঁলোকক হাজং বুলিছিল।

আন এক জনশ্ৰুতি মতে হাজংসকল ক্ষত্ৰিয় লোক। বামুণ পৰশুৰামে হাতত কুঠাৰ লৈ ক্ষত্ৰিয় লোক সকল নিধন কৰিছিল। তেতিয়াই ক্ষত্ৰিয় ৰজা কাৰ্ত্তবীয্যাৰ্জুনকো বধ কৰে। তেতিয়া কাৰ্ত্তবীয্যাৰ্জুনৰ পত্নী পলাই আহি কামৰূপৰ কামদত্ত ঋষিৰ আশ্ৰমত আশ্ৰয় লৈ আছিল। ঋষিৰ আশ্ৰমত থাকোতেই তেওঁৰ এজন পুত্ৰৰ জন্ম হয়। কাৰ্ত্তবীৰ্য্যাৰ্জুনৰ এইজনা পুত্ৰই ৰজা হৈ কামৰূপৰ হয়গ্ৰীৱ মাধৱকে ধৰি হাজো অঞ্চলটোত ৰাজত্ব কৰে। এওঁলোকৰ ৰাজ্যৰ পতন ঘটাত বাৰ হেজাৰ লোকে গাৰোপাহাৰৰ হাজাৰি অঞ্চলত বসবাস কৰাৰ বাবেই এওলোকক হাজং বোলা হৈছিল বুলি জনা যায়।

আন এটা জনপ্ৰবাদ মতে 'হাজো' শব্দৰ অৰ্থ বড়োভাষাত ওখ ঠাই। ৰাভা ভাষাত হাচু মানে ওখ ঠাই। গতিকে হাজো শব্দৰ পৰাও হাজং শব্দৰ উৎপত্তি হ'ব পাৰে।

হাজং সকলে আদিতে গাৰো পাহাৰ আৰু চিলেট জিলাৰ পাহাৰৰ সমভূমি অঞ্চলত বসবাস কৰিছিল। ১৮৮৬ চনত ৮,২৮৮ জন লোক গাৰোপাহাৰ আৰু চিলেট জিলাৰ পাহাৰৰ সমভূমি অঞ্চলত পোৱা গৈছিল বুলি লোক পিয়লত উল্লেখ আছে। হাজং সম্প্ৰদায় আৰু হাজং ভাষা বড়ো মূলৰ পৰা উৎপত্তি হৈছে। অনুসন্ধানৰ পৰা জানিব পৰা গৈছে যে হাজং ভাষাৰ সৈতে বঙালী ভাষাৰ লগতহে কিছু সাদৃশ্য দেখা যায়। বৰ্ত্তমান অৰুণাচল আৰু পশ্চিম বঙ্গতো বহুতো হাজং লোকে বসবাস কৰে।

'হাজং' সকলে নিজস্ব আচাৰ- অনুষ্ঠান কিছুমান দৈনন্দিন জীৱনত মানি চলে। সন্তান জন্ম হ'লে অসমৰ অন্যান্য জনগোষ্ঠীৰ দৰেই নাড়ী কাটে আৰু নামকৰণ আদি কৰা দেখা যায়। তেওঁলোকে প্ৰায়বোৰ আচাৰ-অনুষ্ঠানতে বামুণ পুৰোহিত লগায়। সন্তানৰ কল্যাণৰ বাবে আঠীয়াকল আৰু কোমল চাউলেৰে শেওৰা গছক পূজা কৰে। হাজং সমাজত বিয়াৰ সংস্কৃতিও আছে। বিয়াত এজন ঘটক থাকে। পুৰোহিত বা অধিকাৰীয়ে বিবাহ কাৰ্য্য সম্পন্ন কৰে। দৰাৰ ঘৰত নাইবা কন্যা ঘৰতো বিবাহ কাৰ্য্য সম্পন্ন কৰা হয়। এওঁলোকৰ বিয়া দুদিনীয়াকৈ হয়। প্ৰথম দিনা ভৰ বিয়া আৰু পিছদিনা বাহী বিয়া। আচলতে বাহী বিয়াৰ দিনাহে অতিথি সকলক খুওৱাৰ নিয়ম। বিবাহ কাৰ্য্য সম্পন্ন হৈ যোৱাৰ পাছতহে ঘৰুৱা জোহা মদ খাবলৈ দিয়া হয়। সেইদৰেই হাজং সমাজে মানুহ মৰিলেও শ্ৰাদ্ধ আদি কৰে। মৃতদেহ কাঠসংস্কাৰ অৰ্থাৎ জ্বলাই দিয়ে। মৃত্যুৰ দিনাৰে পৰা উপবাসে থাকি ফল-মূল আদিহে খায়। সাধাৰণতে মৰাৰ তেৰ দিনৰ পাছতহে শ্ৰাদ্ধ পাতে। পিতৃ-মাতৃৰ শ্ৰাদ্ধত মূৰ খুৰায়। ৰাইজক ভোজ ভাত খোৱায়।

হাজং সম্প্ৰদায় আদিতে শাক্তধৰ্ম্মী আছিল। পাছত তেওঁলোকে চৈতন্যদেৱে প্ৰচাৰ কৰা বৈষ্ণৱ ধৰ্ম্ম গ্ৰহণ কৰে। শাক্তধৰ্ম্মী সকলে দেৱী পূজাত বলি বিধানো দিয়ে। ভাত হাজং সকলৰ প্ৰধান খাদ্য। গাহৰি আৰু কুকুৰাৰ মাংসও খায়। পানীয় খাদ্য খোৱাৰ পৰম্পৰা আছে। পানীয় খাদ্যক এওঁলোকে 'কাচা' বোলে। ঘৰুৱা মদক এওঁলোকে 'জোহা' মদ বুলি কয়। হাজং সম্প্ৰদায়ে ভূত-প্ৰেত আৰু অপদেৱতা আদিকো বিশ্বাস কৰে।

হাজং তিৰোতা সকলে মেখেলা আৰু কঁকালত 'পাটিন' নামৰ এখন ৰঙা

কাপোৰ পিন্ধে।

হাজং সকলে পৰম্পৰাগতভাবে ভালেমান পূজা-পাৰ্বণ আৰু উৎসৱ আদি পালন কৰে। এইবোৰৰ ভিতৰত বাশঁপূজা, কাতি পূজা. পাবানী পূজা, বাস্তু পূজা, থুবো মাগাং, পুষণৌপৰ্ব, ভূই মাগা, কানিদেও পূজা আদি পালন কৰে।

**হাজংসকলৰ পুষণৌ পৰ্ব ঃ**

অসমৰ হাজংসকলে তিনিওটা বিহু পালন কৰে। তেওঁলোকে বহাগ বিহুক 'বিচুৱা' বুলি কয় আৰু কাতি বিহুক 'কাতি পাচা' বুলি কয়। মাঘবিহুক তেওঁলোকে 'পুষণৌ পৰব' হিচাবে পালন কৰে। পুহ মাহৰ শেষৰ দিনা পুষণৌ পৰৱ পালন কৰে। শালি-খেতি চপোৱাৰ লগে লগে পুহৰ দোমাহীৰ দিনা এই পৰৱ পালন কৰে। হাজং গাৱঁৰ ডেকাসকলে কেইদিনমানৰ আগৰে পৰা হাতত একোডালকৈ বাহঁৰ লাঠীলৈ ঘৰে ঘৰে ধুম-ধাইকৈ শব্দ কৰি মগা গীত গাই চাউল, পচাঁ আদি তুলে। পুহৰ দোমাহৰ দিনা মুকলি পথাৰত গোট খাই ভেলাঘৰ সাজে আৰু ৰাইজৰ পৰা তুলি অনা চাউল আৰু বৰঙণিৰে ভোজ ভাত ৰান্ধি খায়। ভেলাঘৰৰ লগতে মেজিও সাজে। ভোজভাত খোৱাৰ পাছত হাজং ডেকা-গাভৰু সকলে একেলগে নানান গীত গাই ৰং-তামাচা কৰে। গোটেই নিশাটো ৰং-ধেমালি কৰি পাৰ কৰে। পিছদিনা দোক-মোকালিতে উঠি সকলোৱে গা-পা ধুই মেজি আৰু ভেলাঘৰ জ্বলাবলৈ আৰম্ভ কৰে। গাৱঁৰ এজন বয়োজ্যেষ্ঠ ব্যক্তিয়ে হৰি ধ্বনি দিয়াৰ লগে লগেই মেজিত জুই জ্বলায়। মেজি আৰু ভেলাঘৰৰ চাৰিওফালে ঘুৰি ঘুৰি সকলোৱে হৰি কীৰ্ত্তন গায়। মাঘৰ প্ৰথম দিনটো হাজং ডেকা-গাভৰু সকলে আনন্দ মনেৰে ভোজ ভাত খায়। গধূলি পৰত ঘৰ-দুৱাৰ মচি-কাচি পৰিষ্কাৰ কৰি শুদ্ধভাবে ঈশ্বৰক চিন্তা কৰি ঘৰঁৰ হৰি মন্দিৰ বা তুলসীতলত চাকি-বন্তি জ্বলায়। সেই দিনা-গোহালিৰ গৰুৰ ডিঙিৰ পঘা মুকলাই দি মুক্তভাবে এৰি দিয়ে আৰু সেইদিনা গৰুক ধুপ-ধুনা জ্বলাই পূজা কৰে। পুষণৌ পৰ্ব্বত হাজং সমাজে আত্মীয়-কুটুম্বৰ সৈতে মিলি জুলি বিসিভাত, বুকনি ভাত, ৰহি মদ আৰু কাচামদ খায়। দৈ-চিৰা, মুড়ি আদি জা-জলপান খায়। বছৰটোৰ বাবে কুশল মঙ্গল কামনা কৰি হাজং সকলে সৰুৱে ডাঙৰৰ ওচৰত আৰ্শীবাদ লয়। এনেকুৱাকৈয়ে হাজংসকলে পুষনৌ পৰ্ব পালন কৰে।

**চিংফৌজনগোষ্ঠীৰ 'শ্বপৌং য়ৌংমান পয়' উৎসৱ ঃ**

অসমৰ খিলঞ্জীয়া জনগোষ্ঠী বোৰৰ মাজৰে অন্যতম এটি বৰ্ণ্যাঢ্য জনগোষ্ঠী হল চিংফৌ সকল। চিংফৌ সকলৰ নিজস্ব ভাষা, নিজস্ব খাদ্য সম্ভাৰ, সাজ-পাৰ,

গীত-নৃত্য, লোক উৎসৱ আদি আছে। তেওঁলোকৰ সাজ-পাৰ বহুৰঙী আৰু বৰ্ণাঢ্য। আগতে তেওঁলোক অসমৰ বুকুতে বসবাস কৰি আছিল। কিন্তু ১৯৭১ চনত অসমৰে এটি অংশ অৰুণাচলৰ লগত চামিল কৰাত একাংশ চিংফৌ লোক অৰুণাচল প্ৰদেশৰ অন্তৰ্গত থাকিব লগা হয়। অৰুণাচলৰ উপৰিও উজনি অসমৰ বিভিন্ন ঠাইত চিংফৌ সকলে বসবাস কৰে। মাৰ্ঘেৰিটা মহকুমাৰ বিছা, ইনখেম, লেখাপানী, কেটেটেং আদি ঠাইত চিংফৌ সকলে বাস কৰে।

চিংফৌসকলে চাংঘৰত বাস কৰে। তেওঁলোকে উৎসৱ আদিত কৌপাতত ৰন্ধা টোপোলাভাত দিয়ে। টোপোলা ভাতক ছাতমুকাই বোলে। 'ছাত' মানে ভাত, 'মুকাই' মানে টোপোলা। চিংফৌ সমাজৰ পুৰুষসকলে লুঙি (লাছাবাৰ) পিন্ধে। এই লুঙি ৰং-বিৰঙৰ সূতাৰে বোৱা। গাত দীঘল চোলা (ফুলুং) পিন্ধে। মূৰত পাগুৰি বা তাত বুমবাম মাৰে আৰু কান্ধত ৰং-বিৰঙৰ মোনা লয়। চিংফৌ মহিলা সকলে ৰং-বিৰঙৰ মেখেলা (পুকাং) পিন্ধে। কঁকালত 'চিনাকেট' বা টঙালি বান্ধে। বুকুত 'নাৎৱাট্' বা মেঠনি মাৰে। মূৰত 'বুমবাম' মাৰে। গাভৰু সকলে টঙালি বা মেঠনি নামাৰে। বুকুৰ পৰা দুই কান্ধত পৰাকৈ 'ভি' আখৰটোৰ নিচিনা গামোছা লয়। মহিলাসকলে আ- অলংকাৰো পৰিধানো কৰে।

চিংফৌ সকল বৌদ্ধ ধৰ্ম্মী। তেওঁলোকে বৌদ্ধ ধৰ্ম্ম পালন কৰিলেও তেওঁলোকে পৰম্পৰাগত সংস্কৃতি পালন কৰি আহিছে। তেওঁলোকে বুদ্ধ জয়ন্তী পতাৰ উপৰিও বহাগ বিহু (পয় চাংকেন) আৰু 'শ্বপৌং য়োং' উৎসৱ পালন কৰে।

'শ্বপং য়ৌং' উৎসৱটি চিংফৌ সকলৰ জাতীয় উৎসৱ। এই উৎসৱটি প্ৰতি বছৰে ফাগুন মাহৰ এক তাৰিখে পালন কৰে।

'শ্বপং য়ৌং' উৎসৱটি আয়োজন কৰা হয়-- মুকলি পথাৰত। উৎসৱটো পাতিবলৈ হ'লে এটা ডাঙৰ চাংঘৰ সাজে। এই চাংঘৰটোৰ সন্মুখতে শ্বপৌং য়ৌং উৎসৱৰ এটা প্ৰতীক সাজে। শ্বপৌং য়ৌং হৈছে উপৰি পুৰুষক সুঁৱৰি পতা অনুষ্ঠান। চাংঘৰৰ সন্মুখত উপৰি পুৰুষৰ প্ৰতীকটো স্থাপন কৰে। এই প্ৰতীকটোক 'শ্বাদুং' বোলে। শ্বাদুঙৰ ঠাই ডোখৰত পূজাৰীয়ে ফুল আৰু পানী ছটিয়ায়। আগতে এই শ্বাদুং স্থাপন কৰা ঠাইত চাপুক অৰ্থাৎ মদ ঢলা হৈছিল আৰু মহ, গাহৰি আদিও পূজাৰ উপচাৰ
হিচাবে আগবঢ়োৱা হৈছিল। কিন্তু তেওঁলোকে বৌদ্ধধৰ্ম্ম ধাৰণ কৰাৰ পাছত মহ, গাহৰি বধ কৰা প্ৰথা এৰি পেলায়। অৰুণাচলত থকা চিংফৌসকলে মহ-

গাহৰি বলি দিয়ে আৰু মদৰ ব্যৱহাৰ কৰে।

'শ্বাদুং' নিৰ্মাণ কৰা হয় এনেধৰণেৰে ঃ- এডাল ডাঙৰ বনভলুকা বাহঁ ঠিয়কৈ পুতা হয়। বাহঁ ডাল মাজত ৰাখি সাত বা নডাল ফলা কাঠ পুতা হয়। এই ফলা কাঠবোৰত বিভিন্ন পশু-পক্ষীৰ চিত্ৰ অকাঁ থাকে। ছবি অংকন কৰা কাঠবোৰৰ কোনো এডাল ওখ আৰু কোনো এডাল চাপৰ। চিংফৌ সকলে ওখ কাঠক পুৰুষৰ-প্ৰতীক আৰু চাপৰ কাঠ নাৰীৰ প্ৰতীক বুলি বিশ্বাস কৰে। প্ৰতি টুকুৰা কাঠত পুৰুষ-প্ৰকৃতিৰ ভাবনা নিহিত থকাৰ উপৰিও কাঠত সৃষ্টিৰ আদি দেৱতা চন্দ্ৰ আৰু সূৰ্য্যৰ চিহ্নও অংকন কৰা হয়। চন্দ্ৰ-সূৰ্য্যৰ উত্তাপত এদিন গুটিৰ পৰা গজালি মেলি শস্য নদন-বদন হৈছিল বুলি বিশ্বাস কৰে। পক্ষীকূলৰ ভিতৰত ধনেশ পক্ষীয়েই হ'ল আটাইতকৈ ডাঙৰ। এই ধনেশ পক্ষীৰ নেতৃত্বত আন আন চৰাইবোৰো আনন্দত মতলীয়া হৈ
নাচিবলৈ ধৰে। সিহঁতে সৃষ্টি কৰ্তাৰ গুণ-গান গাই গীত-নৃত্য কৰিছিল। পক্ষীবোৰৰ এই আনন্দৰ গীত-নৃত্যবোৰ হাবিৰ আঁৰৰ পৰা মনে মনে চাই আছিল। সেই আদিম কালৰ মানুহজন আছিল হেনু ম্যাংদিংয়াউ। তেৱেঁই বোলে এই পৃথিৱীত নৃত্য-গীতৰ পোন প্ৰথম প্ৰচলন কৰা বুলি চিংফৌ সকলে বিশ্বাস কৰে। তেতিয়াৰে পৰাই এই শ্বাদুঙৰ কাষে কাষে চিংফৌ সকলে শ্বপংয়ৌং উৎসৱত গীত-নৃত্য কৰি আহিছে।

শ্বাদুঙৰ চাৰিওকাষে চিংফৌ ডেকা-গাভৰু, বুঢ়া-বুঢ়ী আটাইয়ে পৰম্পৰাগত জাতীয় সাজ-পোছাক পিন্ধি গীত গাই নাচে। তেওঁলোকে গোৱা লোকগীত বোৰ হৈছে অৰাৰাগা , অৰাৰাপা, অৰাৰাগালৌ, অৰাৰাগা, অৰাৰাগাই ইত্যাদি। চিংফৌ পুৰুষসকলে নাচোতে হাতত একোখন কৈ দা লয় আৰু মহিলাসকলে হাতে হাতে একোখন ডলা নাইবা ৰুমাল লৈ শ্বাডুঙৰ চাৰিও কাষে ঘূৰি ঘূৰি নাচে।

গীত-নৃত্যৰ তালে তালে ঢোল (চেং), বাঁহী (পিমান) আৰু বৰকাঁহ বজায়। এই নৃত্য-গীতত ডেকা-গাভৰু, বুঢ়া-বুঢ়ী আটায়ে অংশ গ্ৰহণ কৰে। আনকি বাহিৰৰ পৰা অতিথি গলে তেওঁলোকেও এই নৃত্যত অংশ গ্ৰহণ কৰিব পাৰে।

চিংফৌ সকলে চেনি-গাখীৰ নিদিয়াকৈ ফিকা চাহ খায়। আলহী অতিথিক চিংফৌ মহিলাসকলে আদৰ আপ্যায়ন কৰি ভাল পায়। আলহীক আহাৰ দিওঁতে চিংফৌ মহিলা সকলে আঁঠুলৈ সন্মান কৰি আহাৰ খাবলৈ দিয়ে।

## নেপালী জনগোষ্ঠীৰ বড়া দচঁই আৰু 'তিহাৰ' উৎসৱ

অসমৰ নেপালী জনগোষ্ঠীৰ লোক সমাজত নানান নৃত্য-গীত আৰু লোক উৎসৱ আছে। নেপালী সম্প্ৰদায়ৰ অন্যতম লোক উৎসৱ হ'ল 'বড়াদচই' আৰু 'তিহাৰ' উৎসৱ। এই দুটা উৎসৱ তেওঁলোকে বৰ আন্তৰিকতাৰে পালন কৰা দেখা যায়।

**'বড়াদচই'**ঃ- বড়াদচই উৎসৱটি আড়ম্বৰপূৰ্ণ ভাবে পালন কৰিবৰ বাবে ধনী-দুখীয়া সকলো শ্ৰেণীৰ নেপালী লোকে আশাৰে বাটচাই থাকে। বড়াদচই আহিব বুলি তাৰ কাৰণে সা-সামগ্ৰী আৰু ধন-টকা পইচা সাঁচি থয়। এই উৎসৱৰ সৈতে নেপালী লোকৰ আবেগ-অনুভূতি জড়িত হৈ আছে। দচই উৎসৱত সকলো পৰিয়ালেই এসাজ তৃপ্তিৰে খায়। দচই উৎসৱত লৰা-তিৰোতাকে ধৰি সকলোৱে এসাজ নতুন কাপোৰ লয়। বছৰটোৰ কাৰণে মঙ্গল হ'বৰ বাবে বয়সস্থ আত্মীয়জনৰ বাবে আশীৰ্বাদ লয়। সেইকেইদিন প্ৰতিটো নেপালী পৰিয়ালৰ ঘৰলৈ মিটিৰ-কুটুম যেনে ঃ—
জী-জোঁৱাই, ভাগিন-ভতিজা আদি সম্বন্ধীয় লোকেৰে ঘৰ ভৰি পৰে। বিজয়া দশমীৰ দিনা পৰিয়ালত মুৰব্বীৰ লোক জনে সকলোকে বহুৱাই লৈ প্ৰতিজনৰে কপালত দৈ সনা চাউলত গোলাপী ৰং সানি লৈ কপালত ফুট দি আৰ্শীবাদ দিয়ে। শ্লোক মন্ত্ৰ মাতে—

"আয়ু দ্ৰোণ সুতে শ্ৰীয়ম দশৰথে শত্ৰুক্ষয়ম ৰাঘৱে ঐশ্চৰ্য্যম নহুচে গতিশ্চ পৱনে মানন চ দুৰ্য্যোধনে। দানম সূৰ্য্য সুতে বলম হলধৰে সত্যেন চ কুন্তীসুতে বিজ্ঞানী বিদুৰে ভৱতি ভাৱতাম কৃতিশ্চ নাৰায়ণে" ইত্যাদি। অৰ্থাৎ দ্ৰোণাচাৰ্য্যৰ পুত্ৰৰ দৰে আয়ুস বাঢ়ক; ৰজা দশৰথৰ দৰে শ্ৰীবৃদ্ধি হওক, ৰাঘৱৰ দৰে তোমালোকৰ শত্ৰু নিপাত হওক, নহুচ ৰজাৰ দৰে তোমালোকৰ ঐশ্চৰ্য্য বৃদ্ধি পাওক।

**তিহাৰ উৎসৱ ঃ—** নেপালী সম্প্ৰদায়ৰ লোক সমাজে পালন কৰা আন এটি প্ৰধান উৎসৱ হৈছে তিহাৰ উৎসৱ। শৰতৰ 'লক্ষ্মী' পূৰ্ণিমাৰ পাছত ত্ৰয়োদশ তিথিৰ পৰা আনটো পক্ষৰ দ্বিতীয়ালৈকে পাঁচদিন পৰ্য্যন্ত তিহাৰ উৎসৱ পালন কৰে। তিহাৰ উৎসৱৰ প্ৰথম দিনটোক কাগতিহাৰ (কাউৰী তিহাৰ) বোলা হয়। সেইদিনা কাউৰীক আহাৰ ছটিয়াই খাবলৈ দিয়া হয়। যাতে কাউৰীয়ে মঙ্গল বাতৰি দিয়ে। তিহাৰৰ দ্বিতীয় দিনটোক কুকুৰ তিহাৰ বোলে। সেইদিনা প্ৰভূভক্ত কুকুৰক ফুলৰ মালা পিন্ধাই দি ভাল খাদ্য বস্তু খাবলৈ দিয়ে। তাৰ পাছৰ অমাৱস্যা

তিথিৰ দিনটোক গাইতিহাৰ (আঁউসী তিহাৰ) বুলি কোৱা হয়। গোপালক নেপালী সকলে সেইদিনা পুৱাই গাই গৰু আৰু দামুৰি পোৱালিৰ গাত আৰু শিঙত তেল ঘহেঁ, গাইৰ ডিঙিত ফুলৰ মালা পিন্ধায় আৰু চাউল গুৰি কৰি নানান ৰং মিহলাই গাই-দামুৰিৰ গাত ফোট দি ভাল খাদ্য খোৱায়। সেইদিনা ৰাতি প্ৰতি ঘৰেই ধন-ধানৰ প্ৰাচুৰ্য্যৰ আশাৰে ঘৰত চাকি-বন্তি জ্বলাই ঘৰ পোহৰাই তোলে। লক্ষ্মীক পূজা কৰে। তিহাৰ উৎসৱৰ চতুৰ্থ দিনটো গেৰু তিহাৰ হিচাবে পালন কৰে। সেই দিনা হালৰ গো বলধক আৰু হালোৱা মানুহক পূজা কৰা হয়। পঞ্চম তথা অন্তিম দিনটোক তেওঁলোকে ভাই তিহাৰ বুলি আখ্যা দিয়ে। সেইদিনা ভাতৃ-ভগ্নী সকলৰ মঙ্গলৰ বাবে ভগবানৰ ওচৰত প্ৰাৰ্থনা জনাই ভাতৃ-ভগ্নীৰ শৰীৰত যাতে-কোনেও আঘাত হানিব নোৱাৰে তাৰ বাবে ভগ্নীসকলে ভাতৃক আসনত বহুৱাই লৈ তিনিবাৰ প্ৰদক্ষিণ কৰি পানীৰে ঘেৰ দি ভগ্নীয়ে ভাতৃৰ কপালত উজ্জ্বল হোৱাকৈ দীঘলকৈ ফো ট আঁকি দিয়ে। সেই দিনা নেপালীসকলে নিজৰ ঘৰত খাদ্য গ্ৰহণ নকৰি ভনীয়েক সকলৰ ঘৰত সুস্বাদু খাদ্য গ্ৰহণ কৰে। নেপালী লোকসকলে তিহাৰ উছৱৰ শেষৰ তিনি দিন সমবয়সীয়া সকলক লগত লৈ দল বান্ধি নাম গাই ঘৰে ঘৰে ঘূৰি ফুৰে। এই দলক দেউচী দল বোলে। দেউচীয়ে নাম গাই-গৃহস্থক আৰ্শীবাদ দিয়ে। গৃহস্থয়ো দান-দক্ষিণা দিয়ে। গৃহস্থই নেপালী লাৰু-পিঠা খাবলৈ দিয়ে।

## মিচিং জনগোষ্ঠীৰ বসন্ত উৎসৱ ঃ আলি আয়ে লৃগাং

মঙ্গোলীয় তিৰ্ব্বত বৰ্মী ডালৰ মিচিং জনগোষ্ঠীটো বৰ্ণাঢ্য সংস্কৃতিৰে ভৰপূৰ। তেওঁলোকৰ মাজত পৰম্পৰাগত ভাৱে চলি অহা লোকগীত, সাধুকথা, লোকগাথা, লোক উৎসৱ আৰু পূজা-পাতল আদিয়ে মিচিং লোক সংস্কৃতিৰ ভেটি গঢ়ি তুলিছে। কৃষি জীৱী মিচিং লোক সমাজত কৃষি ভিত্তিক আৰু ঋতুভিত্তিক উৎসৱ পালন কৰি অহা দেখা যায়। মিচিং লোক উৎসৱ সমূহৰ ভিতৰত উল্লেখ যোগ্য হৈছে 'পঃৰাগ' (নৰাছিগা বিহু) 'আলি আয়ে লৃগাং'(বসন্ত উৎসৱ) 'তালীং উয়ু' ইত্যাদি। তেওঁলোকৰ পূজা-পাৰ্বণৰ ভিতৰত উল্লেখনীয় হ'ল-'দবুৰ পূজা', 'আচি উয়ু', 'য়ুমৰাং উয়ু', 'দদগাং', 'উৰম আগিন'( মৃতকৰ পূজা) ইত্যাদি।

**আলি-আয়ে-লৃগাং**

বসন্ত কাল আহিলে গছ লতাই ন-কুঁহিপাত মেলে। ফাগুন মাহ সোমোৱাৰ লগে লগেই শিমলু ফুলে, মদাৰ ফুলে, নাহৰ- আজাৰো ফুলে। প্ৰকৃতিয়ে সেউজীয়া

সাজ পিন্ধি জকমকীয়া হয়। ফাগুন মাহৰ প্ৰথম বুধবাৰটোৰ পৰা মিচিং সমাজে উলহ-মালহেৰে বসন্ত উৎসৱ 'আলি আই লৃগাং' পালন কৰে। 'আলি আই লৃগাং', মিচিং জাতিৰ জাতীয় উৎসৱ বুলি কোৱা হয়। 'আলি মানে আলু বা শিপা বা তলত হোৱা খাদ্য; 'আই' মানে গছত হোৱা ফল, 'লৃগাং' মানে সিঁচা। চমুকৈ ক'বলৈ গ'লে 'আলি' মানে শস্য, 'আই' মানে ফল বা বীজ, 'লৃগাং' মানে সিঁচা। অৰ্থাৎ বীজ সিঁচা বা গুটি সিঁচা উৎসৱেই আলি আই লৃগাং। লৃগাং উৎসৱৰ আগ-দিনাক উৰুকা বা 'মিলন' বোলা হয়। আলি আই লৃগাঙৰ ভালে কেইদিনৰ আগৰে পৰাই গঞা ৰাইজে লৃগাঙৰ বাবে আৱশ্যকীয় বয়-বস্তু, খাদ্য সামগ্ৰী আদিৰ যোগাৰ কৰে। লৃগাঙৰ আগদিনা পুৰাং আপিন (তৰা পাতত সিজোৱা টোপোলা বৰা ভাত); পৰ আপং (ধান খেৰ পুৰি বনোৱা ছাই মদ) আদিৰ যা-যোগাৰ কৰে। ফাগুনৰ প্ৰথম বুধবাৰৰ দিনা আগতে লৃগাঙৰ বাবে নিৰ্দিষ্ট কৰি থোৱা এটুকুৰা চাহ কৰি থোৱা মাটিত বীজ মাঙ্গলিক পদ্ধতিৰে সিঁচা হয়। লৃগাঙৰ আগে আগে প্ৰথমে পূৰ্ব পুৰুষ আৰু ইষ্টদেৱতা সকলক প্ৰাৰ্থনা জনোৱা হয়। খেতি কৰা সঁজুলিবোৰ আৰু মাটি ডৰা মেগেলা বা পীৰ পাতেৰে মেৰিয়াই লৈ মাটি ডৰাত পৰ আপং ছটিয়াই দি মিবুৱে গায়— 'দঃ গ্ৰি পঃলন তাদ তেইকা ৰুঃন্নী পুন্নীন তাততেইকা, কাঃ ৰচিন কাৰদাংনলো, আপৃং তাদলাংকা ৰুগজি মেঃৰাং, আপৃং তাদ তেইকা চিঃল কৌ লৃগাং চকৌ আঃবৃগ হুছ্‌হুং আগেৰীম গেবয়ী আবৃগ হুছডীম আই কাংকান মতেই বগ পুঃপ জাৰপ, মতেই কা মিছিং ৰীগাম চীম দপৃ-তৃপু মলা আই কাংকানপী তুৰয়াৰ লা দুঃমতেইকা"। অৰ্থাৎ পৃথিবী বা বসুন্ধৰা শস্য-শ্যামলা আৰু উৰ্বৰা হবৰ বাবে ইষ্ট দেৱতা কাৰ্চিং কাৰ্টাং, দঃগ্ৰিপঃল চেঃদি মেলৰ নামত আপং উছৰ্গা কৰে। মিচিং সকলৰ প্ৰধান উপাস্যদেৱতা হৈছে- দঃগ্ৰি-পল (চন্দ্ৰ-সূৰ্য্য) অধিষ্টদেৱতা কাৰ্চিং-কাটাঙক তেওঁলোকে প্ৰাৰ্থনা যোগে কয় যে সূৰ্য্য-চন্দ্ৰ, বায়ু-বৰুণ আদি দেৱতা আৰু উপৰি পুৰুষ সকলক সাক্ষী কৰি শস্য ৰূপণ কৰিছে, বসুন্ধৰা আই মাতৃ যেন শস্যৰে পৰিপূৰ্ণ কৰি তোলক। শস্য দেৱতাই যেন শস্য ঐশ্বৰ্য্যশালী কৰি তোলক।

গুটিসিঁচা পূজা সম্পন্ন হোৱাৰ পাছত গুটি সিঁচা মাটি ডৰাৰ চাৰিওফালে ঘূৰি ঘূৰি ডেকা-গাভৰু,বুঢ়া- বুঢ়ী সকলোৱে মিলি গোমৰাগ চঃমান নৃত্য-গীত পৰিবেশন কৰে। এনেদৰে গীত-নৃত্য কৰিলে পৃথিবী শস্য-শ্যামলা আৰু শস্য সম্ভৱা বুলি বিশ্বাস কৰে। পৰগ-আপৃ কুকুৰা কণী ভাঙে; কুকুৰা কণী। প্ৰজননৰ প্ৰতীক।

আলি আয়ে লৃগাঙৰ দিনা প্ৰতিটো পৰিয়ালে ঘৰে ঘৰে আনন্দ মনেৰে পৰ আপং(ছাঁইমদ), পুৰাং (কৌপাতত সিজোৱা টোপোলা বৰাভাত), মাছ-মাংস আদি খাই ফুৰ্তি কৰে। সেইদিনা বা তাৰ পাচ দিনাৰ পৰাই গাৱঁৰ ডেকা-গাভৰুহঁতে মিলি ঘৰে ঘৰে বিহু বা গোমৰাগ্ চঃমান গাবলৈ আৰম্ভ কৰে। প্ৰতি ঘৰে বিহুৱা-ডেকা গাভৰু দলক লৃগাঙৰ শৰাই আগবঢ়াই দি আশীৰ্বাদ লয়। লৃগাঙৰ বিহু প্ৰায় এসপ্তাহমান ধৰি চলে। লৃগাং বিহুক ডেকা-গাভৰুৱে সামূহিকভাবে বিদায় দিয়াৰ নিয়মো আছে। বিহু বিদায় দিয়াৰ দিনা ডেকা-গাভৰু সকলে সমূহীয়াভাবে মূৰং ঘৰত ভোজ-ভাত খাই বিহুক বিদায় দিয়ে। লৃগাং বিহুত ডেকা-গাভৰুৱে ঐনিতম গায়, ঢোল-তাল, পেপাঁ, বৰ কাহঁ আদি বজাই বাদ্যৰ ছেৱে ছেৱে হালি-জালি নাচে।

এনেদৰেই মিচিং সমাজে কৃষি উৎসৱ বা ঋতু উৎসৱ আলি আয়ে লৃগাং পালন কৰা দেখা যায়। উৎসৱৰ দিনা পুৰুষে বহুৰঙী পোছাক 'উগন' (ধুতি) আৰু গালুক ( চোলা) পিন্ধে। মহিলা সকলে এগে ( মেখেলা), গাছেং বা 'গেৰু' (মেথনি কাপোৰ) পিন্ধে।

## টাই আহোমৰ "মে-ডাম-মে-ফি" পূজা

টাই আহোম সকলে পৰম্পৰাগতভাবে কিছুমান পূজা-পাতল কৰি আহিছে। এই পূজাবোৰ টাই আহোম ৰজা সকলৰ দিনত মহন, দেওধাই, বাইলুং নামৰ পুৰোহিত ফৈদ কেইটাই সম্পন্ন কৰিছিল। টাই আহোম সকলে পৰম্পৰাগত ভাবে পালন কৰি অহা পূজাবোৰ হৈছে - ফুৰালুং পূজা, ওমফা পূজা, মে-ডাম-মে-ফি পূজা ৰিক্খবন, লাংকুৰি, জাচিংফা, আইচাং চিং, সুবচনী পূজা আদি পূজা কৰে।

ইয়াৰ ভিতৰত মে-ডাম-মে-ফি পূজাৰ সম্পৰ্কে আলোচনা কৰিবলৈ লোৱা হৈছে। আহোম বুৰঞ্জীত মে-ডাম-মেফি পূজা পাতি অহাৰ কথাৰ উল্লেখ পোৱা যায়। 'মেডাম-মেফি' এটা আহোম ভাষাৰ শব্দ। ইয়াৰ অৰ্থ এনেধৰণৰ। 'মে'-মানে পূজা, 'ডাম' মানে মৃতক আৰু 'ফি' মানে দেৱতা। মে-ডাম-মেফি মানে মৃতক আৰু দেৱতাসকলৰ কাৰণে কৰা পূজা।

মে-ডাম-মেফি পূজাৰ বাবে পাং (অৰ্থাৎ শৰাই) স্থাপন কৰাৰ ঠাইত অষ্ট কোণীয়াকৈ একোটা মণ্ডপ সজা হয়। আঠজন দেৱতাৰ নামত অৰ্দ্ধচন্দ্ৰাকাৰে বেদী সমূহ স্থাপন কৰা হয়। পূজাৰ নৈবেদ্য হিচাবে আগবঢ়োৱা হয়- চাউল, কণী, মিঠাতেল, নিমখ, আদা, লুকলাও ( সাজঁৰ ৰহি), নাম (পানী), চাকি-বন্তি,

ফুল, ধুপ আদি।

প্ৰথমে পুৰোহিত সকলে এ্যাপুলক (শান্তি পানী) ছটিয়ায় আৰু খোৱায়। কিছুমানে অস্থায়ীভাবে এটাকৈ ‘মৈদাম’ পুলিন-পুথাও সকলৰ নামত সাজি স্মৃতি তৰ্পণ কৰে। ব্যক্তিগতভাবে এই মে-ডাম-মেফি পতাৰ উপৰিও ৰাজহুৱা ভাবেও মে-ডাম-মেফি পূজা পতা হয়। ৰাজহুৱা ভাবে মে-ডাম-মেফি পূজা পাতিলে (১) খাওখাম ( জলৰ অধিপতি) (২) আইলেংডিন (পৃথিৱীৰ গৰাকী) (৩) লেংডন (স্বৰ্গৰ অধিপতি) (৪) লাংকুৰি (শিৱ দেৱতা) (৫) জন চাই হং (সৰ্ব্বাধিপতি, (৬) চিতচাম লম
(সপ্ত স্বৰ্গৰ অধিপতি) (৭) মুট্‌কুম টাইকুম্ (চন্দ্ৰ-সূৰ্য্যৰ অধিপতি) (৮) জাছিংফা (সৰ্ব্ববিদ্যাৰ গৰাকী) — এই আঠখন পাংপতা হয়। দিন বুৰঞ্জীৰ মতে শেষত চ্যাওলুং চ্যুকাফাৰ নামতো নিম্ন স্থানত এখন পাং পতা হয়। পফিচু আৰু লাইলুংখামৰ নামত এযোৰা ৰঙা ডাক-ফুটা মতা কুকুৰা বন দেৱতাৰ নামত উছৰ্গা কৰা হয়। তাৰ পাছত স্তোত্ৰ-মন্ত্ৰৰে দেশৰ মঙ্গলৰ কাৰণে নাইবা প্ৰকৃতিৰ মঙ্গলৰ বাবে এজোপা বৰ গছ বা আহত গছ নাইবা এজোপা ডাঙৰ গছৰ তলত কুকুৰাযোৰ উছৰ্গি এৰি দিয়া হয়।

মে-ডাম-মেফিত উপৰোক্ত নৈবেদ্য গোটাই লৈ লাক লগাই (চাকিজ্বলাই) নীতি-নিয়মেৰে সজাই পাংপাতি তিনিজন মলুং বা পুৰোহিতে এ্যাপুলক ছটিয়ায়। এ্যাপুলক -প্ৰথমে মলুংসকলে গ্ৰহণ কৰি তাৰ পাছতহে ৰাইজক দিয়ে। পূজা আৰম্ভ কৰাৰ আগতে পাংসমূহ বিধিমতে পাতিবৰ বাবে কমেও তিনিজনে পাং জনসৈং কৰোৱাই আগবঢ়ায়। পাং সজোৱাৰ পাছত মলুং সকলে আইচিং লাও খামচিং কৰে। ৰাজহুৱাভাবে মেডাম মেফি পাতিলে মুৰব্বী সকলে আৰু ঘৰুৱাভাবে পাতিলে ঘৰৰ গৃহস্থই পূজা ভাগি উছৰ্গি দি জনমিং (আশীৰ্বাদ) লয়। জন মিঙৰ পাছত মলুংসকলে যজ্ঞৰ স্তোত্ৰ মতাৰ আগতে পূজাৰ দোষ-দায় থাকিলে মৰিষণ কৰিবৰ বাবে মলুং সকলে মন্ত্ৰ মাতি জনমিং কৰে। পুৰোহিত সকলে এনেদৰে মন্ত্ৰ মাতি জনমিং কৰে - “ চ্যাউ নুৰু চ্যাউ কাও ঐ।

চ্যাউ নুৰু চ্যাও কাওঐ
চাউ নুৰু চ্যাউ কাওঐ
পুখাও খাম চয় কুম জ়া খাও খামচয় খেন
পুং, ডাংলি, জা ডাং বি,
পুটাইকুম জা টাই ক।

মমুন চাম ম্লন চিংফা
নাম খে খ্রং লুং পান লাই-ৰুম।
চিৎ চান নাম লা লাক্ক খে লান
চ্যাউ নুৰু চ্যাউ কাওঐ
চ্যাউ নুৰু চ্যাউ কাও ঐ ।"

- এইদৰেই আই লেংডনৰ বাবে। লাংকুৰিৰ বাবে, চিও চাম লামৰ বাবে, মুট্‌কুম টাই কুমৰ বাবে, জান চাই হুঙৰ বাবে, জাচিংফাৰ বাবে বেলেগ বেলেগ স্তোত্র মাতি প্ৰতিজনৰ শ্লোকৰ শেষত তিনিবাৰকৈ 'চ্যাও নুৰু চ্যাও কাউঐ' মাতি জনমিং শেষ কৰে। দুবাৰ খাম চিং কৰাৰ পাছত এবাৰ আওটাং কৰে। আওটাং কৰাৰ পাছত সম্পূৰ্ণ স্তোত্র এবাৰ মাতে। লুকবান নাম বা নত দ্ৰব্য কমি গলে পুনৰ দিব। শ্লোক শেষ হোৱাৰ পাছত ফুৰাৰ নাম প্ৰসঙ্গও কৰে। শেষত ৰাজহুৱাভাবে জনমিং দি যজ্ঞৰ সামৰণি মাৰে।

ইয়াৰ পাছত নৈবেদ্য বা প্ৰসাদক (ভকত) কমিং (ভকতনী) সকলৰ মাজত আৰু ৰাইজৰ মাজত বিতৰণ কৰি মে-ডাম-মেফি পূজাৰ সামৰণি মৰা হয়।

**চাহ শ্ৰমিকৰ কৰম পূজা ঃ—** অসমৰ লোকসমাজৰ এক বুজন পৰিমাণৰ জনসমষ্টি হ'ল চাহ শ্ৰমিক সমাজ। অসমৰ এই সকল চাহ শ্ৰমিকে অসমীয়া ভাষা কয়। তেওঁলোকৰ নিজা সংস্কৃতি আছে। চাহ শ্ৰমিক সম্প্ৰদায়ৰ কৰম পূজা হ'ল এক জাতীয় উৎসৱ। কৰম পূজা ভাদ মাহত পালন কৰে। কৰম পূজা দুবিধ; যেনে ঃ —যেনে - ৰাজহ কৰম আৰু জিতীয়া কৰম। ভাদমাহৰ পঞ্চমী তিথিৰ পৰা একাদশী তিথিলৈকে এইখিনি সময়ৰ ভিতৰতে 'ৰাজহ কৰম' পতা হয়। জিতীয়া কৰম কোনো
এক নিৰ্দিষ্ট সময়ত পতা নহয়। কৰম পূজাত ভালেমান গীত-নৃত্য কৰা হয়। ইয়াৰ ভিতৰত ঝুমুৰ নৃত্য আৰু গীত উল্লেখযোগ্য। তদুপৰি বন্দনা-গীত, খেমটা গীত, ডালগীত, ৰংগীত, ভীনচেৰীয়া গীতো গোৱা হয়। চোতাল বা কোনো আহল-বহল ঠাইত কদম গছৰ ডাল পুতি ডেকা-গাভৰুসকলে মাদল বাদ্যৰ ছেৱে ছেৱে ঝুমুৰ গীতৰ তালে তালে ঘূৰণীয়াকৈ চাৰিওফালে শাৰী পাতি হাতে হাতে ধৰি, ঘূৰি ঘূৰি নাচে। শ্ৰমিক লোক জীৱনৰ সামাজিক, অৰ্থনৈতিক চিত্ৰ ঝুমুই নৃত্য গীতত ফুটি উঠে। প্ৰেম, বিচ্ছেদ, বিৰহ আদিৰ ভাব গীত বোৰত ফুটি উঠে। কিছুমান গীতত প্ৰকৃতিৰ বৰ্ণনাও পোৱা যায়। অসমীয়া বিহু গীতত অসমীয়া ডেকা-গাভৰু বিহুৱলীয়া হোৱাৰ দৰেই ঝুমুৰ গীতৰ নৃত্যত চাহ শ্ৰমিক

ডেকা-গাভৰু সকল উতলা হৈ পৰে। ঝুমুৰ গীত যেনে ঃ– "মনে উঠে মনস্তাপ দিব নেকি জম্মে জাপ।

"জাপ দিলে ডুবিয়ে মৰিব কেমনে নদীয়া পাৰ হ'ব।"

**চাহ শ্ৰমিকক টুচু পৰব ঃ-** মাঘ বিহুৰ সমসাময়িক ভাবে চাহজনজাতি সকলে টুচু পৰব পাতে। এই উৎসৱ বা পৰ্বক তেওঁলোকে পৌষ পৰ্ব বুলিও কয়। মকৰ সংক্ৰান্তিৰ লগত এই পৰৱ সংপৃক্ত হৈ আছে। এই উৎসৱত চাহ জনজাতি সকলে খেৰ- নৰাৰে চৰা ঘৰ সাজে। মেজি সাজে আৰু জ্বলায়। আনৰ বাৰীৰ খৰি-কাঠ চুৰ কৰি আনিও পুৰে। তিল পিঠাৰ পৰা আৰম্ভ কৰি অনেক পিঠা বনায়। টুচুদেৱীক মূৰ্ত্তি সাজি বেদীত বহুৱাই পূজা-পাতল কৰে। মনৰ কামনা পূৰণ কৰিব বুলি মহিলা সকলে টুচু পূজা কৰে। টুচু পূজা এবাৰ পাতি এৰি দিলে কিবা অমঙ্গল ঘটিব বুলি ভাবে। গতিকে এবাৰ পাতিলে কমেও তিনিবাৰ পাতিহে এৰিব পাৰে। টুচু নামৰ এগৰাকী দেবীৰ জীৱনৰ কৰুণ ভাবে সমাপ্তি ঘটাৰ বাবে এই পূজাত টুচুদেবীৰ গুণৰ স্মৰণ কৰি টুচু গীত গায়। কেইবাদিনৰ আগতে ঠিক কৰি থোৱামতে গাৱঁৰ যিকোনো এঘৰত বেদী বা মৰল পাতি তাত টুচু দেবীৰ মূৰ্ত্তি স্থাপন কৰে। গোটেই ৰাতিটো ডেকা-গাভৰুহঁতে টুচু গীত গায় আৰু নাচে। পিছদিনা পুৱা গীত গাই গাই বেদীৰে সৈতে মূৰ্ত্তি নি ওচৰৰ নদীত উটাই দিয়ে।

এফাঁকি টুচু গীত যেনে ঃ— " মা মৰ নাই বুবো
বাপ মৰ নাই বুবো
মাই শাড়ীৰ লভৰে
বেটী বিদায় দিলে
কি দুবন দেশে।"

## অসমীয়া সমাজৰ কেইটিমান পূজা উৎসৱ ঃ

কালী পূজাঃ- কালী দেবী, উগ্ৰ মূৰ্ত্তি ধৰা দেৱীৰ ৰূপ। মা- কালীৰ ভাগৱতী, সিংহবাহিনী, নাৰায়ণী, দুৰ্গা, শীতলা, চণ্ডিকা, উমা, শিৱা, জয়া আদি বিভিন্ন ৰূপ বা অৱতাৰ আছে। কালীক শ্যামা দেবী, মুণ্ডমালী, মহামায়া, চণ্ডী, বিবস্ত্ৰা, শূলদাৰী বুলিও কোৱা হয়। কালী দেবীক সংস্কৃত স্তোত্ৰ ৰে পূজা কৰা হয় যদিও অসমীয়া লোক সমাজত মৌখিক তুতি গীতো পোৱা যায়।

যেনে ঃ—

বন্দে বসন্ত, কালী শ্যামা দেৱী মুণ্ডমালী

বিস্ফোট নাশিনী দুঃখ তাৰী;
নামঘৰ শীতলা বিবস্ত্ৰা শৰীৰভালা
সৰ্ব্বক্ষণে তুমি উপকাৰী।

- দেৱালী বা দ্বীপান্বিতাৰ লগতে কাতি মাহৰ অমাৱাস্য তিথিত কালী পূজা পতা হয়। কালীৰ মূৰ্ত্তিজনা উগ্ৰ আৰু কলা ৰঙৰ। হাতত ত্ৰিশূল লৈ থাকে। পশ্চিম বঙ্গৰ বঙালী সমাজৰ দৰে আজি কালি অসমৰ লোক সমাজেও কালীপূজা পাতে। চণ্ডী পাঠ কৰা হয়। ধৰ্ম্মীয় গীত-মাতো গোৱা হয়।

**মনসা পূজাঃ**- বৈষ্ণৱ যুগৰ সমসাময়িক ভাবে কেইগৰাকীমান অবৈষ্ণৱ কবিয়ে মনসা দেৱীৰ পূজাঁৰ সম্বন্ধে ভালেখিনি গীত-কাব্য ৰচনা কৰিছে। সেই সকলৰ ভিতৰত মনকৰ উল্লেখযোগ্য। মনকৰে ৰচনা কৰা সুকনান্নি পদ্মপুৰাণত মনসাদেৱীৰ পূজাৰ মাহাত্ম্য সম্পৰ্কে বিস্তৃত বিৱৰণ দাঙি ধৰিছে। মনসা দেৱী হ'ল সৰ্পৰ দেৱী। বেউলা লখীন্দৰৰ কাহিনীৰ লগত সৰ্প কাহিনী জড়িত হৈ আছে। সৰ্পদেৱী মনসাৰ মূৰ্ত্তি সৰ্পৰ প্ৰতীক।

আদিতে অসমৰ লোক সমাজত হয়তো প্ৰাকৃতিৰ যিবোৰ শক্তিৰ ওচৰত মানুহে পৰাজয় বৰণ কৰিব লগা হৈছিল সেইবোৰ শক্তিৰ ওচৰত মুৰদোঁৱাই বন্দনা গীত গাই শংস্তবে পূজা কৰিব লগা হৈছিল। সৰ্পই খুটিলে তাৰ বিষে মানুহৰ মৃত্যু ঘটায়। গতিকে সৰ্পক দেৱী হিচাপে মানুহে পূজা কৰিবলৈ লয়। ডং নবীন চন্দ্ৰ শৰ্ম্মাদেৱে কৈছে "সৰ্প (Vophioloatry) পূজা কেৱল ভাৰতবৰ্ষতেই নহয় পৃথিৱীৰ বিভিন্ন সংস্কৃতিতো প্ৰৱাহমান। সৰ্প পূজাত আদিম ধৰ্ম্মীয় বিশ্বাসৰ প্ৰভাৱ স্পষ্ট। ফাৰ্গুচন চাহাবৰ মতে ইজিপ্ত, চিৰিয়া, মেছোপটেমীয়া, গ্ৰীছ, ইটালী, জাৰ্মানী, স্কান্দিনেভীয়া, ফ্ৰান্স, গ্ৰেটবৃটেইন, আফ্ৰিকা, আমেৰিকা, পাৰস্য, কম্বোডীয়া, চীন, শ্ৰীলংকা, ভাৰতবৰ্ষ আদিত সৰ্প উপাসনাৰ পৰম্পৰা প্ৰচলিত।' এই সৰ্প পূজা কেইবা প্ৰকাৰেও কৰা হয়। যেনেঃ- জীৱন্ত সাপক পূজা কৰে। সৰ্পৰ কৃত্য কৰ্মৰ যোগেদি সৰ্প পূজা কৰা হয়। সৰ্পৰ ৰজা নাগ; এই নাগ পূজাও কৰা হয়। সৰ্পৰ দেৱী মনসাক পূজা কৰা হয়। ভাৰতৰ পশ্চিম বঙ্গ, বিহাৰ, উত্তৰ প্ৰদেশ, গুজৰাটৰ লোকসমাজৰ দৰেই অসমৰ লোক সমাজেও সৰ্পদেৱী মনসাক পূজা কৰে। মনসাদেৱী হেনো কাশ্যপ ঋষিৰ কন্যা। সেয়েহে কাশ্যপ মুনিৰ নাম উচ্চাৰণ কৰিলে সাপ আঁতৰি যায় বুলি বিশ্বাস আছে। পদ্মপুৰাণত মনসা দেৱীক শিৱৰ শিষ্যা আৰু কৃষ্ণৰ ভক্তা বুলি কোৱা হৈছে। মনসা পূজাক মাৰৈ পূজা বুলিও কোৱা হয়।

মঙ্গলদৈ, সৰভোগ, দক্ষিণ কামৰূপ, গোৱালপাৰা জিলাত মনসা পূজা কৰাৰ পৰম্পৰা চলি আহিছে। গোৱালপাৰা জিলাত মনসা দেৱীক পদ্মা দেৱী বুলি কোৱা হয়।

বাৰিষা কালত শাওণ আৰু ভাদমাহৰ সংক্ৰান্তিৰ মাজৰ সময় ছোৱাত দুটা পঞ্চমী তিথিত মাৰৈ পূজা বা মনসা পূজা কৰা হয়।

মনসা পূজাৰ কাৰণে বেদী স্থাপন কৰে। বেদীৰ ওপৰত থাকিব মণ্ডপ, চাৰিওফালে চাৰিটা বেদীৰ কাষত কলপুলি ৰুব। চন্দ্ৰতাপ তৰি ধুপ-দীপ, নৈবেদ্য ফুল আদি দিয়ে। দধি-দুগ্ধ, ঘৃত, মধু দি প্ৰসাদ আগবঢ়াই উৰুলি দি গীত বাদ্যৰে পূজা কৰা হয়। তাৰ উপৰিও সিজু গছৰ ডাল, তিল, তুলসী আদিও দিয়া হয়।

মনসা বা মাৰৈ পূজাৰ গীত—

" নাগ পূজা লৌৰে, নাগিনী সঙ্গে লৈয়া, অষনাগে পূজা লৌ মণ্ডপে বসিয়া।" ইত্যাদি।

**অপেশ্বৰী সবাহঃ**

অপেশ্বৰা বা অপেশ্বৰী সংস্কৃত 'অপ্সৰ' শব্দৰ পৰা উৎপত্তি হৈছে। বেদত অপ্সৰা বা অপেশ্বৰীসকল সূৰ্য্যদেৱতাৰ কিৰণৰ পৰা সৃষ্টি হৈছে বুলি কোৱা হয়। অপেশ্বৰা বা অপেশ্বৰী সকলে ৰথত উঠি আকাশত বিচৰণ কৰি ফুৰে। বেদত উল্লেখ আছে যে অপেশ্বৰীসকলে সোমৰস প্ৰস্তুত কৰে; আৰু সেই সোমৰস গান্ধৰ্ব্ব সকলে পান কৰে। অপেশ্বৰী সকলক ভাৰতৰ আন ঠাইত পৰী বুলি কয়। অপেশ্বৰী সকল বৰ সুন্দৰী; তেওঁলোক গীত-নৃত্যতো পাৰ্গত।

কেতিয়াবা তিৰোতা বা সৰু ল'ৰা-ছোৱালীৰ বেমাৰ-আজাৰ হ'লে স্বৰ্গৰ অপেশ্বৰীৰ দোষ লাগে বুলি ভাৱে। অপেশ্বৰীৰ কোপ দৃষ্টি পৰিলে পিঠাগলীয়া ৰোগ হয় আৰু তিৰোতাৰ গাৰ বিষ হয়। মূৰটো গধুৰ গধুৰ লাগে। অপেশ্বৰীৰ দোষ লাগিলে ছোৱালীৰ কন্যাকাল নহয়। ল'ৰা-ছোৱালীৰ পঁয়া লগা বেমাৰ হয় আৰু খীণাই শুকাই যায়।

তেতিয়া অসমীয়া লোকসমাজে অপেশ্বৰী সবাহ পাতে। এই সকাম দেওবাৰে পতা হয়। পাচঁগৰাকী বা সাত গৰাকী মহিলা বা নগৰাকী মহিলা আমন্ত্ৰণ কৰা হয় এই অনুষ্ঠানলৈ। মুকলি আকাশৰ তলত চোতালত সূৰ্য্যৰ পোহৰ লম্বভাবে পৰা ভৰ দুপৰীয়া সময়ত পতা হয়। পিঠাগুৰি, এৰাঁ গাখীৰ, কল আদি প্ৰসাদেৰে অপেশ্বৰী সবাহ পতা হয়। কিছুমানে সৰু এখনি মণ্ডপ বা ৰভা দি চোতালত পাতে। কিছুমানে পিঠাগুৰিৰে মৰল সাজি বেদী বনায় বা থাপনা পাতে। কিছুমানে

সেন্দুৰ ফোট; ৰঙাফুল, ঘিউৰ চাকি দি দধি, দুগ্ধ, ঘৃত, মধু, পঞ্চামৃত দিও অপেশ্বৰী সবাহ পাতে। গোপিনী সকলে শুভ্ৰ কাপোৰ পিন্ধি আহে। বিধৱা বয়স্কা মহিলা হ'লে ভাল হয়। অপেশ্বৰী সবাহত গোপিনীয়ে গীতো গায়—

" দেওবাৰে' দুপৰ বেলা এপাঁজি মেলি চায়।
অপেশ্বৰাই সবাহ লব কেতেবেলি পাই।।"

## গৰখীয়া সবাহঃ

গৰু হাল কৃষকৰ একমাত্ৰ সম্বল। গৰু হাল নহ'লে কৃষকে খেতি কৰিব নোৱাৰে। গাইজনীয়ে গাখীৰ টোপাৰ যোগান ধৰে। সেয়েহে গঞা সমাজত এষাৰ প্ৰবচন শুনা যায়। বোলে "যাৰ নাই গৰু। সি সৱাতকৈ সৰু"। গৰু চৰোৱা এটা টান কাম। হাল বোৱাৰ পাছত গৰু চৰাবলৈ নিয়া হয়। দিনৰ দিনটো পথাৰত বা বিলত গৰু চৰাই গধূলি ঘৰলৈ গৰুবোৰ লৈ আনে। গৰু ৰখীয়া সকলক 'গৰখীয়া' বোলে। গৰখীয়া ল'ৰাহঁতে ৰ'দে-বৰষুণে, ভোকে-পিয়াহে গৰু চৰায়। সেয়েহে গৰখীয়া ল'ৰাহঁতৰ গাত পৰম গুণ আছে। গৰখীয়া ল'ৰাক ভোজ-ভাত খোৱাই আৰ্শীবাদ ললে সতি-সন্তান নোহোৱা সকলেও সন্তানৰ মুখ দেখে। ৰোগত ভূগী থাকিলে গৰখীয়াৰ আশীৰ্বাদত আৰোগ্য লাভ কৰিব পাৰে বুলি বিশ্বাস কৰে।

গৃহস্থৰ গৰুখিনি কুশলে-মঙ্গলে থাকিবৰ বাবে বছেৰেকৰ মূৰত গৃহস্থই গৰখীয়া সবাহ পাতে। গধূলি গৰু বান্ধি, গৰখীয়াহঁতে হাত-মুখ ধুই গৰখীয়া সবাহলৈ আহে। ভীমকল, পিঠা গুৰি দি চাকি-বন্তি জ্বলাই গৰখীয়া সবাহ পাতে। তিনিও মেৰে ধৰা পাৰি গৰখীয়াহঁতক বহুৱাই লৈ গৃহস্থই আশীৰ্বাদ লয়। কল-পিঠা ভগাই গৰখীয়াহঁতক দিয়ে। গৰখীয়াহঁতৰ ভিতৰত এজনক বৰ গৰখীয়া পাতি লয়। বৰ গৰখীয়াৰ হুকুমমতেই গৰু চৰোৱা কাম চলে।

কিছুমান গাৱঁত নামঘৰত গৰু চৰোৱাৰ আগমুহূৰ্তত বহাগ মাহৰ শেষত সমূহীয়া ভাবে ৰাইজে গৰখীয়া সবাহ পাতে। সেই দিনা গৰখীয়া সবাহৰ কাৰণে ঘৰমূলি চান্দা তোলা হয়। প্ৰতিঘৰে চান্দা-বৰঙণি আদি দিয়ে। কল, কুঁহিয়াৰ, পিঠা, মগু, বুট আদিৰে শৰাই সজায়। নামঘৰত পাঠেকীয়ে কীৰ্ত্তন-ভাগৱত পাঠ কৰে। নাম প্ৰসঙ্গ চলে। শেষত গায়ন গাই সকামৰ সমাপ্তি ঘটায়। হৰিধ্বনি দিয়ে। নামঘৰৰ চোতালত বা পদূলিত-ঢোল তাল লৈ ডেকা সকলে বিহুমাৰে। ভাগৱত পাঠৰ পাছত নাম প্ৰসঙ্গ কৰে। গায়ন গায় আৰু পাছত প্ৰসাদ বিতৰণ কৰি সবাহ ভাঙে।

**বাঁহ পূজা ঃ-** উত্তৰ পূৰ্ব্বাঞ্চলৰ লোকৰ মাজত বাহঁশিল্পৰ ব্যাপক প্ৰচলন আছে। বাহেঁৰে উত্তৰ পুব-ভাৰতৰ লোকে ঘৰৰ লাগতীয়াল সা-সৰঞ্জাম যেনেঃ- পাচি, খৰাহী, চালনি, দলা বা কোলা, কুকি, জপা আদি সাজি লয়। তাৰ উপৰিও মাছমৰা সঁজুলি যেনে- ঠুহা বা খোকা, খলহা, ডিঙৰা, চেপা, পাউৰি, দেওজাকৈ, জাকৈ-- খালৈ আদি সঁজুলি নিৰ্মাণ কৰি লয়। বাহঁ-খেৰেৰে দুখীয়া লোকে ঘৰ নিৰ্মাণ কৰে; বেৰা দিয়ে। জপনা বা নঙলা-নিৰ্মাণ কৰি লয়। মুঠতে বাঁহ অসমৰ লোক জীৱনৰ অপৰিহাৰ্য্য সম্পদ। বোলে " যাৰ নাই বাঁহ তাৰ নাই সাহ" । সেয়েহে বাঁহ পূজা চলি আহিছে। ভঠেলি, দেউল আদি উৎসৱ বাঁহক লৈয়েই পতা হয়। পৃথিবীৰ বিভিন্ন ঠাইত বাঁহ পূজা কৰা হয়।

**বৃক্ষ পূজা ঃ-** গছ মানৱ জীৱনৰ অতীব লাগতিয়াল সম্পদ। গছে মানুহক ছাঁ দিয়ে, ফল দিয়ে। গছ কাটি তাৰ কাঠেৰে ঘৰ-দুৱাৰ নিৰ্মাণ কৰে; আচ-ৱাব তৈয়াৰ কৰে। আনকি গছে এৰি দিয়া অক্সিজেন গেছ প্ৰাণীৰ বাবে প্ৰয়োজন। গছ-গছনি নহ'লে মানুহৰ দৈনন্দিন জীৱন অচল হৈ পৰে। প্ৰতিটো ক্ষেত্ৰতে উপকাৰ পাই থকা বৃক্ষক মানুহে পূজা কৰে। তাহানি ঋষিমুনি সকলে অৰণ্যৰ গছৰ তলত বহিয়েই গুৰুৰ পৰা জ্ঞান লাভ কৰিছিল। গৌতম বুদ্ধই এজোপা বুদ্ধি বৃক্ষৰ তলত বহি তপস্যা কৰিয়েই দিব্যজ্ঞান লাভ কৰিছিল। গছত বনদেৱতা থাকে। ডাঙৰ জৰি গছৰ তলত ভূত-পিশাচ ওলায় বুলি বিশ্বাস কৰে। জোপোহা ডাঙৰ গছত বুঢ়া-ডাঙ্গৰীয়া থাকে বুলিও মানুহে ভাবে।

সেয়েহে আহঁত গছ, বটগছৰ তলত, পাকৰি গছৰ তলত বেদী বনাই পূজা কৰে। সেইদৰে বেল গছৰ তলতো সেন্দুৰ ধুপ-জ্বলাই পূজা কৰে। বড়ো সকলে সিজু গছক পূজা কৰে। পৃথিৱীৰ আন আন দেশতো বৃক্ষ পূজা- চলে।

**ব্যাঘ্ৰ পূজাঃ-** আদিম মানুহে প্ৰকৃতিৰ অপৰাজেয় শক্তিৰ ওচৰত হাৰ মানিছিল। তেনে প্ৰতাপী প্ৰকাণ্ড জীৱ-জন্তুৰ আক্ৰমণৰ পৰা মানুহে নিজকে ৰক্ষা কৰিবলৈ যাদু-মন্ত্ৰৰ আশ্ৰয় লৈছিল। লাহে লাহে এই প্ৰক্ৰিয়াই ৰূপান্তৰ হৈ গৈ কালক্ৰমত সেই জীৱ জন্তুক দেৱ-দেৱী ৰূপে পূজা কৰিবলৈ ধৰিলে। পৃথিৱীৰ বিভিন্ন জাতিৰ মাজত সেয়েহে নখ থকা প্ৰতাপী আক্ৰমণকাৰী জন্তু বাঘকো পূজা কৰাৰ পৰম্পৰা চলি আহিছে। সুমাত্ৰা দ্বীপৰ অধিবাসী সকলে বাঘ নেমাৰে; কিন্তু বাধ্যত পৰি মাৰিলে বাঘৰ শটোক আনি ধূপ-ধুনা জ্বলাই ক্ষমা খুজি প্ৰাৰ্থনা কৰে। শিৱই বোলে বাঁঘৰ ছাল পাৰি শুৱে। মহাদেৱ-পাৰ্ব্বতীৰ নৃত্যৰ পৰাই পাৰ্ব্বতীৰ পৰা ব্ৰ্যাঘেশ্বৰী দেৱীৰ জন্ম হৈছিল। মাঘৰ দোমাহীত ব্ৰাঘ্ৰেশ্বৰী পূজাৰ

পৰম্পৰা চলি অহা দেখা যায়। আদিম মানুহে প্ৰকৃতিৰ ওচৰত সেওমানি দেৱতা হিচাপে বাঘক পূজা কৰিছিল।

**জল পূজা ঃ-** পানী নহ'লে প্ৰাণী জগত আৰু উদ্ভিদ জগত জীয়াই থাকিব নোৱাৰে। বায়ু, পানী, মাটি আদি পঞ্চভূতৰ দ্বাৰা আমাৰ শৰীৰ গঠিত হৈছে। পানী-শব্দৰ বিশিষ্ট ৰূপ হল 'জল'। নানান পূৰা কাহিনীৰ লগত জলদেৱতাৰ কাহিনী সংপৃক্ত হৈ আছে। সৃষ্টিৰ আদিতে বিশাল মহা সমূদ্ৰৰ জল ৰাশিৰ ওপৰত অনন্ত ভগৱন্তই শয়ন কৰি আছিল। এই মহা সমূদ্ৰৰ জলতেই পৰম পুৰুষ ভগবন্তই নিক্ষেপ কৰা বীজৰ পৰাই সৃষ্টি কৰ্ত্তা ব্ৰহ্মাৰ জন্ম হৈছিল। ইছলাম ধৰ্ম্মৰ সৃষ্টি কাহিনী অনুসৰিও সৃষ্টিৰ আদিতে জলৰ বাহিৰে একো নাছিল। জলক দেৱতা হিচাবে পূজা কৰি অহা পৰম্পৰা আদিম কালৰে পৰা চলি আহিছে।

কিছুমান লোকে কয় যে জল ডাঙৰীয়া আৰু থল ডাঙৰীয়াইহে মূলৰ অধিকাৰী। উজনি অসমৰ আহোম, কছাৰী, মিৰি আৰু চুতীয়া সম্প্ৰদায়ৰ লোকৰ মাজত বেমাৰ হ'লে জলখাই চাউল খোৱায়। জলখাই চাউল খোৱাত বগা বৰালি মাছ দি ভকতক ভাত ৰান্ধি খোৱায়। তদুপৰি ডাঙৰ নদী বা বিলত মাছ মাৰিবলৈ যাওঁতে মাছ মৰাৰ আগতে কানিপান দি জল দেৱতাক পূজা কৰি লয়। জলকুঁৱৰী বুলিও পূজা কৰা হয়।

**মৎস্য পূজা ঃ** অসমীয়া মানুহৰ প্ৰধান খাদ্য হৈছে মাছ আৰু ভাত। অসমৰ লোক সমাজে দৈনন্দিন জীৱনত ভাতৰ লগত এচকল হ'লেও মাছ খায়েই। তৰকাৰিৰ লগত মাছ খোৱাৰ উপৰিও মাছ শুকানে ভাজি খায়; মাছ পুৰি-পিটিকি খায়। পুৰা মাছ অসমীয়াৰ বৰ প্ৰিয় খাদ্য। মাছ পাতত দিও খায়। শুকুৱাই গুড়ি কৰিও খায়। গুড়ি মাছক শুকতি মাছ বোলে। মাছ অসমৰ বিভিন্ন ধৰ্ম্মীয় আচাৰ অনুষ্ঠানত দিয়াতো বাধ্যতামূলক। বিয়াত জোৰণ দিবলৈ যাওঁতে জোৰণৰ লগত মাছো দৰাঘৰৰ মানুহে কন্যা ঘৰলৈ নিব লাগে। আঠ মঙ্গলাৰ ভোজলৈ মাছ নিব লাগে। নানান ঘৰুৱা অনুষ্ঠান বা সকাম যেনে — শ্ৰাদ্ধ বা বছেৰেকীয়া, নপুৰুষীয়া, চাউল খোৱা আদিত মাছ দিয়াটো বাধ্যতামূলক। মাছৰ সৈতে বিভিন্ন সংস্কৃতি জড়িত হৈ আছে। মাছৰ সম্পৰ্কে জন বিশ্বাসো আছে । লোক গীতত উল্লেখ আছে—

চৰিয়াত জীয়াবা মাগুৰ মাছ এহালি
কইনাৰ আগতে থবা।
সেই মাছ হালি নৈত মেলি দিবা

দীৰ্ঘ জীৱি পুত্ৰ পাবা।

বাণী কান্ত কাকতি দেৱে কৈছে "There are flood myths in many mythologies both in the old world and the new. But there is close resemblance between the flood stories of Babylon and India, both being connected with the fish god"

কাছ পূজা ঃ কাছ পূজা গ্ৰহণ কৰাৰ পাছত বিষ্ণুৱে প্ৰথমে মৎস্য ৰূপে অৱতাৰ কাছ ৰূপ গ্ৰহণ কৰে। কাছ পূজা সম্পৰ্কে সৃষ্টি তত্ত্বৰ কাহিনীত উল্লেখ আছে যে পৃথিবীখন এক ৰহস্যজনক জন্তুৰ ওপৰত উঠি আছিল। এনে কাহিনী এচিয়া আৰু আমেৰিকাতো পোৱা যায়। চীনদেশত প্ৰাচীন কালত কাছক দেৱত্ব আৰোপ কৰিছিল। কোলাৰীয়ান সকলে কাছক দেৱতা হিচাবে পূজা কৰিছিল। প্ৰাচীন পুৰণি কাহিনীত সূৰ্য্য, চন্দ্ৰ, সমুদ্ৰ এই চাৰিৰ সৃষ্টি কাহিনীৰ সৈতে কাছ অৰ্থাৎ কুৰ্ম্মদেৱতাৰ লগত জড়িত হৈ আছে। এক পৌৰাণিক কাহিনী অনুসৰি ভগবানে পৃথিৱীখন সৃষ্টি কৰিলে আৰু এই পৃথিবীখন কাছৰ ওপৰতে বৈ আছিল। মৎস্য অৱতাৰৰ পাছত ভগবানে ক্ষীৰোদ সাগৰৰ পাৰত কুৰ্ম্ম অৰ্থাৎকাছৰ অৱতাৰ ধৰিছিল। কাছৰ সেয়েহে বিষ্ণুৰ এক অৱতাৰ বুলি হিন্দু সমাজে বিশ্বাস কৰে। সেয়েহে সমাজত কাছ পূজা চলি আহিছে।

**কাহুৰী আইৰ পূজা** ঃ- জ্বৰ, বসন্ত আদি ৰোগ হ'লে মানুহে লোক বিশ্বাস অনুসৰি আই সবাহ আদি অনুষ্ঠান কৰে। কাহ এবিধ কঠিন ৰোগ। কাহ ৰোগেও মানুহক ভয় আৰু বিস্ময়ৰ সৃষ্টি কৰে। কাঁহৰ পৰাই 'কাহুৰী' শব্দৰ সৃষ্টি হৈছে। কাহুৰী আইক শীতলা আইৰ বাই-ভনী বুলি ভাবিব পাৰি। বসন্ত ৰোগ, দীঘলীয়াকৈ লাগি থাকিলে 'কুহুৰ' 'কুহুৰ' কাহি থাকে আৰু ভিতৰে ভিতৰে বসন্ত ৰোগ চলি থাকে। তেতিয়াই কাহুৰী আইক পূজা-সেৱা দিয়া হয়। অসমৰ দৰং, কামৰূপ আৰু গোৱালপাৰা জিলাত বসন্ত হৈ দীৰ্ঘদিনীয়া কাহ-জ্বৰ হৈ থাকিলে গোপিনীসকলে কাহুঁৰী আইৰ পূজা বা সবাহ কৰে। গোবৰ-মাটিৰে চোতাল মছি চোতালৰ মাজত চাৰিখুঁটি মাৰি চন্দ্ৰতাপ তৰি মাহ-চাউল, ভীমকল, বগা ফুল আদিৰে শৰাই দিয়ে। কিছুমানে পিঠা, কল, গাখীৰ দিয়ে। কাহুৰী আই নাম লয়।

**বুঢ়া-গোসাঁনী পূজাঃ**- কিছুমান গাৱঁত বুঢ়াগোসাঁই আৰু বুঢ়ী-গোসাঁনীৰ থান আছে। এই থানঘৰত গএগ্ৰা ৰাইজে পূজা-সেৱা কৰে; বুঢ়া গোসাঁই থানত শিৱৰাত্ৰি উৎসৱ পাতে। বুঢ়ী গোসাঁনীৰ থানতো পূজা কৰে। তেতিয়া বোলে গাৱঁত মাৰি-মৰক অপায়-অমঙ্গল নহয়। অনাবৃষ্টি বা খেতি-বাতি নহ'লেও সমূহীয়া

ভাবে-ৰাইজে থানত পূজা কৰে। মনৰ কামনা পূৰণৰ বাবেও থানত পূজা দিয়ে। কেতিয়াবা চুৰি-তাৰি হ'লে শাও-শপনি দিবৰ বাবেও গোসাঁনী থানত পূজা দিয়ে। অসমৰ দেউৰী সমাজত বুঢ়া-বুঢ়ী গোসাঁনীৰ পূজা পৰম্পৰাগত ভাৱে আদিম কালৰে পৰা চলি আহিছে। প্ৰতিখন দেউৰী গাৱঁত বুঢ়া-বুঢ়ী গোসাঁনীৰ শাল আছে। এই বুঢ়া-বুঢ়ী গোসাঁনীক তেওঁলোকে পৰম্পৰাগত পদ্ধতিৰে পূজা-সেৱা দি থাকে।

এনেদৰেই বুঢ়া- গোসাঁই বা বুঢ়ী গোসাঁনীৰ পূজা পাতি আহিছে।

**লিঙ্গ পূজাঃ**- প্ৰজনন শক্তিৰ প্ৰতীক হিচাবে অতি প্ৰাচীন কালৰে পৰা লিঙ্গ পূজা আৰু যোনি পূজা চলি আহিছে। মেজিক সম্পৰ্কীয় বিশ্বাসৰ পৰাই লিঙ্গ পূজাৰ উৎপত্তি হৈছে যেন লাগে। আমাৰ হিন্দু সমাজত তান্ত্ৰিক পূজা- উপাসনা চলি আহিছে। তান্ত্ৰিক উপাসনাৰ ক্ষেত্ৰত লিঙ্গ পূজাৰ প্ৰচলন হৈছে বুলি ভাবিব পৰাৰ থল আছে। লিঙ্গ উপাসনা বা পূজা শক্তিৰ বাবে এক আৰাধনাৰ প্ৰতীক বুলি ভাবিব পাৰি। শিৱ পূজাৰ পদ্ধতিত শিৱ লিঙ্গৰ পূজা কৰা হয়। সতীৰ মুণ্ড পৰা ঠাইতেই হেনো শিৱই তপস্যা কৰি লৌহ লিঙ্গ ৰূপ পৰিগ্ৰহণ কৰে। তেতিয়াৰ পৰাই শিৱ-লিঙ্গতেই শিৱ পূজা কৰা হয়।

লিঙ্গ আৰু যোনিৰ উৎপত্তি সম্পৰ্কে বিভিন্ন লোক কাহিনী পোৱা যায়। শিৱ মন্দিৰ, থান আৰু দেৱালয় কিছুমানত শিৱলিঙ্গ থাপন কৰি লোক সমাজে লিঙ্গ পূজা কৰাৰ পৰম্পৰা আজিও লোক সমাজত বিদ্যমান হৈ আছে।

**অন্যান্য পূজা-সেৱাঃ**- আগত আলোচনা— কৰি অহা পূজাঁ সেৱাৰ উপৰিও অসমৰ লোক সমাজত অসংখ্য দেৱ-দেৱীৰ পূজা-উপাসনা চলি আহিছে। সেই আটাইবোৰৰে বিস্তৃত আলোচনা কৰাতো সম্ভৱ নহয়। সেইবোৰ পূজা উপাসনা যেনেঃ- শালগ্ৰাম পূজা, বসন্ত পূজা, জগদ্ধাত্ৰী পূজা, উগ্ৰতাৰা পূজা, মঙ্গল চণ্ডী পূজা, ঝুলন যাত্ৰা, ভকত সেৱা, পূৰ্ণসেৱা আদি অনেক আছে। ◆

## ১৪ম অধ্যায়
# অসমৰ লোক সমাজত ধৰ্ম্মৰ ধাৰা

অসমৰ আদিম অধিবাসী লোক সমাজখন দ্ৰাবিড় অষ্ট্ৰিক, মঙ্গোলীয় আৰু আৰ্য্য মানৱগোষ্ঠীৰ সংমিশ্ৰণত সৃষ্টি হৈছে। যুগ যুগ ধৰি বিভিন্ন সময়ত বিভিন্ন ঠাইৰ পৰা এইবোৰ মানুহ আহি অসমৰ পাহাৰীয়া আৰু ব্ৰহ্মপুত্ৰ উপত্যকা আৰু বৰাক উপত্যকাত বসবাস কৰি বৃহৎ অসমীয়া লোক সমাজখন গঠিত হৈছে। অসমৰ লোক সমাজত আৰ্য্য মানৱ গোষ্ঠীৰ লোকতকৈ অনা আৰ্য্যলোকৰ সংখ্যাই আটাইতকৈ সৰহ।

অসমৰ লোক সমাজত শঙ্কৰদেৱৰ আবিৰ্ভাৱৰ আগলৈকে অৰ্থাৎ প্ৰাক্‌শঙ্কৰী যুগত শৈৱ ধৰ্ম্ম, শাক্তধৰ্ম্ম, বাসুদেৱ বিষ্ণুপূজা বা বৈষ্ণৱ ধৰ্ম্ম, তান্ত্ৰিক ধৰ্ম্ম, বৌদ্ধধৰ্ম্ম, বৌদ্ধ সহজীয়া আদি ধৰ্ম্মীয় পন্থাৰ প্ৰচলন আছিল। এই সময়ছোৱাৰ আচাৰ-অনুষ্ঠান বোৰো এনেদৰেই গঢ়ি উঠিছিল।

অসমৰ বিভিন্ন প্ৰান্তত থকা শিৱদৌল, শিৱ লিঙ্গ আৰু শিৱমূৰ্ত্তিবোৰে পুৰণি অসমত শৈৱ ধৰ্ম্মৰ ধাৰাৰ নিদৰ্শন দাঙি ধৰে। কামৰূপৰ কামাখ্যা মন্দিৰ, শদিয়াৰ কেঁচাইখাতী গোসাঁনী বা তাম্ৰেশ্বৰী মন্দিৰ, শ্ৰীহট্টৰ দেবী মন্দিৰ, ত্ৰিপুৰাৰ ত্ৰিপুৰীদেৱীৰ মন্দিৰ আদিয়ে পুৰণি অসমৰ শাক্ত ধৰ্ম্মৰ ধাৰাৰ নিদৰ্শন দাঙি ধৰে । হাজোৰ হয়গ্ৰীৱ মাধৱ-মন্দিৰ, ঢকুৱাখনাৰ অৰ্থাৎ প্ৰাচীন হাবু ৰাজ্যৰ বাসুদেৱ বিষ্ণু মূৰ্ত্তি আৰু তিনিখন তামৰ ফলিত উল্লেখ থকা কথাবোৰে, পুৰণি অসমত যে বাসুদেৱ বৈষ্ণৱধৰ্ম্মৰ ধাৰাৰ যে এটি সোঁত বৈ আছিল সেইকথাৰ প্ৰমাণ দিয়ে।

অসমৰ নিচেই গাতে লাগি থকা নেপাল, তিৰ্ব্বত আৰু ভুটানৰ লোকৰ সংস্পৰ্শত অসমৰ লোক সমাজৰ মাজতো এক পৰিবৰ্ত্তিত ৰূপত বৌদ্ধধৰ্ম্মৰ আচৰণ প্ৰথা চলিছিল। মহাযানী বৌদ্ধধৰ্ম্মৰ পৰা ফাটি ওলোৱা তন্ত্ৰ যান, মন্ত্ৰযান, কালচক্ৰ যান সহযান আৰু ব্ৰজযানী বৌদ্ধ ধৰ্ম্মই অসমৰ জনজাতীয় লোক সমাজৰ মাজত বিকৃত ৰূপৰ মাধ্যমত চলি আছিল।

মন্ত্ৰযানৰ পৰা কামৰূপত নানান তন্ত্ৰ-মন্ত্ৰৰ সৃষ্টি হৈছিল। কালচক্ৰযানৰ পৰাই

হয়তো কাল সংহতি বা ৰাতিখোৱা প্ৰথাৰ সৃষ্টি হ'ব পৰাৰ থল আছে। সহযানৰ পৰা অসমৰ লোক সমাজত চলি অহা সহজীয়া বা নিৰ্গুণীয়া ধৰ্ম্মীয় লোকাচাৰৰ সৃষ্টি হ'ব পাৰে। ব্ৰজযানৰ পৰা উজনি অসমৰ আহোম, কছাৰী, মিচিং সম্প্ৰদায়ৰ মাজত চলি থকা বৰসেৱা আদি লোকাচাৰৰ সৃষ্টি হ'ব পাৰে।

পঞ্চদশ শতিকাত মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱে অসমত প্ৰচাৰ কৰা নৱবৈষ্ণৱ ধৰ্ম্ম অৰ্থাৎ একশৰণ নাম ধৰ্ম্ম অসমৰ লোক সমাজৰ প্ৰতিখন গাওঁ, প্ৰতিটো চুবুৰী, প্ৰতিটো জাতি, উপজাতিয়ে গ্ৰহণ কৰি আহিছে। তাৰ ফলত অসমীয়া সমাজৰ প্ৰতিখন গাৱঁত বৈষ্ণৱী নাম ধৰ্ম্মৰ বাবে একোটাকৈ নামঘৰ দেখিবলৈ পোৱা যায়। মহাপুৰুষ জনাই দিয়া ধৰ্ম্মীয় শিকনিমতে এই সৃষ্টিৰ মূলতেই এজন সৃষ্টি কৰ্ত্তা বা পৰম পুৰুষ আছে আৰু তেৱেঁই স্বয়ং বিষ্ণু বা কৃষ্ণ। "কৃষ্ণস্তু ভগৱান স্বয়ং" বুলি শ্ৰীমদ্ভাগৱত গীতা আৰু শ্ৰীমদ্ভাগবৎ পুৰাণৰ ওপৰত আধাৰিত এই নৱবৈষ্ণৱ ধৰ্ম্মই বিস্তাৰ লাভ কৰে। অসমৰ সত্ৰবোৰে আৰু নামঘৰ বোৰে তাৰ সাক্ষ্য দাণ্ডি ধৰিছে।

মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ আৰু মাধৱদেৱৰ পৰলোকগামী হোৱাত তেৰাসকলৰ শিষ্য আৰু ধৰ্ম্মৰ আচাৰ্য্যসকলে বৈষ্ণৱ ধৰ্ম্মৰ ভিতৰতে বেলেগ বেলেগ মতপ্ৰথাৰ সূচনা কৰে। সেইবোৰৰ ভিতৰত চাৰি সংহতিয়েই প্ৰধান। এই চাৰিসংহতি হ'ল— ব্ৰহ্মসংহতি, পুৰুষ সংহতি, নিকাহ সংহতি আৰু কাল সংহতি। দামোদৰদেৱ আৰু হৰিদেৱে ব্ৰহ্ম সংহতি প্ৰতিষ্ঠা কৰে। আউনি আটী, দক্ষিণ পাট, কুৰুৱাবাহী আদি ই সংহতিৰ সত্ৰ। কিছুমান কঠোৰ নীতি- নিয়ম মানি চলিব নোৱাৰাত পুৰুষোত্তম ঠাকুৰৰ দ্বাৰা পুৰুষ সংহতিৰ সৃষ্টি হয়। মাধৱদেৱৰ আজ্ঞাপৰ বাৰ জন আচাৰ্য্যই বৰপেটা, মধুপুৰ আৰু কমলাবাৰীকে আদি কৰি চাৰিকুৰি সত্ৰ স্থাপন কৰে।

পুৰুষ সংহতিৰ পৰা ফাটি গৈ নিকাহ সংহতিৰ সৃষ্টি হয়। মাধৱদেবৰ আজ্ঞা পৰ ভবানীপুৰীয়া গোপাল আতাই কাল সংহতি সৃষ্টি কৰে। এই চাৰি সংহতিৰ অন্তৰ্গত প্ৰায় অসমত পাঁচশ খন সত্ৰ স্থাপিত হৈছে।

**(ক) শৈৱ ধৰ্ম্ম ঃ**

শিৱ উপসনাৰ পদ্ধতিক শৈৱ ধৰ্ম্ম বোলে। অসমৰ আদিম অধিবাসী আৰু আৰ্য্য সম্ভূত লোক সকলেও শিৱৰ পূজা কৰিছিল। বিশেষকৈ জনজাতীয় কিৰাত কছাৰী সকল শিৱৰ উপাসক আছিল। 'কালিকাপুৰাণ' গ্ৰন্থত উল্লেখ আছে যে ভাৰতৰ পূব খণ্ডতো শিৱ পূজা চলিছিল। মহাভাৰতত কামৰূপৰ ৰজা ভগদত্তক 'শিৱৰ সখা' বুলি কোৱা হৈছিল। কিৰাট সকল শিৱ শম্ভুৰ উপাসক আছিল।

আজিও ভাং খাওঁতে ভাঙুৱাই সকলে ডাঙৰ চিলিমত হোপা মৰাৰ আগতে শিৱৰ নাম উচ্চাৰণ কৰি কয়—"বম শিৱ শম্ভু বম" ইত্যাদি। বসুমতী আৰু কৃষ্ণৰ পুত্ৰ মিথিলাৰ ৰাজকোঁৱৰ নৰকাসুৰে কিৰাট বংশৰ ৰজা ঘটোৎ কিৰাটক বধ কৰি কামৰূপৰ ৰজা হয়। তেওঁ আছিল দেৱী উপাসক। তেওঁ কামাখ্যাৰ দেৱীক পূজা কৰিছিল। তেওঁ শিৱৰ উপাসক সকলক সাগৰ (বঙ্গোপসাগৰ)ৰ পাৰত বহুৱাইছিলগৈ। জলপাইগুৰি অঞ্চলৰ আগতে কামৰূপ ৰাজ্যৰ অধীনতে আছিল। জলপাইগুৰিত থকা ৰজা জলেশ্বৰে জল্লেশ্বৰ নামৰ মন্দিৰ নিৰ্মাণ কৰি উক্ত মন্দিৰত শিৱ পূজা কৰিছিল। নৰকে কামাখ্যা দেৱীক পূজা কৰাৰ আগতে কামৰূপৰ লোক সকলে শিৱ-শম্ভুদেৱতাক নিজদেৱতা বুলি পূজা কৰিছিল। 'কালিকা পুৰাণ'ত উল্লেখ আছে— "স চ দেশ সভ্যাৰ্মে পূৰ্বন গুপ্তচঃ শম্ভুনাঃ।'

বনমালীদেৱৰ তামৰ ফলিত শিৱ পূজাৰ উল্লেখ আছে। উল্লেখ আছে যে ভগদত্তৰ পুত্ৰ ৰজা ব্ৰজদত্তও শিৱভক্ত আছিল। নিধনপুৰ তামৰ ফলিত উল্লেখ থকা মতে ভাস্কৰ বৰ্মায়ো শিৱক মানিছিল। বিভিন্ন ফলিত উল্লেখ আছে 'পৰম বৰাহ" আৰু " পৰম মহেশ্বৰ" বুলি । বাণভট্টৰ 'হৰ্ষ চৰিত'তো কুমাৰ ভাস্কৰ বৰ্মা শিৱ ভক্ত বুলি উল্লেখ আছে।

মধ্যযুগৰ অসমত বিশেষকৈ সপ্তম শকিতাৰ পৰা ত্ৰয়োদশ শতিকালৈকে বিভিন্ন ঠাইত শিৱ মন্দিৰ প্ৰতিষ্ঠা হৈছিল আৰু সেইবোৰত শিৱপূজা চলিছিল। তেজপুৰ নগৰতো শিৱ মন্দিৰৰ ধ্বংসাৱশেষ পোৱা গৈছে। তেজপুৰৰ বিশ্বনাথ ঘাটৰ শিৱ মন্দিৰ, গোলাঘাট নেঘেৰিটিঙৰ শিৱমন্দিৰ, গুৱাহাটীৰ উমানন্দৰ ভষ্মাচলত আৰু গুৱাহাটীতো বৰ্ত্তমান পানীকল থকা ঠাইত শিৱ মন্দিৰ আছিল। ছদ্মবেশী শিৱৰ ঔৰষতে কোঁচ ৰজা বিশ্ব সিংহৰ জন্ম হৈছিল বুলি জনা যায়। বিশ্ব সিংহৰ পত্নী পৰম শিৱ ভক্তা আছিল। ৰজা নৰনাৰায়ণেও শিৱ পূজা কৰিছিল বুলি 'দৰংৰাজ বংশাৱলী'ত উল্লেখ আছে।

অসমৰ জনজাতি বড়োসকলে 'বাথৌ ব্ৰাই শিৱ ৰাই' বুলি শিৱক পূজা কৰিছিল। জনজাতি সকলে শিৱ পূজাত মহ, ছাগলী আৰু পাৰ বলি দিয়ে। আন কিছুমানে আকৌ গাহৰি কুকুৰাও বলি দিয়ে।

হিন্দু ধৰ্ম্মীয় পৰম্পৰা অনুসৰি শিৱক শিৱলিঙ্গ প্ৰতিষ্ঠা কৰিহে পূজা দিয়ে। গা- পা ধুই শিৱ মন্দিৰত গৈ শিৱ লিঙ্গৰ ওপৰত পানী, গাখীৰ, বেলপাত আৰু কেচাঁ ফল-মূল দি পূজা কৰে। শিৱৰাত্ৰিৰ দিনা শিৱৰ পূজা কৰা হয়।

শিৱসাগৰ নগৰৰ শিৱসাগৰ পুখুৰীৰ পাৰত থকা শিৱ দৌলত শিৱৰাত্ৰিৰ দিনা বৰ ডাঙৰকৈ শিৱ পূজা পতা হয়। সেইদিনা শিৱসাগৰৰ শিৱ দৌলত

শিৱৰাত্ৰিত বৰ ডাঙৰ মেলা অনুষ্ঠিত হয়।

শিৱৰাত্ৰিত শিৱ দেৱতালৈ ভোগ-পায়স, ফলমূল, ভাং-ধতুৰাগুটি আদি প্ৰসাদ হিচাবে আগবঢ়োৱা হয়। ভাঙৰ লাডু আৰু ভাঙৰ ঘোঁটাও সেৱন কৰা হয়।

এনেদৰেই শৈৱ ধৰ্ম্ম অসমৰ লোক সমাজত প্ৰচলিত হৈ আহিছে।

**(খ) শাক্ত ধৰ্ম্ম ঃ**

অসমৰ লোক সমাজত প্ৰাচীন কালৰে পৰা শক্তি ধৰ্ম্মৰ প্ৰাদুৰ্ভাব চলি আহিছে। সপ্তম-অষ্টম শতিকাত ৰচিত ‘দেৱী পুৰাণ’ গ্ৰন্থত শক্তিৰ প্ৰতীক দেৱীক কামৰূপৰ বিভিন্ন ঠাইত বিভিন্ন ৰূপত পূজা কৰা হৈছিল। উইলচনে কৈ গৈছে যে বেদ আৰু পুৰাণত উল্লেখ থকা দেৱীক উত্তৰ পূব ভাৰত বা কামৰূপত, শাক্ত আৰু তন্ত্ৰৰ সংমিশ্ৰণত এক বিকৃত ৰূপত দেৱী পূজা চলিছিল। বনমালৰ তামৰ ফলি, ইন্দ্ৰ পালৰ তামৰ ফলিত কামৰূপত দেৱী পূজা প্ৰচলনৰ কথা উল্লেখ আছে।

সমগ্ৰ ভাৰততে কামৰূপ কামাখ্যা শক্তি ধৰ্ম্মৰ ঘাই কেন্দ্ৰ বুলি বিশ্বাস আছে। দশম, একাদশ শতিকাত ‘কালিকা পুৰাণ’ ৰচিত হয়। এই সময়ৰ পৰা পুৰণি অসমত শাক্ত ধৰ্ম্মৰ প্ৰভাৱ অত্যন্ত বৃদ্ধি পাবলৈ ধৰে। কামৰূপত মা কামাখ্যা দেৱী শদিয়াত কেচাইখাতী বা তাম্ৰেশ্বৰী দেৱী আৰু ত্ৰিপুৰাত টিপেৰা দেৱীৰ পূজাৰ কথা সৰ্ব্ব জন বিদিত। এইবোৰ গোসাঁনী শালত মহ, ছাগলী, হাহঁ, পাৰ বলি দিয়াৰ উপৰিও দেবীৰ আগত নৰবলিও দিয়া হৈছিল। নৰনাৰায়ণ ৰজাই কামাখ্যা মন্দিৰটো পুনৰ নিৰ্মাণ কৰি সম্পূৰ্ণ কৰোতে এক লাখ বলি দিয়া হৈছিল বুলি উল্লেখ আছে।

ড° বাণী কান্ত কাকতী দেৱে তেখেতৰ ‘Mother Goddess Kamakhya’ নামৰ গ্ৰন্থত দেৱীৰ চাৰিটা ৰূপৰ কথা কৈছে। মাতৃৰূপী দেৱী কামাখ্যা, পত্নী-ৰূপী দেৱী পাৰ্ব্বতী, কুমাৰী ৰূপিনী ত্ৰিপূৰা সুন্দৰী আৰু সংহাৰ ৰূপিনী কেচঁাইখাতী বা তাম্ৰেশ্বৰী। শাক্ত ধৰ্ম্মীলোক সমাজে দেৱীক বিভিন্ন ৰূপত পূজা কৰে; যেনেঃ- কালী, ত্ৰিপূৰা, তাৰা, বগলামুখী, চিন্নমস্তা, ভৈৰবী, পাৰ্ব্তী, মালিনী ইত্যাদি।

পুৰণি অসমৰ শাক্ত ধৰ্ম্মত তান্ত্ৰিক বৌদ্ধধৰ্ম্মৰ সংমিশ্ৰণ ঘটিছে। ‘কালিকা পুৰাণ’ত উল্লেখ আছে যে দেৱীৰ আগত পক্ষী, কাছ, মাছ, মৃগ, মহ, গুই, গৰু, ছাগলী, গাহৰি, কৃষ্ণ হৰিণ, সিংহ, বাঘ, মানুহ আৰু মানুহৰ তেজ দি দেৱীক সন্তুষ্ট কৰা হৈছিল। দেৱীক আদ্যাশক্তি জননী আৰু মহামায়া বুলিও ভবা হৈছিল।

এইদৰেই পুৰণি অসমৰ লোকসমাজত শাক্তধৰ্ম্মৰ প্ৰাৰ্দুভাব থকাৰ উপৰিও বৰ্ত্তমানেও অসমৰ লোক সমাজে শৰৎ কালত মহিষমৰ্দ্দিনী দুৰ্গাক পূজা কৰে।

অৰ্থাৎ দুৰ্গাপূজা সকলো ঠাইতে পালন কৰা দেখা যায়। ধেমাজিৰ মালিনী থানত কুমাৰী বাসন্তী পূজা কৰা হয়।

### (গ) বৈষ্ণৱ ধৰ্ম্মৰ ধাৰা ঃ

প্ৰাচীন অসমতো বৈষ্ণৱ ধৰ্ম্মৰ প্ৰচলন হৈছিল। তাম্ৰ শাসনৰ যুগৰ পৰা তন্ত্ৰযুগলৈকে পুৰণি অসমৰ লোক সমাজত বৈষ্ণৱ ধৰ্ম্মৰ ধাৰা প্ৰৱাহিত হৈ আছিল। হিন্দু ধৰ্ম্মৰ বিশ্বাসমতে বৰাহ ৰূপী বিষ্ণুৰ ৰূপত আদিতে ভগৱানে অৱতাৰ গ্ৰহণ কৰিছিল। 'হৰ্ষচৰিত' গ্ৰন্থত কুমাৰ ভাস্কৰবৰ্মাও বৈষ্ণৱ বংশৰ লোক বুলি কৈছে। ধৰ্ম্মপাল ৰজাই পাছৰ জীৱনত বৈষ্ণৱ ধৰ্ম্ম গ্ৰহণ কৰিছিল। প্ৰাচীন কামৰূপৰ তামৰ ফলিবোৰত উল্লেখ থকা নামবোৰৰ পৰাই পুৰণি অসমত যে বৈষ্ণৱ ধৰ্ম্মৰ প্ৰচলন আছিল তাৰ প্ৰমাণ পোৱা যায়। যেনে ঃ- বৰাহ, নৰসিংহ, জমদগ্নি ৰাম, দশৰথী ৰাম ইত্যাদি। তামৰ ফলিবোৰত নন্দ-যশোদা, বসুদেৱ-দৈৱকী, গোপ-গোপী আৰু কৃষ্ণ লীলাৰো দুই এটি কথাৰ আভাস পোৱা যায়।

তদুপৰি পুৰণি অসমৰ ভালেমান বিষ্ণুমূৰ্ত্তিয়ে কামৰূপত বৈষ্ণৱ ধৰ্ম্মৰ যে প্ৰচলন আছিল সেই কথাৰ সাক্ষ্য দিয়ে। যেনেঃ- গোলাঘাটৰ দেওপানীৰ ওচৰৰ আখৰ খোদিত-বিষ্ণু মূৰ্ত্তি, ডিব্ৰুগড়ৰ এটি মন্দিৰত পোৱা পিতলৰ বিষ্ণুমূৰ্ত্তি, ঢকুৱখানা বাসুদেৱ থানৰ বাসুদেৱ মুৰ্ত্তি, গুৱাহাটীৰ অশ্বক্লান্ত মন্দিৰৰ অনন্তশায়ী-বিষ্ণু মুৰ্ত্তি, শুক্লেশ্বৰৰ বিষ্ণুমূৰ্ত্তি, বৰপেটাৰ ন-সত্ৰত পোৱা চতুৰ্ভুজ বিষ্ণুৰ মূৰ্ত্তিৰ কথা উল্লেখ কৰিব পাৰি।

তদুপৰি উজনি অসমৰ ঢকুৱাখনা ধেমাজিৰ তাহানি হাবুং ৰাজ্যত বাসুদেৱ বিষ্ণুৰ মূৰ্ত্তি পোৱা যায়। বৰ্ত্তমানেও ডাঙৰ কলীয়া শিলত কটা বাসুদেৱ বিষ্ণুৰ চতুৰ্ভুজ মূৰ্ত্তি মৰনৈ বেবেজীয়াৰ বাসুদেৱ থানত সংৰক্ষিত হৈ আছে। ঘিলামৰা অঞ্চলত পোৱা তিনিখন তামৰ ফলিত চুতীয়া ৰজা সত্য নাৰায়ণ আৰু লক্ষ্মী নাৰায়ণে বাসুদেৱ পূজাৰ প্ৰতি ৰত ৰবিদেৱ নামৰ এজন ব্ৰাহ্মণক মাটি-বৃত্তি দিয়াৰ কথা উল্লেখ আছে। হাজোৰ হয়গ্ৰীৱ মাধৱ মন্দিৰেও বৈষ্ণৱ ধৰ্ম্মৰ ইঙ্গিত বহন কৰিছে।

এনেদৰেই পুৰণি অসমৰ লোক সমাজত বৈষ্ণৱ ধৰ্ম্মৰ প্ৰচলন আছিল। পঞ্চদশ শতিকাত মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ আৰু তেওঁৰ শিষ্য মাধৱদেৱে প্ৰচাৰ কৰা নৱ- বৈষ্ণৱ ধৰ্ম্ম পাহাৰ ভৈয়ামত বিস্তাৰিত হৈছিল। পৰম পুৰুষ ভগৱন্ত হ'ল বিষ্ণু। ' কৃষ্ণস্তু ভগৱান স্বয়ং, ' বুলি একশৰণ ভাগৱতী বৈষ্ণৱ ধৰ্ম্মৰ প্ৰচাৰ কৰা মহাপুৰুষ জনাই আৰু তেৰাৰ শিষ্য গোসাঁই- মহন্ত সকলে প্ৰতিষ্ঠা কৰা অসমৰ বিভিন্ন প্ৰান্তত থকা প্ৰায় ছুশ খন সত্ৰ আৰু অসমৰ গাৱেঁ

গাৱেঁ থকা নামঘৰ বোৰেই অসমত বৈষ্ণৱ ধৰ্ম্মৰ প্ৰাবল্যৰ কথা প্ৰমাণ কৰে। ভগৱন্তক পাবলৈ হ'লে- নাম, গুৰু, দেও, ভকত— এই চাৰিকথা বস্তুক সাৰোগত কৰি -শ্ৰৱণ, কীৰ্ত্তন, অৰ্চন, বন্দন আদি নবিধ পদ্ধতিৰে পূজা অৰ্চনা কৰিলেই হয়।

গুৰু দুজনা পৰলোকগামী হোৱাৰ পাছত তেওঁলোকৰ ধৰ্ম্মাচাৰ্য্য গোসাঁই-- মহন্ত সকলে প্ৰধানকৈ চাৰিটা পন্থাত বিভক্ত হৈ পৰে; ইয়াকে চাৰি সংহতি বুলি কোৱা হয়; যেনে - ব্ৰহ্মসংহতি, পুৰুষ সংহতি, নিকাহ সংহতি আৰু কাল সংহতি। অসমৰ সমূহ সত্ৰ এই চাৰিটা সংহতিত বিভক্ত হৈ আছে।

ভবানীপুৰীয়া গোপাল আতা আছিল উদাৰ চিতীয়া মানুহ। তেওঁক উজনি অসমৰ আহোম, চুতীয়া, মিচিং, কছাৰী আদি ৰাইজৰ মাজত বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰৰ দায়িত্ব দিয়ে। তেখেতে পৰম্পৰাগত ভাবে ব্যৱহৃত মদ, মাংস, গাহৰি, কুকুৰা খোৱা সকলক, 'ৰসেলৈ ভকতি কৰা' অৰ্থাৎ লাওপানী বা সাজঁৰ সৈতেই ভকতি কৰিবলৈ অনুমোদন জনালে। তথাপি তেখেতে আহোম, চুতীয়া, কছাৰী, মিৰিকো শৰণ ভজন দিলে। এই পন্থাটোকে কালসংহতি বা কেৱল পন্থী বুলি কোৱা হয়। এইসকলে কুকুৰা, গাহৰিৰে পূৰ্ণসেৱা, বৰসেৱা আৰু ভকত সেৱা অনুষ্ঠান পাতে।

এনেদৰেই অসমৰ লোক সমাজত বৈষ্ণৱ ধৰ্ম্মীয় পৰম্পৰা প্ৰচলিত হৈ আহিছে।

## (ঘ) অসমত বৌদ্ধ ধৰ্ম্ম ঃ

অসমৰ ওচৰতে থকা প্ৰতিবেশী ৰাষ্ট্ৰ চীন, তিৰ্ব্বত, নেপাল, ভূটান আদিত বৌদ্ধ ধৰ্ম্মৰ প্ৰাদুৰ্ভাব থকাৰ কাৰণে প্ৰাচীন অসমত বৌদ্ধ ধৰ্ম্মই গা-কৰি উঠিছিল। হিউৱেন চাং অসমলৈ আহোতে তেওঁ কামৰূপৰ ৰজা ভাস্কৰ বৰ্ম্মাৰ আতিথ্য গ্ৰহণ কৰিছিল। তেতিয়া কামৰূপত বৌদ্ধধৰ্ম্মৰ প্ৰচলন আছিল বুলি হিউৱেন চাঙে তেওঁৰ টোকাত উল্লেখ কৰি গৈছে। কিন্তু এই বৌদ্ধ ধৰ্ম্ম বঙ্গৰ তন্ত্ৰবাদ আৰু অসমৰ লোক সমাজৰ পৰম্পৰাগত ধৰ্ম্মৰ মিশ্ৰণৰ ফলত ই-কিছু পৰিবৰ্ত্তিত ৰূপ-পৰিগ্ৰহণ কৰিছিল; ইয়াক আচলতে তান্ত্ৰিক বৌদ্ধ ধৰ্ম্ম বুলিহে ক'ব পাৰি। ডং প্ৰতাপ চন্দ্ৰ চৌধুৰীদেৱে তেখেতৰ The History and Civilisation of Assam from early to Twelve Century নামৰ গ্ৰন্থৰ এঠাইত কৈছে - "Hajo, a Himed a great celebrity in Mahayana Buddhism and might have contained some relics of Buddha. In fact, the place becomes a cosmopolitar centre of many cults such as shoas of surya Hayagriva Madhaba the Buddha and

others and visited several, today by people of all faiths. The place subsequently becomes a great centre of Tantrik Buddhism , like Kamakhya , and here also according to tradition, stood a Buddhist shrine."

বৌদ্ধতন্ত্ৰযানৰ লগত আদিম লোক বিশ্বাস, কুসংস্কাৰ আদি সানমিহলি হৈ অসমত কেৱলপন্থী লোকে বৰসেৱা , ৰাতি খোৱা, পূৰ্ণসেৱা, ভকত সেৱা, সহজীয়া, নিগুনীয়া আদি বিবিধ গুপুত অনুষ্ঠান পাতে। উজনি অসমৰ মিচিং, আহোম, কছাৰী, চুতীয়া, আদি বিভিন্ন জনগোষ্ঠীৰ মাজত এনে গুপুত অনুস্থান চলিবলৈ ধৰে। চীনা পৰিব্ৰাজক হিউৱেনচাঙৰ টোকাত উল্লেখ আছে "সেই শুদ্ধ ধৰ্ম্মৰ যিসকল সেৱক আছে সেই সকলে মনে মনে প্ৰাৰ্থনা কৰে আৰু তাতেই শেষ।" কেৱল পন্থী আৰু নিৰ্গুণীয়া পন্থীৰ লোকসকলে ৰাতিয়েই গুপুতে এনে অনুষ্ঠান পাতে। সেইবাবে এনে আচাৰ অনুষ্ঠান কৰা লোকসকলক ৰাতিখোৱা সম্প্ৰদায় বোলে।

কেৱল পন্থীৰ লোক সকলে ৰাতি গুপুতে আনে নেদেখাকৈ বৰসেৱা নামৰ এটি অনুষ্ঠান পাতে। এই বৰসেৱাত 'বিহাৰ' উলিওৱা হয়। এই বিহাৰ উলিওৱা গীত-নৃত্যত মদ আৰু মাংস লৈ ভকত-ভকতনী সকলে মায়া ছেদ কৰি উলঙ্গ হৈ পুৰুষ স্ত্ৰী যোৰা যোৰাকৈ নাচে আৰু সাধু বা সাতোলা জনক পূৰ্ণ কৃষ্ণ ভগৱন্ত বুলি চৰণত ধৰে। সাজ বা লাওপানী আৰু মাংস খোৱাই দিয়ে। এনে আচাৰ- অনুষ্ঠানৰ বিবৰণ দাঙি ধৰি অষ্ট্ৰেলিয়াৰ কানবেৰা ইডনিভাৰ্চিটীৰ এচিয়ান ষ্টাডিজৰ অধ্যাপক এ, এল, বাচাম দেৱে কৈছে-

In sexual which with a formulae devotee he and his partner would become Buddha and Tara. In the sexuasl rites of tantrik Buddhism all taboos were lifted. Even entercorcet was permitted for what was sin to the ignorant was virtue to the mittiate and so well as ritual copulation eat alcohol were induldged in at the tantra covers. These things were however, done under strict control and only by initiates at sacred ceremonies."

তদুপৰি অসমৰ নৱ বৈষ্ণৱ ধৰ্ম্মত দীক্ষা দিয়া প্ৰথাক দীক্ষা বুলি নকৈ 'শৰণ' লোৱা বুলি কোৱা হয়। এই শৰণ শব্দ বৌদ্ধ ধৰ্ম্মৰ পৰাই আহিছে যেন লাগে। যেনে —

"বুদ্ধং শৰণং গচ্ছামি

ধৰ্ম্ম শৰণং গচ্ছামি
সংঘং শৰণং গচ্ছামি”

তদুপৰি শংকৰ দেৱৰ একশৰণ ভাগৱতী বৈষ্ণৱ ধৰ্ম্মত গুৰুত শৰণ, দেৱত শৰণ আৰু ভকতত শৰণৰ সৈতে সম্পূৰ্ণ মিল দেখা যায়।

অৱশ্যে এই বৌদ্ধ ধৰ্ম্মক শংকৰদেৱৰ দ্বাৰা প্ৰচলিত নৱবৈষ্ণৱ ধৰ্ম্মই নিৰ্মূল কৰি পেলায়। সেয়েহে কীৰ্ত্তন পুথিত কোৱা হৈছে যে “ সবাকো বধিব বৌদ্ধ গণ যত আছে।” আহোম ৰাজত্বৰ শেষৰ ফালে বৰ্মাদেশৰ পৰা খামটি , ফাকিয়াল, তুৰুং, আইতন, খাময়্যাং জনগোষ্ঠী অসমলৈ আহে। এইসকল জনগোষ্ঠীৰ লোক বৌদ্ধধৰ্মাৱলম্বী। তেওঁলোকৰ প্ৰতিখন গাৱঁতে বৌদ্ধ বাপুচাং আছে। আৰু বৌদ্ধ ভিক্ষু, আৰু শ্ৰমণ আছে; বৌদ্ধধৰ্ম্মী লোক সকলে চৈত্ৰ সংক্ৰান্তিত ‘পৈচাংকেন’ উৎসৱ আৰু মাঘী পূৰ্ণিমাত মাইকুচুম্ ফ্ৰাই উৎসৱ পালন কৰে; বৌদ্ধ মঠত পুথি-পত্ৰ গোটাই ৰাখে। তাৰ উপৰিও নাথ ধৰ্ম্মৰ কোলাচাৰ, বামাচাৰ আদি আচাৰ অনুষ্ঠান অসমত চলি আহিছে । অসমত এনেদৰেই ধৰ্ম্মৰ ধাৰা চলি আহিছে।

**(ঙ) অসমত ইছলাম ধৰ্ম্ম আৰু সংস্কৃতি**

দিল্লীৰ সম্ৰাট কুতুবুদ্দিনৰ ৰাজত্বকালত বঙ্গৰ শাসন কৰ্ত্তা মহম্মদ বিন-বখতিয়াৰে ১২০৫-১২০৬ খৃষ্টাব্দত অসম আক্ৰমণ কৰিছিল। তেতিয়াৰ দিনতে দহ-বাৰ হেজাৰ মুছলমান সৈন্য লৈ বখতিয়াৰে প্ৰাচীন কামৰূপ আক্ৰমণ কৰিছিল। ‘তকবৎ ই নছিৰি’ নামৰ গ্ৰন্থত এই যুদ্ধৰ বিৱৰণ লিপিবদ্ধ আছে। ১২২৭-২৮ খৃষ্টাব্দত গিয়াচুদ্দিন ইয়াজ আৰু নাচিৰুদ্দিনে কামৰূপ আক্ৰমণ কৰে। ১২৫৭খৃষ্টাব্দত টুঘ্ৰিল খাঁই কামৰূপ আক্ৰমণ কৰিছিল। উল্লেখ আছে যে টুঘ্ৰিল খাঁই কামৰূপ অধিকাৰ কৰি তেওঁ কামৰূপৰ ৰাজধানীত ইচ্‌লাম ধৰ্ম্মৰ প্ৰথামতে খুট পাঠ কৰিছিল। এই খুটবা হৈছে ইচ্‌লাম ধৰ্ম্মৰ গুৰুসকলৰ জন্মদিন উপলক্ষ্যে ঈদ-উৎসৱৰ সময়ত শুক্ৰবাৰৰ দিনা দিয়া ধৰ্ম্ম উপদেশ। এই প্ৰথামতে খটুৱাৰ সময়ত ৰজাৰ নাম উল্লেখ কৰি ভগৱানৰ দয়া বিচাৰি আল্লাক প্ৰাৰ্থনা কৰা হয়। লগতে কোৰাণৰ পৰাও দুই-চাৰি ফাঁকি শ্লোক পাঠ কৰা হয়। হয়তো এইয়াই আছিল পুৰণি অসমত ইচ্‌লাম ধৰ্ম্মীয় লোক সকলে পোন প্ৰথমে আল্লাক প্ৰাৰ্থনা কৰা আৰু কোৰাণ চৰিফৰ শ্লোক আওঁৰোৱা প্ৰাৰ্থনা।

তাৰ পাছত দীৰ্ঘকাল ধৰি মোগলে অসম সোতৰবাৰ আক্ৰমণ কৰোতে হাজাৰ হাজাৰ ইচ্‌লাম ধৰ্ম্মীয় মুছলমান লোক অসমত ৰৈ গৈছিল আৰু তেওঁলোকে ইচ্‌লাম ধৰ্ম্মৰ প্ৰথাৰে অসমত আল্লাক প্ৰাৰ্থনা কৰিছিল আৰু আল্লাৰ নাম লবলৈ ধৰিলে। অসমতে ৰৈ যোৱা মুছলমান অসমীয়া সমাজত লীন গৈ

খিলঞ্জীয়া হৈ পৰিছিল। অসমৰ লোক সমাজৰ খেল প্ৰথা অনুযায়ী তেখেত সকলে বৰা, শইকীয়া, হাজৰিকা, বৰুৱা আদি খিতাব লাভ কৰিছিল। ডঃ হেমন্ত কুমাৰ শৰ্ম্মাদেৱে "অসমীয়া সাহিত্য-সংস্কৃতিলৈ মুছলমান সকলৰ বৰঙণি" শীৰ্ষক প্ৰবন্ধত কৈছে " ত্ৰয়োদশ শতিকাৰ আদি ভাগৰ পৰা আজি বিংশ শতিকাৰ শেষ ভাগলৈকে প্ৰায় ছশ বছৰৰো অধিক কাল জুৰি মুছলমান লোকসকলে এফালে যেনেকৈ থলুৱা ভাষা-সাহিত্য, কলা-কৃষ্টি নিজৰ বুলি আদৰি লৈছে, আনফালে তেনেকৈ তেওঁলোকৰ যোগেদিয়ে ইছলামীয় ভাষা-সাহিত্য আৰু কলা-কৃষ্টিৰ প্ৰভাৱ অসমীয়া ভাষা—সাহিত্যে আৰু কলাকৃষ্টিৰ ওপৰত পৰিছে।"

মুছলমান সকলৰ যোগেদি অসমীয়া ভাষাত ভালেমান আৰবী আৰু ফাৰ্চী শব্দ সোমাইছে। ধৰ্ম্মীয় শব্দ, খাদ্য বস্তুৰ নামৰ শব্দ, বিলাসী সামগ্ৰী বুজোৱা নানান শব্দ আৰবী আৰু পাৰ্চী ভাষাৰ পৰা আহিছে।

অসমৰ আজান পীৰ দৰগাহ দিখৌমুখত আছে। আজান ফকিৰ নামে খ্যাত এই মুছলমান ধৰ্ম্মৰ পীৰজনে আঠ কুৰি জিকিৰ আৰু জাৰি নামৰ ধৰ্ম্মীয় গীত লিখিছে। মৃগাৱতী চৰিত্ৰ আৰু মধুমালতী বৈষ্ণৱ ঠাচঁত ৰচিত কাব্য। সত্য নাৰায়ণ পূজা' হিন্দু মুছলমানৰ সংমিশ্ৰণত সৃষ্টি হোৱা বুলি বহুতে কয়। মাৰৈ পূজাত মুছলমান লোক সকলে ওজা-পালি গীত গাইছিল। এইবোৰ 'চিয়াগীত' নামেৰে জনা যায়। চিয়া ঢুলীয়াৰ কৃষ্টি দৰঙত প্ৰচলিত আছে।

এইবোৰৰ উপৰিও নানান দৰগাহ, মছজিদ আদি অসমত প্ৰাচীন কালৰে পৰা নিৰ্মিত হৈছে। সেইবোৰত শুকুৰবাৰে নামাজ পঢ়াৰ নিয়ম আছে। ঈদউলজুহা, ঈদুল ফিটৰ, মহৰম আদি পৰৱ মুছলমান সমাজত প্ৰচলিত হৈ আহিছে। মাদ্ৰাছা আৰু হাই মাদ্ৰাছাবোৰত আৰবী ভাষা শিক্ষাৰ চৰ্চ্চা হৈ আহিছে। ঈশ্বৰক আল্লা বা খোদা বুলি মুছলমান লোক সমাজে বিশ্বাস কৰে। ধৰ্ম্ম গ্ৰন্থ 'কোৰাণ' নিয়মীয়া ভাবে প্ৰতি শুক্ৰবাৰে মছজিদত পাঠ কৰা হয়। এনে দৰেই অসমত ইচলাম ধৰ্ম্ম সংস্কৃতি চলি আহিছে।

**(চ) কাল সংহতিৰ কেৱল ধৰ্ম্ম ঃ ৰাতিসেৱা**

মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱে প্ৰচাৰ কৰা নৱ বৈষ্ণৱ ধৰ্ম্ম মহাপুৰুষ জনাৰ তিৰোভাৱ হোৱাৰ পাছত চাৰি সংহতি, বিভক্ত হৈ পৰে। ব্ৰহ্মাসংহতি, পুৰুষ সংহতি, নিকা সংহতি আৰু কাল সংহতি। কাল সংহতিৰ অন্তৰ্গত চলি থকা কেৱল পন্থটিৰ ভকত সকলক ভিতৰপকীয়া বা পকাভকত বুলি কোৱা হয়। পকা বুলি এই বাবেই কোৱা হয় যে তেওঁলোকৰ সকাম-নিকাম বা আচাৰ অনুষ্ঠানত কেঁচা প্ৰসাদ নিদি সিজাই বা সিদ্ধ কৰিহে দিয়া হয়। প্ৰসাদ কেঁচাকৈ

দিয়া সকলক কেঁচা পন্থী আৰু প্ৰসাদ সিজাই দিয়া সকলক পকা পন্থী বুলি কোৱা হয়।

**ৰাতিখোৱা বা ৰাতি সেৱা ঃ-** কেৱল পন্থীৰ সকাম নিকামবোৰ অতি গোপনে ৰাতি অনুষ্ঠিত কৰে। সেয়েহে এই গোপন সাধনাক 'ৰাতিসেৱা' বা 'ৰাতিখোৱা' বুলি কোৱা হয়। থেকেৰা ফুল ৰাতিয়েই ফুলি ৰাতিয়েই সৰে। ৰাতিখোৱা ৰাতিয়েই অনুষ্ঠিত কৰি ৰাতিয়েই শেষ কৰে বাবে বহুতে এই সেৱাক থেকেৰা ফুলীয়া বুলিও আখ্যা দিয়ে। ইয়াৰ উপৰিও এনেদৰে গোপন সাধনা কৰা ভালেখিনি পন্থ আছে। সেইবোৰ হৈছে- পূৰ্ণধৰীয়া, বাতি ভগোৱা, গোপীধৰা বা ভকতসেৱা, গোপী খেলা, অংকিলা, পংকিলা, কৰমি পতীয়া, আদি ।

**কাল সংহতি ঃ** বহুতে কব খোজে যে 'কাল' মানে সময় আৰু 'সংহতি' মানে সমন্ধ । অৰ্থাৎ জীৱনৰ সময় বা বয়সৰ লগত সমন্ধ মানি চলা এটি সঙ্গ বা সমাজকে কাল সংহতি বুলি কৈছে। ডেকা বয়সত এই ধৰ্ম্ম লোৱা নিষেধ। যেতিয়া যৱা অৱস্থা আৰু যৌৱন অৱস্থা পাৰ কৰি গৃহস্থালী অৱস্থাও সমাপ্ত কৰে, তেতিয়া সন্ন্যাস অৱস্থা প্ৰাপ্ত হয়, তেতিয়া মানৱ দেহত কাম ভাৱ বা মায়া নাইকিয়া হৈ পৰে; তেতিয়াহে এই সঙ্গত সোমাব পাৰে। মায়া ছেদ কৰিব নোৱাৰাজনৰ বাবে এই সংহতি নহয়। বৃদ্ধ বা বৃদ্ধা অৱস্থাপ্ৰাপ্ত পুৰুষ-নাৰীয়েহে এই সঙ্গত প্ৰৱেশ কৰিব পাৰে।

**কেৱল ভক্তিঃ-** ভক্তিৰ ভিতৰত ভগৱন্তৰ প্ৰতি থকা অচলা ভক্তিক প্ৰেমময়ী কেৱলা ভক্তি বুলি কব পাৰি । এই কেৱল শব্দই কেৱল ভগৱন্তত ভক্তি কৰা কথাকে বুজায়। আনহাতেদি 'কেৱলীয়া' বুলি কলে সংসাৰৰ প্ৰতি উদাসীন জনকহে বুজায়। অৰ্থাৎ যি জনে তিৰোতা আৰু সতি-সন্ততিৰ প্ৰতি দায়িত্ব এৰি কেৱল ঈশ্বৰৰ নাম-গুণ গাই ফুৰে বা সংসাৰৰ প্ৰতি মায়া-মমতা ছেদ কৰিব পাৰে তেনে লোককহে কেৱলীয়া বুলিব পাৰি। যিসকলে এনে পন্থ গ্ৰহণ কৰে তেওঁলোককহে কেৱলীয়া পন্থী বুলি ক'ব পাৰি।

**কাল সংহতিৰ কেৱল ধৰ্ম্মৰ আধাৰিত গ্ৰন্থ ঃ-** অসমৰ লোক সমাজত গুপুতে পালন কৰা এই ধৰ্ম্মৰ কিছুমান গুপ্তৰহস্যৰ কথাবোৰ বিশেষ ভাবে- কেইখনি মান গুপ্ত-তত্ত্ব থকা গ্ৰন্থৰ পৰাই পোৱা যেন লাগে। তেনে কেইখনি মান গ্ৰন্থ হৈছে 'গুপ্তমণি' , 'চিন্তামণি', অনাদি পাতন', 'ৰহস্যামৃত', 'হৰ গৌৰী- সংবাদ', 'হেব্ৰজতন্ত্ৰ' ইত্যাদি। এইবোৰ গ্ৰন্থত দেহ তত্ত্ব আৰু আত্মা তত্ত্বৰ কথা পোৱা যায়। দেহ আৰু জীৱাত্মাৰ সম্বন্ধ আৰু ৰহস্যৰ কথা পোৱা যায়। নিজৰ দেহৰ ভিতৰতে থকা আত্মা আৰু ঈশ্বৰৰ বিচাৰ কৰা হয়।

**দেহতত্ত্ব ঃ-** যোগ সাধনাৰ ক্রিয়া আৰু চৰ্য্যাৰ যোগেদি প্রকৃত জ্ঞান লাভ কৰিব পাৰে বুলি আমাৰ যোগ শাস্ত্রত উল্লেখ আছে। দেহ বা শৰীৰটোৰ তত্ত্ব জানি তাৰ সংস্কাৰ সাধন কৰিব পাৰিলেহে যোগ সাধনা সফল হয়। চৰ্য্যা, ক্রিয়া আদি পঞ্চ ৰাত্রৰ যোগেদি মানৱ দেহত থকা চক্রবোৰত থকা বট্ শক্তিক জাগ্রত কৰিব পাৰি। এই ক্রিয়া প্রণালী হ'ল এক কঠোৰ সাধন প্রণালী।

মানৱ দেহত থকা প্রাণ, অপান আৰু উদ্যান বায়ুৰ সাধন প্রণালী, ঈঙ্গলা, পিঙ্গলা আৰু সুষম্না নাড়ী জাগ্রত কৰি, তাৰ মাজেদি শ্বাস-প্রশ্বাস বা বায়ুক উৰ্দ্ধগতি- অৰ্দ্ধগতি কৰা কাৰ্য্য দেহ তত্ত্বত পোৱা যায়। দেহটোক সাধন প্রণালীৰে নিয়ন্ত্রণ কৰিব পাৰিলেহে এক উচ্চ স্তৰীয় আধ্যাত্মিক সাধনাত উত্তীৰ্ণ হ'ব পৰা যায়।

ভাগৱৎ পুৰাণৰ দ্বিতীয় স্কন্ধত দেহৰ চৌবিশ তত্ত্বৰ কথা পোৱা যায়। চক্ষু, কাণ, নাক, হাত, ভৰি, লিঙ্গ, নাড়ী গুহ্যদ্বাৰকে ধৰি দেহৰ প্রতিটো অঙ্গতেই একোজনকৈ দেৱতা থকা বুলি দেৱত্ব আৰূপ কৰা হৈছে। এনে ভাবনাই শৰীৰৰ ইন্দ্রিয় সমূহক দমন বা নিয়ন্ত্রণ কৰাত ইন্ধন যোগায়।

## কাল সংহতিৰ কেৱল ধৰ্ম্মত ভিন্ন মতবাদৰ প্রভাৱ

কাল সংহতিৰ কেৱল ধৰ্ম্মত নানান ধৰ্ম্মীয় মতবাদৰ প্রভাৱ পৰিছে। সেইবোৰৰ ভিতৰত বিশেষ ভাবে উল্লেখযোগ্য হৈছে - তান্ত্রিক বৌদ্ধধৰ্ম্ম, তন্ত্র বাদ, বৈষ্ণৱ ধৰ্ম আৰু পৰম্পৰাগত আদিম ধৰ্ম্মীয় বিশ্বাস আদিয়েই প্রধান। এনেবোৰ ধৰ্ম্মীয় মতবাদৰ সান মিহলি হৈ এই গুপুত কেৱল ধৰ্ম্মৰ আচাৰ- অনুষ্ঠান সমূহৰ সৃষ্টি হৈছে। অৱশ্যে এইবোৰ ধৰ্ম্মীয় মতপন্থৰ কোনো এটাই অকলে প্রাধান্য লাভ কৰিছে বুলি ক'ব নোৱাৰি।

**(ক) তান্ত্রিক বৌদ্ধ ধৰ্ম্মৰ প্রভাৱ ঃ-** গৌতম বুদ্ধই প্রচাৰ কৰা বৌদ্ধ ধৰ্ম্ম পাছৰ কালত হীনযান আৰু মহাযান নামৰ দুটা প্রধান ভাগত বিভক্ত হৈ পৰে। নেপালৰ ফালৰ পৰা আহি প্রাচীন কালত বিক্ষিপ্ত ৰূপত মহাযানী বৌদ্ধ ধৰ্ম্মই প্রৱেশ কৰাৰ সময়ত এই ধৰ্ম্ম আকৌ তিনিটা ভাগত বিভক্ত হৈ পৰিছিল। সেইয়া হ'ল সহযান, কালচক্র যান আৰু ব্রজযান।

বৌদ্ধ ধৰ্ম্মৰ মূল তাত্ত্বিক ধৰ্ম্মধাৰাৰ কিছু অৱনতি ঘটি সহজ পন্থাত পৰিণত হৈছিল। ইয়াৰ ফলতেই সহজীয়া পন্থা এটিৰ সৃষ্টি হয়। চৌৰাশী গৰাকী বৌদ্ধ সিদ্ধাচাৰ্য্যই ৰচনা কৰা বৌদ্ধদোহাৱলী বা চৰ্য্যাপদ সমূহেই তাৰ সাক্ষ্য দিয়ে। এই সিদ্ধাচাৰ্য্য সকলৰ ভিতৰত নাগাৰ্জুন, মীননাথ বা মৎস্যেন্দ্র নাথ, কান্হ পা, লুইপা আদি কামৰূপৰ লোক আছিল।

চৰ্য্যাপদ বা বৌদ্ধ দোহাৱলীবোৰ দেহ তত্ত্বমূলক গীত। তেওঁলোকৰ গীতবোৰত দেহৰ ওপৰত বেছি গুৰুত্ব দিয়া হৈছিল। দেহৰ ভিতৰতে বিচাৰিব জানিলে সকলো তত্ত্ব বিচাৰি পাব পাৰি। দেহাৰ ভিতৰতে জীৱ বা আত্মা সোমাই আছে। বিশ্বব্ৰহ্মাণ্ডৰ ক্ষুদ্ৰ সংস্কৰণ হ'ল এই দেহটো। গতিকে ইয়াক ক্ষুদ্ৰ ব্ৰহ্মাণ্ড বুলিও কোৱা হয় । গতিকে বহল বিশ্ব ব্ৰহ্মাণ্ডত তত্ত্ব নিবিচাৰি ক্ষুদ্ৰ ব্ৰহ্মাণ্ডত বিচাৰিলেই আচল তত্ত্ব বিচাৰি পাব পাৰি। বৌদ্ধ দোহাৱলীত কোৱা হৈছে-

" কাআ তৰুবৰ পঞ্চবিডাল
চঞ্চল চিত্তে পইথু শৃগাল।"

- অৰ্থাৎ কায়া এইদেহটো হ'ল তৰুবৰ বা এজোপা গছ। ইয়াৰ পাঁচটা ডাল আছে। এই পাঁচটা ডাল হৈছে পঞ্চ জ্ঞানেন্দ্ৰিয়। চকু, কাণ, নাক, জিহ্বা আৰু হাত। ইয়াৰ দ্বাৰাই ৰূপ, ৰস, গন্ধ আৰু স্পৰ্শ অনুভৱ কৰিব পাৰি। মন চঞ্চল হ'লে বা চিঁত্ত চঞ্চল হ'লে ইয়াত দুষ্ট বুদ্ধি বোৰে প্ৰৱেশ কৰিব পাৰে।

আমাৰ দেহ বিচাৰৰ গীতবোৰতো এনেদৰে দেহতত্ত্বৰ কথাবোৰ সোমাই আছে। সেয়েহে অসমত প্ৰৱেশ কৰা মহাযানী বৌদ্ধ ধৰ্ম্মৰ পৰা ফাটি ওলাই অহা তান্ত্ৰিক বৌদ্ধ ধৰ্ম্ম সম্পৰ্কে ড° প্ৰতাপ চন্দ্ৰ চৌধুৰীদেৱে তেখেতৰ "The History and civilisation of Assam from early to twelve century" নামৰ গ্ৰন্থত উল্লেখ কৰিছে - "Hajo A Hained a great celebrity in Mahayani Buddhism and might have contained some relies of the Buddha. In fact, the place becomes a cosmopollitan centre of many cults such as shows of Surya, Hayagriva Madhava the Buddha and others and visited several, to day by people of all faiths. The place subsequently becomes a great centre of Tantrik Buddhism , like Kamakhya, a here also according to tradition stood a Buddhist Shrine."

সান-মিহলি হৈ সৃষ্টি হোৱা তান্ত্ৰিক বৌদ্ধ ধৰ্ম্ম নাৰী-পুৰুষ একত্ৰিত হৈ মদ, মাংস, মুদ্ৰা, মৈথুনৰ সমাহাৰত তন্ত্ৰৰ পঞ্চমকাৰ সাধন প্ৰণালীৰ ৰূপ এটাও দেখা যায় কেৱল ধৰ্ম্মত। সেয়েহে অধ্যাপক এ. এল. বাচামদেৱে তেখেতৰ "The Won that is India" নামৰ গ্ৰন্থৰ এঠাইত কৈছে - "In sexual union with a formulae devotee he and his partner would become Buddha and Tara. In the sexual rites of Tantrik Buddhism all taboos were lifted. Even intercourse was permitted for what was sin

to the ignorant was virtue to the initiate and so well as ritual copulation meat and alcohal were indulged is at the tantric covens. These things were however, done under strict control and only by initiates at sacred ceremonies"এইদৰেই তান্ত্ৰিক বৌদ্ধ ধৰ্ম্মই প্ৰাচীন কামৰূপত অষ্টম শতিকা মানৰ পৰা দ্বাদশ শতিকা মানৰ পাছলৈকে প্ৰবল পয়োভৰেৰে চলি আছিল।

তান্ত্ৰিক বৌদ্ধ ধৰ্ম্মহে সহজ ৰূপ পৰিগ্ৰহণ কৰি সহযান বা সহজীয়া পন্থালৈ অবনমিত হয় ।এই সহজ-পন্থাত নাৰী-পুৰুষৰ সঙ্গ সাধনা আৰু প্ৰেমময়ী অচলা আৰু কেৱলা ভকতিৰ উৎপত্তিৰ ক্ষেত্ৰত ইন্ধন যোগোৱাটো ঠাৱৰ কৰিব পৰা যায়।

(খ) তন্ত্ৰবাদ ঃ- তন্ত্ৰবাদ ভাৰতীয় ধৰ্ম্ম-সংস্কৃতিৰ এটি বিশিষ্ট ধাৰা।এইধৰ্ম্মীয় মতবাদক বহুতেই প্ৰাক্ বৈদিক ধাৰা বুলিও কব খোজে। এই তন্ত্ৰবাদত প্ৰাচীন সনাতনী হিন্দু ধৰ্ম্মৰ ভালেমান উপাদান নিহিত হৈ আছে। বিশেষকৈ তন্ত্ৰবাদত পতঞ্জলীৰ যোগ-সাধনা প্ৰণালীৰ প্ৰভাৱ অতি বেছি। ইয়াৰ উপৰিও পুৰাণৰ প্ৰভাৱ আৰু কিছু পৰিমাণে বৈদিক উপাসনাৰ প্ৰভাৱো পৰিলক্ষিত হয়। ইয়াত অথৰ্ববেদৰ মন্ত্ৰ সমূহৰো প্ৰভাৱ আছে।

তন্ত্ৰৰ সংজ্ঞা দিয়া হৈছে এইদৰে— "তন্যতে বিস্তাৰয়তে, জ্ঞানম অনেন ইতি তন্ত্ৰম।" অৰ্থাৎ তন্ অৰ্থাৎ-দেহাৰ বিস্তাৰ সাধি জ্ঞান সাধনা কৰাই হৈছে তন্ত্ৰ। মানুহৰ দেহ ভালে থাকিলেই মন ভালে থাকে। এক সুস্থদেহৰ অধিকাৰী হৈ মনক শক্তিশালী কৰিব নোৱাৰিলে আধ্যাত্মিক জ্ঞান লাভ কৰিব নোৱাৰি। তন্ত্ৰৰ সহায়ত দেহটোক শৃংখলাবদ্ধ কৰি নিয়ন্ত্ৰণ কৰিব পাৰি। দেহৰ সুচিগ্ৰস্ততাই মনৰো সূচি গ্ৰস্ততা আনে। তন্ত্ৰৰ মূল ধাৰা বেদৰ পৰা সৃষ্টি হৈছে। বিভিন্ন উপচাৰ লৈ তন্ত্ৰৰ সাধনা কৰা হয়। কিন্তু পাছলৈ তন্ত্ৰবাদৰ সাধন প্ৰক্ৰিয়াই বিকৃত ৰূপ লয়গৈ। পাছৰ ফালে এনে হ'লগৈ যে মদ, মাংস, নাৰী, মূদ্ৰা, মৈথুনৰ সমাহাৰ হৈ পৰিলগৈ।

প্ৰাচীন কামৰূপৰ বৌদ্ধ সিদ্ধাচাৰ্য্য মৎস্যেন্দ্ৰ নাথ আৰু গোৰক্ষ নাথ আদিৰ দ্বাৰাই বৌদ্ধ তন্ত্ৰ বাদৰ প্ৰচলন ব্যাপক হৈ পৰে। কামৰূপত লাহে লাহে পাছৰ ফালে তন্ত্ৰ আৰু মন্ত্ৰৰ ব্যাপক প্ৰচলন হ'বলৈ ধৰে। কামৰূপত চলি থকা বৌদ্ধ তাটকীয়া সকলে তাৰেই নিদৰ্শন দাঙি ধৰে।

তন্ত্ৰবাদৰ বিকৃত সাধক প্ৰণালীয়ে শেষত কেৱল পন্থাৰ আচাৰ-অনুষ্ঠানত সান-মিহলি হৈ সোমাই পৰে।

**কেৱল পন্থাত অন্যান্য প্ৰভাৱ** ঃ- প্ৰাচীন অসমৰ লোক সমাজত প্ৰচলিত হৈ অহা আদিম লোক বিশ্বাস, লোক পৰম্পৰা আদিয়েও কেৱল পন্থাত সান-মিহলি হৈ সোমাই পৰিছে। শাক্তধৰ্ম্ম, শৈৱ ধৰ্ম্ম আৰু বৈষ্ণৱ ধৰ্ম্মৰ প্ৰভাৱো কেৱল পন্থাত সোমাই পৰিছে। তদুপৰি অসমত চলি থকা বামাচাৰ আৰু লোকা আদিয়েও কেৱল পন্থাৰ সৃষ্টিত ইন্ধন যোগাইছে।

এনেদৰেই প্ৰাচীন অসমৰ লোক সমাজত প্ৰচলিত বিভিন্ন ধৰ্ম্মীয় ধাৰা, আদিম পৰম্পৰাগত লোক সংস্কৃতি আৰু নানান কু-সংস্কাৰৰ সমাহাৰত কেৱল পন্থাটিৰ এদিন সৃষ্টি হয়গৈ।

**গুপুত কেৱল ধৰ্ম্মৰ উৎপত্তিঃ**

পূৰ্বাঞ্চল তথা-অসমৰ লোক সকলে কৃষ্ণ বা বিষ্ণুৰ ঠাইত অনাৰ্য্য দেৱতা শিৱ বা মহাদেউকহে দেৱাদিদেৱ বুলি পূজা কৰিছিল। গাত-চিতা ভস্ম সানি সাপ-মেৰিয়াই লৈ শ্মশানত থকা অনাৰ্য্য দেৱতা শিৱ বা হৰক পাছৰ কালতহে আৰ্য্য হিন্দু সকলে স্থান দিছিল। আৰ্য্য হিন্দু সমাজত শিৱ অনাদৃত আৰু অৱহেলিত আছিল। দেৱাদিদেৱ মহাদেৱক কেৱল ঈশ্বৰ বুলি বিশ্বাস কৰাৰ বাবেই এই ধৰ্ম্মক কেৱল ধৰ্ম্ম বুলি কোৱা হয়।

নৈমিশষাৰণ্যত নাৰদক ঋষিসকলে শিৱ-পাৰ্ব্বতীৰ গুপুত ৰহস্য ভকতিৰ কথা সুধিছিল। তেতিয়া শিৱ-পাৰ্ব্বতীৰ গুপুত ৰহস্য ভকতি সম্পৰ্কে নাৰদে ঋষিসকলৰ আগত-বিবৰি কৈছিল। শিৱই-পাৰ্ব্বতীক কোৱা গুপুত ৰহস্য ভকতিয়েই হৈছে কেৱল ধৰ্ম্মৰ ভক্তি ৰহস্য।

ঘোৰ তপস্যাত মগ্ন হৈ থকা মহাদেৱক তেওঁৰ পত্নী পাৰ্ব্বতী আইয়ে সুধিছিল।

" স্বামী তুমি সকল দেৱৰ মুখ্যদেৱ।
তোমাক সমস্ত দেৱ গণে কৰে সেৱ।।
কি কাৰণে তপ কৰা আপুনি ঈশ্বৰ।"

শিৱই তাৰ কাৰণ পাৰ্ব্বতীক বিবৰি কোৱাত তেতিয়া পাৰ্ব্বতীয়ে কলে যে তেওঁ পৃথিৱীত নৰৰূপ লৈ জন্মগ্ৰহণ কৰি পূজিব আৰু আনকো পূজা দিবলৈ কব।

"তোমাক পূজিবো মই পৃথিৱীক গৈয়া।
তযু যশ বঢ়াইবো তোমাতে বৰ লৈয়া।।"

শিৱৰ তপস্যাত ভগৱান বিষ্ণুৱে সন্তুষ্ট হৈ শিৱক কি ক'লে সেই সমস্ত গুপুত ভকতিৰ কথা প্ৰিয় ভাৰ্য্যা পাৰ্ব্বতীক কৈছিল।

" সেহি সহস্ৰেক নাম জপো আমি মনে।

কহিলো ৰহস্য তুমি ভাৰ্য্যাৰ কাৰণে।।"

শাস্ত্ৰত উল্লেখ আছে-

"বিশ্বাসৰ সন্তে নবিধ ভকতি
পাৰ্ব্বতীক বুজালে হৰে।।"

শিৱ-পাৰ্ব্বতীক আদিম কালৰে পৰাই অনাৰ্য্য লোক সকলে আগমি ভাবেৰে পূজা-অৰ্চনা কৰি আহিছে। এইয়েই কেৱল ধৰ্ম্ম। নাৰীক আদিম কৃষিজীৱী সমাজে দেৱী বা আদ্যাশক্তি জননী বুলি দেৱী পূজা কৰি আহিছে। দেৱী পাৰ্ব্বতীকো হৰ মহাদেউৰ লগতে দেবী মহামায়া আই বুলি সমানে আসন দি আহিছে। শাক্ত, শৈৱ, বৈষ্ণৱ ধৰ্ম্মৰ সান-মিহলি হৈ সৃষ্টি হোৱা এই আদিম গুপুত ধৰ্ম্ম অসমত মহাপুৰুষ শংকৰদেৱে নৱ-বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ কৰাৰ আগৰে পৰাই চলি আহিছে। ইয়াৰ পিছৰ কালৰ পৰা জাতি-জনজাতি সকলে ৰাতিয়েই গুপুতে এই ধৰ্ম্মৰ আচাৰ-অনুষ্ঠান পালন কৰি আহিছে। মহাপুৰুষ শংকৰদেৱে এইসকলক বৌদ্ধ টাটকীয়া আখ্যা দিছিল।

সপ্তম শতিকাত বৌদ্ধধৰ্ম্মী চীনা-পৰ্য্যটক হিউৱেন চাং অসমলৈ আহোতেও প্ৰাচীন কামৰূপৰ লোক সমাজে এই গুপুত ধৰ্ম্মৰ অনুষ্ঠান ৰাতি গুপুতে পাতিছিল বুলি তেওঁৰ টোকাত উল্লেখ কৰি গৈছে।

মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱে অসমত নৱ-বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ কৰাৰ সময়তো এই কেৱল ধৰ্ম্ম অসমৰ লোক সমাজৰ মাজত গুপুতে চলি আছিল। উজনি অসমত বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ কৰিবলৈ অহা ভবানীপুৰীয়া গোপাল আতাই উজনিৰ লোক সমাজত নৱ-বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ কৰিবলৈ আহি লোক সমাজত আগৰে পৰাই চলি অহা এই গুপুত ধৰ্ম্মৰ লগতে সান-মিহলি কৰি নৱ-বৈষ্ণৱ ধৰ্ম্মৰ দৰ্শন আৰু আচাৰ ৰীতিও লোক সমাজৰ ওপৰত জাপি দিয়ে। আগৰ আচাৰ-ৰীতিও পৰম্পৰাগত ভাবে চলি থাকিল।

**কাল সংহতি সত্ৰ সমূহৰ উৎপত্তি ঃ**

মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱে তেৰাৰ শিষ্য মাধৱদেৱ, দামোদৰদেৱ আদিক লগত লৈ বিষ্ণু বা কৃষ্ণই ভগৱান ঈশ্বৰ বুলি এক শৰণ ভাগৱতী বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ কৰিছিল গুৰুজনাৰ জীৱিত কালত এই ধৰ্ম্ম প্ৰচাৰৰ পৰিসীমা তেনেই সীমিত আছিল। অসমৰ উচ্চ বৰ্ণৰ লোকসকলৰ মাজতেই বৈষ্ণৱ ধৰ্ম্ম-আৱদ্ধ আছিল। উজনি অসমৰ মিৰি, দেউৰী, কছাৰী, আহোম, চুতীয়া, আদি পিছপৰা লোক সকলৰ মাজত তেতিয়াও বৰকৈ বৈষ্ণৱ ধৰ্ম সোমাব পৰা নাছিল।

মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ তিৰোভাৱৰ পাছত তেৰাৰ শিষ্যসকলৰ মাজত

কিছু বিভিন্নতাৰ সৃষ্টি হৈ পৰৱৰ্ত্তী কালত অসমৰ নৱ-বৈষ্ণৱ ধৰ্ম্মৰ সত্ৰসমূহৰ মাজত চাৰি সংহতিৰ সৃষ্টি হয়। এই চাৰি সংহতি হ'ল-ব্ৰহ্ম সংহতি, পুৰুষ সংহতি, নিকা সংহতি আৰু কাল সংহতি। অসমৰ সত্ৰ সমূহ এই চাৰি সংহতিৰ মাজত অন্তৰ্ভুক্ত হৈ আছে।

মহাপুৰুষ মাধৱদেৱৰ আজ্ঞাত গোপাল আতাই কালকাৰ বা সত্ৰ প্ৰতিষ্ঠা কৰে। ইয়াৰ আগতে গোপালদেৱে ভবানীপুৰ সত্ৰ, জোৱাৰ দি সত্ৰ প্ৰতিষ্ঠা কৰিছিল। কালকাৰ সত্ৰ প্ৰতিষ্ঠা কৰাৰ পাছত তেখেতে লোৱাচুৰ সত্ৰ প্ৰতিষ্ঠা কৰে। ১৫৯৫ খৃষ্টাব্দ মানত গোপাল আতাই পোন প্ৰথমে ভবানীপুৰ সত্ৰ প্ৰতিষ্ঠা কৰাৰ পাছত ভবানীপুৰীয়া গোপাল আতাৰ আজ্ঞাপৰ সত্ৰসমূহক কালি সংহতিৰ সত্ৰ হিচাবে নামকৰণ হোৱা যেন অনুমান হয়।

গোপাল আতাৰ আজ্ঞাত-তেৰাৰ বাৰজন শিষ্যই উজনি অসমত ধৰ্ম্ম প্ৰচাৰ কৰিবলৈ আহে। তেওঁলোক উজনিৰ বিভিন্ন স্থানত সত্ৰ প্ৰতিষ্ঠা কৰি উজনি অসমৰ আহোম, মিৰি, কছাৰী, চুতীয়া আদি বিভিন্ন জনগোষ্ঠীসমূহৰ মাজত মহাপুৰুষ জনাৰ বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ কৰে।

উল্লেখযোগ্য যে কাল সংহতিৰ সত্ৰ সমূহে উজনি অসমৰ লোক সমাজৰ মাজত শৰণ দিছিল যদিও উজনিৰ লোক সমাজত আগৰে পৰাই চলি অহা খাদ্য যেনেঃ- মদ, মাংস, কুকুৰা, গাহৰি আদি আচাৰ-অনুষ্ঠান অৰ্থাৎ সকাম-নিকাম বোৰত আগবঢ়োৱা উপচাকবোৰ চলি থাকিবলৈ দিয়ে। ভবানীপুৰীয়া গোপাল আতা আৰু তেৰাৰ আজ্ঞাপৰ সত্ৰসমূহৰ সত্ৰাধিকাৰ সকলৰ উদাৰীকৰণ নীতিৰ ফলত আগৰ প্ৰাচীন পৰম্পৰাৰ লগতে বৈষ্ণৱী পৰম্পৰাও জাপ খাই পৰে।

ভবানীপুৰীয়া গোপাল আতাৰ আজ্ঞাপৰ সত্ৰাধিকাৰ সকলে অসমত প্ৰায় দুকুৰিখনমান সত্ৰ প্ৰতিষ্ঠা কৰি উজনিৰ কছাৰী, মিৰি, আহোম, চুতীয়া আদি পিছপৰা জনগোষ্ঠীৰ উপৰিও নগালেণ্ডৰ নৰোত্তম আদি নগা সকলকো শৰণ দিছিল। এই সংহতিৰ গুৰুসকলে প্ৰতিষ্ঠা কৰা সত্ৰসমূহ হ'ল- ৰামচন্দ্ৰদেৱে খুৰামুচৰ সত্ৰ

(১৬২৫ চন), ৰামাই আতৈয়ে চেঞ্চ বা চেঁচা সত্ৰ (১৬৫০), ৰাম চন্দ্ৰদেৱে কৰতি পাৰ সত্ৰ (১৬৫০), ৰামচন্দ্ৰৰ এজন শিষ্যই গুমিৰি সত্ৰ(১৬৫৬), শ্ৰীৰাম বাপুৱে আইঁতগুৰি সত্ৰ(১৬২৫), বৰ যদুমণিদেৱে বাঁহ বাৰী সত্ৰ(১৬০০ খৃঃ) শ্ৰীৰামদেৱে বাৰেঘৰ সত্ৰ (১৭০০খৃঃ), বিজয়ানন্দদেৱে বুধবাৰী সত্ৰ(১৭০০) মুৰাৰী বাপুৱে চৰাইবাহী (১৬২৫), সনাতনদেৱে দিহিং সত্ৰ(১৬২৫), সৰু যদুমণিদেৱে গজলা সত্ৰ (১৬২৫ খৃঃ), ৰাম কানাইয়ে কৰ্দৈগুৰি সত্ৰ(১৭২৫)

সুনন্দদেৱে কাটনিপাৰ সত্ৰ(১৭২৫), বৰকৃষ্ণদেৱে মৈৰামৰা সত্ৰ (১৭২৫), সনাতনদেৱে নগৰীয়া সত্ৰ (১৬২৫), দামোদৰ আতৈয়ে অভয়াপুৰ সত্ৰ(১৬৭৫) মাধৱানন্দই আমগুৰি সত্ৰ(১৭০০), বৰগুৰুৱে বাঘমৰা সত্ৰ(১৬২৫), বিজয়ানন্দদেৱে বলমী সত্ৰ (১৬৭৫), সৰু যদুমণি শিষ্যই দেওপানী সত্ৰ (১৭০০), নাৰায়ণে হালধি আটী সত্ৰ (১৬২৫), ৰামচন্দ্ৰই ইকৰাজান সত্ৰ(১৬২৫), ৰমাকান্তই জকাই সত্ৰ(১৭২৫), কানাই আতৈয়ে জুৰাকটা সত্ৰ (১৬৫০), ৰমানন্দই কৰতিপাৰসত্ৰ (১৬৫০), পুৰুষোত্তমে কাঠপাৰ সত্ৰ (১৬২৫), সৰু যদুমণিৰ শিষ্যই মদাৰগুৰি সত্ৰ (১৭০০), শ্ৰীৰাম আতাই নাহৰকটীয়া সত্ৰ (১৬৫০), ৰমাকান্তই পুখুৰীপাৰ সত্ৰ (১৬৭৫), সনাতনদেৱে শিলি- খাতল সত্ৰ (১৬৫০) আদি প্ৰতিষ্ঠা কৰে।

উপৰোক্ত সত্ৰসমূহৰ শিষ্য ভকত সকলে গুৰুজনাৰ বৈষ্ণৱ ধৰ্ম্মৰ আচাৰ-ৰীতিৰে কেঁচা মাহ-প্ৰসাদ নৈবেদ্য হিচাবে আগবঢ়াই কীৰ্ত্তন বা ভাগৱৎ পাঠ, নাম প্ৰসঙ্গ আদি কৰে যদিও গুপুতে ভিতৰপকীয়া কেৱল ধৰ্ম্মৰ সকাম-নিকামো কৰে। এইবোৰ ভিতৰপকীয়া সকামত কেৱল পন্থী সকলে সাজ বা দেৱৰ ৰসৰ লগত মাছ-মাংস সিজাই-সিদ্ধ বস্তু নৈবেদ্য হিচাবে দিয়ে। কালসংহতিৰ এইবোৰ সত্ৰৰ উপৰিও কেঁচা পন্থী আউনিআটী, দক্ষিণ পাট, গড়মূড় আদি সত্ৰৰ শিষ্য-ভকত সকলেও এই গুপুত কেৱলীয়া সকাম-নিকামবোৰ কৰা দেখা যায়।

কেৱল পন্থীসকলে পালন কৰা বৰসেৱা, বছেৰেকীয়া, ডাঙৰীয়া আদি সকাম-নিকামবোৰত দেৱৰ ৰস সাজঁৰ লগত কুকুৰা-গাহৰিৰ মাংস, মাছ, শাক-পাচলি আদি সিজাই নৈবেদ্য হিচাবে আগবঢ়াই বাবেই কেৱল পন্থীৰ ভকত সকলক 'পকা' পন্থী বুলি কোৱা হয়।

**কেৱল পন্থাৰ চাৰি বস্তু ঃ**

কেৱল পন্থীৰ লোকসকলে আচাৰ অনুষ্ঠানবোৰ অনুষ্ঠিত কৰোতে সচং বা সৎসঙ্গ পাতে। সচঙৰ মূলত বহা ভকত জনক সাধু বা সাতোলা বোলে। সাধুজনক আন আন ভকত সকলে পূৰ্ণ কৃষ্ণ ভগৱন্ত বা পূৰ্ণ স্বামী বুলি কয়। সাধুজন মূৰত মিটিকা মাটিৰে ফোঁট লয়' ডিঙিত ৰূদ্ৰাক্ষৰ মালা পিন্ধে। মূৰত কাপোৰেৰে এটা ডাঙৰ পাগুৰি মাৰে। সাধু বা সাতোলাই চাকি-বন্তিৰ আগত বহে। সাধুৰ কাষতে এগৰাকী নাৰী ভকতো বহে। তেওঁক ভকতনী বোলে। ভকতনী গৰাকীক 'আই' বুলি সম্বোধন কৰা হয়। গুৰু বা সাধু জনক পূৰ্ণ ব্ৰহ্ম বুলি জ্ঞান কৰা হয়। যেনেঃ-

"পূৰ্ণ ব্ৰহ্মাদেউ, ভক্তিভাৱে কৰো সেৱ

দিয়োক মোক সকাম ৰায়।
কেৱল নিশ্চয় কৰি সেৱা ৰূপে সুখ মাত্ৰ
ভৃত্য বুলি নিবা তৰাই।”

তিৰোতা ভকতনী সকলে ৰান্ধনীশালৰ পৰা ৰসৰ ( সাজঁৰ) থাল বাতি, সিজোৱা মাছ-মাংস, ব্যঞ্জন আদি সঙ্গৰ থুলত থয়হি। এইসকল ভকতনীক দোকানী-পোহাৰী আই বুলি কোৱা হয়।

ভকতসকলৰ মাজত কেইবাটাও শ্ৰেণী বা স্তৰ থাকে। প্ৰথমে ভজনলৈ (নামলৈ) সঙ্গত সোমোৱা সকলক পঞ্চচনীয়া বা একনামৰ ভকত বোলে। তাৰ ওপৰলৈ ভজন লৈ যোৱা সকলক দুইসেৱা বা দুইনামৰ ভকত বোলে। তাতোতকৈ ওপৰত শৰণ লোৱা সকলক তিনিসেৱা বা তিনি নামৰ ভকত বোলে। এই তিনি সেৱাৰ ভকতজনেও সাধু নাথাকিলে সাধুৰ আসনত মূলত বহি সকাম-নিকাম পৰিচালনা কৰি চলাই নিব পাৰে। একেবাৰে উৰ্দ্ধতম স্তৰত সাধু গুৰু বা সাতোলা হয়গৈ। সাধুজনে সত্ৰৰ গোসাঁইৰ ওচৰত মূৰ মাৰে; ভজন লয়। এইজনা সাধু বা গুৰুক পূৰ্ণভকত বোলে। এই গৰাকী ভকত মায়া ছেদ কৰা অময়া ভকত। এইজনা সাধু-গুৰুৱে ভকত প্ৰৱৰ্ত্তাব পাৰে। শিষ্য-ভকত তুলিব পাৰে। পূৰ্ণভকত বা সাধুৱে বৰসেৱা, বছেৰেকীয়াৰ দৰে ডাঙৰ সকাম পৰিচালনা কৰিব পাৰে। মূৰ মাৰি নাম কথা লোৱা পূৰ্ণভকতৰো কেইবা ভাগো থাকে। তাৰে এভাগক দিগম্বৰী বোলে।

পূৰ্ণ সাধুৱে ভকত প্ৰবৰ্তাওতে আঁৰ কাপোৰ তৰি আঁৰ বেৰ দি লয়। ইয়াকে ঢোলঘৰ বুলি কোৱা হয়। এই গুপুত কক্ষৰ ভিতৰত ভকত কৰিবলৈ লোৱা পুৰুষ-তিৰোতা সকলক গাৰ কাপোৰ আঁতৰাই নিৰাভৰণ কৰি লোৱা হয়। স্বামী-স্ত্ৰী যোৰা পাতি কেইবাযোৰায়ো একে লগে ভকত হয়। এওঁলোকৰ পুৰুষসকলে ইজনে সিজনক ‘বন্ধু’ বা ‘বান্ধৱ’ বুলি সম্বোধন কৰে। মহিলাসকলে এগৰাকীয়ে আন গৰাকীক বান্ধৱনী বা ‘আই’ বুলি সম্বোধন কৰে। এওঁলোতে ইজনে সিজনক মাজত সঙ্গৰ হৰিভকত হিচাবে পৰস্পৰে পৰস্পৰক অতি মৰম-চেনেহ , শ্ৰদ্ধা-ভক্তি কৰে।

বৰসেৱা বা বৰসকাম পাতিলে অংকীয়া ভাওনাৰ দৰে একো একোটা অংক বা দৃশ্য ওলায়। ইয়াকে বিহাৰ উলিওৱা বোলে। প্ৰতিবাৰ বিহাৰ উলিয়াওঁতে নৈবেদ্য লৈ নৃত্য-গীত কৰে। এজন মুখিয়াল তিনি সেৱা ভকতে এইবোৰ গীত-নৃত্যৰ আঁতধৰে; তেওঁক সদাচাৰ বা বিহাৰী বোলে। বিহাৰীয়ে গীতৰ পদবোৰ লগাই দিয়ে। বৰ সকামৰ আৰম্ভণিৰ পৰা অৰ্থাৎ সাধু গুৰুক আদৰাৰ পৰা আৰম্ভ কৰি সকামৰ শেহলৈকে পাচঁটাৰ পৰা নটালৈকে বিহাৰ উলিওৱা হয়। প্ৰথমে গুৱা বিহাৰ, দ্বিতীয়তে ৰসবিহাৰ, তৃতীয়তে আই-ডাঙৰীয়া বিহাৰ, চতুৰ্থত-খেলনি

বিহাৰ, পঞ্চমতে ৰজা বিহাৰ বা নগাবিহাৰ আৰু ষষ্ঠতে তলীয়া বিহাৰৰ উলিওৱা হয়। বিহাৰৰ ভিতৰত ৰজা বিহাৰ বা নগা বিহাৰেই আটাইতকৈ ডাঙৰ বুলি গণ্য কৰা হয়। প্রতিটো বিহাৰতে বিহাৰীয়ে গীত-পদ গাই নামেৰে ভকতক জনাই মূললৈ আনে। তলীয়া বিহাৰৰ যোগেদি বৰসেৱা অনুষ্ঠানৰ বিহাৰৰ সামৰণি পৰে। এই বিহাৰৰ পাছতে ভকতে অন্ন-ভোজন কৰে। অন্ন-ভোজনৰ পাছত ভকতে মুখ শুদ্ধি কৰি যাবলৈ সাজো হয়। বিহাৰী গৰাকীয়ে নামেৰে প্রথমে সাধুক বিদায় দিয়ে; তাৰ পাছত ভকত বৃন্দক বিদায় দিয়া হয়। শেষত ঘৰৰ গৃহস্থই ঘৰৰ দুৱাৰ মুখত সেৱালৈ ভকতক বিদায় দিয়ে। বৰ সকাম বা বৰ সেৱাত পঞ্চচনীয়া সকলে প্রৱেশ কৰিব নোৱাৰে।

বৰসেৱা বা বৰ সকাম কোনো পৰিয়ালে পৰম্পৰাগত ভাবে পাতি থাকে। অৱশ্যে এই অনুষ্ঠান ৰাইজে লগ লাগি ৰাজহুৱা ভাবে নামঘৰ, থানঘৰ আদিতো পাতে। এই সকাম ব্যয়বাহুল্য। খৰচ বৰ বেছি হয়। সেয়েহে গৃহস্থই এবাৰ পাতিলে তাৰ পাছত পাঁচ বা সাত বছৰৰ মূৰত পাতিবলৈ ভকত বা ৰাইজৰ ওচৰত আজ্ঞা লয়। বৰসেৱা ভাওনা বা বৰসবাহৰ দৰেই ডাঙৰ সকাম। ই বৰ খৰচীয়াল। কেতিয়াবা গৃহস্থই এই সকামভাগী পাতিব নোৱাৰিলে সাধু ভকত সকলক মাতি আনি থুল পাতি ৰাইজৰ আগত সকাম ভাগী পাতিবলৈ দিন তাৰিখ লৈ টোপোলা বান্ধি থয় আৰু সময়ত সেই দিন তাৰিখত বৰসকাম পাতে।

**কেৱল পন্থীসকলে পতা সকামবোৰ ঃ** - কেৱলীয়া পন্থীৰ লোকসকলে পতা সকামবোৰ হৈছে- বৰসেৱা, বছেৰেকীয়া, ডাঙৰীয়া সকাম, আই সকাম, ন-খোৱা, মৃতুকৰ সকাম, শলিতা-জ্বলোৱা ইত্যাদি। ইয়াৰ ভিতৰত বৰসেৱাই হৈছে ডাঙৰ পৰ্য্যায়ৰ সকাম। ই বৰ খৰচী। বৰসেৱাত একৈশটা সাজঁৰ কলহ, চাউল, শাক-পাচলি, মাছ, মাংস, মা-মছলা, তেল, পানী, জুৰ এটা লাগে। তাৰ উপৰি এযোৰ গাহৰি, এযোৰ কুকুৰা, এযোৰ হাঁহ, এযোৰ পাৰ আৰু যেই কোনো এটি জীৱ মুঠ নটা জীৱ ভকতৰ সঙ্গত বধ কৰা হয়। জীৱ মৰাৰ নাম গোৱা হয়। তেতিয়া বোলে জীৱই ভকতৰ নামতে মুক্তি পায়। ইয়াৰ উপৰিও পিঠা, সান্দহ, চিৰা, গুড়, গাখীৰ, আখৈ আদিও উপচাৰ হিচাবে দিয়া হয়।

বৰসকাম বা বৰসেৱা অনুষ্ঠান আৰবেৰৰ ভিতৰত কোনেও নেদেখাকৈ বৰঘৰৰ ভিতৰত পতা হয়। অভকতীয়া, অশৰণীয়া লোকে লুকাই-চোৰকৈ চালে চকু ফুটে বুলি বিশ্বাস আছে। যি ঘৰ মানুহে আগৰে পৰা বৰসেৱা পৰম্পৰাগত ভাবে পাতি আহে তেওঁলোকে এই সকাম পাতিবলৈ এৰি দিলে ঘৰখনৰ কোনো এজনৰ গাত বৰ বেমাৰ বা কুষ্ঠৰোগে দেখা দিয়ে বুলিও বিশ্বাস আছে। ◆

১৫ শ অধ্যায়

# অসমৰ লোক সমাজত লোকাচাৰ

## (ক) অসমৰ লোক সংস্কৃতি ঃ জন্ম আৰু আচাৰ-অনুষ্ঠান

বিবাহিত নাৰী-গৰাকী সন্তান সম্ভৱা হোৱাৰ পাছৰ পৰাই অসমীয়া সমাজত কিছুমান আচাৰ-অনুষ্ঠান পালন কৰা হয়। নৱজাতক সন্তান-সন্ততিৰ আগমনে স্বামী-স্ত্ৰীৰ যুৰিয়া-জীৱণলৈ আশাৰ ৰেঙনি কঢ়িয়াই আনে। আনকি কেঁচুৱা বা শিশু নথকা গোটেই পৰিয়ালটোলৈয়ো আনন্দৰ বতৰা কঢ়িয়াই আনে। ঘৰখন আনন্দমুখৰ হৈ পৰে। এহাতে যেনেকৈ আনন্দ ভাঁহি আহে আনহাতেদি ঠিক তেনেকৈয়ে গৰ্ভৱতী নাৰী গৰাকীলৈ ভয়-শংকাও নামি আহে।

নাৰী গৰাকীয়ে গৰ্ভধাৰণ কৰাৰ লগে লগেই তেওঁ আৰু তেওঁৰ স্বামীগৰাকীয়ে কিছুমান নীতি-নিয়ম মানি চলে। বোৱাৰী গৰাকীক জীয়া মাছ বাছিবলৈ দিয়া নহয়, কিয়নো জীয়া মাছ মাৰিব নেপায় বুলি বিশ্বাস কৰে। স্বামী-গৰাকীয়েও চৰাই-পশু আদি নেমাৰে। গৰ্ভৱতী নাৰী-গৰাকী যাতে পুষ্টিহীনতা ৰোগত ভুগিব লগা নহয় তাৰ বাবে পুষ্টিকৰ আহাৰ খোৱাব লগা হয়। মানুহৰ মনত ধাৰণা আছে যে গৰ্ভৱতী নাৰী গৰাকীয়ে সন্তান গৰ্ভত থকা সময়ছোৱাত সজ চিন্তা, সজকথা, সৎ আদৰ্শ পালন কৰিলে সন্তানটিও সজা আৰু আদৰ্শৱান হয়। লোক বিশ্বাস মতে গৰ্ভৱতী নাৰী চন্দ্ৰগ্ৰহণ আৰু সূৰ্য্য গ্ৰহণ লাগিলে বাহিৰলৈ ওলাব নেপায়।

সন্তান গৰ্ভধাৰণৰ পাচঁ মাহ পুৰ হলে গৰ্ভৱতী নাৰীক পঞ্চামৃত খোৱায়। দধি-দুগ্ধ, ঘৃত, মধু খুওৱা হয়। কিয়নো গৰ্ভস্থ সন্তানে এই মাহৰ পৰাই মাকৰ গাখীৰ খাবলৈ আৰম্ভ কৰে।

গৰ্ভাৱস্থাত সন্তানৰ আঁঠমাহ বা ন মাহত কিছুমান আচাৰ ৰীতি মানি চলে। এইসময় ছোৱাত গৰ্ভৱতী নাৰীৰ কিছুমান বস্তু বা খাদ্য সামগ্ৰী খাবলৈ বৰ মন যায়। সেয়েহে এই সময়ছোৱাত গৰ্ভৱতীয়ে যি খাবলৈ মন কৰে তাক হেঁপাহ পলুৱাই খাবলৈ দিব লাগে বুলি লোক সমাজত বিশ্বাস প্ৰচলিত আছে।

**জন্ম ঃ-** অসমৰ লোক সমাজত সন্তান সন্ততি জন্ম হ'লে ভালেখিনি আচাৰ-

অনুষ্ঠান পালন কৰা হয়। সন্তান প্ৰসৱ হ'বলৈ হলে গৰ্ভৱতী তিৰোতা গৰাকীক নিলগাই এটি নিজান কোঠাত শুবলৈ দিয়া হয়। পুৱাতীৰ লগত কেইগৰাকী মান বয়স্কা অভিজ্ঞ ধাই সদৃশ তিৰোতা লগত থাকি সন্তান প্ৰসৱ কৰাৰ নীতি-নিয়মবোৰ কৰা হয়।

নবাগত কেঁচুৱাটি প্ৰসৱ হৈ পৃথিৱীত পৰাৰ লগে লগে সি কান্দিবলৈ ধৰে। তেতিয়া যদি সন্তানটি ল'ৰা হয় তেন্তে মাতৃ-গৰ্ভৰ পৰা জন্ম হৈ পৃথিৱীত পৰাৰ লগে লগেই ঘৰৰ বেৰত ঢকিয়াই দিয়া হয় আৰু বৰ কাঁহ বজাই দিয়া হয়। বৰকাঁহ ঘৰত নেথাকিলে কাহঁৰ কাঁহী বা বাটিকে টিং, টিং কৈ বজাই দিয়া হয়। যেন নৱজাতকটি জন্মৰ লগে লগে এক ঢাক-ঢোলহে বাজি উঠিল; প্ৰতিপক্ষক যেন হুঁচিয়াৰ কৰি দিয়াহে হৈছে।

(১) **নাড়ী কটা** ঃ- জন্ম হোৱাৰ লগে লগেই সন্তানটি কুহুমীয়া গৰম পানীৰে ধোৱাই-পখলাই লোৱা হয়। নাড়ীডাল কাটিবৰ কাৰণে গঞা ৰাইজে পৰিষ্কাৰ বুঢ়াবাহঁৰ চোঁচ ব্যৱহাৰ কৰে। আগলি কলাপাতত তামোল- পাণ দি নাড়ীডাল ছ আঙুল ৰাখি বাহঁৰ চোঁচনী চটাৰে নাড়ী কটা হয়। নাড়ীৰ কাটি পেলোৱা অৱশিষ্টখিনি দুৰত বাৰীৰ চুকত গাঁত এটা খান্দি পুতি পেলোৱা হয়। লগে লগে পুৱাঁতী গৰাকীক কুহুমীয়া গৰম পানীৰে গাটো-ধোৱাই দি পৰিষ্কাৰ নতুন কাপোৰ পিন্ধোৱা হয়। কেঁচুৱাটিকো কপাহৰদৰে কোমল নতুন কাপোৰেৰে ঠাণ্ডা নলগাকৈ মেৰিয়াই দিয়া হয়। ঠাণ্ডা কালি বা জাৰ কালি পুৱাঁতীৰ ওচৰতে একুৰা জুই জ্বলাই দিয়া হয়। হঠাতে যেন ঠাণ্ডা নেলাগে।

(২) **কচু জাল** ঃ- সন্তান জন্ম হোৱা দুদিনৰ পাছত মানে তৃতীয়া দিনা পুৱাঁতীৰ গা-লৈ বল-শক্তি আৰু অগ্নি বল আহিবৰ বাবে বনৰীয়াকচু শাকৰ জোল দিয়া হয়। সন্তানৰ কচুজাল দিওঁতে আহোম, চুতীয়া, মিচিং, কছাৰী সকলে ডাঙৰ মতা কুকুৰা এটা ৰান্ধিবলৈ দিয়ে। ইয়াৰ লগতে বনৰীয়া মানে হাবিৰ কচু দং বিচাৰি কাটি আনি শাক বা তৰকাৰী হিচাবে মাংসৰ লগত ৰন্ধা হয়। তৰকাৰীত যথেষ্ট পৰিমাণে জালুকখুন্দি দিয়া হয়। তেতিয়া তৰকাৰীখন জ্বলা হয়। সেয়েহে এইখাদ্যক কচুজাল বুলি কোৱা হয়। কচুজাল সাধৰণতে পুৱাঁতীৰ মাকক ৰান্ধিবলৈ দিয়া হয়। মাক নেথাকিলে তেনে ওচৰ সম্বন্ধীয় আন তিৰোতাকো ৰান্ধিবলৈ দিয়া হয়। কচুজাল খাবৰ বাবে কেইগৰাকী মান পুৱাতীৰ সৈতে থকা নাইবা আন আন বয়স্কা গোপিনীকো নিমন্ত্ৰণ কৰা হয়। লগতে সেইদিনা ঘৰৰ পৰিয়াল আৰু অণ্ডহী-বণ্ডহীয়েও কচুজালৰ আঞ্জাৰ ভাত খায়।

**(৩) সন্তান বাজলৈ উলিওৱা ঃ-** নৱজাতক কেঁচুৱাটিৰ লগত লাগি থকা কেচাঁ নাড়ীডাল শুকাই সৰি নপৰালৈকে কেঁচুৱাটি ঘৰৰ ভিতৰতে ৰখা হয়। তাৰ পাছত কেঁচুৱাক বাজলৈ উলিওৱা হয়। এই বাজ বা বাহিৰলৈ উলিওৱাৰ বাবে এক আনুষ্ঠানিকতা আছে। এই অনুষ্ঠানক বাজ উলিওৱা বোলে। বাজ ওলোৱা অনুষ্ঠানলৈ সাধাৰণতে কেইগৰাকীমান বয়স্কা বা বৃদ্ধা তিৰোতাক নিমন্ত্ৰণ কৰা হয়। তেওঁলোকক সাধাৰণতে গোপিনী বুলি কোৱা হয়। এই অনুষ্ঠান ঘৰৰ বাহিৰত মুকলি চোতালত পতা হয়। ৰাতিপুৱা সূৰ্য্য বা বেলি ওলোৱাৰ লগে লগে চোতালত ঘূৰণীয়াকৈ বৃত্তাকাৰে বহলকৈ গোপিনী কেইগৰাকী বহে। পিঠাগুৰি' কল আদি প্ৰসাদ হিচাবে আগবঢ়াই দিয়া হয়। এগছি চাকি-বন্তি জ্বলাই ধূপ্-ধুনা জ্বলোৱা হয়। বন্তিৰ পাছতে গুৱাপাণ অৰ্থাৎ তামোল-পাণ, দক্ষিণা আদি দিয়া হয়। তাৰপাছতে প্ৰসাদ আগবঢ়াই আয়তী-গোপিনী সকলে আৰ্শীবাদ দিয়ে। পুত্ৰ-সন্তান হ'লে কেঁচুৱাৰ হাতত এযোৰ ধেনু-কাঁড় দিয়ে, আৰু সূৰ্য্যৰফালে মুখ কৰাই দিয়ে। কন্যা সন্তান হ'লে হাতত এযোৰ ফণি-আঁৰ্চি দিয়ে।

নীতি-নিয়মেৰে গোপিনীসকলে আৰ্শীবাদ দিয়ে। কিছুমানে কেঁচুৱাটি বাজলৈ উলিয়াওঁতে উৰুলি এজুকাও দিয়ে। গোপিনী সকল বহাৰ পূৰ্বলৈ এখন পীৰা পাৰি তাত গামোচা এখন দি তাৰ ওপৰতে এটা শিলগুটি, এবাটি পানী, এগছ চাকি আৰু খেৰৰ জুমুঠি এটাও থোৱা হয়।

সেইদিনা ঘৰ কেঁচামাটিৰে মুচি পৰিষ্কাৰ কৰা হয়। ঘৰৰ চৰু-কেৰাহী, বাছন-বৰ্ত্তন আদি চুচি মাজি-ধুই পৰিষ্কাৰ কৰা হয়। কাপোৰ- কানিবোৰ ধুই পৰিষ্কাৰ কৰা হয়। সেইদিনা পৰিষ্কাৰকৈ মাকে গা-পা-ধুৱে আৰু কেঁচুৱাটিকো ধুৱাই-পখলাই মাক আৰু কেঁচুৱাক নতুন চোলা-কাপোৰ পিন্ধোৱা হয়। মাকে কেঁচুৱাটিক লৈ পীৰাখনৰ চাৰিওফালে ঘুৰে। তাৰ পাছত কেঁচুৱাটিক তিনিবাৰ সূৰ্য্যটোলৈ চোৱায়। তাৰ পাছত পীৰাখনত মাকে শিল গুটিটোৰে খুন্দা এটা মাৰি শিলটো লাহেকৈ কেঁচুৱাটোৰ নাড়ীত ঘহাঁই দিয়ে। মাকে কেচুৱাটোক পানীবাটিৰ ওপৰত তিনিবাৰ ঘুৰাই দিয়ে। জুই লগাই দিয়া খেৰৰ জুমুঠিটোৰ ওপৰতো তিনিবাৰ ঘূৰাই দিয়ে। হয়তো এই প্ৰক্ৰিয়াৰ লগত জুইত পুৰি নমৰিবলৈ আৰু পানীত পৰি নমৰাৰ কল্পনা হয়তো জড়িত হৈ থাকিব পাৰে।

**(৪) বিধিৰ লিখন ঃ-** সন্তান জন্ম হোৱাৰ ছদিনৰ দিনা সন্তানটিৰ ভাগ্য বিধিয়ে বা বিধাতাই ৰচনা কৰে বুলি বিশ্বাস আছে। সেয়েহে সন্তান জন্মৰ ছদিনৰ দিনা পুৱাতীয়ে শুৱা কোঠাটো সুন্দৰকৈ কেচাঁ-গুবৰ মাটি ৰে মচি-কাচি পৰিষ্কাৰ কৰে। সেইদিনা কেচুৱাটিক শুওৱা মূৰ শিতানত এখন ডাঙৰ তামুলি পীৰা পাৰি তাৰ

ওপৰত এখন নতুন গামোছা পাৰি দিয়া হয়। তাৰ ওপৰত এগছি চাকি জ্বলাই পীৰাখনৰ ওপৰত এখন নিলিখা বগা কাগজ আৰু এটা লিখিব পৰা কলম ৰখা হয়। লগতে এটা ঘট বা মাটি টেকেলিত এটেকেলি চাউল ভোজনী হিচাবে ৰখা হয়।

লোক সমাজত বিশ্বাস আছে বোলে সেইদিনাই হেনো কেঁচুৱা নৱজাতকৰ ভাগ্য বিধিয়ে লিখি দিয়ে। পাছদিনা সেই কাগজখন কলমডাল লৈ গৈ দৈৱজ্ঞক দিয়েগৈ আৰু গণকে পঞ্জিকা চাই গণনা কৰি কেঁচুৱাটিৰ জন্মকোষ্ঠী ৰচনা কৰে। আৰু নক্ষত্ৰ ৰাশি আদি গণনা কৰি নামকৰণ কৰে।

(৫) **পোৱাঁতীৰ পথ্যা-পথ্য** ঃ- পোৱাঁতীৰ কোঠাটোত কেঁচুৱা জন্মৰ দিনাৰে পৰা একুৰা কাঠ খৰিৰ জুই বা তুহঁ জুই লগাই থোৱা হয়। জুইত মাজে মাজে সৰিয়হ ছটিয়াই দিয়া হয়। সৰিয়হ জুইত পৰি ফুটিলে ভূত-পিশাচ আহিব নোৱাৰে বুলি বিশ্বাস আছে। পোৱাঁতীক কেঁচুৱা জন্মৰ পাছৰে পৰা জালুক পাতত দি শুকান ভাত খুওৱা হয়। ঔষধি জাতীয় ভেদাই লতা,দোৰোণবন, বনজালুক, মানিমুনি আদি পাতত দি তাৰে সৈতে ভাত খাবলৈ দিয়া হয়। ৰচুন খাবলৈও দিয়া হয়। কেঁচুৱাৰ গাত বা ওচৰত বচ গছৰ টুকুৰা এটা ৰখা হয়; কিছুমানে জেটুলি পকা কাঁইটৰ ডাল আনিও দুৱাৰ মুখত গুজি থয়; যাতে ভূত-প্ৰেত, আলষণী আদি আহিব নোৱাৰে। কেঁচুৱাৰ মুৰটো এঢলীয়া হৈ নাযাবৰ বাবে সৰিয়হৰ গুটিৰে গাৰু দিয়া হয়।

(৬) **শুদ্ধি সবাহ** ঃ- কেঁচুৱাৰ নাড়ী সৰাৰ পাছত শুদ্ধি সবাহ আয়োজন কৰা হয়। কন্যা কেঁচুৱাৰ নাড়ী পোন্ধৰ দিন মানৰ পাছতে সৰে। পুত্ৰ কেঁচুৱা হ'লে নাড়ী সৰিবলৈ বিশ দিন মান লাগে। নাড়ী সৰিলে জন্মৰ পাছত বিশ একৈশ দিনমান পাছত শুদ্ধিসবাহ ঘৰৰ পৰিয়ালে ডাঙৰকৈ পাতে। গুড়-গাখীৰ, কোমল চাউলৰ জলপানৰ আয়োজন কৰা হয়। পকাপন্থীৰ ভিতৰপকীয়া সকলে আকৌ সাজঁ- পানী বা লাওপানীৰ কলহ আৰু কুকুৰা মাংস গোটায়। মাহ-প্ৰসাদৰ শৰাই পাতি নাম কীৰ্ত্তন পতা হয়। মাহ-প্ৰসাদৰ শৰাই ভাঙি গাৱঁৰ ভকতসকলে আৰ্শীবাদ দি জলপান খায়। পকা পন্থীসকলে লাওপানী, কুকুৰাৰ মাংস খায়। কিছুমানে হাঁহ বা ৰাজহাঁহ মাৰি ভকতক চাউল মুঠিও খোৱায়। ভকত' সাধু বা সাতোলাই শান্তি পানী দি শুদ্ধি কৰে।

সেইদিনা কেঁচুৱাৰ চুলিকটা হয়। চুলি কটা নাপিতক এটা ভোজনী দিয়া হয়। ভোজনীৰ লগত দান-দক্ষিণাও নাপিতক দিয়া হয়। এই কাৰ্য্যক কিছুমানে চুড়াকৰণ কৰাও বোলে। গাঁৱঁৰ কিছুমান লোকে কেঁচুৱাৰ সৰা নাড়ীৰ টুকুৰাটো বাকচত ভৰাই ৰাখে। এই শুকান নাড়ীটো বিভিন্ন বেমাৰৰ সময়ত লাগে বুলি

বিশ্বাস কৰে। আন কিছুমানে আকৌ প্ৰথম খুড়াই পেলোৱা চুলিখিনি বেৰত মাটিৰ লগত মছি লিপিতখোৱাই ৰাখি দিয়ে। তেতিয়াহেনো ল'ৰা-ছোৱালীৰ চুলি ডাঠ কিচকিচীয়া ক'লা হয়গৈ। কিয়নো ডাঠ ক'লা চুলিকোছা সৌন্দৰ্য্যৰো প্ৰতীক।

এনেদৰেই কেঁচুৱাৰ জন্ম হ'লে অসমীয়া সমাজত আচাৰ-অনুষ্ঠান আদিম কালৰে পৰা প্ৰচলিত হৈ আহিছে।

**শিশুৰ অন্নপ্ৰাসন** ঃ- শিশু জন্মৰ পাছত অসমীয়া লোক সমাজত নামকৰণ, প্ৰথম চুলিকটা বা চুড়াকৰণ আদি অনুষ্ঠান অনুষ্ঠিত কৰে। এইবোৰ অনুষ্ঠানত ভালেমান নীতি-নিয়ম পালন কৰা হয়। এই দুটা আচাৰ অনুষ্ঠানৰ উপৰিও শিশুৰ অন্নপ্ৰাশন এটি লেখৰ অনুষ্ঠান। শিশুক পাঁচ-ছয় মাহৰ পৰাই মাকৰ গাখীৰৰ উপৰিও জুলীয়া বা পাতলীয়া আহাৰ খোৱায়; অৰ্থাৎ গাখীৰ, হৰলিক্‌চ আদি খুওৱা হয়। সাত-আঠ মাহত চাগু, পিঠাগুৰি সিজোৱা বা লুথুৰী পিঠা আদি খুওৱা হয়।

ন- মাহত শিশুটিয়ে গোটা আহাৰ বা ভাত খাব পৰা হয়। শিশুৰ ন- মাহ কাল হ'লে শিশুটিক প্ৰথম ভাত মুখত দিয়া কাৰ্য্য আনুষ্ঠানিক ভাবে পতা হয়; ইয়াকে শিশুৰ অন্নপ্ৰাসন অনুষ্ঠান বোলে। শিশুৰ অন্নপ্ৰাসনত পঞ্চ-অমৃত (ঘিউ, মৌ, গাখীৰ, দৈ আৰু চেনি বা গুঁড়) মুখত দি ভাত মুখত দিয়া হয়। গাৱঁৰ কেইজন মান ভকত গোটাই আৰ্শীৰ্বাদ বা হৰিধ্বনি দিয়া হয়। শিশুৰ মুখত পোন প্ৰথম ভাত গৰাহ শিশুৰ মোমায়েকেই মুখত দিয়াৰ নিয়ম। তাৰ পাছত মাক, বাপেক, দদায়েক, খুড়ীয়েক, মাহীয়েক, পেহীয়েক আদি অন্যান্য সকলেও শিশুৰ মুখত এতেপাকৈ ভাত দিয়ে। সেইদিনা হাঁহ-কুকুৰা, মাছ আদিৰে কেইবাখনো তৰকাৰী বা আঞ্জা ৰন্ধা হয়। মিতিৰ কুটুম , অঙহী-বঙহী, বন্ধু-বান্ধৱ আদিকো অন্নপ্ৰাসন অনুষ্ঠানলৈ নিমন্ত্ৰণ কৰা হয়। অসমীয়া লোক সমাজত এইদৰেই অন্নপ্ৰাসন অনুষ্ঠান অনুষ্ঠিত কৰা হয়।

## অসমৰ লোক সংস্কৃতিঃ নোৱাই তোলনি বিয়া

চাওঁতে চাওঁতে ঘৰৰ কন্যা শিশুটি এদিন পাটগাভৰু হয়গৈ । পাট গাভৰু ছোৱালীজনীৰ গাত যৌৱন কালৰ তেজ, বল, আৰু সৌন্দৰ্য্য ফুটি উঠে। এদিন হঠাতে পাটগাভৰু ছোৱালীজনী প্ৰথম পুষ্পিতা হয়; মানে কন্যাকাল হয়।

ছোৱালীজনী প্ৰথম কন্যাকাল অৰ্থাৎ প্ৰথম ঋতুমতী হ'লে তাই ভয় আৰু বিস্ময়ত কান্দে; অৰ্থাৎ কি হ'ব কি নহ'ব বুলি অবাক হৈ পৰে। তেতিয়া ঘৰৰ

মাক বা আনে গম পালে লগে লগেই ওচৰৰে কেইগৰাকীমান আয়তী বা তিৰোতাক ঘৰলৈ মাতি আনে। কিয়নো কন্যাকাল হোৱা ছোৱালীয়ে চন্দ্ৰ-সূৰ্য্য দেখিব নেপায়। সেয়েহে লগে লগেই আছুতীয়া নিজগৰীয়া কোঠা এটা মচি লৈ তাত চাউল চিতা মাৰি ধান খেৰৰ বিছনা এখন পাৰে। ঘৰৰ খুড়ীয়েক, নবৌয়েক বা মাহীয়েক-পেহীয়েকহঁতে উৰুলিদি কন্যাকাল হোৱা ছোৱালীটিক উক্ত বিছনাত বহুৱাই থয়। লগে লগে এধাৰি মণি গোঁঠে । কোনোবাই পালে এটা ডালিম নাইবা তিনিটা ডিমৰু গুটি আৰু যদি তাকো নেপালে থাপতে পোৱা তামোল তিনিটাকে ঠানিৰে সৈতে আনে। তাৰ পাছত মূৰৰ ছিগা চুলি দুডালমান, আৰু ৰঙা-বগা এবাঁ সূতা মেৰিয়াই লৈ তাৰে মালাধাৰী পিন্ধাই দিয়ে। তাতে গাঁমোচা এখনেৰে টোপোলা কৰি কনাই সাজে। ইতিমধ্যে এটা দিনত চাউল দি তাতে তামোল পাণ দিয়ে আৰু মিঠা তেলৰ চাকি এগছ জ্বলাই দি কন্যাজনী শোৱা বিছনাখনৰ পূৱ মূৰত 'দুণৰি' টৌ থয়। কন্যাজনীৰ হাতত 'কনাই' টৌ ল'বলৈ দিয়ে। দুণৰিত চাকি গছ জ্বলি থাকে। আৰু মূৰ শিতানৰ দুণৰিৰ ওচৰতে এটা কাঁহৰ লোটাত পানী ভৰাই ডিঙিত এবাঁ সূতাৰে মেৰিয়াই দি দুণৰিৰ কাষতে ৰাখে। কইনা জনী শোৱা বিছনাৰ তলতে এখন দা বা কটাৰী থৈ দিয়ে। লোটাটোত আমডালি দিয়ে। বিছনাখনৰ চাৰিওফালে চাৰিখুটি মাৰি দিযে দয়ে। আয়তী সকলে পুষ্পিতা হোৱা ছোৱালীজনী আৰু কইনাজনীৰ হাতত 'কনাই' টো হাতত লৈ থাকিবলৈ দি সকলো ঘৰাঘৰি যায়গৈ।

মাক-বাপেক, নাইবা মোমায়েক বা দদায়েক কোনোবাই কইনাকাল হোৱাৰ সময়টো জানি লৈ তামোল-পাণ আৰু দক্ষিণালৈ দৈৱজ্ঞৰ ওচৰত পঞ্জিকা চোৱাবলৈ যায়গৈ। জ্যোতিষী বা দৈৱজ্ঞই ছোৱালীটিৰ কন্যাকালৰ সময়ৰ ওপৰত ভিত্তি কৰি ছোৱালীটিয়ে কি যোগ পালে তাক কৈ দিয়ে। কন্যাকালৰ যোগবোৰ হ'লঃ- 'সুভগা', 'পতিব্ৰতা', 'দুৰ্ভগা', 'পতিহনা' ইত্যাদি। 'সুভগা' আৰু 'পতিব্ৰতা' যোগ পালে ভাল বুলি ভাবে। যদি দুৰ্ভগা বা পতিহনা যোগ পায় তেন্তে কিছু দোষ থাকিলে কন্যাটিয়ে সাতদিন, পোন্ধৰদিন, এমাহ-ডেৰমাহ পৰ্য্যন্ত ব্ৰত পালন কৰিব লগা হয়।

কন্যাকাল হোৱা ছোৱালীটিয়ে প্ৰথম তিনিদিন মাত্ৰ সন্ধিয়া ভাগত ফলাহাৰহে কৰিব পাৰে। ভাত নেখায়, অনাহাৰে থাকিব লাগে। গাখীৰ, ফল-মূল, মণ্ড, বুট আদি ফলাহাৰ খাব পাৰে।

তিনিদিনৰ দিনা ৰাতি সধবা তিৰোতাই ছোৱালীজনীৰ নাম কৈ আখৈ ভাজে। কিয়নো চাৰিদিনৰ দিনা ছোৱালীটিক চাৰিদিনীয়া গা-ধোৱাব লাগে। সেইবাবে

চাৰিদিনৰ দিনা কন্যাকাল হোৱা ছোৱালীটিৰ লগ-সমনীয়া ছোৱালী আৰু আয়তী সকল সেইদিনা পুৱাই আহি গোট খায়হি। বাৰীৰ পুৱফালে পুৱ মুৱাকৈ তিনিডাল ইকৰাৰে এখন বেই সাজে; বেইৰ কাষতে আলুৰে সৈতে খান্দি অনা এটা লহপহীয়া কলপুলি ৰুই দিয়ে। বেইৰ তলত তামুলী পীৰা এখন পাৰি দিয়া হয়। বটি থৈ দিয়া মাহ-হালধিৰ বাটিটোৰ লগত মিঠা তেলৰ বটল এটাও কাষতে থৈ দিয়ে। মাকে-ছোৱালীজনীক ভিতৰৰ পৰা আচলত ধৰি উলিয়াই আনি বেইৰ তলত বহুৱাই দিয়ে। কন্যাকাল হোৱা ছোৱালীজনীক ঔৰীজেৰে মূৰটো ধোৱাই দিয়ে।

তাৰ পাছত পুষ্পিতাৰ গাত মাহ-হালধি সানি দিয়ে। মূৰত তেল দিয়ে। আৰু তেতিয়াই আয়তী সকলে উৰুলি দিয়ে। তাৰ পাছত তেওঁক পাঁচ বা সাঁত কলহ পানী ঢালি গাটো ধোৱাই দিয়ে। মাহ-হালধি সানি পুষ্পিতাৰ লগতে 'কণাই' টোকো ধুওৱা হয়। বেইৰ তলতে গা-ধুই উঠি কন্যাই সুৰ্য্যলৈ চাই সেৱা কৰে, যাতে ওলোৱা-সোমোৱা দোষ খণ্ডন হয়। তাৰ পাছত পুষ্পিতাই বাৰীৰ তামোল এথোকলৈ চায়। তাৰ পাছত মাক বা আয়তীলৈ চায় আৰু সেৱা কৰে। কন্যাই দৰা সজোৱা কলপুলিটোক এধাৰ মণি পিন্ধাই দিয়ে। তাৰ পিছত কলপুলিৰ গাত মাহ-হালধি সানি কলপুলিটোৰ গুৰিত পানী ঢালি দিয়ে।

'হৰগৌৰী বসতি হওক' বুলি কৈ আয়তীসকলে কন্যাক আৰ্শীৰ্বাদ দিয়ে। পুষ্পিতা কন্যাটিক মুগাৰৰিহা-মেখেলা পিন্ধাই দি বেইৰ তলৰ পৰা নি ভিতৰৰ কোঠা এটাত চাউল ছটিয়াই পাটী এখন পাৰি বহুৱাই দিয়ে।

সাতদিন নদিন বা এঘাৰ দিনৰ দিনা নোৱাই তোলনি-বিয়া পাতে। যদি শনি বাৰ বা মঙ্গল বাৰে বিয়াৰ দিন পৰে তেন্তে অমঙ্গলীয়া বাৰত নেপাতি আন আন বাৰত পতা হয়। সাত দিন বা ন দিনৰ দিনা তোলনি বিয়াৰ দিনা মাকে ৰাতিপুৱাই কন্যাকাল হোৱা ছোৱালীটিক গা-ধুৱায়। ঘৰ-দুৱাৰ মচি-কাছি পৰিষ্কাৰ কৰে। চাৰিদিনীয়া গা-ধুওৱাৰ পাছত পাৰি দিয়া বিছনা- কাপোৰ তিয়াই-বোৱাই পৰিষ্কাৰ কৰা হয়।

ঘৰৰ চোতালত এখন সৰুকৈ ৰভাও দিয়া হয়। বৰষুণ পৰিব নোৱাৰাকৈ এখন টিৰপালো ৰভাখনত তৰি দিয়া হয়। বাৰীৰ চৌহদত ঘৰৰ পুৱমূৰত চাৰিটা কলপুলি পুতি কল পটুৱাৰে দৌলটোৰ দৰে ওপৰলৈ জোঙাকৈ এখন বেই দিয়া হয়। বেইখন কলগছৰ টুকুৰা আৰু বাহঁদি বেইৰ তলত এখন চাং মাটি ঢাকি পতা হয়। বেইখনৰ তলত এযোৰ তামোল পাণ আৰু এটা কণীও পুতি দিয়া হয়; কিয়নো কণী হ'ল প্ৰজননৰ প্ৰতীক। বেইখনৰ চাৰিওফালৰ কল পুলিত আমডালি আঁৰি দিয়া হয়। বেইখনৰ পুৱলৈ এটা লহ-পহীয়া হৃষ্ট-পুষ্ট কলপুলি

পুতা হয়।

নোৱাই তোলনি বিয়াৰ আগদিনা ৰাতি-গাৱঁৰ লগ-সমনীয়া জীয়ৰী আৰু বোৱাৰীহঁতে আহি কইনাক ৰখে। দুই-তিনিদিনৰ আগৰ পৰাও কন্যাক ৰখাৰ নিয়ম আছে। আগৰাতি নিশা-দুপৰলৈকে জীয়ৰী-বোৱাৰী সকলে বিয়া ৰখি-বিয়া নাম গায়; নাচে আৰু ফুৰ্তি কৰে।

নোৱাই তোলনি বিয়ালৈ কন্যাঘৰৰ পৰিয়ালে গাৱঁৰ ওচৰচুবুৰীয়া প্ৰতিঘৰৰ আই সকলক আৰু জীয়ৰী-বোৱাৰী সকলক ঘৰে ঘৰে একোটাকৈ তামোল-পাণ দি মাতে। বিয়াৰ দিনা গাৱঁৰ আয়তীসকল আৰু জীয়ৰী-বোৱাৰী সকলেৰে কন্যাৰ ঘৰ ভৰি পৰে। মিতিৰ কুটুম, মাহী, পেহী-মামী আদি সকলোৱে আহি কন্যাঘৰৰ ৰভাতল নধৰা হয়। এক উছৱ মুখৰ পৰিৱেশৰ সৃষ্টি হয়।

সেইদিনা দিনত আয়তীসকলে আৰু জীয়ৰী-বোৱাৰী সকলে বিয়া নাম গাই ওচৰৰে নদী বা পুখুৰীৰ পৰা কন্যাক ধোৱাবলৈ নাম-গুণ গাই পানী তুলি আনে। লগত দুলনী-কলচি লৈ যায়। পানী-তুলি অনাৰ পাছত-কন্যাটিক মাকে আঁচলত ধৰি ঘৰৰ ভিতৰৰ পৰা আনি গা-ধোৱাবলৈ বেইৰ তলত বহুৱাই দিয়ে; মূৰত তেলদিয়ে, কইনাক মাহ-হালধি সানি নোৱাই দিয়ে আৰু তাৰ পাছত কলহে কলহে পানী ঢালি কইনাক গা-ধোৱায়। কন্যা নোৱাওঁতে বেইৰ চাৰি কাষে বেৰিলৈ আয়তীসকলে জাত-জাত বিয়া নাম গায়। গা-ধোৱা হ'লে কইনাই তিতা তিয়নীয়ে গা-ধোৱাৰ পাছত সূৰ্য্যলৈ চাই সেৱা কৰে। তাৰ পাছত কইনাই বেইৰ সন্মুখত থকা কল পুলিটোক মাহ-হালধি সানি ধোৱাই দিয়ে। আৰু কলপুলিটোক সেৱা কৰি আখৈ এমলা আৰু পিঠাগুৰি এমলা দি মাকৰ হতুৱাই 'আমসাৰ', 'চাকিসাৰ' দিয়াই প্ৰণাম কৰে। তাৰ পাছত নতুন পাটৰ বা মুগাৰ কাপোৰ এজোৰ পিন্ধাই কইনাক ৰভাতললৈ লৈ অনা হয়।

ৰভাৰ তলত মড়লৰ কাষত নতুন পাটী-পাৰি বহুৱাই দিয়া হয়। নতুন মুগাৰ বন কৰা কাপোৰেৰে সজাই পৰাই তেল-সেন্দুৰৰ ৰেখাৰে কইনা সজোৱা হয়। কইনাৰ হাতত আখৈ এবাটিত কনাইটো বহুৱাই ছোৱালীৰ কোচঁত দিয়া হয়। প্ৰথমে মাকে সোণৰ আঙঠি বা ৰূপৰ টকা এটা কইনাৰ হাতত দি 'কইনাটো' নিজৰ কোঁচলৈ ললে আৰু আকৌ কইনাৰ কোঁচত দিলে। এইদৰে তিনিবাৰ কৰিলে। আখৈখিনি মাকৰ কোঁচত দিলে। তাৰ পাছত এইবাৰ পিঠা গুৰিৰ মলাটোত কনাইটো থৈ মলাটো কইনাৰ হাতত দিলে। এইবাৰ কনাইটো লবলৈ নবৌয়েক, খুড়ীয়েক, মাহীয়েকহঁত এগৰাকীৰ পাছত এগৰাকী কৈ আহিল। প্ৰত্যেকেই এটকা-দুটকা দি কনাইটো তিনিবাৰ লৈ শেষত আখৈ আৰু পিঠা

গুড়ি কনাইবে সৈতে কাচঁত বাকি দিলে। কনাইটো প্ৰত্যেকেই লওঁতে পিছফালৰ পৰা আন এজনীয়ে পিঠাগুৰি সানি ধেমালি কৰি হাঁহে। কোঁচত লৈ অনা আখৈ আৰু পিঠাগুৰি খিনি নেখাই দুখীয়া দৰিদ্ৰক দান দিয়া হয়। কন্যা গৰাকীয়ে তিনিজনী বা পাচঁজনী আয়তীৰ কপালত সেন্দুৰৰ ফোট দিয়ে। সকলোৰে কনাই লৈ এতোৱাৰ পাছত কন্যাকাল হোৱা ছোৱালীটিয়ে কোচঁত কেঁচুৱাটিৰ দৰে কনাই লৈ চুমা খাই তেওঁৰ হাতত পিঠাৰ লাডু এটা দিয়ে। তাৰ পাছত কন্যাই আয়তী সকলৰ ওচৰত মূৰ দোঁৱাই আশীৰ্বাদ ললে। ৰাইজেও কুশল-মঙ্গল কামনা কৰি আৰ্শীৰ্বাদ দিয়ে। ৰাতিলৈ গাৱঁৰ কেইজনমান ভকত মাতি আনি খোবা-খোৱনী ভাঙে। জীয়ৰীসকলে ৰাতি লগ লাগি ভোজ ভাত খায়। আনন্দ কৰে।

**(গ) অসমৰ লোক সংস্কৃতিঃ বিবাহ**

বিবাহ মানৱ জাতিৰ যুৱীয়া জীৱনৰ স্বপ্ন। জন্ম, মৃত্যু আৰু বিবাহ জীৱনৰ আটাইতকৈ ডাঙৰ ঘটনা। হিন্দু সমাজত বিবাহ কেইবা প্ৰকাৰৰ থাকে। সেইয়া হৈছে ৰাক্ষস বিবাহ, পৈশাচিক বিবাহ, গন্ধৰ্ব বিবাহ, আসুৰিক বিবাহ, ব্ৰাহ্ম বিবাহ, দৈৱ বিবাহ, আৰ্যবিবাহ, কাৰ্য্য বা প্ৰজাপতেয় বিবাহ।

ব্ৰাহ্ম বিবাহত নানা জনপ্ৰিয় আচাৰ অনুষ্ঠান, পৰম্পৰা আৰু লোক বিশ্বাস জড়িত হৈ আছে। অসমত প্ৰচলিত এই ব্ৰাহ্মবিবাহত বৈদিক পৰম্পৰাৰ উপৰিও নানান লোক পৰম্পৰা পালন কৰা দেখা যায়।

**ৰাহিযোৰা চোৱা ঃ**

বিয়া এখনৰ আয়োজন কৰাৰ আগতে দৰা আৰু কন্যাপক্ষৰ তৰফৰ পৰা জ্যোতিষ চোৱা হয়। ইয়াকে দৰা-কন্যাৰ ৰাহি-যোৰা চোওৱা অনুষ্ঠান বোলে। তাৰ পাছত দৰা-কন্যাৰ ৰাহি-যোৰা অৰ্থাৎ ৰাশি আদিৰ মিল আছেনে নাই সেই কথা নিশ্চিত কৰা হয়। তাৰ পাছতেই আলেঙে আলেঙে কন্যা ঘৰৰ আৰ্থিক অৱস্থা আৰু পৰিবেশ আৰু কন্যাৰ ৰূপ-গুণ জানি লোৱাৰ পাছত দৰা ঘৰৰ পৰিয়ালে কন্যা ঘৰলৈ গৈ কন্যা খোজে; কন্যাঘৰত কন্যা খুজিবলৈ যাওঁতে দৰাৰ বাপেক বা দদায়েকো যায়। কন্যা খুজিবলৈ যাওঁতে কন্যাঘৰৰ ওচৰৰ গএগ্ৰা জ্ঞাতি কুটুম গোট খায় আৰু সমাজৰ আগত বৰ শৰাই বা পূনিয়া শৰাই দি ছোৱালী খোজা হয়। তাৰ অনুৰূপ কন্যাঘৰৰ ফালৰ পৰাও এখন শৰাই দিয়া হয়। তাৰ পাছত এটা দিন-বাৰ-ক্ষণ চাই দৰা-ঘৰৰ লোকে গৈ কন্যাক আঙঠি পিন্ধোৱা এটি অনুষ্ঠান পতা হয়। দৰাৰ মোমায়েক ভিনীয়েক, দদায়েক, বায়েক, মামীয়েক আদিয়ে গৈ কন্যাক এক আনুষ্ঠানিকভাৱে আঙুঠি পিন্ধায়। কন্যাক

দৰাই আঙঠিৰ লগতে আৰু সাজ-পোছাকো পিন্ধায়।

তাৰ পাছত দৰাঘৰ-কন্যাঘৰে আলোচনা কৰি এটা শুভক্ষণ, শুভদিন, শুভবাৰ চাই বিবাহৰ তাৰিখ ধাৰ্য্য কৰে। ইয়াকে বিয়াৰ দিন ছিঙা বুলি কোৱা হয়। তাৰ পাছত দুয়ো ঘৰেই বিয়ালৈ মিটিৰ-কুটুম, বন্ধু-বান্ধৱ আটাইকে তামোল-পাণ দি মাতে।

অসমীয়া সমাজত বিয়া এক ডাঙৰ অনুষ্ঠান। ইয়াক গাৱঁৰ গএগ্ৰা ৰাইজৰ লোক উৎসৱ বুলি কব পাৰি। অসমৰ এই বিবাহ উৎসৱ আগতে পাঁচদিনীয়া, তিনিদিনীয়া আৰু দুদিনীয়াকৈ পতা হৈছিল। আজি কালি পাঁচদিনীয়া বিয়া বাদ দি তিনিদিনীয়া বিয়া পতাৰ পৰম্পৰাও লুপ্ত হৈছে।

বিয়াৰ কেইদিনমানৰ আগত বিয়া ঘৰীয়াই গাৱঁৰ ৰাইজ গোটাই তামোল-পাণৰ শৰাই দি বিয়াখন ৰাইজে সুকলমে চলাই নিবলৈ গোহাৰি জনায়। তেতিয়া তাৰ পিছদিনাৰে পৰাই ডেকাসকলে খৰি-পাত গোটায় আৰু ৰভা-পৰলা দিয়াৰ কাম কৰে। বুঢ়া সকলে ডোং-পটুৱা বনায়। মহিলা সকলে কোমল চাউল, চিৰা, আখৈ আদি তৈয়াৰ কৰে। বহিবৰ বাবে ঢৰা, ঢাৰি, পাটী আদি গোটায়।

**জোৰণ বা তেলভাৰ ঃ-** দৰা-ঘৰীয়া সকলে কন্যাঘৰলৈ জোৰণ আৰু তেলভাৰ লৈ কন্যাৰ ঘৰলৈ যায়। কোনো কোনোৱে টেকেলি দিয়া তেল ভাৰো বোলে। জোৰণত থাকে কন্যাৰ সাজপাৰ, আ-অলংকাৰ, আৰু খাদ্যসামগ্ৰী; যেনেঃ- দৈ, জলপান, গুড় আৰু গাখীৰ লগতে চাউল, তেল, নিমখ আদি নিয়া হয়। এটা টেকেলিত ভৰ্ত্তিকৈ পানী আৰু তামোল পাণৰ শৰাই। জোৰণ দিবলৈ দেউতাক, দদায়েক আদি যায়। জোৰণৰ দল গৈ কন্যা ঘৰৰ পদূলিৰ তোৰণৰ মুখত উপস্থিত হোৱাৰ লগে লগে কন্যাঘৰে আদৰিবলৈ আহে- এখন তামোল পাণৰ শৰাই লৈ। লগতে এখন কাপোৰেৰে ঢাকি বিচনা পাৰি দিয়ে। দৰা ঘৰে শৰাই আগবঢ়ায়। দৰা ঘৰৰ শৰাইখন আৰু কন্যাঘৰৰ শৰাইখন তিনিবাৰ সলনা-সলনি কৰি আদৰি লৈ গৈ ৰভাৰ তলত দৰা ঘৰৰ বাবে আছু তীয়াকৈ ৰখা ঠাইত বহুৱায়। দৰাঘৰে ভৰা চাউল থকা দুটা মাটিৰ ঘট বা টেকেলি উলিয়াই পাতি থৈ দিয়া মৰলৰ ভিতৰতে থয়। উৰুলি দি চাউল ছটিয়াই পাটী পাৰি দিয়াৰ পাছত পাটীত ভিতৰৰ পৰা কইনাক উলিয়াই আনি বহুৱায়। জোৰণৰ সামগ্ৰী দৰা ঘৰে উলিয়াই দিয়ে। লগতে দৰা ঘৰৰ পৰা নিয়া দুযোৰ তামোল কটাৰী, গাঁঠিয়ন আৰু মাহ-হালধিও উলিয়াই দিয়ে। পানী ছটিয়াবৰ বাবে নিয়া সৰু টেকেলি দুটাৰ এটা কন্যাক চোৱাই ওভোটাই নিয়ে। দৰাঘৰৰ মাটিৰ চাকিগছ দৰাঘৰৰ তেলেৰেই জ্বলাই দিয়ে। ঘটৰ চাউলেৰেই দোলনি সজায়। আৰু তাৰ পাছত কইনাক দৰা ঘৰে দি পঠোৱা জোৰণৰ কাপোৰ- কানি, আ-অলংকাৰ পিন্ধায়।

আকৌ কন্যাঘৰৰ পৰা দৰালৈ সাজ-কাপোৰ, নোৱনী কাপোৰ — চাদৰ, গামোচা' চুৰিয়া আদিও দিয়ে। তাৰ পাছত জা-জলপান খোৱাই জোৰণ দিবলৈ যোৱা দলটিক বিদায় দিয়ে। পদূলি মুখলৈকে আগবঢ়াই দিয়ে।

**অধিবাস** ঃ- বিয়াৰ প্ৰথম দিনাৰ পৰাই দৰা আৰু কন্যা উভয়েই উপবাসে থাকে। তেওঁলোকক ফল-মূল বা ফলাহাৰ, গাখীৰ, দৈ আদিহে খাবলৈ দিয়া হয়। অৱশ্যে জলপান আদিও দিয়া হয়। এনেদৰে উপবাসে থকা প্ৰথাকে বিয়াৰ অধিবাস বোলা হয়।

অৱশ্যে জলপান আদিও দিয়া হয়। এনেদৰে উপবাসে থকা প্ৰথাকে বিয়াৰ অধিবাস বোলা হয়।

**(১১) পানী তোলাঃ**- দৰা-কন্যাক নোৱাব-ধোৱাবৰ বাবে গাৱঁৰ আই-বাই, ডেকা-গাভৰুসকলে ওচৰৰ নৈ ঘাট বা পুখুৰীৰ পৰা পানী তুলিবলৈ যায়। পানী তুলিবলৈ যাওঁতে দোলনি সজাই লৈ তামৰ কলচি বা লোটালৈ দোলনিত অৰ্থাৎ দোণত ভৰ্ত্তিকৈ চাউ দিলে এগছি চাকি জ্বলাই লোৱা হয়। তামোল-পাণ দিয়া হয়। আটাইতকৈ আগত ডেকাসকলে ঢোল-তাল লৈ বিহুমাৰি যায়। তাৰ পাছতে মৃদং-তাল লৈ গায়ন-বায়ন যায়। তাৰ পাছতেই দোলনি- কলচি দুজনী-পাট গাভৰু ছোৱালীয়ে। পানী তুলিবলৈ লওঁতে পানীত নামি মাকে বা মাতৃ স্থানীয় এগৰাকীয়ে চাৰিও দিশে চাৰিখন তামোল ছাটি মাৰি দিয়ে। গোটা তামোল-পাণ এযোৰ আৰু পইছা এটা পানীলৈ দলিয়াই দিয়া হয়। পানীত কটাৰীৰে পুৰণ চিন দি তিনিবাৰ ঘটত পানী ভৰাই পাছলৈ উলটি নোচোৱাকৈ ঘূৰি আহে। ঘৰ পায়েই পানী এচলো ঘৰৰ ছাললৈ ছাটি মাৰি ভিতৰৰ পৰা কন্যা বা দৰাক উলিয়াই আনি বেইৰ তলত এখন তামুলী পীৰাত বহুৱাই দিয়ে।

**ঘৰৰ পূৰ্ব মূৰত তেল দিয়া আৰু নোওৱা ধুওৱা** ঃ কলপটুৱাৰে বেই সজা হয়। হাহঁ কণী তামোল-পাণ পইচা, বেইৰ তলত দিয়া হয়। পীড়াৰ কাৰণ জুমুঠি দুটা, শিলগুটি এটাও থয়। মাহ-হালধি ঘহি দৰা বা কন্যাক পানী তুলি অনা পানীৰে গা-ধোৱায়। আৰু বেইৰ তলত গোৱা বিয়া নাম গায়। আৰু দৰা বা কন্যাৰ মূৰত প্ৰথমে মাকে গা-ধোৱায়। তাৰ পাছতহে আলি আলি জল তেল -চাউল দিয়ে। দাংকোলাকৈ দৰা বা কন্যাক আনি ৰভাৰ তলৰ পাটীত বহুৱায়। বিয়া নাম গায়। প্ৰথমে পানী ঢালি দিনা দৰা বা কন্যাক মূৰত তেল দিয়া অনুষ্ঠানটো শেষ কৰি আয়তী সকল আৰু ৰাইজ যায়গৈ।

বৰবিয়াৰ দ্বিতীয় দিনা ভালে কেইটা অনুষ্ঠান সুসম্পন্ন কৰে। এই দ্বিতীয় দিনা আয়তী সকল আৰু ডেকা-গাভৰু সকলে পুৱাৰ ভাগতে দৰা বা কন্যাক বাহী নোৱনি দিয়ে। দুপৰীয়া আহি দ্বিতীয়টো নোৱন দিয়ে। গধুলি ৰাইজ আহি

তৃতীয়টো নোৱন দিয়ে। প্ৰতিটো নোৱনৰ বাবে নৈ ঘাটৰ পৰা পানী তুলি আনে। সেইদিনা ৰাতি ডেকা-জীয়ৰী সকলে দৰা ঘৰত বা কন্যাঘৰত বিহুমাৰি ৰং-ৰহইচ কৰে। ভোজ-ভাত খায়।

**গাঁঠিয়ন খুন্দা ঃ-** গাৱঁৰ জোৰা পাতি থকা ৭ গৰাকী বা ৫ গৰাকী আয়তীয়ে গাঁঠিয়ন খুন্দে। এই গাঁঠিয়ন ছোৱালী ঘৰে দৰা ঘৰক আৰু দৰাঘৰে কন্যা ঘৰক জোৰন দিয়া লগতে দিয়ে। এখন কাপোৰেৰে আয়তীসকলে ঢাকি আবুৰ দি লৈ গাঁঠিয়ন খুন্দে। চাব নেপায় বোলে। গাঁঠিয়ন খুন্দোতে ওচৰতে কঠীয়া টোম এটাত চাউল ভৰাই ৰাখে। সেই গাঁঠিয়ন খুন্দি গুৰি কৰে। এচি তা পটা আৰু এটা শিল গুটি বা পটা গুটি তিনিবাৰ গাঁঠিয়ন খুন্দে। তেতিয়া আয়তী সকলে গাঁঠিয়ন খুন্দা নাম গায়। গাঁঠিয়নৰ গুৰি দৰা-কইনাৰ মূৰত দিয়ে। গাঁঠিয়ন খুন্দা নাম ঃ

"উজনি ৰাজ্যৰ গন্ধে গাঁঠিয়নে
নামনি ৰাজ্যৰে পটা;
সাঁতো আয়তীয়ে গাঁঠিয়ন খুন্দিছে
কোনে কেনেকাৰ বটা।"

**কলা বুঢ়ী নচোৱা ঃ -** গাঁঠিয়ন খুন্দাৰ পাছতে বিহুৱা ডেকা-গাভৰু সকলে কলা-বুঢ়ী নচোৱায়। এজনক কলৰ চিৰিলি চিৰিলি পাতেৰে গাত পিন্ধাই দি কলা বুঢ়ী সজায়। ঢোলৰ ছেৱে ছেৱে মূৰত ডলা এখন লৈ কলাবুঢ়ী নাচে। কলাবুঢ়ী নচোওৱা ঢোলৰ চাপৰো সুকীয়া ধৰণৰ। তাৰ লগতে নাচনী কেইজনীমানো নাচে। নাচনী কেইজনীয়ে কঁকালত খালৈ বান্ধি লৈ জাকৈ লৈ নাচে। কলাবুঢ়ী নচোওৱা নামো গায়। কলাবুঢ়ীয়ে হাতত এডাল লাখুটি লৈ নাচে। কলা বুঢ়ী নচোৱা নাম-

**পানী তোলা ঘাটত সুৱাগুৰি তোলা ঃ-** দ্বিতীয় দিনা ভৰ বিয়াৰ দিনা গধূলি আয়তী আৰু জীয়ৰী বোৱাৰী সকলে ঢোলেদগৰে গায়ন-বায়নে নৈ ঘাটলৈ পানী তুলিবলৈ যায়। এই পানী তুলি আনোতে নৈৰ ঘাটত সুৱাগুড়ি তোলা হয়। ডলা এখনত এমুঠি আখৈ এমুঠি পিঠাগুৰি, চাৰিখন থুৰিয়া তামোল, চাৰিডাল খৰিকা, এগছি চাকি, চাৰিটা পিঠাগুড়িৰ লাডু লৈ সুৱাগুড়ি তোলে। এখন থালত এগছি পকি আৰু দুলনী-কলচিৰে সৈতে আহি চাউল ছিটা মাৰি দিয়ে। সুৱাগুড়ি তোলাৰ নাম গায়।

**দৈয়ন দিয়া ঃ-** তৃতীয় দিনা কন্যা আনিবলৈ বৰযাত্ৰী-যোৱাৰ দিন। সেইদিনা খুউব ৰাতিপুৱাই দোকমোকালিতে দৈয়ন দিয়া হয়। ঘৰৰ দুৱাৰ মুখৰ দুৱাৰডলিত

দৈয়ন দিয়া হয়। এটা বাটিত বাটিভৰাই দৈ লোৱা হয়। আন এটা বাটিত মিঠাতেল এবাটি লোৱা হয়। এডাল এৰাঁ সূতাত দুফালে দুখন পাণ বান্ধি লোৱা হয়। এৰাঁ সুতাৰে বন্ধা পাণ দুখন দৈৰ বাটিটোত ডুবাই দিয়া হয়। এশ এডাল দুবৰিবন দকচিঁকৈ বান্ধি মিঠা তেলৰ বাটিটোত দিয়ে। এই দুয়োটা বাটি দৰা বা কন্যাৰ সমুখলৈ নি দুবাৰ টোৱাঁই ঘূৰাই অনা হয়। তেতিয়া আয়তী সকলে দৈয়ন দিয়া নাম গায়। যেনেঃ-

“ দৈয়ন দিয়া দৈয়ন দিয়া
দৈয়ন দিয়া আই;
ভালে কৰি দৈয়ন দিয়া
শৰীৰে জুৰাই।”

দৈয়ন দিয়াৰ পাছত বেইৰ তললৈ নি দৰা বা কন্যাক নোৱা-ধুওৱা হয়। দৰা ও কন্যাক নোৱাওঁতে প্ৰথমে মাকে নোৱায়। মাক নেথাকিলে খুৰীয়েক বা বৌৱেকে নোৱায়। তাৰ পাছত দুলনি-কলচি লোৱা দুজনীয়ে নোৱায়। তাৰ পাছতহে আনে আনে কন্যা বা দৰাক নোৱায় আৰু ধোৱায়।

তাৰ পাছতেই দৰাক পাটীত বহুৱাই লৈ দৰাই বৰ যাত্ৰীৰ সৈতে কন্যা আনিবলৈ কন্যা ঘৰলৈ ঢোল-তালেৰে বিহু মাৰি, গায়ন গাই যায় আয়তী সকলে নাম গাই কন্যাঘৰলৈ লৈ যায়।

**বৰযাত্ৰীৰ কন্যাঘৰলৈ যাত্ৰা ঃ-** দৰাৰ ঘৰৰ পৰা কন্যা আনিবলৈ কন্যাঘৰলৈ দৰাৰ লগত যোৱা দলটোক বৰযাত্ৰীৰ দ'ল বোলে। দৰাজনৰ অতি অন্তৰঙ্গ বন্ধু এজনক দৰাধৰা পাতি লয়। দৰা ধৰা জনেও দৰাই পিন্ধাৰ দৰেই বিশেষ সাজ-পোছাক পিন্ধে। দৰাধৰাই দৰাৰ মূৰত ছাতি এটা ধৰি যায়। বৰযাত্ৰী দলৰ আটাইতকৈ আগত বিহুৱা দলটো যায়। তেওঁলোকে ঢোল-তাল লৈ বিহু মাৰি যায়। তাৰ পাছতেই গায়নীয় দলটোৱে খোল বা মৃদং আৰু তাল আদি লৈ গায়ন গাই যায়। তাৰ পাছতেই দৰাজন যায়। দুলনি -কলচিও লৈ যায়। আয়তী সকলে বিয়া নাম গাই যায়। দৰাৰ গাত কিবা ভূত-প্ৰেত লাগে বুলি নাইবা কোনোবাই যাদুমন্ত্ৰ কৰে বুলি দৰাৰ হাতত এখন চুৰি কটাৰী দিয়ে। গাৰ কাপোৰত বেজী একোটাও চিলাই দিয়ে। বাটত ঠায়ে ঠায়ে দৰাক কোনো কোনোৱে ৰাস্তালৈ ওলাই আহি আদৰে। বাটৰ কাষত থকা নামঘৰ বা মন্দিৰত ভৰাই সেৱা কৰি যায়। এনেদৰেই খোজ কাঢ়ি গৈ বৰযাত্ৰীৰ দল গৈ কন্যাঘৰৰ পদূলিমুখ পায়গৈ। দৰাৰ দলগৈ কন্যাঘৰৰ পদূলিমূৰত থকা কলপুলিৰ তলত ৰয়গৈ।

**কন্যা ঘৰত দৰা আদৰাঃ-** দৰা গৈ কন্যাঘৰৰ পদূলি-মূৰত আহি পোৱাৰ লগে

লগে কন্যাঘৰত দৰা আদৰিবৰ বাবে ওখল-মাখল লাগে। কন্যা ঘৰৰ পৰাও গায়ন- বায়নৰ সৈতে কলতলত দৰা আদৰিবলৈ আহে। দৰাৰ মাকৰ লগতে আয়তী-জীয়ৰী-বোৱাৰী-সকলো আগবাঢ়ি আহে। কন্যাৰ মাকে হাতত তামোল-পাণৰ শৰাই এখন লৈ আগবাঢ়ি যায়। দোলনি কলচি লৈ আনে দুগৰাকী পাট গাভৰু ছোৱালীয়ে ঘটে। কন্যাৰ ভায়েক বা ককায়েক আহি দৰাক এধাৰি মালা পিন্ধাই দিয়ে। খুলশালিয়েকে (মহিলা) আহি কলপুলিৰ পোনতে এখন তামুলী পীৰা পাৰি দৰাক ভৰি ধোৱায়। কন্যাৰ মাক বা খুড়ীয়েকে দৰাক কপালত এটা ফোট দিয়ে।

কিছুমানে আকৌ দৰা অহাৰ পাছতহে সুৱাগুড়ি তোলে। ডলা এখনত এমুঠি আখৈ এমুঠি পিঠাগুড়ি চাৰিখন থুৰিয়া তামোল চাৰিডাল খৰিকা, এগছি চাকি, চাৰিটা পিঠাগুড়িৰ লাড়ু লৈ সুৱাগুড়ি তোলে। এখন থালত এগছি চাকি আৰু দোলনি কলচিৰে সৈতে আহি চাউল ছিটা মাৰি দিয়ে।

এই সময়তে ডেকা-গাভৰুহঁতে ৰং-ধেমালি কৰি দৰা ঘৰৰ সুৱাগুড়িৰ ওচৰত পুখুৰী খান্দে আৰু কন্যাঘৰৰ সুৱাগুড়িৰ ওচৰত পুখুৰী খান্দে। এইবোৰ বালি-ধুলিৰে বনায়। এই দৌল-পুখুৰীৰ কাষে কাষে চাৰিডালকৈ খৰিকা পুতে, আৰু খৰিকাৰ কাষে কাষে থুৰিয়া তামোল আৰু আখৈ দিয়া হয়। এইদৰে ডেকাসকলে দৰা আগছে।

দৰা আদৰোতে কন্যাৰ মাকে দৰাক দূৰৰ পৰাই এখন বিচনীৰে বিচি দিয়ে। ঘটৰ আমপাতবোৰ আমাসাৰত দিয়ে। দুলনীৰ চাউল ছাটি মাৰি দিয়ে।

তাৰ পাছতে দৰা আৰু বৰ যাত্ৰীৰ দল গৈ ৰভাতল পালে বৰযাত্ৰীৰ দলক ৰাইজ আৰু ভকত সমাজৰ ফালে পূবলৈ মুখ কৰি সোঁকাষত বহিবলৈ দিয়া হয়। তেতিয়া দৰা ঘৰীয়া বৰযাত্ৰীৰ দলৰ আয়তীসকলে কন্যা ঘৰৰ ভিতৰৰ পৰা কন্যা উলিয়াই দিবলৈ কন্যাক জুৰি জুৰি বিয়া নাম গায়। তেতিয়া কন্যাঘৰীয়া সকলে কন্যাজনীক তেল তেঙা ঘঁহি, সাজপাৰ পিন্ধাই সজাই আনি দৰাৰ বাওঁ কাষৰ ফালে ৰভাতলত সমাজত বহুৱাই দিয়ে।

আহোম সম্প্ৰদায়ৰ লোকসকলে এশ-এগছ চাকি এটা মৰলৰ মাজত জ্বলাই চকলং কৰে। কন্যাৰ দেউতাকে গাতচাপকন চোলা, মূৰত পাগুৰি মাৰি হাতত এখন হেংডান লৈ মন্ত্ৰ মাতে। মহন, দেওধাই বাইলুং বা পুৰোহিতে মন্ত্ৰ আওঁৰাবলৈ দিয়ে আৰু দৰা কন্যাক বোধ জ্ঞান দিয়ে। দৰা কন্যাক তাতে টেম কটাৰী খে লোৱা কাৰ্য্য সম্পন্ন কৰে। আৰু শেষত কন্যাক সম্প্ৰদান কৰে।

ব্ৰাহ্মণ সকলে হিন্দুৰ প্ৰথাৰে দৰা-কন্যাক হোম যজ্ঞৰ কাষত বহুৱাই লৈ

ব্ৰাহ্মণ পুৰোহিতে মন্ত্ৰ মাতিবলৈ দিয়ে। আৰু শাস্ত্ৰৰ তত্ত্বকথাৰে বোধ জ্ঞান দিয়ে। আৰু কন্যাক সম্প্ৰদান কৰে। তাৰ আগতেই কিছুমানে দৰা কন্যাক ৰভা তলৰ পৰা ভিতৰলৈ নিয়ে আৰু দৰা কন্যাক পায়স বা জলপান খাবলৈ দিয়ে।

তাৰ পাছত বাটি দুটাত দুবাটি চাউল লৈ তাঙ্ক সলনা সলনি কৰে। এবাটি চাউলত দৰাৰ আঙঠিটো লুকুৱাই কন্যাক বিচাৰিবলৈ দিয়ে; ঠিক সেইদৰেই আঙঠিটো কন্যাই লুকুৱাই দৰাক বিচাৰিবলৈ দিয়ে। দৰাই ভিতৰত কন্যাঘৰৰ মাক-দেউতাক বা ডাঙৰ সকলক মান ধৰে। এই মানধৰা কাম শেষ হোৱাৰ পাছত দৰা কন্যাই গৈ পুনৰ সমাজত ৰভা তলত ৰহে আৰু এজন সাধু সাতোলাৰ ওচৰত আৰ্শীৰ্বাদ লয় আৰু তেওঁৱেই দৰা-কন্যাক বোধ জ্ঞান দিয়ে। তাৰ পাছত ৰাইজ-ভকতৰ আৰ্শীৰ্বাদ লৈ দৰা কন্যাই বিদায় লৈ দৰা ঘৰলৈ যাবলৈ ওলায়। দৰা আগত যায় আৰু কন্যা পাছত যায়। কন্যা উলিয়াই দিয়াৰ সময়ত কন্যাঘৰলৈ চাউল তিনি ছিটা মাৰি দিয়া হয়।

**দৰা ঘৰত দঁৰা-কন্যা সোমোওৱা ঃ-** পুনৰ দৰা ঘৰত দৰাগৈ কলতল পালে কন্যা আৰু দৰাক ভৰি ধোৱাই ভিতৰলৈ লৈ যোৱা হয়। কন্যাই দৰাৰ মাক-বাপেক আৰু ডাঙৰ সকলক ভৰি চুই সেৱা কৰে, মান ধৰে। আন আনসকলো দৰাই কন্যাই মান ধৰে। তাৰ পাছত কন্যাঘৰীয়াই ঘৰলৈ ওভতে আৰু ৰাইজ ঘৰা-ঘৰি যায়গৈ।

বিয়াৰ-তিনিদিনৰ মূৰত দৰা-কন্যাই কন্যাঘৰত ঘৰ উঠিবলৈ যায়। বিয়াৰ আঠদিনৰ দিনা দৰা-কন্যাই পুনৰ কন্যাৰ মাক-দেউতাকৰ ঘৰত আঠ মঙ্গলা খাবলৈ যোৱাৰ নিয়ম আছে।

এইদৰেই এখন বৰ বিয়া সম্পন্ন হয়। অসমীয়া লোকসমাজত যৌতুক প্ৰথা নাই যদিও দৰা-কইনাৰ প্ৰয়োজনীয় সামগ্ৰী কেইপদ যেনেঃ- বিছনা-পত্ৰ, কাপোৰ কানি, বাচন-বৰ্তন, শুবৰ বাবে খাট-পালেং, টেবুল-চকী, আলনা পীৰা, ঢাৰি বা পাটী, আৰ্চি-ফণি আদি দৰা-কন্যাৰ লগতে এখন গাড়ীত দি পঠায়।

**খোৱা-খোবুনী —** ঃ কন্যা দৰা ঘৰত আহি পোৱাৰ পাছত খোবা-খোবুনী সকাম পতা হয়। খোবা-খোবুনী হ'ল অপদেৱতা বা ভূত-ভূতুনী। কেইজন মান গাৱঁৰে ভকত আনি যথা নিয়মেৰে এই সকাম বা অনুষ্ঠান পতা হয়। ইয়াৰ উপৰিও নকন্যা অনাৰ কাৰণে ডেকা-গাভৰুসকলে ৰং-ৰহইচ কৰি ভোজ-ভাত খায়।

## (ঘ) অসমৰ লোক সংস্কৃতি ঃ মৃত্যু

**মৃত্যু ঃ** জীৱনৰ এক চিৰন্তন ধৰ্ম্ম। জন্মিলে এদিন মৰিবই লাগিব। অসমীয়া লোক সমাজত মানুহ মৰিলে নানান আচাৰ-অনুষ্ঠান পালন কৰে। মানুহ মৰিবলৈ

লোৱাৰ লগে লগেই ঘৰৰ বাহিৰলৈ উলিয়াই চোতালতে ঢাৰি বা পাটী এখন পাৰি শুৱাই দিয়ে। কিয়নো মানুহ বোলে ঘৰৰ ভিতৰত মৰিব নেপাই বুলি বিশ্বাস আছে। মৰাৰ আগমুহূৰ্তত মৃতকৰ মুখত অতি নিকট আত্মীয়সকলে মৰাৰ মুখত পানী, গাখীৰ বা পঞ্চামৃত, গঙ্গাজল আদি দিয়ে। মৃতকে শেষ নিশ্বাস পেলোৱাৰ লগে লগেই এখন বগা-কাপোৰেৰে মৰাশটো ঢাকি দিয়ে। এই বগা কাপোৰখন 'মৰছা' বুলি কয়। তাৰ পাছত মৃতকৰ ওপৰত ফুল ছটিয়াই পুষ্পবৃষ্টি কৰে। লগে লগে মৃতকক শুৱাই থোৱা মূৰৰ ফালে চাকি এগছ লগাই ধুপ-ধুনা জ্বলাই দিয়া হয়।

কোনো এঘৰত মানুহ মৰিছে বুলি গম পোৱাৰ লগে লগেই গাৱঁৰ গঞা ৰাইজ সকলো চাপি আহে। কিয়নো অসমীয়াত এষাৰ কথা আছে বোলে "আকালৰ ভাত, বিপদৰ মাত"। বিপদ কালত মানুহ ঘৰত মাত এষাৰ লগোৱাটো সকলোৰে কৰ্ত্তব্য বুলি ভাবে।

**মৰা শ' কাঠ সংস্কাৰ ঃ-** মৰাশটো যিসকলে ক্ৰিয়াধৰে বা পিণ্ডদিয়ে তেৱেঁই মৃতকৰ গাৰ পৰা পিন্ধি থকা পুৰণি কাপোৰ-কানি খিনি খুলি দি মৃতকক নতুন কাপোৰ কানি গাত পিন্ধাই দিয়ে। তাৰ পাছত মাহ-হালধিৰে নোৱাই-ধোৱাই দিয়া হয়। তাৰ পাছত মৃতকৰ প্ৰতি মূৰ দোৱাঁই পৰিয়ালৰ সকলোৱে আৰ্শীবাদ লয় আৰু ভকতে হৰিধ্বনি বা আৰ্শীবাদ দিয়ে। এইয়া ঘৰৰ পৰিয়ালৰ দায়-দোষ লাগিলে খণ্ডন হওক আৰু মৃতকৰ আত্মাই সদ্গতি লাভ কৰক বুলি কামনা কৰিয়ে আৰ্শীৰ্বাদ দিয়া হয় ।

**কাঠ সংস্কাৰ ঃ -** গঞা ৰাইজে কাঠ সংস্কাৰৰ বাবে বাৰীত থকা, গছ কাটি, খৰি ফালি সাজু কৰে। বাৰীৰ বাহঁ কাটি এখন বাহঁৰ চঁচালিৰে চাঙী বা সাঙী সাজে। মৃতকৰ মৰাশ এই চাঙী খনত তুলি দিয়া হয়, তাৰ পাছত বান্ধি চাতি শটো চাৰিজৰনে কান্ধত লয়। নিকট আত্মীয় পুতেক , ভায়েক, নাতিয়েক বা জোঁৱায়েক আদিয়ে কান্ধত লয়। সৎকাৰ কৰোতে সাধাৰণতে বৰপুত্ৰ বা কনিষ্ঠ পুত্ৰই মুখাগ্নি কৰে। পুত্ৰ মৰিলে ভায়েক বা পিতৃয়ে মুখাগ্নি কৰে। সন্তান নেথাকিলে আন নিকট সম্বন্ধীয়লোকে মুখাগ্নি কৰি ক্ৰিয়া ধৰে। আহোম সম্প্ৰদায়ৰ লোকসকলে শটো কাঠ সংস্কাৰ নকৰে; তেওঁলোকে মৰাশ মৈদাম দিয়ে। তেওঁলোকে কাঠৰ বাকচ সাজি মৃতকৰ লগত তেওঁ ব্যৱহাৰ কৰা সামগ্ৰীবোৰো কফিনত মৰাশ'ৰ লগতে ভৰাই দিয়ে। মিচিং লোকসকলেও আৰু আন কিছুমানে মৰা শ জ্বলাই নিদিয়ে; পুতি থয়।

সাপে খুটি মৰা মানুহ নদীত ভূৰ সাজি উটাই দিয়ে। কুষ্ঠৰুগী লোকক দাহ

নকৰি পুতি থোৱা হয়।

শটো মুখাগ্নি কৰা জনৰ হাতত এটা জুমুঠি জ্বলাই লৈ যায়। এটা জোঁৰ জ্বলাই হাতত লৈ আগে আগে যায়। সাধু সাতোলা বা সম্ভ্রান্ত বয়স্ক লোকৰ মৰাশ গায়নে-বায়নে হৰি নাম লৈ কাহঁ বজাই সমদল কৰি শ্মশানলৈ লৈ যোৱা হয়। ধুপ-ধুনা জ্বলাই চাকি বন্তি জ্বলাই হাতত দা, কোৰ, কুঠাৰ, আদি লৈ শ্মশান যাত্ৰা কৰে।

আনফালে ঘৰৰ তিৰোতা বা আন মানুহে মৰাশ লৈ যোৱাৰ পাছত মৰাশ ৰখা ঠাইখিনি মচি-কাচি সেই ঠাইডোখৰৰ চাৰিওফালে চাৰিটা খুঁটি পুতি এৰাঁ সূতা মেৰিয়াই থয়। সেই ঠাইত এগছ চাকিও জ্বলাই থোৱা হয়।

মৰাশ খৰি দিয়া বা কাঠ সংস্কাৰ কৰা ঠাইত মৰাশৰ চাঙীখন কান্ধৰ পৰা নমাই থোৱা হয়। তাৰ পাছত মাটিত গাঁত খান্দি চিতা সজা হয়। মাটি খিনি তামোল-পাণ আৰু দক্ষিণা দি কিনি লোৱা হয়। উত্তৰ পূৱ মুৱাকৈ চিতাখন সজা হয়। । চাৰিওফালে চাৰিটা মস্ত খুঁটা পুতি খৰি জপা হয়। প্ৰথমে তলত বাহঁখৰি দিয়া হয়। তাৰ পাছত কাঠখৰি জপা হয়। তলত সাত জাপ, তাৰ ওপৰত মৰাশটো দি তাৰ ওপৰতো আকৌ সাত জাপ খৰি জপা হয়।

মৰাশ চিতাত তোলাৰ আগেয়ে মৰাশটো পুনৰ কান্ধত লৈ চিতাখনৰ কেওফালে তিনি পাক ঘূৰি চিতাৰ ওপৰত মৰাশ তুলি দিয়া হয়। জ্ঞাতি সকলে একোচটাকৈ খৰি জাপি দিয়ে।

আজি কালি ডেকাহঁতে কুমলীয়া কেচঁা বাঁহো মাজে মাজে খৰিৰ লগত দুই এডাল ভৰাই দিয়ে। তেতিয়া জুই জ্বলিলে ফুটে। তাৰ পাছত মুখাগ্নি কৰা জনে জোৰতাৰলৈ চিতাখন তিনিপাক ঘূৰি পূৱফাললৈ মুৰ কৰিপুৰুষ হ'লে মৰাশটো চিতাত তলমুৱাকৈ আৰু স্ত্ৰী হ'লে ওপৰমুৱাকৈ তুলি দিয়া হয়। পুৰোহিত বা সাধু-সাতোলাই হৰি ধ্বনি দিয়াৰ পাছত মুখাগ্নি কৰা হয়। তাৰ পাছত ঘিউ, চন্দন আদি চিতাত ঢালি দিয়া হয়। তাৰ পাছত জুই জ্বলি শটো জ্বলিলে শটো খুচা-বিন্ধা কৰা হয়। শটো জ্বলি এতোৱাৰ পাছত যিবা অকণ নজ্বলাকৈ থাকে অৱশিষ্টখিনি পুতি পেলোৱা হয়। জুই জ্বলি পুৰি শেষ হ'লে চিতা জ্বলোৱা ঠাইডোখৰৰ ওপৰত মাটি দি ছাইবোৰ পুতি পেলোৱা হয়। তাৰ চাৰিওফালে জেওৰা মাৰি এটা কলপুলি ৰুই দিয়া হয়। তাৰ পাছত লগত লৈ যোৱা মাটিৰ টেকেলীটো ভাঙি থৈ আহে আৰু জুমুঠিটো পানী ঢালি নুমুৱাই ৰাইজসকল শ্মশান শালীৰ পৰা ঘৰাঘৰি যায়গৈ। আন কিছুমানে ঠাই ডোখৰত চাৰিখুঁটি মাৰি ৰঙা কাপোৰ আঁৰি দিয়া হয়।

সেইদিনা মৰা খৰিদিবলৈ যোৱা প্ৰতিজনৰ পদূলিত খেৰৰ জুমুঠি নাইবা তুহঁ জুই জ্বলাই থোৱা হয়; এছটা শিল থোৱা হয়। এই জুমুঠি বা জুইৰ ওপৰেদিহে শ্মশান যাত্ৰীজন পাৰ হৈ শিলত ভৰি দি ঘৰলৈ আহে। তেওঁপিন্ধি যোৱা কাপোৰ তিয়াই দি গা ধুই তিতা তিয়নিৰেহে ঘৰৰ ভিতৰলৈ যায়। ব্ৰাহ্মণ লোকে কাঠ সংস্কাৰলৈ গ'লে লগুণ সলাব লাগে।

আনফালে ঘৰৰ পৰা মৰাশ শ্মশানশালী লৈ গ'লে ঘৰৰ আটাইবোৰ কাপোৰ কানি বাহিৰলৈ উলিয়াই তিয়াই পেলোৱা হয়। ঘৰ-দুৱাৰ মচে। স্বামী-মৰিলে বিধৱাই শিৰৰ সেন্দুৰ ফোঁট মোহাৰি পেলায়। গাৰ আ-অলংকাৰ সোলোকাই পেলায়। ফুল জালি থকা বা ৰঙীন কাপোৰ কানি সোলোকাই শুদ্ধ বগা কাপোৰ পিন্ধে। ফুল নাইকিয়া উকা বগা কাপোৰ বিধবাই পিন্ধাৰ নিয়ম। ঘৰৰ চৰুহ্-কেৰাহী জুইত পুৰি পৰিষ্কাৰকৈ ধুই পেলায়।

দহা-কাজ পাৰহৈ নোযোৱালৈকে ঘৰৰ পৰিয়ালৰ লোকসকলে মাটিত খেৰ পাৰি শুৱে। তদুপৰি ঘৰৰ সতি-সন্তান বা স্ত্ৰীয়ে ওখ-আসনত নবহি মাটিত পাটী বা ঢাৰি পাৰিহে বহিব লাগে।

**তিলনী বা চতুৰ্থা** ঃ- মৃতক মৰা ঘৰৰ পৰিয়ালে তিনিদিন লঘোনে বা উপবাসে থাকে। মাত্ৰ ফলাহাৰহে গ্ৰহণ কৰিব পাৰে। তিনিদিনৰ মূৰত তিলনী পতা হয়। ব্ৰাহ্মণ সমাজে চাৰিদিনৰ মূৰত 'চতুৰ্থা' পাতে। তিলনীৰ দিনা গাৱঁৰ গঞা ৰাইজে আহি চোতালতে বহি তিলনী পাতে। তিলনীত কেচাঁ পিঠা গুড়ি, কল, গাখীৰ আদি দিয়া হয়। মাহ-প্ৰসাদৰ শৰায়ো দিয়া হয়। ভকতসকলে হৰি নাম লৈ হৰিধ্বনি বা আশীৰ্বাদ দি মৃতকৰ আত্মাৰ সদ্গতি কামনা কৰে । ঘৰৰ পৰিয়ালে ভকতৰ বস্তুবোৰ বা খোৱা বস্তুবোৰ স্পৰ্শ কৰিব নেপাই বুলি বিশ্বাস আছে। ৰাইজেই নিজে কৰি-মেলি প্ৰসাদ আদি বিতৰণ কৰি খায়। তিলনীত শ্মশানত কাঠ সংস্কাৰ কৰিবলৈ যোৱা সকলো লোক আহে। সেইদিনা গৃহস্থৰ পৰিয়ালৰ মৰা অশৌচ খেদি শুচি বা শুদ্ধি কৰিবৰ বাবে সাধু-সাতোলা বা ভকতে শান্তি পানী দিয়ে। পৰিয়ালৰ লোক সকলে দক্ষিণা দি শান্তি পানী খায় আৰু ঘৰত ছটিয়াই শুদ্ধ কৰে। সেইদিনাৰ পৰা মৃতকৰ পৰিয়ালে সিজোৱা শাক-পাচলি আৰু আৰৈ চাউলৰ মাৰভাত খাব পাৰে। মাত্ৰ এসন্ধ্যাহে এসাজ খাব পাৰে।

ক্ৰিয়াধৰা বা পিণ্ড দান কৰিবলৈ লোৱাজনে মখমল কাপোৰ গাত পৰিধান কৰে; মূৰত বগা কাপোৰ বান্ধে আৰু হাতত এখন কটাৰী লৈ থাকে । তেওঁ শণ খেৰ পাৰি মাটিত পাটী পাৰি শুব লাগে।

তিলনীৰ দিনাই দহা বা শ্ৰাদ্ধখন ৰাইজে সুকলমে চলাই সম্পন্ন কৰিবৰ

বাবে ৰাইজৰ আগত গৃহস্থই ভকতৰ আগত এখন তামোল-পাণৰ শৰাই দি গোহাৰি জনায়। ডেকা সকলক খৰি কাঠ-পাত আদি গোটাবৰ বাবে, আইসকলে কোমল-চাউল, চিৰা আদি খুন্দিবৰ বাবে আৰু বয়স্ক বুঢ়া-মেথা সকলে কলৰ দোং-পটুৱা বনাবৰ বাবেও ভাগে ভাগে তামোল-পাণৰ শৰাই দিয়ে।

দহা ঃ - তিলনীৰ দিনাৰ পৰাই মহিলাসকলে গৃহস্থৰ ভৰাঁলৰ ধান মাৰে, খৰি ফালে, চোতালত ৰভাৰ নিমাণৰ বাবে সকলোৱে উলহ-মালহৰে ধুম-ধামেৰে কামত লাগি যায়। গৃহস্থই তামোল-পাণ দি গাৱঁৰ ঘৰে ঘৰে দহা-কাজলৈ নিমন্ত্রণ জনায়। বন্ধু-বান্ধৱ মিতিৰ কুটুমকো নিমন্ত্রণ জনায়। অসমীয়া লোক সমাজে দহদিনৰ দিনা দহা বা পিণ্ডদান কাৰ্য্য সমাধা কৰে। কুৰি দিনত বা মাহেকৰ মূৰত কাজ পাতে। অৱশ্যে আজি কালি ব্যস্ততাৰ কাৰণে দহদিনৰ দহা পাতি তাৰ পাছদিনা কাজ পাতে। আন কিছুমানে আকৌ দহদিনৰ দহা আৰু কাজ-দুয়োটাই পাতে।

দহাৰ দিনা পুৱা দোক মোকালিতেই উঠি সা-সামগ্ৰী লৈ নদীৰ পাৰত বা ডাঙৰ পুখুৰীত পিণ্ড দিবলৈ পুত্ৰ সন্তান আৰু ভকত সকল ওলাই যায়। ঘৰৰ তিৰোতা সকলে ঘৰ দুৱাৰ মচে। ঘৰৰ কাপোৰকানি ধোৱে। চৰু-কেৰাহী, বাচন-বৰ্ত্তন আদি ধোৱে। ঘৰৰ সকলোৱে গা-পা ধোৱে। পিণ্ড দানৰ বাবে পুত্ৰ সকলে নদীৰ পানীত নামে। পুৰোহিত বা সাধু-সাতোলা বামুণে মন্ত্ৰ মাতে। তাৰ লগে লগে নদীৰ পানীত জাবুৰ মাৰি পিণ্ডদান কৰে। পিণ্ডত মৃতকে ভাল পোৱা চিৰা-পিঠা, আধা সিজা ভাত, ব্যঞ্জন আৰু সান্দহ আখৈ আদি দি কলপ টুৱাৰ দোণত সজাই দি উটাই দিয়ে। তাৰ পাছত ঘৰলৈ আহি চুলি খুৰায়। পিণ্ড দি আহি গিয়াতালি পাতে। তাৰ বাবে আঁচুতীয়াকৈ সৰু এটুকুৰা ৰভা দি তাৰ তলতে গঞা সমাজৰ ভকতসকল বহে। তাৰ পাছত চাকি-বন্তি জলাই এখন শৰাই পাতি কল, মাহ প্ৰসাদ, পিঠা আদি দিয়ে। সাধু সাতোলা বা বামুণে মন্ত্ৰ মাতি শান্তি পানী তৈয়াৰ কৰি শভাৰী-সকল, পুত্ৰ-পৰিয়াল, বংশ পৰিয়ালক শান্তি পানী খোৱাই শুচি কৰে।

মৃতকে ব্যৱহাৰ কৰা ধৰণৰ সামগ্ৰীবোৰ যেনেঃ- তুলি, পাটী বা ঢাৰি, কাঁহী-বাটি, লোটা-ঘটী, চৰিয়া, কেৰাহী, জাকি, আঁঠোৱা, গাৰু, গিলাচ, চোলা-চুৰিয়া, গামোচা সোণ-ৰূপৰ দুই-এপদ অলংকাৰ, লাখুটি, ছাতি, হোৰা, খুন্দনা আদি সকলো বস্তু ভকতক দান দিয়া হয়। পুকৰ বা পূক লাগিলে বামুণক দান-দক্ষিণা কৰা হয়। তাৰ পাছত কেচাঁ শৰাই ভাঙি ৰাইজে গিয়াতালিৰ জা-জলপান খায়।

কাজ ঃ- কাজৰ বাবে চোতালত দিয়া ৰভাতলীত সবাহ পাতে। মাহ প্ৰসাদৰ

শৰাই, গায়নীয়া পাৰ্টী, নাম পাৰ্টীৰ বাবে বেলেগে বেলেগে একোখনকৈ শৰাই পতা হয়। টোমত চাউল ভৰাই ভোজনী বান্ধে। শৰাই সজোৱা জনে শৰাই পাতে।

শৰাই সজাই সম্পূৰ্ণ হ'লে পাঠেকীয়ে ভাগৱৎ বা কীৰ্ত্তন পাঠ কৰে। তাৰ পাছত নাম প্ৰসঙ্গ চলে। নাম পাৰ্টীয়েও নাম লগায়। নাম প্ৰসঙ্গ শেষ হ'লে- খুলীয়া গায়ন, মৃদঙীয়া গায়ন গায়। যিমানজন পুতেক বা জীয়েক থাকে প্ৰত্যেকেই এযোৰাকৈ গায়ন বা নাম পাৰ্টী লগায়। খোলা খোলাকৈ ৰভাতলত গায়ন গায়।

গৃহস্থই আমন্ত্ৰিত অতিথি মিটিৰ-কুটম, অঙহী-বঙহী গাৱঁৰ ল'ৰা ডেকা- বৃদ্ধ, আবাল বনিতা সকলোকে কোমল চাউল, চিৰা জলপান গুড়-গাখীৰ আদি খোৱায়। তাৰ উপৰিও কিছুমান পৰমান্ন, লুচি-ভাজিও খোৱায়।

ৰাতিলৈ নাম কীৰ্ত্তন আৰু চাউলখোৱা ঘৰৰ ভিতৰত পাতে। বুঢ়া-বুঢ়ী সকলে ভিতৰত নাম গোৱা চাউল খোৱা পাতে। বাহিৰত ৰভা তলত ডেকা-গাভৰু সকলে খাৰ-মাছৰ ভোজ-ভাত ৰান্ধে আৰু খায়। তেতিয়াই সেইদিনা ঘৰৰ বুঢ়া-বুঢ়ী সকলে তামোল-পাণ আৰু অৰিহণা দি ভিতৰত ব্ৰতভাঙি মাছ মাংস খায়। ডেকা-গাভৰু সকলে বাহিৰত খাৰ-মাছৰ ভোজভাত খাই ব্ৰত ভাঙে।

তাৰ পাছত মৃতকৰ সদ্‌গতিৰ অৰ্থে-ছমাহত ছমহীয়া আৰু বছেৰেকৰ মূৰত বছেৰেকীয়া শ্ৰাদ্ধ পতা হয়।

এনেদৰেই পৰিয়ালৰ এজনৰ মৃত্যু হ'লে ঘৰৰ পৰিয়ালে মৃত্যুকলৈ সদ্‌গতিৰ অৰ্থে অসমীয়া সমাজত আচাৰ-অনুষ্ঠান পাতে

**লগুণ দিয়নি বা উপনয়ন ঃ-** অসমৰ ব্ৰাহ্মণ সমাজত লৰাক বাৰ বছৰ বয়সত লগুণ দিয়নি বা উপনয়ন অনুষ্ঠান পাতে।পুত্ৰ সন্তানক মূৰৰ চুলি খুড়াই দিঙিত পোন প্ৰথম লগুন পিন্ধাওতে এই মাঙ্গলিক অনুষ্ঠান পতা হয়। ই বিয়াৰ নিচিনাকৈয়ে এক উৎসৱ অনুষ্ঠান। সম্পূৰ্ণ বৈদিক প্ৰথাৰে এই অনুষ্ঠান পাতিলেও এই অনুষ্ঠানত গোৱা কিছুমান গীতো আছে। এই গীতবোৰত লৌকিক আচাৰ আৰু নীতি-নিয়ম বোৰৰো সম্ভেদ পোৱা যায়। আন আন ভাৰতৰ হিন্দু সম্প্ৰদায়ৰ লগত অসমীয়া সমাজৰ বহুতো ভিন্নতা আৰু সুকীয়া বৈশিষ্ট্য লক্ষ্য কৰা যায়।

**(ঙ) ঘৰুৱা আচাৰ -অনুষ্ঠানঃ**

**(১) সত্যনাৰায়ণ পূজা ঃ-** অসমৰ লোক সমাজত ঘৰে ঘৰে সত্যনাৰায়ণ পূজা পাতে। এই পূজা বিশেষ কোনো মনৰ কামনা পূৰণ কৰিবৰ বাবে যেনে- ধন-সম্পত্তি বৃদ্ধি, হব লগা কাম সিদ্ধি হোৱা, আদিৰ মানসেৰে সত্য নাৰায়ণ পূজা পতা হয়। এই পূজাত কিছুমান ব্ৰহ্মণ লগাই শ্লোক মন্ত্ৰ মাতি এই পূজা

পাতে। কিছুমানে অসমীয়া লোক সমাজত প্ৰচলিত হৈ অহা সত্যনাৰায়ণ পূজাৰ নাম লৈ হাত-চাপৰি বজাই পাতে। কেইজন মান ভকত বহে। এজন পুৰোহিত বা সাধুৱে পঞ্চ দেৱতা বা বিষ্ণু পূজা কৰি তাৰ পাছত পাচাঁলি পাঠ কৰে। ইয়াৰ পাছত নাম লোৱা হয়। এই পূজাত উপচাৰ বা প্ৰসাদ হিচাবে গৰু গাখীৰ, গৰু ঘিউ, দৈ চেনি, মৌ আদি সমান সমান পৰিমাণে দি ভোগ বা নৈবেদ্য ঘূলি দি প্ৰস্তুত কৰা হয়। আৰু নাম শেষ হ'লে ভকত বা পৰিয়ালে বটাই খায়।

**কেৱল পন্থা বৰ সেৱা ঃ-** ভবানীপুৰীয়া গোপাল আতাই কাল সংহতি বা কেৱল সম্প্ৰদায়ৰ সৃষ্টি কৰে। গোপালদেৱ আজ্ঞাপৰ গোসাঁই মহন্ত সকলে স্থাপন কৰা অসমৰ চেচা, বাৰেঘৰ চলিহা সত্ৰ, ন-মাটি, কাটনি পাৰ, গজলা, মোৱামৰা, আহংত গুৰি, কৰ্দ্দৈগুৰি, বুধবাৰী কেইখন সত্ৰৰ অধীনত থকা আহোম, চুতীয়া, কছাৰী, মিচিং আদি সম্প্ৰদায়ৰ লোকে সাজঁপানী, গাহৰি, কুকুৰা আদি মাৰি কেৱল পন্থীৰ লোক সকলে বৰসেৱা সকাম পাতে। এই সম্প্ৰদায়ৰলোক সকলে বেলেগ আচাৰ-ৰীতি মানি চলে। সহজীয়া বৌদ্ধ ধৰ্ম্ম বা মাচাৰ আৰু তান্ত্ৰিক ধৰ্ম্মৰ ৰীতি-নীতিৰ সংমিশ্ৰণত কেৱল পন্থীৰে ধৰ্ম্মত সৃষ্টি হৈছে যেন লাগে। এই সম্প্ৰদায়ৰ সকাম বা পূজা উপাসনা গোপনে ৰাতি পাতে বা এই পন্থাক ৰাতি খোৱা সম্প্ৰদায় বুলিও কোৱা হয়। বহুতে এই পন্থাক ভিতৰপকীয়া পকাপন্থী বুলিও কয়। এই পন্থক বহুতে কেৱল ধৰ্ম্ম বোলে আৰু এই পন্থা পালন কৰা সকলক কেৱল পন্থীও বোলে। পূৰ্ণ অৰ্থাৎ পৰম ব্ৰহ্মাৰ আদেশ পাই মহাদেৱ ব্ৰহ্মা, বিষ্ণু আৰু নাৰদে এই ধৰ্ম্ম প্ৰৱৰ্ত্তন কৰা বুলি এই পন্থৰ লোকসকলে বিশ্বাস কৰে। অৱশ্যে মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱেই এই ধৰ্ম্মৰ মূল বুলিও কয়ঃ- যেনেঃ-

"শ্ৰীমন্ত শংকৰ মূলতৰু
সাধৱ সুগন্ধ কল্পতৰু
গোপাল সুপক্ক মধুফল ভৈলন্ত।
যদুমনি ৰূপে পাৰি আনি
ৰমানন্দৰূপে ৰস জানি
কৃষ্ণপত্ৰপাৰি জগত কপিয়াইলন্ত।।"

এগৰাকী সাধু বা মহন্তক মূলত বহুৱাই এগছি চাকি-বত্তি জ্বলায়। ইয়াক শলিতা বুলিও কোৱা হয়। চাকি গছি জ্বলাই সাধুৰ আগত দিওঁতে মাধৱদেৱৰ ঘোষাকে মাতি প্ৰাৰ্থনা জনায়। তাৰ পাছত যাৱতীয় কাম-কাজ আৰম্ভ কৰে। গুৰু বা সাধুক-মাননি ধৰা পাছত সকাম ফেৰা উছৰ্গি দিয়া হয়। চাউলৰ পৰা

প্ৰস্তুত কৰা লাওপানী বা সাৰ্জঁক 'ৰস' বা 'দেৱৰ ৰস' বুলি কয়। ইয়াক সৃষ্টি ৰসৰ লগতো তুলনা কৰে। ইয়াক ভকত সকলে অমৃত জ্ঞান কৰে। সাৰ্জঁ বা ৰস মূল ভাণ্ডাৰৰ পৰা আনি অন্য পাত্ৰত ভৰাওঁতে ভকত ভকতনী সকলে গায়-

কি কৈ চুই যাম দেৱৰ অমৃতকে
চুবৰে শকতি নাই;
অমূল্য অমৃতক লওঁ মায়াতুলি
তৰিবা গুৰু গোসাঁই।।

মূলৰ সাধুজন বা পূৰ্ণ, ভকত আৰু ৰস এই তিনিবস্তু কেৱল ধৰ্ম্মৰ মূল বস্তু। পঞ্চাশ বছৰৰ ওপৰক বয়সৰ ভকত ভকতনী সকলে গোপন কোঠাও সঙ্গত বহি ৰসপান কৰোতে কোনো ব্যভিচাৰ হ'ব নোৱাৰে বুলি ভাবে। ভকত ভকতনীসকলে এই ভকতৰ সঙ্গ বা থুল বা বৈকুণ্ঠ আৰু থুলৰ মূলত বহা সাধু গৰাকীক পূৰ্ণ ঈশ্বৰ বুলি জ্ঞান কৰে।

কেৱল ঘোষাৰ নামবোৰত প্ৰধানকৈ চাৰিগৰাকী গুৰুৰ নামৰ উল্লেখ পোৱা যায়। ৰামদেউ শ্ৰীৰামদেউ, সুনন্দদেউ আৰু যদুমণিদেউৰ নামেৰে ভণিতা পেলোৱা দেখা যায়।

প্ৰথমে এই ধৰ্ম্মত ভজন লোৱা সকলক পঞ্চনামৰ ভকত বা একসেৱাৰ ভকত বোলে। তাৰ ওপৰলৈ যাবলৈ হ'লে দুই সেৱাৰ ভকত হ'ব লাগে। তাৰ পাছত তিনিসেৱাত ভজন ললে সাধু বা সাতোলা হৈ সঙ্গৰ, মূলত বহিব পাৰে। একেবাৰে শেষত গোসাঁই বা সাধুৱে মূৰমৰা ভকত কৰে। এইদৰে একনাম, দুই নাম, তিনি নাম আৰু চাৰিনাম, মূৰ মৰা সাধু হয়গৈ। এই চাৰি শ্ৰেণীৰ ভকত পোৱা যায়।

বৰসেৱা অনুষ্ঠানটো দুই নাম আৰু তিনি নামৰ ভকতসকলহে বহিব পাৰে। বৰসেৱা সকাম পাতিবলৈ হ'লে একৈশ কলহ সাৰ্জঁ, এটা গাহৰি আৰু নটা কুকুৰা মাৰে। এই সকাম গুপুতে পাতে। আনে কেতিয়াও দেখি নোপোৱাকৈ পাতে। দুইনাম আৰু তিনি নামৰ ভকত সকলহে সঙ্গত বহিব পাৰে।

বৰসেৱাত প্ৰথমে সাধু-ভকতক বহোৱাই উছৰ্গি দিয়া হয়। তাৰ পাছত কৰণি পতা হয়। ইয়াৰ পাছত বিহাৰ উলিওৱা হয়। এই বিহাৰ ভালেকেইটি থাকে। যেনেঃ- কৰণী বিহাৰ, নগা-বিহাৰ , বৰ বিহাৰ ইত্যাদি। প্ৰতিবাৰতে বয়স্কই পুৰুষ বা মহিলা সাৰ্জঁপানী, আঞ্জা তৰকাৰী বা কৰ লৈ মায়াছেদ কৰি উলঙ্গ হৈ নাচে। এই বিহাৰ উলিওৱাজনক সৰ্দাচাৰ বোলে। তেওঁলোকে নাচি নাচি সাধুক সাৰ্জঁৰ থাল বাটি আৰু কৰ আঞ্জা খোৱাই দিয়ে। ◆

## ১৬ শ অধ্যায়

# ভৌতিক লোক সংস্কৃতি

## লোক পৰিৱেশ্য কলা (Folk Performing Art )

লোক পৰিৱেশ্য কলাৰ ভিতৰত লোক সংগীত লোকনৃত্য আৰু লোকনাট্য পৰম্পৰা সমূহৰ কথাই উল্লেখ কৰিব পাৰি। ইয়াৰ ভিতৰত আমি লোকসংগীত বা লোকগীতৰ সম্পৰ্কে আগৰ অধ্যায়তেই আলোচনা কৰা হৈছে। ইয়াত সম্প্ৰতি আমি লোঁকনৃত্য আৰু লোক নাট্য পৰম্পৰাৰ বিষয়েহে আলোচনা কৰা হ'ব।

**অসমৰ লোক নৃত্য (Folk Dance)**

অসমৰ লোক নৃত্য সমূহৰ বৈশিষ্ট্য লৈ লক্ষ্য কৰি অসমৰ লোক নৃত্য সমূহক প্ৰধানকৈ দুটা ভাগত ভাগ কৰিব পাৰি । (ক) লোক নৃত্য আৰু (খ) মাৰ্গীয় লোক নৃত্য।

**(ক) লোক নৃত্য ঃ-** লোক নৃত্য সমূহৰ কেতিয়া কেনেকৈ জন্ম হৈছিল তাৰ সঠিক সময় নিৰ্ণয় কৰা টান। প্ৰাকৃতিক পৰিৱেশৰ মাজত জীয়াই থকা আদিম সমাজে প্ৰকৃতিৰ পৰাই বহু কথা শিকিছিল। বোৱঁতী নদীৰ ঢৌখেলা সোঁতৰ গতি, বতাহত হালি-জালি থকা গছ-লতিকাৰ ভঙ্গিমা আদিৰ পৰাই এদিন আদিম মানুহেও তেনেদৰেই তেনে ভঙ্গীমাৰে নৃত্যৰ সৃষ্টি কৰিছিল। আদিম চিকাৰী জীৱী সমাজে এদিন চিকাৰ কৰি বন্য জীৱ-জন্তু মাৰি আনি যি আনন্দ আৰু আবেগ -অনুভূতি অনুভৱ কৰিলে তাক লগৰ আন আন সকলৰ আগত বিভিন্ন অঙ্গি-ভঙ্গিৰে বুজাব খুজিছিল; হয়তো তাৰ পৰিপ্ৰেক্ষিততে এদিন নৃত্যৰ সৃষ্টি হৈছিল। লোকনৃত্যত লোক জীৱনৰ মনৰ উদ্দ্যম আনন্দ অনুভূতিৰ প্ৰকাশ ঘটিছে। ড° নিৰ্মল প্ৰভা বৰদলৈয়ে কৈছে "লোক নৃত্যত সেয়েহে সৰল প্ৰাণৰ সৰল বিশ্বাসৰ ইঙ্গিত আছে, সহজ গতি আছে, স্বভাৱসুলভ কমনীয়তা আছে। শাস্ত্ৰীয় নৃত্যৰ দৰে বোধৰ মসৃণতা আৰু ব্যাকৰণ নাই, বিশিষ্ট সংজ্ঞা নাই।" মাৰ্গীয় নৃত্য গুৰুৰ দ্বাৰা শিকা হয়; কিন্তু লোক নৃত্য হ'ল লোকমনৰ স্বতঃস্ফুৰ্ত প্ৰকাশ আৰু ই পৰম্পৰাগতভাৱে চলি আহিছে। সময়, পৰিৱেশ বা পৰিস্থিতি আৰু প্ৰয়োজন- এইকেইটাৰ প্ৰেক্ষাপটতেই লোকনৃত্যই স্বাভাৱিক ভাবে জন্ম

লাভ কৰিছে। লোক নৃত্যত কোনো নিৰ্দ্দিষ্ট তাল-মানৰ ব্যাকৰণ বা বান্ধোন নাই।

আদিম সমাজখনে কৃষি কাৰ্য্য আৰম্ভ কৰাৰ লগে লগেই শস্যৰ উন্নতি আৰু মঙ্গল কামনা কৰে। কৃষিৰ লগত ৰ'দ-বৰষুণৰ সম্পৰ্ক আছে। সেইবাবেই মেঘ, বৰষুণ, পৃথিৱী, চন্দ্ৰ, সূৰ্য্য আদি দেৱতাৰ সন্তুষ্টিৰ বাবে পূজা- উপাসনা কৰিব লগা হৈছিল। তাৰ বাবে অৰ্থাৎ পূজা উপাসনাৰ বাবে হাত, ভৰি, বা অঙ্গ সঞ্চালন কৰিব লগা হৈছিল। এনেবোৰ কাৰণতে ধৰ্ম্মীয় সঙ্গীত বা প্ৰাৰ্থনা সঙ্গীতৰ তালে তালে হাত ভৰি, গা-মূৰ সঞ্চালনা কৰিছিল। হয়তো এনেদৰেই এদিন ধৰ্ম্মমূলক নৃত্যৰ সৃষ্টি হৈছিল। অৱশ্যে কিছুমান লোকনৃত্য কেৱল আনন্দৰ বাবেও সৃষ্টি হৈছিল। সেইবাবেই লোক নৃত্যক দুইভাগে বিভক্ত কৰিছে। যেনেঃ- ধৰ্ম্মীয় লোক নৃত্য আৰু আনন্দাশ্ৰয়ী লোক নৃত্য।

**ধৰ্ম্মীয় লোক নৃত্য ঃ** পৰম্পৰাগত ভাবে আদিম কালৰে পৰাই ধৰ্ম্মীয় লোকনৃত্য চলি আহিছে। ইতিহাসে ঢুকি পোৱা কালৰে পৰা ধৰ্ম্মীয় লোকনৃত্যৰ পৰম্পৰা চলি আহিছে বুলি গম পোৱা যায়। কুমাৰ ভাস্কৰ বৰ্ম্মা, বনমাল বৰ্ম্মা আদি ৰজাৰ ৰাজত্ব কালতো এনে ধৰ্ম্মীয় নৃত্যৰ প্ৰচলন আছিল বুলি জনা যায়। 'কালিকা পুৰাণ'ত এনে ধৰ্ম্মীয় নৃত্যৰ পৰম্পৰাৰ কথা উল্লেখ আছে। এনে লোক ধৰ্ম্ম আৰু লোক উৎসৱক কেন্দ্ৰ কৰি লোকনৃত্যৰ সৃষ্টি হৈ আহিছে। এনেবোৰ নৃত্যৰ ভিতৰত নটী-নৃত্য আৰু দেওধ্বনি নৃত্য উল্লেখযোগ্য।

(১) **নটী নৃত্য ঃ-** এসময়ত অসমৰ দেৱী মন্দিৰ আৰু শিৱমন্দিৰ বোৰত নিয়মীয়াকৈ চলিছিল। এই নৃত্য ভাৰতৰ আন ঠাইৰ দেৱদাসী নৃত্যৰ সমপৰ্য্যায়ৰ বুলি ক'ব পাৰি। নটী-নাচ আহোম ৰাজত্ব কালত বিভিন্ন মন্দিৰত চলিছিল। সেয়েহে মন্দিৰবোৰৰ আশে-পাশে একোখন নট-নটীৰ গাওঁ আছিল। বিশেষকৈ ডেৰগাৱঁৰ নেঘেৰিটিঙৰ শিৱমন্দিৰত নটীৰ নৃত্য বিশেষভাবে চলি আছিল। আন আন শিৱ মন্দিৰবোৰতো এই নৃত্য চলিছিল। আহোম স্বৰ্গদেউ শিৱসিংহৰ বৰ ৰাণী ফুলেশ্বৰী কুঁৱৰীও নটৰ ঘৰৰ এগৰাকী নটী আছিল বুলি জনা যায়। দেৱী-মন্দিৰ বোৰতো হয়তো এসময়ত এই নাচ চলিছিল যদিও তাৰ উদাহৰণ পোৱা নেযায়। প্ৰাচীন তন্ত্ৰ-মন্ত্ৰৰ দেশ অসমত নটী নাচে ক্ৰমে অনুকৰণ ৰূপধাৰণ আৰু একীভূত অৱস্থা লাভ কৰে।

(২) **দেওধনী নৃত্য ঃ-** শাক্ত উপাসনাৰ কেন্দ স্থল প্ৰাচীন কামৰূপত দেওধনী নৃত্যৰ প্ৰচলন আছিল। শাক্ত পূজা-পাতল কৰা দেৱীৰ থান বা মন্দিৰত দেওধনী নৃত্য কৰা হয়। একোগৰাকী নাচনীৰ গাত দেও লম্ভে। তেওঁ অবিৰাম গতিত

নাচি নাচি উন্মাদ হৈ পৰে। তেতিয়া অৰ্দ্ধচেতন অৱস্থাত পৰি কিছুমান প্ৰলাপ বা দৈৱ বাণী মাতে। দেওধনী উঠা নাচনি গৰাকীয়ে দেবীলৈ উছৰ্গা কৰা জীৱৰ কেচা মাংস আৰু তেজপিলৈ উন্মুত্ত হৈ পৰে। অৰ্দ্ধচেতন অৱস্থা প্ৰাপ্ত হয়। তেতিয়া ভক্তসকলে আৰু অন্যান্য লোক সকলে নাচনীৰ গাত দেও লম্ভা বুলি বিশ্বাস কৰে। অৰ্দ্ধচেতন অৱস্থাত নাচনীয়ে দেশৰ আৰু সমাজৰ সম্পৰ্কে কিছুমান ভবিষ্যত বাণী কৰে। তেওঁৰ গাত গোসাঁনী বা দেৱী লম্ভা বুলি নাচনীৰ বাণীবোৰ দেৱীৰ বাণী বুলি বিশ্বাস কৰে। কোনো কোনো দেৱী থান বা মন্দিৰত পুৰুষৰ গাতো-দেও বা দেৱী লম্ভে। উদাহৰণ স্বৰূপে শদীয়াৰ কেঁচাইখাঁতী গোসাঁনী বা তাম্ৰেশ্বৰী মন্দিৰত দেউৰী পূজাৰী সম্প্ৰদায়ৰ এজন পুৰুষৰ গাত দেৱী লম্ভে। তেওঁ উছৰ্গা কৰা হাহঁ- পাৰ-ছাগলীৰ দিঙি মুচৰি তেজ খাই নাচি নাচি উন্মুত্ত হৈ পৰে। আৰু দেশৰ বা সমাজৰ মঙ্গল-অমঙ্গলৰ হকে দৈৱবাণী কৰে। ঢকুৱাখনাৰ হাহি দেৱালয়ত দুৰ্গা পূজাত হাঁহ-পাৰ ছাগলী দেবীৰ বাবে উছৰ্গা কৰা হয়। হাহি দেৱালয়ৰ ওচৰতে থকা দেৱলীয়া গাৱঁৰ একোজন লোকৰ গাত দেও উঠে। আৰু নাচি নাচি উছৰ্গা কৰা জীৱৰ দিঙি মুচৰি তেজ পি লৈ অৰ্দ্ধচেতন হৈ পৰে আৰু ভৱিষ্যত বাণী কৰে- সমাজৰ মঙ্গল-অমঙ্গলৰ সম্পৰ্কে। এইবাণী স্বয়ং দেৱীৰ মুখৰ বাণী বুলি ভক্তসকল আৰু আন আন লোকে গ্ৰহণ কৰে।

মনসা পূজা, বা মাৰৈ পূজা আৰু কামাখ্যাৰ কুমাৰী পূজাতো দেওধনী নাচ নাচে। যুদ্ধ বিগ্ৰহৰ সময়তো এনেকৈ উন্মুত্ত হৈ দেও লম্ভি দেওধবনি নাচ নাচে। মায়ামৰীয়া মটকে আহোম শক্তিৰ লগত যুদ্ধ কৰোতে ৰাধা ৰুক্মিণী নামৰ দুগৰাকী নাৰীৰ গাত দেও লম্ভি নাচি নাচি যুদ্ধ কৰাৰ কথা বুৰঞ্জীত উল্লেখ আছে।

**(৩) ডুবিৰ দেৱদাসী নৃত্য** ঃ- প্ৰাচীন অসমত শৈৱ ধৰ্ম্মৰ প্ৰাদুৰ্ভাৱ আছিল। প্ৰাচীন অসমৰ প্ৰায়বোৰ জনজাতীয় লোকৰে প্ৰধান দেৱতা আছিল শিৱ। পুৰাণত উল্লেখ আছে যে শোণিতপুৰৰ বানৰজাই শিৱৰ পূজা আৰাধনা কৰিছিল। প্ৰাচীন কামৰূপৰ কিৰাট সকলো শৈৱধৰ্ম্মী আছিল।

কামৰূপৰ ডুবি অঞ্চলৰ পৰিহৰেশ্বৰ দেৱালয়ত নটীয়ে দেৱদাসী নৃত্য কৰি অহাৰ পৰম্পৰা অব্যাহত আছিল। দেৱতাৰ উদ্দেশ্যে নিবেদিত নৃত্যৰ বাবেই ইয়াক দেবদাসী নৃত্য বোলে। দেৱদাসী নৃত্যত সমন্বয়াত্মক সুস্পৰ্শতা নাই। দেৱদাসী নৃত্যৰ অনুক্ৰম অভিন্ন। ইয়াৰ আৰম্ভণি আৰু সামৰণি একেটা ক্ৰমতে চলে। দেৱদাসী নৃত্যত প্ৰথমে মাটিত উপবেশন কৰি প্ৰণাম কৰণ কৰে— খোলৰ বোলত। খোলৰ বোলৰ লগে লগে দেৱদাসীয়ে পাদ সঞ্চালন কৰি মাতৃ আৰু

গুৰুজনালৈ প্ৰণাম জনাই শ্ৰদ্ধা-ভক্তি জনায়। তাৰ পাছত নৃত্য আৰম্ভ কৰে। অৱশ্যে ইয়াৰ কোনো পৰ্য্যায় নেথাকে। দেৱদাসী অঙ্গনাই অঞ্জলীহস্তে সমস্থানত অৱলম্বন কৰি ভূমি স্পৰ্শ ক ৰি প্ৰণাম জনাই নৃত্য আৰম্ভ কৰে। হয়তো দেৱদাসী নৃত্যৰ বহু উপাদান কালক্ৰমত হেৰাই গৈছে। পৰবৰ্ত্তী কালত সত্ৰীয়া নৃত্যৰ কিছুমান নৃত্য যেনেঃ- চালি নৃত্য ঝুমুৰা নৃত্যৰ শাৰীলৈ পৰ্য্যবসিত হৈছে।

দেৱদাসী নৃত্যৰ লগত সঙ্গীত আৰু বাদ্যৰ সংযোগ কৰে। হাজোৰ হয়গ্ৰীৱ-মাধৱ মন্দিৰৰ নৃত্যত বীণা, বেনু, মৃদঙ্গৰ বাদ্য সংযোগ কৰে। হাজোৰ দৰেই নেঘেৰিটিঙৰ শিৱ দৌল, ডুবিৰ পৰিহৰেশ্বৰ শিৱদৌলত দৰঙৰ নাগশংকৰ আদি মন্দিৰত দেৱদাসী নৃত্য কৰা হয়। এইবোৰ মন্দিৰৰ সঙ্গীত উচ্চ পৰ্য্যায়ৰ । এইবোৰত ছাঁ-পোহৰৰ সঙ্গীত ধাৰাটিও দেৱদাসী নৃত্যৰ অবিচ্ছেদ্য অঙ্গ আছিল। মাধৱমন্দিৰ আৰু কেদাৰ মন্দিৰৰ দেৱদাসী নৃত্য- গীত অসম বিখ্যাত। দেৱদাসী নৃত্যৰ গীতবোৰৰ আগতে ভাষা আছিল ব্ৰজাবলী। পিছৰ কালত ই কিছু বিজতৰীয়া হৈ পৰিছে। দেৱদাসী গীতৰ ভণিতাত কিছুমান ৰচকৰ নামটোৰ উল্লেখ থাকে। গীতবোৰ আদি ৰসাত্মক। দেৱদাসী মৃত্যত বহুতো তালৰ প্ৰচলন আছিল। যেনে ঃ- চুটাতাল, মগলিচুটা, পুততাল, পৰিতাল, ৰামদানি, একতাল, ৰূপক, জেউতি, খৰবে, বিষম গঞ্জল ইত্যাদি। দেৱদাসী নৃত্যৰ এই তাল বোৰ আৰু দেৱদাসী নৃত্য কালৰ বুকুত হেৰাই যাব ধৰিছে। এই নৃত্যত হাতৰ মুদ্ৰা, নৃত্যৰ ভঙ্গী আৰু পাদ সঞ্চাল আয়।

দেৱদাসী নৃত্যৰ গতি, তাল, লয় নাট্যশাস্ত্ৰ অথবা অভিনয় দৰ্পণৰ ৰীতি মানি চলা নহয়, সেয়েহে দেৱদাসী লোকনৃত্য বুলি ক'ব পাৰি।

(৪) **ওজাপালি নৃত্য ঃ-** প্ৰাক-বৈষ্ণৱ যুগৰ পৰা পুৰণি অসমত ওজা পালি নৃত্য চলি আহিছে। ওজাপালি গীত-নৃত্যক প্ৰধানকৈ দুটা প্ৰধান ভাগত ভাগ কৰিব পাৰি। যেনেঃ- মনসা বা মাৰৈ পূজাত গোৱা ওজাপালি আৰু গীতি ৰামায়ণ, ভাগৱত আদিৰ পৰা ব্যাহৰ (বিয়াহৰ) গোৱা ওজাপালি। এই ওজাপালি নৃত্যত এজন ওজা, এজন দাইনাপালি আৰু তিনিজন পালিৰে সৈতে ওজা পালি নৃত্য অনুষ্ঠিত হয়। ওজা আৰু পালি সকলৰ সাজ-পাৰো বেলেগ বেলেগ।

ওজাপালি নৃত্যত ওজাপালি সঙ্গীত গোৱা হয়। ওজাপালি নৃত্যত সঙ্গীতৰ লগে লগে তালবাদ্য, মঞ্জৰী বা খঞ্জৰী ব্যৱহাৰ কৰা হয়।

দক্ষিণ গোৱালপাৰাৰ পাতি ৰাভাসকলে ৰাজহুৱা ভাবে মাৰেঘৰ সাজি তিনিদিন তিনি ৰাতি মাৰৈ পূজা কৰে। তেওঁলোকে বৰমানি দেৱী বা বিষহৰী দেৱীক পূজা কৰে। কামৰূপ জিলাৰ কামাখ্যা, পছৰীয়া গেৰুৱা, বামুণ দি শুৱালকুছি

অঞ্চলত মাঁৰৈ পূজা পাতে। মঙ্গলদৈৰ, সৰভোগ, দক্ষিণ কামৰূপ আদিতো এই পূজা পালন কৰা হয়। মাঁৰৈ পূজাত বিষহৰি গান, ওজাপালি, দেওধা, ঘোৰা, দেউলা, ঢোলীয়া কালীয়া আদি থাকে। সৰ্পদেৱী মনসাক আৰাধনা কৰি পূজা কৰা হয়। মনসাদেৱীক পূজা কৰাৰ লগে লগেই অন্যান্য দেৱ-দেৱীকো পূজা কৰা হয়। মহাভৰত বা পদ্মপুৰাণৰ ওজাই গীতহিচাপে লগাই দিয়ে। পালিসকলে বজাই ঘোষা বা দোহা গায়। ওজা আৰু পালি সকলে নাচি নাচি গীত গায়। ওজাই মাজে মাজে প্ৰশ্ন কৰি উত্তৰ দিয়ে। অৰ্থাৎ কথোপকথন বা সংলাপো মাতে। ওজাপালি এক নৃত্যই নহয়; ইয়াক পৰম্পৰাগত নাট্য অনুষ্ঠান বুলিও ক'ব পাৰি। ওজাপালি, পুতলা নাচ, ঢুলীয়া ভাওনা- এই বোৰেই বৈষ্ণৱ যুগৰ অংকীয়া নাটকৰ ভেটি বুলি ক'ব পাৰি।

**(৫) খেৰাই নৃত্য** ঃ- বড়ো জনগোষ্ঠীৰ এক প্ৰাচীন নৃত্য পৰম্পৰা হ'ল- খেৰাই নৃত্য। খেৰাই নৃত্য বড়ো সমাজৰ অতি জনপ্ৰিয় নৃত্য। বড়ো সকলৰ উপাস্য দেৱতা বাথোব্ৰাই বা শিৱক সন্তুষ্ট কৰিবলৈ বাথৌ পূজাত খেৰাই নৃত্য কৰে। সাধাৰণতে বড়ো সকলে সিজু গছ এজোপা পুতি তাৰ চাৰিওফালে এক বিশেষ ভঙ্গীমাৰে নাচে। খেৰাই নৃত্যৰ লক্ষ্য আৰু উদ্দেশ্য অনুসৰি ই বাৰ প্ৰকাৰৰ। যেনেঃ- বেদী প্ৰদক্ষিণ কৰা নৃত্য, ধৰ্ম্মীয় নৃত্য, জাপি-নৃত্য, কীট নাশক নৃত্য, পখিলা নৃত্য, জীৱতত্ত্ব নৃত্য, সহ নৃত্য, নাও নৃত্য, ঘোঁৰাত উঠা নৃত্য, ভালুকৰ নৃত্য, কুকুৰা কটা নৃত্য আৰু বীৰ নৃত্য। বড়ো ভাষাত এই বাৰবিধ নৃত্যক এইদৰে কোৱা হয়, যেনেঃ- বাথন গিদিং গ্ৰয়, ছাত্ৰালি মোছানয়, খফ্ৰি চিত্ৰয়, খইজোসা পনয়, গণ্ডোৱালা বননয়, ছাগোলন, মইছো জেলেনয়, নাওনয়, গোৰাই দাব্ৰাই নৃত্য, নক্ষুৰ গেলেনয় দাওথই নংলয় আৰু পাপ্লা মোছানয়।

**(৬) পত্ৰিছ নাচ** ঃ- এই পত্ৰিছ নৃত্য দেৱ-দেৱীক সন্তুষ্ট কৰিবলৈ কৰা হয়। অৰ্থাৎ দেৱ-দেৱীক সন্তুষ্ট কৰি দৈৱী শক্তি লাভ কৰে বুলি বিশ্বাস আছে। এই দৈৱী শক্তি লাভ কৰি সমাজৰ মঙ্গল সাধন কৰা হয়। প্ৰাচীন কামৰূপত এনে নৃত্যৰ যোগেদি দৈৱী শক্তি লাভ কৰা সমাজৰ মঙ্গল সাধন কাৰ্য্য সম্পন্ন কৰা বুলি জনবিশ্বাস প্ৰচলিত আছে। কাছাৰৰ কছাৰীসকলৰ মাজত এই পত্ৰিছ নাচৰ প্ৰচলন হৈ আহিছে। কছাৰী সমাজৰ এজন পুৰুষ নৰ্ত্তকে নাচি নাচি দৈৱ শক্তি লাভৰ চেষ্টা কৰে। তেওঁলোকে এই নৃত্যৰ লগত এক বিশেষ ধৰণৰ ঢোল আৰু বাঁহী ব্যৱহাৰ কৰে।

**(৭) নংক্ৰেম নৃত্য** ঃ- খাছীয়া সকলৰ মাজত নংক্ৰেম নামৰ লোক নৃত্য প্ৰাচীন কালৰে পৰা প্ৰচলিত হৈ আহিছে। তেওঁলোকে মৃতকক শ্ৰদ্ধা সহকাৰে সোঁৱৰণ

কৰিবৰ বাবে 'পয়ব্লাং' পূজা পাতে। এই পয়ব্লাং পূজা-উৎসৱ খাছীয়া সকলৰ অতি পবিত্ৰ পূজা উৎসৱ। খাছীয়া সকলৰ জনশ্ৰুতি অনুসৰি নৃত্যৰ জন্মদাতৃ দেৱী হ'ল 'কা-পাহ-ছিনটিয়েউ'। এই নৃত্যত পুৰুষ সকলে পোছাক হিচাবে ধুতি পিন্ধে; মূৰত পাগুৰি মাৰে আৰু হাতত তৰোৱাল লয়। নংক্ৰেম নৃত্য কৰা নাচনী গাভৰুইঁতে হাত ঢকা আৰু ভৰিৰ পতা ঘোষালৈকে ঢকা ধুনীয়া ৰঙৰ পোছাক পিন্ধে। এই পোছাকবোৰ হৈছে- জাইনকূপ, জাইনছেম, খলিয়েই আদি। শিখাৰে সৈতে থকা কীৰিতি মূৰত পিন্ধে আৰু নানান অলংকাৰ পিন্ধে। খাছীয়া সকলৰ নংক্ৰেম নৃত্য ধীৰ, গহীন আৰু নম্ৰধৰণৰ। এবিধ ঢোলৰ ছেৱে ছেৱে মৃদু পদ চালনাৰে এই নাচ নাচে। ভৰি মাটিৰ পৰা ওপৰলৈ নোতোলাকৈ হাত নদণ্ডাকৈ বাঁহী, পেপাঁ আৰু ঢোলৰ ছেৱে-ছেৱে লাহে লাহে নাচিব লাগে। ডেকা সকলৰ নাচোন-সৰল আৰু পোনপটীয়া; ধীৰ, স্থিৰ আৰু নৃত্যত কোমল পদচালনা কৰে।
**(৮) লাই হাওৰাওৰা নৃত্য ঃ-** মনিপুৰী সকলৰ প্ৰধান লোক নৃত্য হ'ল- 'লাই হাওৰাওৰা' নৃত্য। লাই হাওৰাওৰ শব্দৰ অৰ্থ হৈছে 'নেদেখা' জনৰ সন্তোষ সাধন। মনিপুৰী সকলৰ আদিম জদেৱতা হ'ল 'উমংলায়' এই গৰাকী দেৱতাৰ পূজাত 'লাই হাৰাওৰা' নৃত্য কৰা হয়।

'লাইহাৰাওৰা' প্ৰধান নৃত্য শিল্পী হ'ল মাত্ৰ এজন। এওঁক 'মাইবা বুলি কোৱা হয়। এই মাইবাৰ গাত দেৱতা লম্ভে আৰু তেওঁ ভূত-ভৱিষ্যতৰ কথা ক'ব পাৰে। মাইবাৰ লগত দুগৰাকী মাইবী থাকে। এই দুগৰাকীয়ে লগতে মাইবাৰ লগতে নাচে আৰু কামখিনি পৰিচালনাত থাকে। এই মাইবা-মাইবীৰ লগত নাচে- মাইবাৰ লগৰীয়া সকল, তিৰোতা কেইগৰাকী মান, সৰু সৰু ল'ৰা-ছোৱালী বছা বছা ডেকাৰ দল এটা। এই নৃত্যত বীণাৰ নিচিনা তাৰঁৰ সৰু 'পেনা খোংবা' নামৰ বাদ্য বজায়। এই নৃত্যৰ আৰম্ভণিত পূৰ্ববঙ্গৰ দৰে এক আনুষ্ঠানিক নিয়মো কৰা হয়। প্ৰথমে মাইবীয়ে জীৱন্যাস বৃত্তাকাৰে নাচে। মাইবী-নৃত্যৰ পাছৰ খণ্ড হ'ল 'নংদং'। এই নৃত্যত অত্যন্ত হাতৰ মুদ্ৰা চলে। জীৱন্যাস নৃত্যৰ দ্বাৰাই মূৰ্ত্তিৰ গাত দেৱতাৰ প্ৰাণ সঞ্চাৰ কৰাৰ চেষ্টা কৰে। এজনে যুজাঁৰুৰ সাজ পিন্ধি দেৱতাৰ গা-ৰখীয়া হিচাবে থাকে। ঢোল বজোৱাৰ লগে লগেই সকলোৱে নাচে। নাচৰ সামৰণিত 'চাগৎপা' দেৱতাহেনো নৃত্যকৰোতাৰ গাত লম্ভে। ধান দোৱা, তাতঁবোৱা আদি মুদ্ৰা দিয়া হয়।
**(খ) আনন্দ প্ৰধান লোক নৃত্য ঃ-** সাধাৰণ লোক নৃত্যৰ অন্তৰালত কৃষিজীৱী সমাজৰ কৃষি ভিত্তিক লোকাবিশ্বাস জড়িত হৈ থাকে। বতৰ, বৰষুণ আৰু মাটিৰ লগত শস্যৰ সম্বন্ধ। পৃথিৱীখন শস্য সম্ভৱা কৰি তোলা শস্য নদন বদন হোৱা;

প্ৰকৃতিৰ অধিকাৰী দেৱ দেৱতাসকৰ সন্তুষ্টি এইবোৰক লৈয়ো কৃষিভিত্তিক লোক উৎসৱ , লোক গীত আৰু লোক নৃত্যৰ সৃষ্টি হৈছে।

অসমৰ কৃষিভিত্তিক আনন্দ উৎসৱ বিহু, হাহ্দাং বিহু, আলি আই লৃগাং, কৰম পূজা, মহহোঁ উৎসৱ আদি উৎসৱত লোক নৃত্য অনুষ্ঠিত হয়।

**(৯) বিহু নাচ** ঃ- অসমৰ কৃষি ভিত্তিক ঋতু উৎসৱ বিহুত বিহুগীত গাই বিহুনৃত্য কৰা হয়। অসমীয়া ডেকা গাভৰুৱে উদ্দাম যৌৱনৰ উছাসত যৌন উত্তেজনামূলক বিহুগীত আৰু বিহুনৃত্য কৰি পৃথিৱীখন শস্য সম্ভবা কৰি তুলিব বিচাৰে; মাটিৰ উৰ্বৰা শক্তি বৃদ্ধি কৰিব বিচৰা হয়। শস্য নদন-বদন হোৱাৰ বাসনা জড়িত হৈ থাকে। বিহু নৃত্যত ঢোল,তাল, পেঁপা, গগনা, টকা আদি বাদ্য সঙ্গত কৰা হয়। ঘৰে ঘৰে কৰা বিহু নৃত্যত প্ৰথমে হুঁচৰি নৃত্য তাৰ পাছত বিহু নৃত্য প্ৰদৰ্শন কৰা হয়। বহাগ বিহু উপৰিও ডেকা সকলে চ'ত মাহত মুকলি পথাৰত নাইবা নৈ ঘাটত বৃত্তাকাৰে থিয়হৈ নিশা নিশা ৰাতি বিহু পাতে । দুজন মানে ঢোল বায় দুজন মানে তাল বানে। এজন পেঁপা বজায় দুজন মানে নাচে। গাভৰু সকলে ৰিহা-মেখেলা চাদৰ পিন্ধি বহাগৰ প্ৰথম দিনাৰ পৰা আবেলি আবেলি, সাত দিন, বাত দিনলৈ তকা আৰু গগনা লৈ পথাৰৰ মাজৰ গছ তলত গাভৰু বিহু বা জেং বিহু পাতে। সকলো গাভৰুৱে বৃত্তাকাৰে ঠিয় হৈ বিহু নাম গায় হালি-জালি নাচে। লগত হাতে হাতে টকা আৰু দুই এগৰাকীয়ে গগনা বজায়। এগৰাকীয়ে বিহু নাম লগাই দিয়ে আৰু বাকী সকলে টকা আৰু হাত চাপৰি বজায়। তাৰ মাজে মাজে দুগৰাকী দুগৰাকীকৈ নাচে।

ডেকাসকলৰ বিহুত ঢোলৰ বিভিন্ন ছেৱত নৃত্য কৰা হয়। যেনে- ঢোলৰ মেলা চাপৰ, নাচনী চাপৰ, বিহুগীতৰ লগৰ চাপৰ আৰু খৰা চাপৰৰ তালে তালে বিহুবা ডেকা-গাভৰুৱে নাচে। প্ৰথমে কৃষি উছৱ বিহুৰ লগত ধৰ্মীয় ভাবধাৰা জড়িত হৈ আছিল যদিও আজি কালি আনন্দ মুখী হৈ পৰা দেখা গৈছে। বিহু নৃত্য এটা সময়ত নৈৰ পাৰ, মুকলি পথাৰত আছিল যদিও এটা সময়ত আহোম ৰাজত্বৰ কাল-ছোৱাত ৰজা ঘৰীয়া পৃষ্ঠপোষকতাত ৰং ঘৰৰ বাকৰিত সাত দিন, সাত ৰাতি বিহু মৰা হৈছিল। তেতিয়াৰে পৰাই হুঁচৰি বিহু ঘৰে ঘৰে গোৱা হয়। সাম্প্ৰতিক কালত বিহু নৃত্য-গীতে অসমৰ লোক সমাজত ব্যাপক প্ৰসাৰতা লাভ কৰিছে। শাস্ত্ৰীয় নৃত্যৰ দৰে বিহু নৃত্যত মুদ্ৰা আৰু ৰীতিৰ পদ্ধতিগত চৰ্চ্চা নাই যদিও বিহু নৃত্যত পুৰুষ আৰু নাৰীৰ নৃত্যৰ ভদীৰ কিছুমান নিয়ম আছে। মুকলি পথাৰৰ বিহু নৃত্যক সাম্প্ৰতিক কালত আধুনিক মঞ্চত পৰিবেশন কৰিবলৈ ধৰাত কিছুমান কৃত্ৰিমতাও সোমাইছে। মুঠতে বিহু নৃত্য হল অসমৰ সবাতোকৈ জনপ্ৰিয়

সমদলীয় লোক নৃত্য।

(১০) হাইদাং নৃত্য ঃ- অসমৰ সোণোৱাল কছাৰী সম্প্ৰদায়ৰ মাজত হাইদাং, হুঁচৰি নৃত্য এক আপুৰুগীয়া নৃত্য । তেওঁলোকৰ বাথৌ দেৱতাৰ লগত হাইদাং গীত-নৃত্য জড়িত। এই নৃত্য-গীত ধৰ্মীয় ভাবনাৰ লগত জড়িত যদিও এই গীত-নৃত্য লগত কৃষিৰ সম্বন্ধ আছে। অধ্যাপক জোনাৰাম হাজৰিকাদেৱে কৈছে- "হাইদাং গীতক কছাৰী সকলে আকাশৰ উন্মুক্ত মেঘমল্লাৰক পৃথিৱীৰ লগত মিলন ঘটাই বসুমতীক উৰ্বৰা শক্তি যুক্ত কৰাৰ এক একান্ত ধৰ্মীয় গীত বুলি বিশ্বাস কৰে। সেয়েহে কৃষি জীৱী কছাৰী সমাজে সুদুৰ আকাশৰ পৰা বৰ্ষা নমাই আনি পৃথিৱী উৰ্বৰা কৰি শস্য সম্ভৱা কৰি তুলিবৰ বাবে কায় মনোবাক্যে আকুল-আকুতি ভৰা অন্তৰেৰে বাইথ বাই পূজাত এই গীত-গায়।"

হাইদাং গীতত প্ৰথমে নাৰায়ণক নমস্কাৰ কৰে, তাৰ পাছত বিশ্ব ব্ৰহ্মাণ্ডৰ সৃষ্টি, চাৰি মুঠি জীৱৰ সৃষ্টি আৰু সোণোৱাল কছাৰী জনগোষ্ঠীৰ উৎপত্তিৰ বৰ্ণনা পোৱা যায়। তেওঁলোকে ব্ৰহ্মা,বিষ্ণু আৰু মহেশ্বৰক ক্ৰমে খিৰিং ৰজা (শিৱ) , গজাই মনাই বুলি অভিহিত কৰে আৰু এই তিনি দেৱতাৰ উৎপত্তিৰ কথাও হাইদাং গীত-নৃত্যত বৰ্ণিত আছে।

লোক গীতৰ লগত সদায় লোকনৃত্য জড়িত। সেয়েহে সোণোৱাল কছাৰী সকল হাইদাং গীতৰ ছেৱে ছেৱে হাইদাং নৃত্য কৰে। গৃহস্থৰ চোতালত হুঁচৰি গাবলৈ আহি চোতালত তিনিটা বাঁহৰ খুঁটিৰ ওপৰত এডাল দীঘল বাহ পাৰি লয়। তাৰ পাছত বিহুৱা সকলে হাতে হাতে বাইঁৰ তাক মাৰ লৈ হাইদং গীতৰ ছেৱে ছেৱে টকা মৰিৰে খুঁটিৰ ওপৰত থকা বাঁহডালত কোব দিয়ে; আৰু গীতৰ লগে লগে 'টক্' 'টক্' কৈ বাদ্যৰ মাত দিয়ে। হাইদং গীত-নৃত্যত কছাৰী সকলে তেওঁলোকৰ আগৰ হেমালি ৰাজ্য বা হেলালী ৰাজ্যৰ বৰ্ণনা আৰু লালী-লালৌ নদী আৰু নদীয়া ৰাজ্যৰ উল্লেখ আছে। এই গীত-নৃত্য চাৰি ভাগত বিভক্ত-ক্ৰমে বাৰে মন্ত্ৰ, পোহাৰী গীত , থিয়গীত আৰু বৰগীত (বৈষ্ণৱ বৰগীত নহয়) গায়। গীতৰ ছেৱে ছেৱে, বাদ্যৰ ছেৱে অঙ্গি-ভঙ্গি-কৰি হালি জালি নাচে। ভৰিৰ গিৰিপনি আৰু নৃত্যৰ তালৰ মিল থাকে । গীতৰ এফাকি কলি যেনে ঃ-

"হুৰে হুৰে গীতক কোনে সৰজায়
মহাদেউ পাৰ্ব্বতী সিয়ে সৰজায়।"

(১১) ঝুমুৰ নৃত্য ঃ- অসমৰ চাহজনজাতি সমাজত ঝুমুৰ নৃত্য-অতিকৈ জনপ্ৰিয় নৃত্য। সুসাহিত্যিক সুশীল কুৰ্মীদেৱে ঝুমুইৰ নৃত্যৰ বিষয়ে কৈছে- "ঝুমুইৰক বাদ দি চাহ জনজাতীৰ কলা-সংস্কৃতিৰ বিষয়ে আলোচনা কৰিব নোৱাৰি। ই

চাহজনাজাতিৰ সংস্কৃতিৰ এক বিশিষ্ট স্থান অধিকাৰ কৰি আছে।" ভাদ-মাহত অনুষ্ঠিত হোৱা কৰমপূজাত ঝুমুইৰ গীত-নৃত্য চলে। আহ'ল-বহল মুকলি ঠাইত কদম গছৰ ডাল এটা পুতি লৈ তাৰ কাষে কাষে চাহ-শ্ৰমিক ডেকা-গাভৰু সকলে ঝুমুইৰ গীতৰ তালে তালে আৰু মাদলৰ ছেৱে-ছেৱে ঝুমুইৰ নৃত্য কৰে। চাহ-শ্ৰমিক ডেকা-গাভৰুৱে মনৰ হেপাঁহেৰে গোটেই ৰাতি জুৰি ঝুমুইৰ নাচে। এই নৃত্য-গীতত মাদকতা আছে। ডেকা-গাভৰুৱে প্ৰেম-ভালপোৱা আৰু মনৰ ভাব বিনিময়ৰো সুযোগ ঘটে। চাহ-শ্ৰমিক সমাজৰ সামাজিক, অৰ্থনৈতিক আৰু ধৰ্ম্মীয় ভাবৰো প্ৰতিফলন ঘটে ঝুমুইৰ নৃত্য-গীতত। ঝুমুইৰ সমদল নৃত্যই বিহু নৃত্যৰ দৰেই স্বাভাৱিকতেই সকলোকে আকৰ্ষণ কৰে। ডেকা-গাভৰুসকলে হাতে-হাতে ধৰা-ধৰি কৰি বৃত্তাকাৰে ঝুমুইৰ নৃত্য কৰে।

(১২) **মহহো নৃত্য** ঃ- অসমৰ দৰং, কামৰূপৰ আৰু গোৱালপাৰা জিলাৰ লোক সমাজত মহুহো নৃত্য-গীতৰ প্ৰচলন আছে। সাধাৰণতে আঘোণ-মাহৰ পূৰ্ণিমাৰ ৰাতি গাৱঁৰ ডেকা সকলে দল বান্ধি হাতত টোকোন লৈ গাৱঁৰ প্ৰতিঘৰৰ চোতালে চোতালে মহহো গীত গাই নাচি নাচি মহ খেদে। মহহো গীতৰ লগত নচা এই নৃত্যক মহহো নৃত্য বোলে। এই নৃত্য-গীতৰ সতে ধৰ্ম্মীয় ভাবতকৈ আনন্দ উল্লাসৰ লগতহে সম্পৰ্ক বেছি।

(১৩) **বহুৱা নৃত্য** ঃ- সোণোৱাল কছাৰী সম্প্ৰদায়ৰ লোকসকলে বহাগৰ বিহুৰ বতৰত কৰা এটি আনন্দদায়ক নৃত্য। চতৰ দোমাহীৰ পৰা আৰম্ভ কৰা বহাগ বিহু বা ৰঙালী বিহুত হাইদাং হুঁচৰী সামৰাৰ পাছত এদিন গাৱঁৰ ৰাইজে এখন আহলবহল মুকলি পথাৰত বিহুৰ সামৰণি উৎসৱ বা বিদায় উৎসৱ পাতে। সেইদিনাই ৰাইজক আমোদ দিবৰ বাবে ৰাইজৰ মাজত বহুৱা ওলাই নৃত্য কৰে, ইয়াকে বহুৱা নৃত্য বোলে। গাৱঁৰ পাহোৱাল ডেকাই ডিঙিৰ পৰা ভৰিৰ সৰু গাঁঠি ঢকাকৈ কলপাত ফালি চিতি-চিতি কৰি ফালি গাতো সম্পূৰ্ণ ঢাকি এক শ্যামলী সাজ পিন্ধে। বহুৱা কেইজনৰ ভিতৰত এজন মূল বহুৱা-তেওঁ দক্ষ ৰজাৰ দৰে ছাগলীৰ মূৰৰ মুখা, ৰাণীৰ মুখত লাউ টুকুৰাৰে নিৰ্মিত মুখা, বাকী-কেইজনে শিৱৰ আশে-পাশে থকা ভূত-প্ৰেত, দৈত্যৰ দৰেই মুখত চূণ, কলা ৰং সানি কিম্ভুৎ কিম্নাকাৰ হৈ ওলায়। তেওঁলোকে হাতত অস্ত্ৰ, দা-জাঠি দণ্ড আদি লয়। কিছুমানে পিঠিত হোৰাও লয়। বহুৱা বহুৱানীৰ নৃত্যৰ গতি লয় লাখ, বাকীসকলৰ নৃত্য তাণ্ডৱ ধৰ্ম্মী। ঢোলৰ তালৰ ছেৱে ছেৱে বহুৱা সকলে নাচে। ইয়াকে বহুৱা নৃত্য বোলে। বহুৱা সকল ওলালে চাই সকলোৱে আমোদ পায়। এই নৃত্য কৰিলে ৰাইজৰ মাৰিমৰক, বেমাৰ আজাৰ নোহোৱা হয় বুলি বিশ্বাস কৰে।

(১৪) **ময়ুৰ ময়ুৰ নৃত্য** ঃ - অসমৰ ৰাভা সম্প্ৰদায়ৰ মাজত ময়ুৰ ময়ুৰ নৃত্যৰ প্ৰচলন আছে। এই নৃত্য পুৰুষ আৰু মহিলাই সমদল কৰি নাচে। পুৰুষ সকলে দুই ভৰিৰ আগ পতাৰ ওপৰত ভৰ দি দেও দি নাচে। মহিলা সকলে দুই ভৰিৰ পতা চুঁচৰাই চুঁচৰাই নাচে। ধুলি মাটিত নাচিব লগা হ'লে মাটিত একোটা ময়ুৰ চৰাই অংকিত কৰি লৈ নাচিব লাগে। সেইবাবেই এই নৃত্যক ময়ুৰ ময়ুৰ নৃত্য বোলা হয়। এই নৃত্যৰ মাজতে বিভিন্ন নৃত্যৰ ভাগো সোমাই আছে। যেনে ঃ- ৰণ নৃত্য, প্ৰণয় নৃত্য আৰু ধেমেলীয়া নৃত্য। এতিয়া ৰাভা সমাজত 'ময়ুৰ ময়ুৰ' নৃত্যৰ প্ৰচলন অব্যাহত আছে। অৱশ্যে সাম্প্ৰতিক কালত আধুনিকীকৰণৰ নামত নৃত্যবোৰ বিকৃত হৈ পৰাৰ উপক্ৰম হৈছে। এই নৃত্যত ৰাভাসকলৰ গীত বাদ্যও সঙ্গত কৰা হয়। ৰাভাসকলে কুৰিবিধ বাদ্য বজায়। এওঁলোকৰ দীঘল বাঁহী উল্লেখযোগ্য। এই বাঁহী প্ৰায় ছয়-সাত ফুট দীঘল নল বাহঁৰে নিৰ্মিত। ইয়াক ৰাভাসকলে 'কাৰা' বাঁহী বোলে। এই বাঁহীত কৰুণসুৰ ধ্বনিত হয়।

(১৫) **গুমৰাগ্ নৃত্য** ঃ - অসমৰ মিচিং জনগোষ্ঠী বৰ্ণাঢ্য লোক-সংস্কৃতিৰে সমৃদ্ধ। মিচিং সম্প্ৰদায়ৰ বিভিন্ন লোকগীত যেনে- কাবান, কনিনাম, ঐনিতম, আদি গীতৰ সুৰৰ মুৰ্চ্ছনা অতি কোমল। সেইদৰে ৰঙীন সাজ পাৰে গীত নৃত্যক আৰু উজ্জ্বল কৰি তুলি ধৰে। মিচিং সকলৰ প্ৰধান নৃত্য হৈছে 'গুমৰাগ' নৃত্য। কৃষিজীৱী মিচিং সমাজৰ 'গুমৰাগ' নৃত্যৰো কৃষিৰ সতে সম্পৰ্ক আছে। সেয়েহে সুসাহিত্যিক ভৃগুমুনি কাগয়ুং দেৱে কৈছে -" আজিও আমাৰ জন বিশ্বাস আছে যে ডেকা-গাভৰুৰ সমদলীয় সঙ্গীত সমাৰোহৰ মুৰ্চ্ছনাই বসুন্ধৰাৰ বুকুলৈ উৰ্বৰা শক্তি আনে- শস্যই অংকুৰ মেলি লহ-পহকৈ বাঢ়ি যোৱা আৰু শস্যৰ শ্ৰীবৃদ্ধি সাধনত বিপুল বৰঙণি যোগায়।" গুমৰাগ নৃত্যৰ অঙ্গি-ভঙ্গীৰ দ্বাৰা মিচিং সমাজৰ মাটি চাহ কৰা, ধান-ৰোৱা, কঠীয়া তোলা, তাতঁ বোৱা, ধানদোৱা আৰু শস্যই হালি-জালি থকা আদি কাৰ্য্য ফুটি ওলায়। এই নৃত্যত অপূৰ্বঢোলৰ ছেও আৰু ঐনিতমৰ সুৰে মুৰ্চ্ছনা তোলে। ঢোলৰ তালৰ লগতে পেম্পা আৰু বৰ কাহোঁ বজোৱা হয়। মিচিং ডেকা-গাভৰুৰ গুমৰাগ নৃত্যই সকলোকে মুগ্ধ কৰে।

(১৬) **বাগুৰুমবা নৃত্য** ঃ- অসমৰ বড়ো কছাৰী সমাজত ভালেমান লোকনৃত্য পৰম্পৰাগত ভাবে চলি আহিছে। তাৰ ভিতৰত বাগুৰুমবা, মৌছাগ্লাংনয় উল্লেখযোগ্য নৃত্য। বড়ো ভাষাত কোৱা হৈছে যে "শৰীৰ জোকাৰণিয়েই হ'ল নাচ।" বড়ো ডেকা-গাভৰু সকলে বাগুৰুমবা নৃত্য কৰে। বড়ো-গাভৰু সকলে ফুলাম হালধীয়া 'দখনা' পিন্ধে। গাও ৰং-বিৰংৰ ফুল লগা চাদৰ লৈ গীত গাই

গীতৰ তালে তালে বাগুৰুমবা নৃত্য কৰে। লগৰ ডেকাসকলে বাগুৰুমবা নৃত্যৰ লগত সঙ্গত কৰি বজায় - খাম (ডাঙৰ ঢোল) ; গাদাং খুজা (চেৰজা) চিফুং (বাহী) আৰু জোখা বজায়। ছোৱালী নাচনী সকলে শাৰী পাতি খাম মাদলৰ ছেৱে ছেৱে আৰু চিফুং বাঁহীৰ কৰুণ সুৰত হালি জালি বাগুৰুমবা নৃত্য কৰে। নাচোনৰ চেৱত টৌ খেলি থকা চুলি কোছাই বিচনীৰ বা'ৰ দৰে ইচাটি-বিচাটি কৰে। পুলকিং নৃত্যৰ বিৰামহীন ছন্দৰ ধ্বনি। বৈছাগু বা বহাগবিহুৰ সময়ত আৰু অন্যান্য পূজা-উৎসৱত বাগুৰুমবা নৃত্য কৰা হয়।

**(খ) লোক নাট্য পৰম্পৰা (Folk Drama) ঃ-** বিশ্বৰ প্ৰান্তে প্ৰান্তে আদিম লোক সমাজত লোকনৃত্যৰ উপৰিও লোক নাট্যপৰম্পৰা প্ৰচলিত হৈ আহিছে। এইবোৰ লোক নৃত্য আৰু লোক নাট্য পৰম্পৰা ধৰ্ম্মীয় উৎসৱৰ পৰাই উৎপত্তি হয়। আমাৰ অসমৰ লোক নাট্যসমূহ একো একোটা ধৰ্ম্মীয় উৎসৱক কেন্দ্ৰ কৰি উদ্ভৱ হৈছে। এইদৰেই অসমত ওজাপালি লোক নাট্য, ঢুলীয়া ভাওনা, আৰু পুতলা নাচ প তি আদি লোকনাট্য পৰম্পৰাই গা-কৰি উঠিছিল। এইবোৰ লোক নাট্যত গীত, বাদ্য আৰু নৃত্যৰ অপূৰ্ব সংমিশ্ৰণ ঘটিছে। অসমৰ এইবোৰ লোক নাট্য পৰম্পৰাক প্ৰধানকৈ তিনিটা প্ৰধান ভাগত ভাগ কৰা হৈছে। যেনেঃ (১) নৃত্য গীত প্ৰধান (২) অৰ্দ্ধনাটকীয় আৰু (৩) যাত্ৰা।

লোকনাট্যৰ সম্পৰ্কে পণ্ডিত জে. টি. টীপনীয়ে কৈছে - "Folk Drama began in primitive pagan rites and magic ceremonies of song and dance." লোক নাট্যত সঙ্গীত আৰু নৃত্য থাকে; কিন্তু সেইবোৰ মাত্ৰ ভাব প্ৰকাশৰ মাধ্যম হিচাপেহে থাকে।

**(১) নৃত্য গীত প্ৰধান লোক নাট্য ঃ-** যেনে- ওজাপালি, ঢুলীয়া ভাওনা, পুতলা নাচ, খুলীয়া ভাওনা, জয়ঢুলীয়া, আপীওজা, কুশানি গান, দোতৰা গান, ভাৰীগান, বাঁশী পুৰাণ গান, মাৰৈ পূজাৰ গান, মহিনামতী আৰু নয়নেশ্বৰী ইত্যাদি।

**(২) অৰ্দ্ধনাটকীয় লোক নাট্য ঃ-** যেনে- পচতী, ভাৱৰীয়া, নাম ভাওনা, চড়ক পূজাৰ গীত, কাতি পূজাৰ গীত, মদন কামদেৱ গীত, হুদুম পূজাৰ গীত, সোনাৰায় পূজাৰ গীত, মথনী আদি।

**(১) যাত্ৰা ঃ-** যাত্ৰাৰ লগত ভাওনাৰ বৰ বেছি পাৰ্থক্য নাই। মাত্ৰ বাদ্য, নৃত্য, সংলাপ সঙ্গীত আদিৰহে পাৰ্থক্য। যাত্ৰাত ভাৱৰীয়া থাকে। তেওঁলোকে সাজ-পাৰ পিন্ধি সাজো হ'বৰ বাবে সাজঘৰ থাকে। এজন ওস্তাদ থাকে। ওস্তাদে

যাত্ৰা পৰিচালন্না কৰে। খোল আৰু ঢোল বাদ্য বজাবলৈ খুলীয়া আৰু ঢুলীয়া থাকে। গীত-গাবৰ বাবে গায়ক থাকে। অসমৰ কামৰূপতেই যাত্ৰা পাৰ্টীৰ পয়োভৰ বেছি। এই যাত্ৰা পাৰ্টীয়ে বিভিন্ন ঠাইত যাত্ৰা প্ৰদৰ্শন কৰে। মঞ্চ আৰু মণ্ডপত যাত্ৰা প্ৰদৰ্শন কৰে। ৰূপসজ্জা আৰু অঙ্গসজ্জা কৰা হয়। মঞ্চ সজ্জাও থাকে। মুঠতে যাত্ৰাৰ সৈতে আধুনিক থিয়েটাৰৰো বৰ বেছি পাৰ্থক্য নাথাকে।

(২) **ঢুলীয়া ভাওনা** ঃ- অতি প্ৰাচীন কালৰে পৰা দৰং আৰু কামৰূপ অঞ্চলত ঢুলীয়া ভাওনাৰ পৰম্পৰা প্ৰচলিত হৈ আহিছে। এই ঢুলীয়া দলত চাৰি পাঁচজনৰ পৰা প্ৰায় পঁচিশজনলৈকে লোক থাকে। তেওঁলোকৰ মাজত এজন তাল বজোৱা তালীয়া থাকে। ঢুলীয়াৰ দলে ঢোল-তাল বজাই দৰ্শকৰ আগত বিভিন্ন ক্ৰিয়া-কৌশল প্ৰদৰ্শন কৰে আৰু ৰাইজক আনন্দ দিয়ে। ঢুলীয়া ভাওনাত গীত, নৃত্য আৰু অভিনয়ো কৰে। কোনো পৌৰাণিক একোটি কাহিনীৰ একোটা নাটকীয় দৃশ্য পৰিবেশন কৰে। সমসাময়িক সমাজ জীৱনৰ দুই এটি ব্যঙ্গ চিত্ৰও দাঙি ধৰে। কথোপকথন আৰু পৰিবেশন পদ্ধতি দলৰ মনে সজা। এডোখৰ ঠাইত সজা একোটা মঞ্চত ঢুলীয়া ভাওনাত প্ৰদৰ্শিত হয়। ভাৱৰীয়া সকলৰ পোছাক পৰিচ্ছন্ন থাকে। এনে ঢুলীয়া অনুষ্ঠান গোৱালপাৰাতো আছে।

(৩) **খুলীয়া ভাওনা** ঃ- খুলীয়া ভাওনাত ঢুলীয়া ভাওনাৰ দৰেই এক অনুষ্ঠান। এই খুলীয়া ভাওনাৰ মূল মানুহজনক ওজা বা সূত্ৰধাৰ বুলি কোৱা হয়। লগত থাকে এজন বায়ন, কেইজনমান খুলীয়া, দুজন মান তালীয়া আৰু কেইজনা ভাৱৰীয়া। ভাওনাৰ পূৰ্ব্বৰ ৰঙ্গৰ দৰেই প্ৰথমে বায়ন আৰু খুলীয়া-তালীয়া কেইজনে নাচি বাগি গায়ন গায়। গায়ন গোৱা শেষ হ'লে ওজাই গীত-পদ গায়। প্ৰথমে তেওঁ বন্দনা গীত গায় আৰু নাটত থকা ভাৱৰীয়া বোৰৰ চিনাকি দাঙি ধৰে। গীতৰ মাজেদি আৰু ভাৱৰীয়াৰ বচনৰ মাজেদি নাটৰ কাহিনী আগবাঢ়ে। মূল চৰিত্ৰবোৰৰ উপৰিও ৰাইজক মনোৰঞ্জনৰ কাৰণে বহুৱাৰ চৰিত্ৰৰ অৱতাৰণা কৰি হাহিঁৰ খোৰাক যোগায়। কামৰূপ আৰু দৰং জিলাত খুলীয়া ভাওনাৰ পৰম্পৰা আছে।

**দৰঙৰ লোক কৃষ্টি দেপা-ঢুলীয়া ঃ**

অসমৰ বিভিন্ন প্ৰান্তত বিভিন্ন লোক সংস্কৃতি পৰম্পৰাগতভাবে আদিম কালৰে পৰা চলি আহিছে। ঢকুৱাখনাৰ ফাটবিহু, ডুবিৰ দেবদাসী নৃত্যৰ দৰেই

অসমৰ দৰং জিলাৰ লোক সমাজত ঢেপা-ঢুলীয়া লোক কৃষ্টি পৰম্পৰাগত ভাবে চলি আহিছে। এই লোক সংস্কৃতি গীত, বাদ্য বা বাদ ক আৰু নৃত্যৰ সুসমন্বয়ত পৰিবেশন কৰা হয়।

ঢেপা-ঢুলীয়া এক দলীয় নৃত্যৰ অনুষ্ঠান। এই নৃত্য-নুষ্ঠানত ব্যৱহৃত বাদ্য হ'ল ঢোল আৰু তাল। তালবোৰ ডাঙৰ; ইয়াক ভোৰতাল বুলি ক'ব পাৰি। ইয়াত দুটা ঢোল থাকে আৰু চাৰি বা ছয় জোৰা তাল থাকে। তালবোৰ দুই-আঢ়ৈ কেজি ওজনৰ। ঢোল বোৰ জয়ঢোল। বিহুত বজোৱা ঢোলতকৈ এই ঢোল দীঘল।

ঢেপা-ঢুলীয়া অনুষ্ঠানত প্ৰায় ছয় আঠজন শিল্পী থাকে। শিল্পী সকলে সুকীয়া সাজপাৰ পিন্ধে। ঢুলীয়া সকলে চুলি দীঘলকৈ ৰাখে। ঘাই ঢুলীয়াজনে হাতত খাৰু আৰু কাণত কেৰু বা কাণফুলি পিন্ধাৰ নিয়ম আছিল। তেওঁলোকে গাত চুটি কামিজ , বা গেঞ্জি পিন্ধে। মূৰত পাগুৰি মাৰে। কঁকালত গামোচা বান্ধি লয়। ছুটিকৈ আঁঠুমূৰীয়া ধুতি পিন্ধে। শিল্পী সকলে ঢোল কৃষ্টি প্ৰদৰ্শন কৰিবলৈ লওঁতে দুজন দুজনকৈ শাৰী পাতি তিনি বা চাৰি শাৰীত থিয় হয়। প্ৰথম শাৰীত থকা দুজনে ঢোল লয় আৰু পাছৰ শাৰীত থকা কেইজনে তাল লয়। ঢোল-তালৰ ছেৱে ছেৱে অঙ্গি-ভঙ্গী কৰি নাচে। ঢোল বাদক সকলক বাদী বুলি কোৱা হয়। বাদীসকলৰ নামো বেলেগ বেলেগ থাকে; যেনে- গোৰাবাদী, দেওবাদী, চালেনিবাদী, পাতালবাদী, খৰবাদী, খেদাবাদী, নিন্দাবাদী, খিজাবাদী, চান্দেনিবাদী, গলেমচৰাবাদী ইত্যাদি। সেইদৰেই নাচৰো ভালেমান নাম আছে; যেনে- গড়িয়া নাচ, সৰকি নাচ, ভেকুলী জাপ নাচ, উঘাঘূৰণ নাচ, নেউল বুলন নাচ ইত্যাদি। ঢেপা-ঢুলীয়াসকলে বৰ খৰকৈ নাচে। এই নাচত কাপোৰ বোৱা বা বাহঁ-বেতৰ কাম কৰা আদিৰ চানেকি নাচৰ যোগেদি দাঙি ধৰা হয়। কেইটা মান নাচ অতি জনপ্ৰিয়।

দৰং জিলাত অনুষ্ঠিত হোৱা ডাঙৰ সভা-সমিতি, দেউল উৎসৱ, ৰাজহুৱা সবাহ ইত্যাদিত ঢেপা-ঢুলীয়াই অনুষ্ঠান পৰিবেশন কৰে। ইয়াৰ উপৰিও কোনো ব্যক্তিগত লোকৰ ঘৰত পতা বিবাহ উৎসৱত ঢেপা-ঢুলীয়া কৃষ্টি প্ৰদৰ্শন কৰা হয়। বিয়াৰ পানী তোলা, নুৱনী- আৰু ধুৱনী কাৰ্য্যত ঢেপা-ঢুলীয়াৰ প্ৰয়োজন । বিশেষকৈ দৰাই বৰ যাত্ৰী হৈ কন্যাঘৰলৈ ছোৱালী আনিবলৈ যাওঁতে বৰ যাত্ৰী দলৰ লগত ঢেপা-ঢুলীয়াৰ পাৰ্টী যায়। কন্যা ঘৰত গোটেই নিশাটো ঢুলীয়া কৃষ্টি প্ৰদৰ্শন কৰা হয়। কন্যাঘৰৰ ঢেপা-ঢুলীয়া পাৰ্টীৰ লগত দৰা ঘৰীয়া দলৰ

বাদ্য- নৃত্যৰ তুমুল প্ৰতিদ্বন্দিতা চলে। গীত, নৃত্য আৰু বাদ্য - ইয়াৰ মাজতেই ঢেপা-ঢুলীয়াৰ অনুষ্ঠান সীমাবদ্ধ হৈ থাকে।

ঢেপা-ঢুলীয়াৰ দলৰ মাজত প্ৰতিযোগিতা চলে। এই প্ৰতিযোগিতাৰ বিচাৰক হয় ৰাইজৰ মাজৰ বয়োবৃদ্ধ আৰু জ্ঞান বৃদ্ধ লোক সকল। প্ৰতিযোগিতাত বাদী সকলে বিভিন্ন কৌশলৰ গীত-নৃত্য-বাদ্য প্ৰদৰ্শন কৰে।

আজি কালি উঠি অহা যুৱক-যুৱতী সকলে এই কৃষ্টি চৰ্চ্চা কৰিবলৈ এৰি দিছে। ৰাইজে বিয়া সবাহ আদিতো ঢেপা-ঢুলীয়াৰ প্ৰয়োগ নকৰাই হৈছে। ইয়াৰ ফলত দৰঙৰ এই আপুৰুগীয়া জন-কৃষ্টি হেৰাই যোৱাৰ উপক্ৰম হৈ পৰিছে।

(৫) **পুতলা নাচ** ঃ- পুতলা নাচ অসমৰ এটি প্ৰাচীন পৰম্পৰাগত লোক নাট্য অনুষ্ঠান। মহাভাৰত মহাকাব্যতো পুতলা নাচৰ কথাৰ উল্লেখ আছে। পুতলা নাচ ভাৰতৰ বাহিৰেও চীন, জাপান, মালয়, জাভা আদি ৰাষ্ট্ৰতো পৰম্পৰাগত ভাবে চলি আহিছিল। ভাৰতৰো বিভিন্ন প্ৰান্তত যেনে- ৰাজস্থান, উৰিষ্যা-কৰ্ণাটক, তামিলনাডু আদিতো পুতলা নাচৰ পৰম্পৰা আছিল। দুই প্ৰকাৰে পুতলা নাচ নচুওৱা হয়। এখন কলা পৰ্দাৰ আঁৰৰ পৰা সূতাৰ ৰছী টানি মঞ্চত পুতলাবোৰক নচোৱা হয়। আন প্ৰকাৰে আকৌ এখন পৰ্দাৰ আৰঁৰ পৰা মঞ্চত পুতলাবোৰ নচোৱাই তাত পোহৰ সংযোজন কৰি দৰ্শকক পুতলাৰ ছায়াবোৰহে প্ৰদৰ্শন কৰা হয়। ইয়াক ছায়া নাট বুলিহে ক'ব পাৰি। অসমত প্ৰথম বিধৰ কৌশলেৰে সূতা টানি মঞ্চত পুতলা নচুওৱা হয়।

পুতলা নচোৱাবলৈ বৰ বেছি মানুহৰ আৱশ্যক নাই; মাত্ৰ চাৰি পাচঁজনমান মানুহৰহে প্ৰয়োজন। পুতলা নাচৰ মূল মানুহজনক সূত্ৰধাৰ বুলিয়েই কোৱা হয়। তেওঁ পুতলা নাচৰ অনুষ্ঠানটোৰ গুৰি ধৰে। পুতলাবোৰ কুঁহিলাৰে নিৰ্মাণ কৰা হয়। তেওঁ সূতাডালৰ সহায়ত পুতলাবোৰক মঞ্চত প্ৰবেশ আৰু প্ৰস্থান কৰোৱায়। পুতলা নচুৱাই অঙ্গি-ভঙ্গি আৰু কাৰ্য্যাকলাপবোৰ দৰ্শকৰ আগত দেখুওৱা হয়। বায়নৰ ভূমিকা সূত্ৰধাৰৰ পাছতেই। বায়নে বাদ্য-বজাই গীত-গাই যায় আৰু সূত্ৰধাৰে তাৰ তালে তালে পুতলা নচোৱায়। গীত-পদৰ যোগেদিয়েই ৰামায়ণ বা মহাভাৰত নাইবা পুৰাণৰ কাহিনী একোটা দাঙি ধৰা হয়।

এনেদৰেই অসমত প্ৰাচীন কালৰে পৰাই পুতলা নাচৰ অনুষ্ঠান প্ৰচলিত হৈ আহিছে।

(৬) **কুশান গান** ঃ- গোৱালপাৰা জিলাৰ লোকসমাজত কুশান গান অনুষ্ঠানটি প্ৰচলিত হৈ আহিছে। কুশান গান গোৱালপৰীয়া সংস্কৃতিৰ আপুৰুগীয়া সম্পদ।

কুশান গানৰ কাহিনীবোৰ হ'ল ৰামায়ণ মহাভাৰতৰ কাহিনী। ৰামায়ণৰ লৱ-কুশৰ সৈতে প্ৰায়ে সম্পৰ্ক থকাৰ বাবেই হয়তু এই গান বোৰক কুশান গান বোলে।

কুশান গানৰ অনুষ্ঠানটিত পোন্ধৰ-ষোল্লজন লোকৰ আৱশ্যক। অনুষ্ঠানটি পৰিচালনা কৰা মূল মানুহজনক গীদাল বোলা হয়। গীদালৰ হাতত এখন 'বেনা' থাকে। এইবাদ্যযন্ত্ৰ বীণৰ দৰেই তাঁৰ যুক্ত বাদ্য। গীদালে গীত-পদবোৰ গাই যায় আৰু গীতৰ সুৰৰ লগত 'বেনা'ৰ সুৰৰ মূৰ্চ্ছনা তোলে। কুশান গানৰ দলটোত গীদালৰ উপৰিও এজন দোৱাৰী বা দোহাৰি থাকে; তেওঁ গীত-পদ দোহাৰি যায়। বায়ন দুজন থাকে; তেওঁলোকে বাদ্য বজায়। নাচ কৰিবলৈ কেইজনমান ল'ৰা থাকে; তেওঁলোকক চেংড়া বা ছোকড়া বোলে। যি জন দোহাৰি, তেওঁ গীত-পদ-দোহাৰি যোৱাৰ উপৰিও গীদালক ওজাপালি নৃত্যৰ দৰেই মাজে মাজে প্ৰশ্ন কৰি কথোপকথনৰ সূচনা কৰে। তেওঁ উপস্থিত থলুৱা দুই এজনক প্ৰশ্ন কৰিও কথোপকথন কৰে। আৰু কাহিনী বা পৰিস্থিতি ব্যাখ্যা কৰি ভাব প্ৰকাশক বিভিন্ন ভঙ্গী- প্ৰদৰ্শন কৰে। বায়ন সকলে গীত-পদৰ লগত সঙ্গতি ৰাখি বাদ্য বজাই যায়। পালি-সকলে গীত-পদ মাত্ৰ দোহাৰি যায়। বিৰতিৰ সময়ত দোৱাৰীৰ সৈতে ধেমেলীয়া কথোপকথনত ভাগ লয়। নৃত্যৰ ভঙ্গীয়ে দৰ্শকক আমোদ দিয়ে।

আদি কালি চেংড়া সকলৰ ঠাইত ছোৱালীয়ে অভিনয়ত অংশ গ্ৰহণ কৰিবলৈ ধৰিছে।

## অসমৰ ধ্ৰুপদী নৃত্য ঃ

**(৭) ভাওনা আৰু গায়ন বায়ন ঃ (ক) ভাওনা**

প্ৰাচীন কালৰে পৰাই অসম লোক সমাজত লোকনাট্য হিচাবে পুতলা নাচ, ওজাপালি, ঢুলীয়া ভাওনা, খুলীয়া ভাওনা, ঢেপা-ঢুলীয়া আদি দৃশ্য চলি আহিছিল। তাৰ আলমতেই মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱে অসমত নৱ-বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰৰ উদেশ্যে অঙ্কীয়াভাওনাৰ সৃষ্টি কৰে। মহাপুৰুষ শংকৰদেৱ-মাধৱদেৱে বিভিন্ন অংকীয়া নাটক ৰচনা কৰাৰ উপৰিও পৰবৰ্ত্তী কালত সত্ৰ আৰু নামঘৰ বোৰত অসংখ্য নাটক ভাওনাৰ বাবে ৰচিত হ'বলৈ ধৰে। অসমৰ ছশখনৰো অধিক সত্ৰত বিভিন্ন পৰ্ব উপলক্ষে ভাওনা অনুষ্ঠিত কৰা হয়। তদুপৰি অসমৰ প্ৰতিখন গাৱঁৰ নামঘৰত বছৰি একোখন বছেৰেকীয়া ভাওনা পতা হয়। গাৱঁত ভাওনাখন পাতিলে এক উৎসৱমুখৰ পৰিবেশৰ সৃষ্টি হয়। গাৱঁৰ ল'ৰা-বুঢ়া, ডেকা-গাভৰু

সকলোৰে গাত উলহ-মালহ লাগে। গাৱঁৰ নামঘৰৰ মুধত সাধু, সাতোলা, মেথি, বৰা , বাৰিক আটায়ে আসন লৈ বহে। ল'ৰা- তিৰোতা সকলেও বছেৰেকীয়া ভাওনাখন চাই তৃপ্তি লভিবৰ বাবে ভাগে-ভাগে বহে। গাৱঁৰ বুঢ়া- মেথাই গাওঁখনৰ ৰাইজৰ মঙ্গল কামনাৰে হৰিধ্বনি দি ভাওনা আৰম্ভ কৰে। ভাওনা-অংকীয়া বা মাতৃভাষাৰো হ'ব পাৰে। বায়নজনৰ গাত তৎনাইকিয়া হয়। সূত্ৰধাৰী নচোৱাব লাগে। বীৰৰ ছে'ও বজাই বীৰ প্ৰবেশ কৰাব লাগে। ভাওনাৰ আৰম্ভণিৰ পৰা শেষলৈকে খোল বা মৃদং বজাই ভাগৰি যাব লাগে। গাৱঁৰ জীয়ৰী-বোৱাৰীয়ে কোনে সূত্ৰধাৰী নাচিব আৰু কোনে কি ভাও লৈছে তাক চাবলৈ উদ্‌গ্ৰীব হৈ পৰে। কিছুমান গাৱঁত ৰাতি ভাওনাৰ উপৰিও দিন ভাওনাও পতা দেখা যায়। গঞা ৰাইজৰ বাবে ভাওনা এক ডাঙৰ উৎসৱ।

(খ) গায়ন-বায়ন ঃ

গায়ন-বায়ন প্ৰথা অসমীয়া লোক সমাজত প্ৰাচীন কালৰে পৰাই চলি আহিছিল ছাগৈ। তাকে মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱে সংস্কাৰ কৰি বিধিবদ্ধ কৰে যেন পাওঁ। খোল-তাল লৈ গোৱা গায়নজোৰাক খুলীয়া গায়ন আৰু মৃদঙ্গ-তাল লৈ গোৱা গায়নজোৰাক মৃদঙ্গীয়া গায়ন বোলে। গায়ন গাওঁতে বিভিন্ন খণ্ড বা ভাগ থাকে। তাৰ একোটা ভাগক পঙ্গতি বোলে।

গায়নৰ বিভিন্ন বিভাগবোৰ হ'ল যেনে ঃ- আৰম্ভণিৰ ঘাত, গুৰুঘাত, বিভিন্ন তাল, সামৰণী ঘাত থাকে। গায়ন বহি গোৱাৰ উপৰিও থিয় হৈ বিভিন্ন ভঙ্গীৰে ঠেওধৰি নাচি নাচি গায়। গায়নৰ কঠিন অৰ্থাৎ জটিল খণ্ডবোৰ হৈছে- চলনা, বৰ ধেমালি, সৰু ধেমালি, নাচ ধেমালি, ছোঁ ধেমালি, ঘোষা ধেমালি ইত্যাদি।

গায়নজোৰাৰ বায়নজনে গায়নজোৰাৰ আটাইতকৈ আগত বহি- খোল বা মৃদঙ্গ বজাই উকি মাৰি ইঙ্গিত দি বিভিন্ন ছেৱৰ আৰম্ভণি কৰে। তেওঁৰ লগত তিনি চাৰি জন বা ততোধিক মৃদঙীয়া বা খুলীয়া থাকে। সেইদৰেই সাত-দহজন তাল বজোৱা তালীয়া থাকে।

গায়নীয়া সকলে ভাওনা বা বৰসবাহ আদিত গায়ন গাওঁতে পৰম্পৰাগত সাজ পাৰ পিন্ধে। তেওঁলোকে গাত ভৰিৰ সৰু গাঁঠিলৈকে পৰা ঘূৰীয়া চোলা পিন্ধে। ককালত মেঠনি কাপোৰ বান্ধে। মূৰত পাগুৰি মাৰে। তেওঁলোকে বিভিন্ন ভঙ্গিমাৰে ঘূৰি ঘূৰি নাচি নাচি গায়ন গায়।

ডাঙৰ কাঠ কাটি এঁহাত এমুঠন মান দীঘল কৰি মাজত খুলি মৃদংবোৰৰ খোলা বনায়। এই খোলাৰ দুই মূৰ গৰুৰ ছালৰে ছোৱা হয়। তাৰ দুই তালিকা

ওপৰত ঘুণ লগাই দিয়া হয়। মৃদঙ্গৰ ওপৰত দুইমূৰ সংলগ্ন কৰি বৰতিৰ ৰছী টানি বন্ধা হয়। মৃদঙৰ আকাৰ এনেধৰণৰ। দুইমূৰ কিছু সৰু, মাজছোৱা ডাঙৰ পেটুৱা ধৰণৰ। খোলবোৰ মৃদঙতকৈ কিছু দীঘল। খোলৰ এটা মূৰৰ আকাৰ ডাঙৰ আৰু আনটো মূৰৰ আকাৰ সৰু। মৃদঙৰ মাতটো কিছু ডাঙৰ আৰু খোলৰ মাতটো কিছু সৰু।

**সত্ৰীয়া বা শংকৰী নৃত্য ঃ**

অসমত প্ৰাচীন কালৰে পৰাই লোকনৃত্যৰ পৰম্পৰা চলি আহিছিল। সেইদৰেই মন্দিৰ-দেৱালয় আদিত ধৰ্ম্মীয় নৃত্যৰো পয়োভৰ আছিল। মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱে অসমত বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰৰ অৰ্থে বৰগীত বোৰৰ দৰেই একশ্ৰেণী উচ্চাঙ্গ শাস্ত্ৰীয় নৃত্যৰো সৃষ্টি কৰি থৈ গ'ল। এইবোৰকে আমি সত্ৰীয়া নৃত্য বা শংকৰী নৃত্য বুলি কওঁ।

অসমত আগৰে পৰা প্ৰচলিত হৈ অহা লোক নৃত্য যেনে- ওজাপালি, ঢুলীয়া ভাওনা, দেৱদাসী নৃত্য, কুশান গান আদিৰ চানেকি লৈ গুৰু জনাই সত্ৰীয়া নৃত্য বা শংকৰী নৃত্যৰ সৃষ্টি কৰিলে আৰু তাৰ লগতে অংকীয়া ভাওনাৰ সৃষ্টি কৰিলে। খোল, মৃদং আৰু তাল বাদ্য বজাই সঙ্গীত পৰিবেশন কৰি সত্ৰীয়া নৃত্য আৰু অংকীয়া নাটকৰ সৃষ্টি কৰিলে। সত্ৰীয়া নৃত্যৰ প্ৰায়খিনিয়েই অংকীয়া ভাওনাৰ অন্তৰ্গত। অংকীয়া নাটকত বিভিন্নি নৃত্য পৰিবেশন কৰা হয়। তাৰ ভিতৰত সূত্ৰধাৰী নৃত্য, কৃষ্ণ-নৃত্য বা গোসাঁই প্ৰবেশৰ নৃত্য, গোপী প্ৰবেশৰ নৃত্য, চৰিত্ৰ প্ৰবেশৰ নৃত্য, যুদ্ধৰ নৃত্য, চালি নৃত্য, ঝুমুৰা নৃত্য আদিয়েই প্ৰধান।

**সূত্ৰধাৰী নৃত্য** ঃ- অংকীয়া নাটকত এজন সূত্ৰধাৰ থাকে। তেৱেঁই অঙ্কীয়া নাটকৰ গায়ক, নাট পৰিচালক, নাট্যকাহিনীৰ ব্যাখ্যাকাৰক। সূত্ৰধাৰেই অংকীয়া নাটকৰ আদিৰে পৰা অন্তলৈকে গুৰি ধৰি থাকে। নাটকৰ আৰম্ভণিতে অৰ্থাৎ গায়ন-বায়নৰ পাছতে ই সূত্ৰধাৰে মঞ্চত প্ৰবেশ কৰি বিভিন্ন ভঙ্গিত নৃত্য কৰে।

**কৃষ্ণ নৃত্য বা গোসাঁই প্ৰবেশ নৃত্য** ঃ- অংকীয়া ভাওনাত সূত্ৰধাৰৰ পাছতেই সূত্ৰধাৰে কৈ যোৱা কথা অনুসৰিয়েই ৰাসায়মাৰ নাটক হ'লে ৰামচন্দ্ৰৰ প্ৰবেশ হয় আৰু মহাভাৰতৰ বা পুৰাণৰ নাটক হ'লে শ্ৰীকৃষ্ণক প্ৰবেশ কৰোৱা হয়। এই কৃষ্ণই বিভিন্ন ভঙ্গিমাতে নাচে। এই নৃত্যকে কৃষ্ণ নৃত্য বোলে।

**গোপী প্ৰবেশৰ নাচ** ঃ - অংকীয়া নাটকত মহাভাৰত বা পুৰাণৰ কাহিনী হ'লে কৃষ্ণৰ সৈতে সম্বন্ধিত গোপী সকল যেনে - যশোদা, গোপীসকল আৰু স্ত্ৰী চৰিত্ৰ প্ৰবেশ কৰিলে এটি বেলেগ ভঙ্গিমাৰে নচোৱা হয়। ইয়াকে গোপী

প্ৰবেশ নৃত্য বোলে।

**চৰিত্ৰ প্ৰবেশৰ** নৃত্য ঃ- ভাওনাত ৰজা, বীৰ, মন্ত্ৰী, ঋষি-মুনি, সেনাপতি, দুত, পালি-পহৰীয়া আদি প্ৰবেশ কৰিলে প্ৰতিজনৰ বাবেই একো একোটা সুকীয়া ভঙ্গীৰ নৃত্য প্ৰদৰ্শন কৰা হয়। এই বিভিন্ন চৰিত্ৰ প্ৰবেশৰ নৃত্যক চৰিত্ৰ প্ৰবেশৰ নৃত্য বোলে।

**যুদ্ধৰ** নৃত্য ঃ- অংকীয়া ভাওনাত বিভিন্ন কাহিনীত যুদ্ধৰ অৱতাৰনা কৰা হয়। এই যুদ্ধ বিভিন্ন চৰিত্ৰৰ মাজত লাগে। হাতত গদা, ধেনু কাড়ঁ, চক্ৰ, ঢাল-তৰোৱাল লৈ চৰিত্ৰবোৰৰ মাজত যুদ্ধ লাগে। যুদ্ধৰ সময়ত খোলৰ চাপৰত চৰিত্ৰ সমূহে বিভিন্ন ভঙ্গীত নাচে-ইয়াকে যুদ্ধৰ নৃত্য বুলি কোৱা হয়।

**চালি** নৃত্য ঃ- অংকীয়া নাটকৰ চালি নৃত্য বুলি কলে সাধৰণতে গীতৰ লগত নচা নাচ, মেলা নাচ- বা ভাৱৰীয়াই প্ৰদৰ্শন কৰা নাচ, ৰজা প্ৰবেশ কৰিলে ৰজাঘৰীয়া নাচ নচা ইত্যাদি। মুঠতে চালি নৃত্য বাৰবিধ মান আছে।

**ঝুমুৰা নাচ** ঃ- মাধৱদেৱে ৰচিত নাটিকা কেইখনিক ঝুমুৰা বোলে। এই ঝুমুৰা নাটকৰ নাচক ঝুমুৰা নৃত্য বোলে। ৰামদানি (আৰম্ভণি, গীতৰ নাচ আৰু মেলা নাচ ঝুমুৰাত কিছু বেলেগ ধৰণৰ। ইয়াকে সম্বৰ নাচ বোলে। ◆

১৭শ অধ্যায়

# অসমৰ লোক সংস্কৃতিঃ অসমীয়া ভূত-প্ৰেত তত্ত্ব

## (Assamese Demonology)

পৃথিৱীৰ অন্যান্য আদিম লোকসমাজে ভূত-প্ৰেত আদি বিশ্বাস কৰি অহাৰ দৰেই অসমৰ আদিম লোক সমাজেও ভূত-প্ৰেত আদি বিশ্বাস কৰি আহিছে। এইবোৰ অদৃশ্য আৰু ৰহস্যজনক শক্তিক অসমীয়ালোকে বিশ্বাস কৰে।

অসমীয়া লোক সমাজখনত হিন্দুধৰ্ম্মৰ পৰম্পৰা প্ৰাচীন কালৰে পৰা চলি আহিছে। হিন্দু সমাজে নানান দেৱ-দেৱতা বিশ্বাস কৰে। এইবোৰ দেৱ-দেৱতা স্বৰ্গত থাকে বুলি ভাবে। ইয়াৰে কিছুমান দেৱতা নিম্নস্তৰৰ ভূতৰ পৰ্য্যায়লৈ অৱনমিত হয়। তাৰে কিছুমান দেৱতাক দেৱতা ৰাজ্যৰ পৰা কিছুমান অন্ধকাৰ অসম্ভৱ ঠাইত নিক্ষেপ কৰি দিয়ে ।এনেবোৰ নিম্ন পৰ্য্যায়ৰ দেৱতাক অপদেৱতা বোলা হয়। ইহঁত বৰ বেছি পৰিমাণে মানুহৰ অনিষ্টকাৰী আৰু হিংসুক। এই শ্ৰেণীৰ অপদেৱতাৰ ভিতৰত ভূত, প্ৰেত, পিশাচ, ডাইনী, যখিনী, আলষণী, খোবা-খোবুনী, বাৰ্ক, যখ-যখিনী, আদি উল্লেখযোগ্য। প্ৰাকৃতিক বুৰঞ্জী অনুসৰি এই ভূত-প্ৰেত বোৰক প্ৰধানকৈ চাৰিটা ভাগত ভাগ কৰা হৈছে। যেনে ঃ- (১) মাটিৰ তলত ফুৰা শ্ৰেণী (২) পাৰ্থিৱ শ্ৰেণী (Terrestial) (৩) বায়ুত ঘূৰি ফুৰা শ্ৰেণী (Aerial) আৰু (৪) স্বৰগত থকা শ্ৰেণী (Celestial) ।

পৃথিৱীত ঘূৰি ফুৰা বিধক আকৌ তিনি ভাগত ভাগ কৰা হৈছে, যেনে - জলচৰ (Aquatic),হাবিতলীয়া বা হাবিত থকা (Sylvan) কুলদেৱতা (Household) ইত্যাদি।

**পানীত ঘূৰা দেৱতা সকল**

(ক) পানীত থকা (Aquatic) শ্ৰেণী ঃ- এই শ্ৰেণীৰ অপদেৱতা সকল হৈছে - বাৰ্ক, দৈত্য, যখ, জল কাষৰীয়া, জলখাই জলনাৰায়ণ আৰু জলকোৱঁৰ ইত্যাদি।

(১) বাৰ্ক ঃ- এই অপদেৱতা সাধাৰণতে নৈ খালত, পুখুৰীৰ পাৰত বা পানীৰ ধাৰ থাকে। ইহঁতি মাছ খাবলৈ বৰ ভাল পায়। ইয়াৰ গাটো দেখি পোৱা নাযায়; মাত্ৰ চিল মিলকৈ অনুমান কৰিব পাৰি। ই-পানীৰ ওপৰত ঘূৰি ফুৰে। ই-

জালমাৰি মাছ ধৰি খায়। ওচৰত থকা মানুহে জাল মৰাৰ শব্দ শুনে। ইয়াৰ গাতো মাছৰ দৰে কেচেমা গোন্ধায় আমাৰ এষাৰ কথা আছে বোলে-

" হাইঁৰ ওপৰত শিয়াঁল ৰজা।
পোতা পুখুৰীত বাঁকেই ৰজা।।"

(২) দৈত্য ঃ- দৈত্য শব্দটো সংস্কৃত দৈত্য শব্দৰ পৰা আহিছে। দৈত্যৰ কথা আমাৰ লোক সমাজে বিশ্বাস কৰে। ই-মানুহক বিভিন্ন পদ্ধতিৰে ছলনা কৰি ফুচুলিয়াই পথ হেৰুৱাই লৈ যায়। তাৰ পাছত নিৰ্জন হাবি বা আন্ধাৰত মানুহক ডাঙৰ ভুকু মাৰে। কেতিয়াবা অচেতন কৰি মানুহক মাৰি পেলাই থৈ যায়। ৰাতি দোকমোকালিতে আন্ধাৰ আন্ধাৰ সময়ত ই একোজন বন্ধুস্থানীয় মানুহ হৈ দেখা দি ফুচুলিয়াই নৈ বা পুখুৰীৰ ফাললৈ লৈ যায়। য'ত নেকি আগদিনা গধূলি মানুহজনে ভেটা বা ঠুহা পাতি থয় নাইবা মাছ ধৰিবৰ বাবে জাল পাতি থৈ আহে। দৈত্যবোৰ পিছল আৰু ওখ। কেতিয়াবা ইয়াক দহ-বাৰ ফুট ওখ যেন লাগে। ই পানী থকা জান,পুখুৰী, বা জালাহৰ পানী যুৰঁলীত থাকে। ই মানুহক ডিঙিত টিপা দিয়ে! ভুকুৱায়। হাতৰ ডাঙৰ ডাঙৰ আঙুলিৰে বাকুতি ধৰে। মানুহৰ ভয় লাগি যায়। প্ৰথমে তাক সাধাৰণ মানুহৰ দৰেহে দেখা যায়। ক্ৰমে লাহে লাহে সি ডাঙৰ হৈ পৰে আৰু তাক হতাব নোৱাৰা হৈ যায়। দৈত্যৰ লগত এটা জলমোনা থাকে; জলমোনাটো কাঢ়ি লব পাৰিলে মানুহৰ বশ হৈ মানুহে যি কয় তাকে মানি চলে। এই মোনাটো জালৰ দৰে গোথা। তামোল পাণ দি এই বেগটোক সুধিলে ই সকলো কথা কৈ দিয়ে। এই দৈত্য এটা বৰ ভয়াবহ অপদেৱতা।

(৩) **জান কাষৰীয়া** ঃ- জান কাষৰীয়া জানৰ পাৰত থাকে। পানীৰ ধাৰৰ কাষত থাকে। ই এক দেওপূজক। ইয়াক মন্ত্ৰৰ দ্বাৰায়ো বশ কৰিব নোৱাৰি.

(৪) **জলখাই আৰু জল নাৰায়ণ** ঃ- এই দুজন দেৱতা জলৰ অধিকাৰী। জলৰ ওপৰত ইহঁতৰ কৰ্তৃত্ব আৰু আধিপত্য থাকে। এওঁলোকে দায়-দোষ ধৰিলে মানুহক শাস্তি দিয়ে যদিও মানুহক একেবাৰে মাৰি নেপেলায়।

(৫) **জলকোঁৱৰ** ঃ- জলকোঁৱৰ পানীৰ দেৱতা। ইয়াৰ বৰষুণৰ দেৱতা বৰুণৰ লগত যোগাযোগ আছে।

**(খ) হাবিৰ দেৱতা (Sylvan Spirit)** ঃ- হাবিৰ ভালেমান দেৱতা আছে; হাবিৰ দেৱতা বোৰ হৈছে স্কেনেঃ- চামোন ডাঙৰীয়া, বুঢ়া ডাঙৰীয়া আলষণী, পিশাচ, পিশাচিনী, ডাইনী, পেৰেট, ভূত, খেতৰ, মৰকুছীয়া, প্ৰমূতা, কিণ, বিৰা, পায়ামগুনী, পৰুৱা, খাবিচ আৰু থলগিৰী।

**(১) চামোন ডাঙৰীয়া ঃ-** চামন ডাঙৰীয়া নিবোকা হৈ মনে মনে থাকে ; এইবাবেই কোৱা হয়। নিবোকা চামোন । এইটোৱেই ইয়াৰ বিশেষ লক্ষণ। যেতিয়া চামোন ডাঙৰীয়া লম্ভিলে মানুহে সকলো জ্ঞান-চেতনা হেৰুৱাই পেলায়; আনকি মাত-মাতিব নোৱাৰা হৈ পৰে। 'চামন' শব্দটো আচলতে চাম গছৰ পৰা উদ্ভৱ হোৱা বুলি কয়। চাম গছতেই সাধাৰণতে চামোন ডাঙৰীয়া থাকে। নাহৰ গছ বা আন জুপুহা গছত চামোন ডাঙৰীয়া থাকে। যেতিয়া কোনো মানুহে এনে গছৰ ডাল কাটে নাইবা এনে জুপুহা গছৰ তলত যধে মধে প্ৰস্ৰাব কৰে তেতিয়াই চামোন ডাঙৰীয়াই দোষ ধৰে আৰু চামোন ডাঙৰীয়া গাত লম্ভে। চামোন লম্ভিলে লগে লগে গাৱঁৰ আই সকলে ৰঙা মতা কুকুৰা আগ কৰে।

**(২) বুঢ়া ডাঙৰীয়া ঃ-** বুঢ়া ডাঙৰীয়াক আগৰ অসমীয়া বুঢ়া সকলে সন্মানৰ চকুৰে চাইছিল। বুঢ়া ডাঙৰীয়াই বৰ সুন্দৰ পাগুৰি মাৰি থাকে-সম্ভ্ৰান্ত ব্যক্তিয়ে পাগুৰি মাৰি থকাৰ দৰে। সেই কাৰণেই ই 'ডাঙৰীয়া' সম্বোধন লাভ কৰিছে। তাৰ উপৰিও বুঢ়া ডাঙৰীয়াই গাত সম্ভ্ৰান্ত ব্যক্তিয়ে লোৱাৰ দৰে খনীয়া কাপোৰ লয়। আঁঠুৰ তললৈকে ওলমি পৰা ধুতি পিন্ধে। ধুতিখন মাৰ্বল পাথৰৰ দৰে বগা। তেওঁ আকৃতিত ওখধৰণৰ আৰু হৃষ্ট পুষ্ট থুলন্তৰ পুৰুষ। সকলো অপদেৱতাতকৈ বুঢ়া ডাঙৰীয়াক ধৰ্ম্মীয়ভাবে লোকে পূজে। মানুহৰ সকলো ধৰ্ম্মীয় অনুষ্ঠানত উপস্থিত থাকে। বুঢ়া ডাঙৰীয়া ডাঙৰ গছত থাকে ; গছকাটিলে মানুহক নিধালে গিৰাই দিব পাৰে। দোষ লগোৱা জনক ডাঙৰ নৰীয়াত পেলাই দিয়ে; তেতিয়াই গছকটা জনে বুঢ়া ডাঙৰীয়াক পূজা দিব লগা হয়।

**(৩) আলষণী ঃ-** আলখনী মহিলা জাতীয় অপ-দেৱতা। তাই জুপুহা বাহঁ গছত থাকে; কেতিয়াবা কেতিয়াবা বাহঁ গছত ই আঠ ইঞ্চি দাঠ কাঠফুলাৰ দৰে দেখা দিয়ে। ইয়াক অসমীয়া লোক সমাজে আলষণী বাহঁ বুলি কয়, আলষণী ধেমেলীয়া অপদেবী; মতা আলষণীও থাকে। মাইকী আলষণীয়ে মতা মানুহক বেছিকৈ ধৰে। আলষণীয়ে পালে পেটৰ কামুৰণিৰ ৰক্ষা নেপায়। মতা আলষণীৰ বি আৰু এখোপ চৰা।

আলষণীয়ে পালে মন্ত্ৰৰে জৰা-ফুকা কৰে। বচ, বগা নহৰু আদি সানি দিয়া হয় কোনোৱে ভূত মলা খুন্দি ঘঁহি দিয়ে।

**(৪) পিশাচ ঃ-** সংস্কৃত 'পৈশাচ' শব্দৰ পৰা পিশাচ শব্দৰ উদ্ভব হৈছে। ই সাধাৰণতে গেৰেকনি হাবিত থাকে।

**(৫) ফিচাহিনী ঃ-** আচলতে পিশাচৰী শব্দৰ পৰাই ফিচাহিনী শব্দৰ উৎপত্তি হৈছে। কিন্তু পিশাচৰ স্ত্ৰীৰূপ হ'লেও ইয়াৰ আৰু কাৰোৰ লগত সম্পৰ্ক নাই।

পিশাচিনীয়ে অভিশাপ দিয়ে। এও কোনো একোখিলা অজান পাতত তাৰ থুই পেলাই থৈ দিয়ে; এই থুই মানুহে সাৱধানে এৰাই চলে। যদিহে থুই আথা বা থুই গাত লাগে তেন্তে লগা ঠাই টুকুৰাও ডাঙৰ ডাঙৰ ঘা-লাগি যায়।

(৬) **ডাইনী** ঃ- সংস্কৃত 'ডাকিনী' শব্দৰ পৰাই ডাইনী শব্দৰ উৎপত্তি হৈছে। ডাইনী মা-কালীৰ পালি পহৰীয়া বুলি জনা জাত। এই গৰাকী মাইকী অপদেৱতা। এই জনা অপদেৱতা বৰ খকুলী। ডাইনীয়ে মানুহ খায়। মানুহ সুন্দৰ নিপোটল দেখিলে তাইৰ জিভাৰ পানী পৰি থাকে। নিচলা বুকুৰৈসেতে দেখিলে তেজ শুহি খাবলৈ আৰু সুবিধা পায়।

(৭) **পেৰেত** ঃ- কোনো এজন মানুহ মৰিলে তাৰ প্ৰেতাত্মাটোৱে কোনো এক নিৰ্দিষ্ট জীৱত থিতাপী নোলোৱালৈকে কিছু দিন অ'ত ত'ত ঘূৰি ফুৰে। এই সময়ছোৱাতে প্ৰেতাত্মাক পেৰেত বোলা হয়। কোনো এজন মানুহক পেৰেত পালে তাৰ খহু-কাৰু, গাঁৰ আদি হয়। তাক চকুৰে নেদেখ; ই বিদেহী। আৰু সি সমানুহৰ মনকো লন্তে। যাৰ গাত পেৰেত লাগে সি খীণাই যায়; মন মাৰি থাকে। তাকে মানুহে পেৰেতীয়া বুলি কয়।

(৮) **ভূত** ঃ- মানুহে সাধাৰণতে সকলো অপদেৱতাক দেও-ভূত বুলি কয়। আচলতে ভূত এবিধ সুকীয়া অপদেৱতা। ভূতে তাৰ আকৃতি ঘনে ঘনে সলনি কৰিব পাৰে।

(৯) **খেতৰ** ঃ- সংস্কৃত 'ক্ষেত্ৰ' শব্দৰ পৰাই খেতৰ শব্দৰ উৎপত্তি হৈছে। খেতৰ মানে কোনো এডোখৰ ঠাইৰ থলগিৰী বা থান গিৰী। ই মুকলি ঠাইত থাকে। খেতৰে সাধাৰণতে সৰু সৰু ল'ৰা-ছোৱালীকহে আক্ৰমণ কৰে অৰ্থাৎ খেতৰে পায়। বছৰি বহুতো সৰু ল'ৰা-ছোৱালীক খেতৰে পায়; আমনি দিয়ে। তেতিয়া বেজৰ দ্বাৰাই মন্ত্ৰ মাতি ডোল-ফটি দিলে সৰু ল'ৰা-ছোৱালীয়ে আৰোগ্য লাভ কৰে।

পোনেই পোৱালি জগা সৰু দামুৰি পোৱালীকো খেতৰে পালে পোৱালি লুকুৱাই থৈ দিয়ে। সেয়েহে দামুৰি পোৱালি-জগাৰ দুই-তিনিদিনতে ভোগ-পায়স দি খেতৰ ভাঙে।

(১০) **মৰকুচীয়া** ঃ- মৰকুচীয়া এনে এবিধ অপদেৱতা যে ই গৰ্ভৱতী তিৰোতাৰ গৰ্ভস্থ সন্তানক গৰ্ভতেই বিনাশ ঘটায়। কোনো বিবাহিত তিৰোতাই তেওঁৰ মাহেকীয়া ঋতু স্নান হোৱাৰ সময়তে কোনো অশুভ মুহূৰ্তত মৰকুচীয়াই লগ লয়। তেতিয়া গৰ্ভত সন্তানৰ তিনি-চাৰি মাহ অৱস্থাতে সি বিনাশ ঘটায়। আনকি সন্তানটি জন্মৰ পিছতো ই আক্ৰমণ কৰে। তেতিয়া লোক সমাজে বেজ-

জ্ঞানী লগাই মৰকুচীয়া খেদে। তেহে সন্তান সন্ততি ৰয়গৈ।

(১১) **প্ৰসূতা** ঃ- প্ৰসূতা অপদেবীয়ে প্ৰসূতি তিৰোতাক আক্ৰমণ কৰে।

(১২) **কন বা কন্ধ** ঃ- কন এবিধ বৰ ভয় লগা অপদেৱতা। ইয়াৰ মূৰ নাই। ইয়াৰ বুকুত টল টল কৰে। জিলিকি থকা এহাল ভয় লগা চকু থাকে। সি সাধাৰণতে নৈ-বিলৰ পাৰৰ বালিত বা মুকলি পথাৰত থাকে। সি আন্ধাৰ নিশা ভ্ৰমি ফুৰে; যেতিয়া ৰাতি পুৱা পোহৰ হৈ আহে, তেতিয়া সি নিজৰ ঠাইলৈ গুচি যায়। মাজে মাজে সি ঘূৰি ফুৰোতে ডাঙৰ পোহৰো দিয়ে। সংস্কৃত কবন্ধ শব্দৰ পৰাই কন বা কবন্ধৰ উৎপত্তি হ'ব পাৰে।

(১৩) **বীৰা** ঃ- বীৰাক এক শ্ৰেণীৰ খেতৰ জাতীয় অপদেৱতা বুলিয়েই ক'ব পাৰি। কিন্তু সি খেতৰতকৈ বেছি মাৰাত্মক। বীৰাৰ পৰা সতকাই উদ্ধাৰ পোৱা টান। বহুত ডাঙৰ বেজেহে ইয়াক মন্ত্ৰ মাতি খেদিব পাৰে।

(১৪) **পানী মঙ্গলীয়া বা পানী মৰলীয়া** ঃ- বছৰৰ আৰম্ভণিতে প্ৰথম ন-পানী বাঢ়ি আহিলে আৰু উজানৰ মাছ ওলালে পানী মৰলীয়াও ওলায়। পানী মৰলীয়াই বিলত মাছ মাৰি থাকোতে পালে আক্ৰমণ কৰি গাৰ কোনো এটা অঙ্গ হাত-ভৰি বা আন অঙ্গ-ভাঙি থৈ যায়। মানুহ মৃত্যু মুখত পৰে। কেতিয়াবা বলে নোৱাৰা গাত-জ্বৰ উঠে। জ্বৰ বৰ টান হৈ মানুহটোক লেঙুৰা কৰি থৈ যায়।

(১৫) **পৰুৱা** ঃ- পৰুৱা এবিধ বৰ চেঙা বা খৰতকীয়া স্ত্ৰী জাতীয় অপদেৱতা। তাইক তিনি আলি বা চাৰি আলিৰ মূৰত লগ পায়। অকলশৰীয়া ৰাতিত গভীৰ যাত্ৰীক আন্ধাৰ কৰি যাত্ৰীক ডাঠ আন্ধাৰে আবৰি ধৰি ৰাস্তা মনিব নোৱাৰা কৰি তোলে। আৰু আচল বাটটো পাহৰাই দিয়ে। বাটহেৰুৱা মানুহক ক্ৰমে দূৰৰ পৰা দূৰলৈ বাট হেৰুৱাই আঁতৰাই লৈ যায়। মনটো ভ্ৰম কৰি দিয়ে। এনেদৰেই মানুহক পৰুৱাই পালে ৰাতিৰ ৰাতিটো একে ঠাইতে ঘূৰাইলৈ ফুৰে। কোনোবা অন্যলোকে পোহৰ দেখুৱাই লৈ গলেহে পৰুৱা আঁতৰি যায়।

(১৬) **খাবিচ** ঃ- ই এবিধ ইচলাম ধৰ্ম্মীয় অপদেৱতা। কেতিয়াবা এই অপদেৱতা হিন্দু মানুহৰ গাতো লম্ভে।

(১৭) **থলগিৰী বা থলখাই** ঃ- প্ৰতি ঠাইৰেই একোজন থলগিৰী বা থলদেৱতা থাকে। কেতিয়াবা কেতিয়াবা থলগিৰী থল ডাঙৰীয়াই দোষ ধৰে। তেতিয়া লোকে জ্যোতিষ চোৱাই সকাম নিকাম কৰে।

(১৮) **ঘৰজেউতি বা ঘৰ দেৱতা** ঃ- ঘৰজেউতি এগৰাকী মহিলা জাতীয় ঘৰৰ দেৱতা। মাজে মাজে ঘৰ দেৱতাই কিবা ঘৰত শব্দ কৰি থাকে। কোনোবা ঘৰৰ মানুহে দুৱাৰ ডলিতে টোপনি গ'লে সেই ফালেদি ঘৰ দেৱতা পাৰ হৈ

গ'লে মানুহজনে টোপনিতে মেকুৰী এটা পাৰ হৈ জাপ মাৰি যোৱা যেন পায়।

(গ) **বায়বীয় দেৱতা ঃ**

(১) **বৰদৈচিলা** ঃ- বসন্ত কালত বৰদৈচিলা বা এছাটি ধুমুহা বতাহ সমগ্ৰ অসমৰ ওপৰেদি বৈ যায়। অৰ্থাৎ বাৰিষাৰ আগজাননী দিয়া এজাক ধুমুহা বতাহ আৰু বৰষুণকে বৰদৈচিলা বোলে। অসমীয়া সমাজে দেৱী বুলি ভাবে। বৰদৈ চিলা বোলে বসন্ত কালৰ আগে আগে মাকৰ ঘৰলৈ যায়। গছ-গছনি, হিল-দল ভাঙি থৈ যায়।

(২) **স্বৰগীয় দেৱতা (Celestial)** ঃ স্বৰগীয় দেৱতা সকল হৈছে আমাৰ লোক সমাজে বিশ্বাস কৰা আচল দেৱ-দেৱী সকল। সেই সকল দেৱ-দেৱীৰ পূজা সেৱাৰ বিষয়ে আমি আগৰ অধ্যায়ত উল্লেখ কৰি আহিছো। সেইসকল সৰগীয় দেৱ-দেৱী হৈছে যেনে ঃ- (১) শিৱ (২) যম (৩) বিশ্বকৰ্মা (৪) দুৰ্গা (৫) কালিকা (৬) দেও (৭) লখিমী (৮) অপেশ্বৰী (৯) বিজুলি ইত্যাদি।

**মাটিৰ তলৰ দেৱতা ঃ**

(৬) **গুলৈ বা ধন গুলৈ** ঃ- গুলৈ বা ধন গুলৈ হৈছে মাটিৰ তলত পুতি থোৱা ধন-সম্পত্তিৰ অধিকাৰী। তেওঁ বৰ টুকুলা চৰাইৰ ৰূপত ৰাতিৰ আন্ধাৰত আহাৰ বিচাৰি ঘূৰি ফুৰে। এই চৰাইটোৰ ঠোঁটৰ পৰাই একুৰা জুইৰ দৰে পোহৰ ওলায় আৰু এই পোহৰত সি পথ দেখি পায়। ইয়াকে মানুহে দূৰৰ পৰা একুৰা জুইৰ দৰে দেখে। ইয়াকে ধন জুই বা ধনগুলৈ বোলে। ◆

## ১৮ শ অধ্যায়

# অসমৰ লোক সংস্কৃতি মেজিক আৰু যাদু-মন্ত্ৰ

অসম যাদু-মন্ত্ৰৰ দেশ-বুলি জনাজাত। প্ৰাচীন কামৰূপত কামদেৱে মৰাৰ পাছতো পুনৰ নৱজন্ম পোৱাৰ বাবেই কামৰূপ বুলি খ্যাত হয়। ৭৮৮ খৃষ্টাব্দৰ অসমলৈ শঙ্কৰাচাৰ্য্য আহি অভিনৱ গুপৰ সতে শাস্ত্ৰৰ যুক্তি -তৰ্কত অৱতীৰ্ণ হৈছিল। তেতিয়া অভিনৱ গুপ্তইলগত কামৰূপৰ অভিনৱ গুপ্তই শাস্ত্ৰৰ যুক্তি-তৰ্কত অঁৱতীৰ্ণ হৈছিল। তেতিয়া অভিনৱ গুপ্তই শঙ্কৰাচাৰ্য্যৰ হাতত পৰাজয় বৰণ কৰি যাদুৰ সহায়ত শংকৰাচাৰ্য্যক প্ৰভাবিত কৰিছিল। ১৬৬৯ চনত অসম আক্ৰমণ কৰিবলৈ মোগল সৈন্য বাহিনীৰ লগত অসমলৈ চাহাবুদ্দিন তালিচী আহিছিল। তেতিয়াও যাদুবিদ্যাৰ অসমত প্ৰাদুৰ্ভাব আছিল বুলি কৈ গৈছে মুছলমান বুৰঞ্জীত মেজিকৰ কথা উল্লেখ আছে "It is the custom of the Assamese that whenever they engage in a war they perform some sorceries, a day previous to the battle in following way : They send some magic object flowing down the river towards the enemy's side "

মহাপুৰুষ শংকৰদেৱৰ জীৱন চৰিততো 'ধাতু তাম্ৰাক্ষৰী' নামৰ এখন তান্ত্ৰিক পুথিৰ উল্লেখ পোৱা যায়। প্ৰাচীন কালত অসমৰ কদলি ৰাজ্যত যাদু-মন্ত্ৰৰ কেন্দ্ৰ আছিল, বুলি জনা যায়। এতিয়াও অসমৰ নগাওঁ জিলাৰ মায়াং অঞ্চল যাদু-মন্ত্ৰৰ বাবে বিখ্যাত। অসমলৈ মানুহ আহিলে ভেৰা বনাই দিয়ে বুলিও ভাৰতত জনৰব আছিল।

অসমৰ এই যাদু-মন্ত্ৰৰ সৃষ্টিৰ মূল আধাৰ হৈছে অথৰ্ববেদ, বৌদ্ধ তন্ত্ৰযান আৰু হিন্দুৰ তন্ত্ৰবাদ। অসমীয়া লোক সমাজৰ দৈনন্দিন জীৱনত অপশক্তি ভূত, প্ৰেত, খেতৰ-খেতৰণী, বাঁক, বীণা, পিশাচ, যখ, যখিনী , পৰুৱা, ধনগুলৈ আদিক বশ-কৰিবৰ বাবে আৰু সেই শক্তিবোৰৰ পৰা ৰক্ষা কৰিবৰ বাবে বেজ বা ওজাৰ দ্বাৰা যাদু মন্ত্ৰ কৰা হয়। বেমাৰ আজাৰ হ'লেও সেইবেমাৰ আজাৰৰ পৰা ৰক্ষা পাবলৈও অসমৰ লোক সমাজে তন্ত্ৰ-মন্ত্ৰৰ আশ্ৰয় লয়। শত্ৰুক বশ কৰিবৰ

বাবে, আনৰ মন ভূলাবৰ বাবে মোহিনী মন্ত্ৰ মাৰে। আনৰ অনিষ্ট সাধন কৰিবলৈও মন্ত্ৰৰ সহায়ত কু-কায়দাও কৰে।

কিছুমান মন্ত্ৰৰ সহায়ত বান মাৰে আৰু বানৰ সহায়ত- ইস্পিত কাৰ্য্য সিদ্ধি হয়। মন্ত্ৰৰ বানবোৰ হৈছে যেনেঃ- (১) কাঁৰ্শলা বান (২) গুবৰুৱা বান (৩) অগ্নিবান (৪) জালবান (৫) খৰিকা বান (৬) বিষ্ণু বান (৭) সৰিয়হ বান (৮)খেৰবান (৯) ৰূদ্ৰবান (১০) চক্ৰবান ইত্যাদি।

মন্ত্ৰবোৰৰ সাধন প্ৰক্ৰিয়াত মন্ত্ৰ মাৰিবলৈ বিভিন্ন উপকৰণ বা সামগ্ৰীৰ আৱশ্যক হয়। সেইবোৰ হৈছে যেনেঃ- বাঢ়নী বিহলঙনী গছ, ওভোতা বাঁহৰ চুঙা, সৰিয়হ, আৰৈ চাউল, তপত ভাত, এৰা সূতা ইত্যাদি। ইয়াৰ উপৰিও চালৰ কুটা পানী আদিৰ প্ৰয়োজন হয়।

বিভিন্ন কাৰ্য্য মন্ত্ৰৰ দ্বাৰাই সাধন কৰিবৰ বাবে জৰা-ফুকা কৰা মন্ত্ৰবোৰ হৈছে, যেনে- কৰতি মন্ত্ৰ, বৰ কৰতি খেতৰ খেতৰী মন্ত্ৰ, পানী কৰতি, গো-কৰতি ইত্যাদি। সাপে খোটা মন্ত্ৰ, মুখ ভঙা মন্ত্ৰ, খুবা-খুবুনী মন্ত্ৰ, কামিনী বশ মন্ত্ৰ, চামুণ্ডা মন্ত্ৰ, বিশ্ববসু মন্ত্ৰ, স্ত্ৰী বশীকৰণ মন্ত্ৰ, ভূত-পিশাচৰ মন্ত্ৰ মোহিনী মন্ত্ৰ, ধৰণী ধৰা মন্ত্ৰ পুৰুষ মোহিনী মন্ত্ৰ ইত্যাদি। খেতি ৰক্ষাৰ বাবে ক্ষেত্ৰবন্ধন মন্ত্ৰও মাৰে।

মন্ত্ৰবোৰত বিভিন্ন দেৱ-দেৱতাৰ নাম উল্লেখ আছে। সেই সকলৰ ভিতৰত মহাদেৱ বা মহেশ্বৰ, ব্ৰহ্মা, বিষ্ণু বিশ্বকৰ্মা শিৱ- পাৰ্ব্বতী, ভীম ইত্যাদি দেৱতাৰ নাম উল্লেখ যোগ্য।

মন্ত্ৰবোৰত 'ওংবংহিং, ক্ৰিং, ফট, চাহা, আদি শব্দৰ উচ্চাৰণ কৰা হয়। মন্ত্ৰবোৰত সৃষ্টি তত্ত্বৰ কাহিনী, বিভিন্ন দেৱ-দেৱতাৰ কাহিনী আৰু পূজাৰ উল্লেখ আছে, যেনে- ধৰ্ম্মপূজা , শিৱ মনসা পূজা, গনেস পূজা, বিষ্ণু বাসুদেৱ পূজা নৰসিংহ পূজা, হয়গ্ৰীৱ পূজা, গোৰক্ষ নাথ পূজা, দেবী পূজা , সূৰ্য্য আৰু নৱ গ্ৰহ পূজা, নদ-নদী , বৃক্ষপূজাৰ উল্লেখ পোৱা যায়।

মন্ত্ৰৰ লগে লগে বেজ বা ওজাই অসমৰ মাটিত থকা ঔষধিজাতীয়া বিভিন্ন গছৰ ছাল, শিপা, গুটি আদি ঔষধ হিচাবে দিয়ে।

## যাদু (Magic) ঃ

আদিম কালৰ লোক-সমাজখনে অলৌকিক শক্তি বা অদৃশ্য শক্তিক বৰ ভয় কৰিছিল। এই অলৌকিক শক্তিক পৰাজয় কৰিবৰ বাবে বা নিয়ন্ত্ৰণ কৰিবৰ বাবে আদিম মানুহে কৰা প্ৰচেষ্টাকে যাদু (Magic) বুলি ক'ব পাৰি। কিয়নো আদিম মানুহে অলৌকিক শক্তিৰ ৰহস্য ভেদ কৰিব পৰা নাছিল আৰু

তেওঁলোকে অলৌকিক শক্তিক বৰ ভয় কৰিছিল। ডুৰ খেইম নামৰ এজন পণ্ডিতে মত প্ৰকাশ কৰিছে যে মানুহে অলৌকিক শক্তিবোৰক নিয়ন্ত্ৰণ বা বশ কৰিবৰ বাবে দুবিধ উপায় অৱলম্বন কৰিছিল; এটা হৈছে এই অলৌকিক শক্তিবোৰৰ প্ৰতি পবিত্ৰ ভাবে পূজা-সেৱা কৰিছিল; ইয়াকে ধৰ্ম্ম বোলে। আৰু লৌকিক ভাবে এই অলৌকিক শক্তিক নিয়ন্ত্ৰণ কৰিবলৈ চেষ্টা কৰিছিল ; ইয়াকে যাদু বুলি কব পাৰি। সেয়েহে ধৰ্ম আৰু যাদুৰ উৎপত্তিৰ মূল কাৰণ একেটাই। অৱশ্যে ধৰ্ম আৰু যাদুৰ মাজত দৃ ষ্টিভঙ্গী আৰু প্ৰণালীৰ মাজত পাৰ্থক্য আছে। এজন পণ্ডিতে কৈছে "Magic....achieves, it sends through formulae and acts which are held intrinsically effective to be in a quasideterministic way ;----- Religion on the other hand involves a sense of dependence upon higher powers whose help is supplicated and anger propitiated, but who are not subject to man's absolute control. *১ Social Anthropology-by

যাদুক সাধাৰণতে বহলভাবে দুটা প্ৰধান দুটা ভাগত ভগাব পাৰি; যেনে - (১) অন্যায়কাৰী যাদু (Black Magic) আৰু (২) হিতকাৰী যাদু (White Magic)।

**(১) অন্যায়কাৰী যাদু (Black Magic)** ঃ- অন্যায়কাৰী যাদুৰ সহায়ত যাদুকৰে মানুহৰ ঘৰত ভূত-প্ৰেত যখ-যখিনী আদি মেলি দি অন্যায় সাধন কৰে। ইয়াৰ উপৰিও বেয়া ঔষধ আদি পানী পতাত বা ঘৰৰ চুকত মাটিৰ তলত পুতি থৈ শত্ৰু পক্ষ লোকৰ অন্যায় সাধন কৰে। যাৰ ফলত একোজন লোকৰ বেমাৰ-আজাৰ হয়। বিষালী-বেমাৰ আদি হয়। তেতিয়া যাদু মেলাৰ ফলত অন্যায় সাধিত হোৱা পৰিয়ালটোৱে পুনৰ আন শক্তিশালী যাদুকৰ আনি বাছনি মাৰি পুতি থৈ দিয়া বেয়া বস্তুবোৰ মাটিৰ তলৰ পৰা খান্দি উলিয়াই পেলাই দিলেহে বেমাৰ-আজাৰ ভাল হয়। সাধাৰণতে যাদুকৰে অন্যায়কাৰী যাদু কৰিবলৈ যাওঁতে শত্ৰু পক্ষৰ লোকৰ ঘৰৰ মাটিৰ তলত নখ; চুলি, দাতঁ, পিন্ধা ফটা কাপোৰ আদি পুতি থয়।

**(২) হিতকাৰী যাদু (White Magic)** ঃ- যিবিলাক যাদুৰ সহায়ত মানুহৰ বেমাৰ-আজাৰ ভাল কৰা হয় আৰু যখ, পিশাচ, পেৰেত আদি অপদেৱতা ঘৰৰ পৰা খেদিব পৰা হয় সেইবোৰক হিতকাৰী যাদু বোলে। শত্ৰুৱে আখেজ পুৰাবৰ বাবে কিছুমান মানুহৰ ঘৰত ভূত, প্ৰেত আদি মেলি মানুহঘৰত অশান্তিৰ সৃষ্টি কৰে। নাইবা বেয়া বস্তু পুতি থৈ ঘৰৰ কোনো লোকৰ বেমাৰ-আজাৰ সৃষ্টি কৰে।

তেতিয়া সেই পৰিয়ালে বা সেই ঘৰৰ লোকে আন যাদুকৰ আনি ভূত, পেৰেত, পিশাচ আদি খেদে; আৰু মাটিত পুতি থোৱা বেয়া বস্তু খান্দি উলিয়াই দলিয়াই পেলাই দিয়ে। তেতিয়া ঘৰখনৰ বা পৰিয়ালটোৰ লোকৰ মঙ্গল হয়।

যাদু সমূহৰ বিচাৰ-বিশ্লেষণ কৰি যাদুবোৰৰ দুটা-নীতি নিয়মৰ মাজেদি যাদু ক্রিয়া সম্পন্ন কৰা হয়। যেনে - Homoeopathic Magic (সাদৃশ্য মূলক যাদু) একেধৰণ ঘটনাই একেধৰণৰ ফলাফলৰ সৃষ্টি কৰে অথবা যাদুৰ ক্রিয়াৰ অনুৰূপ ফল পোৱা যায় বুলি বিশ্বাস কৰা হয়। জেইমচ ফ্রেজাৰে এইবিধ যাদুৰ সম্পৰ্কে কৈছে- "Like produces like or that an effect resembles its cause," এনে বিধ যাদুক Homoeopathic Magic (সাদৃশ্য মূলক যাদু) বুলি কোৱা হয়।

উদাহৰণ স্বৰূপে উল্লেখ কৰিব পাৰি যে পৃথিৱীৰ বহুতো দেশত প্ৰাচীন কালত শত্ৰুক ধ্বংস কৰিব বিচাৰিলে শত্ৰুজনৰ এটা প্ৰতিমূৰ্ত্তি সাজি তাক ধনু-কাঁড় মাৰি শৰবৃদ্ধ কৰে নাইবা জুই জ্বলাই প্ৰতিমূৰ্ত্তিটো দাহ কৰি ধ্বংস কৰে। এনে কৰিলে শত্ৰু ধ্বংস হয় বুলি বিশ্বাস কৰা হয়।

**(২) সংস্পৰ্শজ যাদু (Contagious Magic)**ঃ- কোনো বস্তুৰ লগত এসময়ত সম্পৰ্ক আছিল কিন্তু পাছত সম্পৰ্ক বিছিন্ন হ'ল। তথাপি সম্পৰ্ক বিছিন্ন হোৱাৰ পিছলৈকে প্ৰকৃততে সম্পৰ্ক থাকি যায়; অৰ্থাৎ আতঁৰৰ পৰাই সি আনটোৰ ওপৰত ক্রিয়া কৰি থাকে। (Those things which have once been in contact with each other continue to act on each other at a distance after the physical contact has been served) এই নিয়মৰ ওপৰত সংঘটিত হোৱা যাদুক সংস্পৰ্শজ যাদু (Contagious Magic), বোলা হয়। যেনে- এজন মানুহে পেলাই দিয়া নখ, চুলি, দাঁত, মল-মুত্ৰ, জনন ফুল, নবজাত শিশুৰ নাড়ী, কাপোৰ- কানি আদিত তেওঁৰ সম্বন্ধ থাকি যায় আৰু তাৰ মাধ্যমেৰে যাদুকৰে আগৰ মানুহজনৰ অনিষ্ট সাধন কৰিব পাৰে বুলি বিশ্বাস কৰে। আদিম কালৰ সমাজত এনেধৰণৰ সংস্পৰ্শজ জাতীয় যাদুৰ বৰ বেছিকৈ প্ৰচলন আছিল। সাম্প্ৰতিক কালতে আমাৰ সমাজত এইবিধ যাদুৰ প্ৰচলন দেখা যায়। কেঁচুৱাৰ নাড়ী কাটিলে কাটি পেলোৱা নাড়ী আৰু জনন ফুল ভালদৰে পুতি থোৱা হয়। সেইদৰে কণীৰ পৰা কুকুৰা পোৱালি ওলালে কণীৰ খোলাবোৰ এডাল মাৰিত শিঙি বা ৰছীত বান্ধি থোৱা হয়। এনে কৰিলে কুকুৰা পোৱালিবোৰ হানি-বিঘিনি নোৱাকৈ বাছি থাকে বুলি বিশ্বাস কৰে। তদুপৰি এজনৰ গাৰ পৰা পেলাই দিয়া নখ, চুলি, নবজাত শিশুৰ নাড়ী আদিৰ জৰিয়তে সেই মানুহজনক ধ্বংসাত্মক

যাদু কৰি মানুহৰ অনিষ্ট সাধন কৰাৰ চেষ্টা কৰে।

যাদু আৰু বিজ্ঞান দুয়োটাই কৌশল আৰু কাৰ্য্য প্ৰণালীৰ ওপৰত প্ৰতিষ্ঠিত। দুয়োটাৰে কাৰণ আৰু ফলাফল থাকে। অৱশ্যে যাদু আৰু বিজ্ঞানৰ বিচাৰ আৰু পদ্ধতিহে বেলেগ। চিকিৎসা বিজ্ঞানে যেনেকৈ মানুহৰ বেমাৰ-আজাৰ ভাল কৰিবলৈ যত্ন কৰে, সেইদৰেই হিতকাৰী যাদুৱেও বেমাৰ-আজাৰ ভাল কৰিবলৈ চেষ্টা কৰে। সেইদৰেই হিতকাৰী যাদুৱে অপদেৱতা ভূত-প্ৰেত যখ-যখিনী খেদি মানুহৰ উপকাৰ সাধে।

আদিম লোক সমাজত যাদুকৰৰ স্থান বা আসন উচ্চ আছিল। যাদুকৰলৈ মানুহে ভয় কৰিছিল আৰু বিস্ময় মানিছিল। যাদুৰ ক্ষেত্ৰত বহুতো কথা নজনাকৈ আন্ধাৰতে ৰৈ যায়। বিজ্ঞানৰ ভিত্তি প্ৰমাণ সাপেক্ষ আৰু সত্য। বিজ্ঞানত পৰীক্ষা কৰি বা গৱেষণা কৰি সম্পূৰ্ণ জ্ঞান আহৰণ কৰা হয়। সেয়েহে ক'ব পাৰি যে যাদু বিজ্ঞানৰ আদিম অৱস্থা, এইদৰে অশুদ্ধ কাৰণক ভিত্তি কৰা বাবে যাদুৰ ছল বিজ্ঞান (Pseudo-Science) বুলিহে ক'ব পাৰি।

যাদুৰ লগত নানান অলৌকিক কাৰ্য্য সংপৃক্ত আছে। যাদুৰ লগত মন্ত্ৰ তাবিজ, কবচ আদিও জড়িত হৈ থাকে। ই মানুহৰ অলৌকিক বিশ্বাস জগাই তোলে। সেয়েহে জৰ্জ টমচনে কৈছে -"Magic rests on the principle that by creating illusion that you control reality you can actually control it * Lokayat - by D. Chattupadhyay."

**ঐন্দ্ৰজালিক বিদ্যা বা মায়াবিদ্যা ঃ**

প্ৰাচীন কালত অসম ঐন্দ্ৰজালিক বিদ্যাৰ বাবে প্ৰখ্যাত আছিল। অসমলৈ গলে মানুহক ভেড়া কৰি দিয়ে বুলি ভাৰতৰ মানুহে অসমলৈ আহিবলৈ আগতে ভয় কৰিছিল। মন্ত্ৰৰ জৰিয়তে অসমৰ মানুহে অসাধ্য সাধন কৰিব পাৰিছিল। মেজিক শব্দটোৰ অৰ্থ ব্যাপক আৰু বিস্তৃত। পণ্ডিত সকলে কৈছে যে মেজিকেই হৈছে বিজ্ঞানৰ পোন প্ৰথম আৰম্ভণি। প্ৰাচীন কালত আদিম মানুহে প্ৰাকৃতিক পৰিবেশ আৰু অলৌকিক পৰিবেশক জয় কৰিব নোৱাৰি হাৰ মানিছিল। বিশেষকৈ অতিলৌকিক বা অলৌকিক পৰিবেশক জয় কৰিবৰ কাৰণে আদিম মানুহে ধৰ্ম্মৰ আশ্ৰয় লৈছিল আৰু আনহাতেদি মেজিকৰ আশ্ৰয় লৈছিল।

বতৰ ফৰকালেই আছিল; কিন্তু হঠাতে কৰবাৰ পৰা ঘিটমিটীয়া ডাঠ কলীয়া ডাৱৰে আহি আকাশ মেঘাচ্ছন্ন কৰিলে। প্ৰচণ্ড ধুমুহা আহি হঠাতে ঘৰ-দুৱাৰ ভাঙি দিলে আৰু বজ্ৰপাত পৰি মানুহ মৰিল। এইটো কিয় হ'ল ? কেনেকৈ হ'ল ? ইয়াৰ উত্তৰ বিচাৰি উলিয়াব নোৱাৰিছিল আদিম মানুহে। তেতিয়া এইবোৰ

শক্তিক সন্তুষ্ট কৰিবলৈ এদল মানুহে এই অপৰাজেয় শক্তি বোৰক পূজা দিবলৈ ধৰিলে; ফলত সৃষ্টি হ'ল পূজা-পাতল আৰু ধৰ্ম্মৰ।

কিন্তু আন এচাম মানুহে এই অলৌকিক শক্তিৰ ওচৰত হাৰ নেমানি এইবোৰক নিয়ন্ত্ৰণ কৰিবলৈ 'মেজিক'ৰ আশ্ৰয় ল'লে। তেতিয়াই মেজিকৰ সৃষ্টি হ'ল। মেজিক মানুহৰ বৈজ্ঞানিক চিন্তা ধাৰাৰ ফল।

উদাহৰণ স্বৰূপে উল্লেখ কৰিব পাৰি যেনে ঃ শালি খেতি কৰাৰ বাবে বাৰিষাৰ বৰষুণৰ পানী লাগে। কিন্তু শালি খেতিৰ সময়তে আহাৰ শাওণ মাহত বতৰ খৰাং হ'ল ; কৃষকৰ মনত হাহাঁকাৰে দেখা দিলে। তেতিয়া বৰষুণ দিয়াবৰ বাবে কিছুমান লোকে ভেকুলী বিয়া পাতিলে। তাৰে আন কিছুমানে আকৌ মানুহৰ ঘৰৰ পৰা পল, জুলুকি, জাকৈ, নাঙল আদি মনে মনে নি আলিৰ ওপৰত বা ওখ ঠাইত থয়গৈ। এনে কৰিলে হেনো বৰষুণ দিয়ে বুলি বিশ্বাস কৰে। অৰ্থাৎ বৰষুণ অতি বেছিকৈ দিলে ওখ ঠাই বা আলিৰ ওপৰেদি পানী বাগৰিব; তেতিয়া ওখ ঠাই বা আলিৰ ওপৰত পল', জাকৈ আদি পাতিলে মাছ লাগিব। তেতিয়া এনে ধৰণৰ হয়ত্ৰে খৰাং বতৰ নাইকিয়া হ'ব।

এনেধৰণৰ কাম কাজে মানুহৰ মনৰ ওপৰতো ক্ৰিয়া বা প্ৰতিক্ৰিয়া কৰে। এইবোৰ ঘটনাত মেজিক আৰু ধৰ্মীয় বিশ্বাসৰ প্ৰভাব ওলাই পৰে। প্ৰাচীন কালৰ লোক কথা সৃষ্টিৰ ক্ষেত্ৰতো মেজিকেই আছিল বুলি বিশ্বাস আছে। প্ৰাক ঐতিহাসিক যুগৰ বেৰৰ চিত্ৰ, গুহাৰ চিত্ৰবোৰৰ সৃষ্টিৰ গুৰিতো মেজিকেই আছিল বুলি ধাৰণা হয়। এনে চিত্ৰ কটাৰ উদ্দেশ্য আন আন থাকিলেও ইয়াৰ লগত জড়িত আছিল মেজিক ধৰ্মীয় বিশ্বাস।

এহাতে মন্ত্ৰৰ শব্দৰ উচ্চাৰণ আৰু আনপিনে এনে কিছুমান উপকৰণৰ সৈতে এনে কিছুমান কৰ্ম্ম কৰে যাৰ দ্বাৰাই বিশ্বাসী জনৰ মনত এক অলৌকিক ভাব ধাৰাৰ সৃষ্টি কৰে এক সন্মোহন সৃষ্টি কৰে— এইয়েই হৈছে মেজিক ।

কোনো কোনো বেজ বা যাদুক ৰে মন্ত্ৰৰ সাধন কৰোতে জীৱ জন্তুৰ তেজ, সেন্দুৰ ,মঙহ , নখ, পাখি মল-মূত্ৰ ব্যৱহাৰ কৰে। জীৱ জন্তুৰ ভিতৰত কাউৰি, কুকুৰা, গাধ, কোলা মেকুৰী ,কোলা ছাগলী, নেউল, তেজপিয়া, ফেঁচা,সাপ, মাছ আদিৰ প্ৰয়োগৰ উল্লেখ আছে। কিছুমান যাদু মন্ত্ৰত নখ, চুলি, দাঁত ,সেন্দুৰ আদিৰ প্ৰয়োগ আছে। এইবোৰ বস্তুৱে মানুহৰ মনত 'মেচমেৰিজিম'ৰ দৰেই এক ঐন্দ্ৰজালিক অৱস্থাৰ সৃষ্টি কৰে।

সাম্প্ৰতিক যাদু বিদ্যাৰ কাৰণে যাদুকৰে আঁৰি দিয়া কলা-কাপোৰ খন আৰু হাত , নখ আৰু দাঁতৰ কৌশলৰ দ্বাৰা যাদু প্ৰদৰ্শন কৰা হয়। সাম্প্ৰতিক

কালতো নগাৱঁৰ মায়াং আজিও যাদু প্ৰদৰ্শন কৰি খ্যাতি অৰ্জন কৰি ভূয়সী প্ৰশংসা লাভ কৰিছে।

এইবোৰেই অসমৰ যাদু-মন্ত্ৰৰ নিদৰ্শন দাঙি ধৰে।

## ঐন্দ্ৰজালিক কাৰ্য্য ঃ
## কবচ, তাবিজ, বাছনি

**তাবিজ ঃ--** যাদু-মন্ত্ৰৰ ৰাজ্য অসমত নানান ইন্দজালিক ক্ৰিয়া-কাণ্ডৰ সাধন কাৰ্য্য চলি আহিছে। কোনোবাই কাৰোবাক যাদু-মন্ত্ৰ কৰি কু-কায়দা কৰিলে তাক নিৰাময় কৰিবলৈ নানান যাদু-মন্ত্ৰৰ আশ্ৰয় লয়। কু-কায়দা কৰিব নোৱাৰাকৈ মন্ত্ৰ মাতি তামৰ তাবিজ বনাই তাৰ মাজত সেন্দুৰ আৰু কাগজত মন্ত্ৰ লিখি তাবিজৰ মাজত ভৰাই দিয়ে। এই তাবিজত বিভিন্ন ৰকমৰ বস্তুও ভৰাই দিয়ে। এই তাবিজ শনিবাৰে মঙ্গলবাৰে সোণাৰি শালত নিৰ্মাণ কৰা হয়। শত্ৰুৱে কু-কায়দা কৰিব নোৱাৰাকৈ কোনো এজনক সূতাৰ এডাল ৰছীৰে তাবিজটো হাতত বান্ধি দিয়ে। এই তাবিজ কঁকালত নাইবা ডিঙিতো পিন্ধিবলৈ দিয়ে।

**কবচ ঃ-** বিয়াৰ দৰা- কইনাক নানান যাদু মন্ত্ৰ কৰে বুলি লোক সমাজে বিশ্বাস কৰে। সেয়েহে কোনো যাদু-মন্ত্ৰৰে কু-কায়দা কৰিব নোৱাৰাকৈ মন্ত্ৰ বা শ্লোক মাতি মুখেৰে ফু-মাৰি এডোখৰ কাপোৰত কবচ গাঁঠি দি সদায় লগত লৈ ফুৰিবলৈ দিয়ে। কিছুমানে এই কবচ 'জয় হনুমান' নাইবা 'ওঁ' শব্দটো লিখি একোটা তামৰ লকেট-বনাই কোনেও কু-কায়দা কৰিব নোৱাৰাকৈ গাত পিন্ধাই দিয়ে। এই কবচ বুকুৰ ওচৰত-ওলমি, পৰাকৈ ডিঙিত ৰছি বা চেইন লগাই পিন্ধিবলৈ দিয়ে। কিছুমানে কঁকালত পিন্ধিবলৈ নাইবা হাতত পিন্ধিবলৈ দিয়ে।

**বাছনি ঃ-** কোনোবা দুষ্টবুদ্ধিৰ লোকে মানুহক কু-কায়দা কৰি বহুতো দিন ৰোগপাত ভুগিবলৈ দিয়ে। ডাক্তৰি চিকিৎসা বা বন ঔষধ আদি খোৱায়ো আৰোগ্য কৰিব নোৱাৰে। তেতিয়া বেজ বা ওজাক আনি বাছনি মাৰি চাই কোনে এই কু-কায়দা কৰিছে ধৰা পেলায়। কোনোবাই আপুৰুগীয়া সম্পত্তি চুৰি কৰি নি লুকুৱাই থৈ দিলেও বাছনি মৰায়। বাছনি কেইবা-বিধৰো। নখত মিঠাতেল সানি নখ বাছনি মৰা হয়। সেইদৰেই বাতি বাছনি, বেট বাছনিও মৰা হয়। যিজনৰ নখত উঠে তেওঁ কু-কায়দা কৰা লোকৰ দেখি পায়। বেত বাছনি বা বাটি বাছনি উঠিলে বেটি ডালে আৰু বাটি গৈ গৈ-বস্তু লুকাই ৰখা ঠাইত ৰয়গৈ। ◆

১৯ তম অধ্যায়

# অসমৰ লোক সংস্কৃতিঃ আশীৰ্বাদ, গালি-শপনি, শাও-শপত

## (ক) আৰ্শীৰ্বাদ ঃ

আমাৰ অসমীয়া লোক সমাজত প্ৰায়বোৰ পৰিয়ালেই বছেৰেকীয়া শ্ৰাদ্ধ বা মৃতক (মৃত্যুকৰ)ৰ সকাম, ন-পুৰুষীয়া চাউল খোৱা, ন-খোৱা, গুৰু সকাম আদি বিভিন্ন আচাৰ অনুষ্ঠান পাতে। এইবোৰ সকাম-নিকামত ভকত-সকলক আসন-বসন পাৰি বহুৱাই লোৱাৰ পাছত ভকতসকলে শৰাই স্থাপন, নাম প্ৰসঙ্গ আৰু প্ৰসাদ বিতৰণ কৰি খোৱা-বোৱা কৰে।

সকামত ভকতৰ সঙ্গত গৃহস্থই আঁঠুকাঢ়ি সাঁষ্টাঙ্গে প্ৰণিপাত কৰি আৰ্শীবাদ লয়। ভকত সকলে গৃহস্থক আৰ্শীবাদ দিওঁতে আৰ্শীবাদৰ্ত প্ৰথমে ভগৱন্তক প্ৰণাম কৰে; বন্দনা কৰে। তাৰ পাছত গৃহস্থৰ কুশল-মঙ্গল কামনা কৰি আৰ্শীবাদ দিয়ে। এইদৰে- আৰ্শীবাদ দিয়ে-

" অ' হৰি অ' ৰাম
হৰি সন্তোষৰ্থে হৰি বোলা।"

তাৰ পাছত ভাল বোলে কি বুলি গোহাৰি কৰিব ? বোলে "আজি পিতৃ-পিতামহৰ শ্ৰাদ্ধ বুলি আগত এগছি বন্তি, পাচতে এখনি ঠগি-শৰাই, দুটিমান গুৱা পাণ আগত দি পাছত কোটি কোটি নমস্কাৰ কৰা হৈছে। ইয়াতে দৈৱ-দোষ, কাল দোষ, ৰাহুদোষ কেতু দোষ গ্ৰহ দোষ যিখিনি আছিলে সেইখিনি যেন নিলগৰ ঢৌ নিলগতে মাৰ নিয়াব লাগে। ভতকৰ মুখতে খণ্ডন হ'ব লাগে, আগলৈকে দিবলৈ থবলৈ মুৰৰ চুলিৰ সমান আয়ুস দিব লাগে, ভগবন্তই কৃপা কৰিব লাগে।" লগতে এফাকি ঘোষা গায়।

নমো নমো নাৰায়ণ প্ৰসন্ন হয়োক হৰি কৰিয়োক মায়াক নিৰ্য্যান;
আপোনাৰ মহিমাক আপুনি বেকত কৰি
জীৱক কৰা পৰিত্ৰাণ।

ঔ হৰি, ঔ ৰাম, হৰি সন্তোষৰ্থে হৰি বোল।" এইদৰেই আৰ্শীবাদ দিয়ে।

ভিতৰপকীয়া পন্থীসকলে আৰ্শীবাদ ডাঙৰীয়া আই সম্বোধন কৰে। সেই দুজনা দেৱতাকো তেওঁলোকে মানে ডাঙৰীয়া দেৱতা, আই মাতৃৰ সম্পৰ্কেও কথা উল্লেখ কৰি একোটাকৈ আৰ্শীবাদ দিয়ে। যেনে- "ভাল বোলে দেখিয়েই আছা ডাঙৰীয়া দেৱতায়ো ইয়াকে মোৰ বুলি সন্তুষ্ট হ'ব লাগে। বোলে জলত জল ডাঙৰীয়া, থলত থল ডাঙৰীয়া আছে। শৌচে, আচাৰে অনেকখিনি অপৰাধ হ'ব পাৰে। সেইখিনি যেন ডাঙৰীয়া দেৱতাই ক্ষমা কৰি দোষ-দায় খেমিবে লাগে আৰু ঔ হৰি, ঔ ৰাম ডাঙৰীয়া দেৱতাও সন্তুষ্ট হ'ব লাগে হৰি বোলা" সেইদৰেই আইমাতৃৰ সম্পৰ্কে উল্লেখ কৰি আৰ্শীবাদত কয়-আইভাগৱতী মহামায়া আই চহৰত -ফুৰিছে ; আইৰ সাতভনী জগদ্ধাত্ৰী মাও; আই মাতৃয়েও ইয়াতে পালো-খালো বুলি সন্তুষ্ট হ'ব লাগে।" আৰু গায় -

" দুখীয়াৰ ঘৰলৈ, আহে সাতোভনী, দিবলৈ নাইকিয়া একো।
মূৰৰ কেশেছিঙি, পাৰে মছি দিলে, দেহৰ পাৰি দিলে সাকোঁ।।"
আই মাতৃও সন্তোষ হব লাগে হৰি বোলা"

আৰ্শীৰ্বাদৰ একেবাৰে শেষত-গুৰুক প্ৰণিপাত জনাই গুৰুৰ প্ৰতি আৰ্শীবাদত গায়- "ভালবোলে গুৰু ব্ৰহ্মা, গুৰু বিষ্ণু , গুৰু মহেশ্বৰ, চৰাচৰ জগতৰ ঈশ্বৰ। গুৰু দেৱতাও শিৰত চৰিত্ৰৰ লাগে, যতে আছে. ততে মৰি মতে আছে, তৰে পৰা শিচ পুত্ৰ বুলি আৰ্শীবাদ কৰিব লাগে; আৰ্শীবাদৰ দ্বাৰাই দোষ-দুৰ্গতি, অপায়-অমঙ্গল, দৈৱ দোষ, গ্ৰহদোষ, শনিদোষ, ৰাহুদোষ, কেতু দোষ আদি অপায় অমঙ্গল আটাইখিনি ভকতৰ মুখতে খণ্ডন হ'ব লাগে আৰু গুৰু দেৱতা সন্তুষ্ট হ'ব লাগে। ঔ হৰি, ঔ ৰাম গুৰু হৰি সন্তোষৰ্থে হৰি বোলা ।"

বহাগ বিহু বা ৰঙালী বিহুত গৰু বিহুৰ দিনা গধূলি পৰাই গাৱঁৰ বিহুৱা হুঁচৰিৰ দলে ঘৰে ঘৰে হুঁচৰিৰে গাওঁতে বিহুৱা হুঁচৰিৰ দলে গৃহস্থক আৰ্শীবাদ দিয়ে। হুচৰিদলৰ আৰ্শীবাদ বেলেগ বেলেগ ধৰণৰ । এই আৰ্শীবাদত কয় "জয় হৰি বোলা, জয় ৰাম বোলা, হৰি সন্তোষৰ্থে হৰি বোলা। ভাল বোলে লাওদিলে হেন্দালী, জিকা দিলে জেং, বছেৰেকৰ বিহুত আহিবৰ নিয়ম" হৈছে। ভাল বোলে আনিব লাগিছিলে কানে কণ্ঠে তুলি আহিলা দুটি পাৰে চলি। আমাৰ সেইখিনি শকতি নাই। আজি বোলে দুখীয়াৰ ঘৰত পদধুলা দিছে আগত এগছি চাকি বন্তি এটি গুৱা পাণ আৰু এখনি শৰাই দি শৰণাগত হৈ গৃহস্থই কোটি কোটি নমস্কাৰ কৰিছে; এইখিনিতে ৰাইজৰ আৰ্শীবাদত গোহালিত গৰু, ভঁৰালত ধান, বাৰীত তামোল পাণ আদি সকলো ক্ষেত্ৰতে জয় জয় ময় ময় হ'ব লাগে। য'তে ধৰে ততে জয়যুক্ত হ'ব লাগে। যিমতে বাঞ্ছা কৰিছে সেই মনোবাঞ্ছা পূৰ্ণ হ'ব লাগে আৰু জয় হৰি বোলা; জয় ৰাম বোলা, গৃহস্থৰ কুশলাৰ্থে হৰি বোলা।"

তাৰ পাছত এগৰাকী নাচনিয়ে নাচি নাচি শৰাইখন উঠাই নি বিহুৱা দলৰ ধনভঁৰালীৰ হাতত দিয়ে। তাৰ পাছত পুনৰ শৰাইখন নি গৃহস্থৰ হাতত দিয়ে। তেতিয়া এফাকি বিহুগীতো গায় এটা বাটিত নহৰু, এটা বাটিত পনৰু, এটা বাটিত খুতুৰা শাক। মূৰৰ চুলি ছিঙি, আৰ্শীবাদ কৰিছো, গৃহস্থ ঐ কুশল থাকা।"

ইয়াৰ পাছত- হুঁচৰি বিহুৱাৰ দলে গৃহস্থৰ পৰা বিদায় লৈ আন এঘৰলৈ গৈ হুঁচৰি জুৰোগৈ। গোপিনী সবাহ, গৰখীয়া সবাহ, নামি লোৱা, চাউল খোৱা, মৃতকৰ সকাম, বছেৰেকীয়া শ্ৰাদ্ধ, ন-পুৰুষীয়া, ন-খোৱা আদি সকাম-নিকামত অসমৰ গ্ৰাম্য লোক সমাজে ভিন ভিন ধৰেণেৰে আৰ্শীবাদ আদি দিয়ে।

**(খ) গালি-শপনি ঃ-** অসমৰ গাৱঁলীয়া লোক সমাজখনত সা-সম্পত্তিক লৈ ককাই ভাইৰ মাজত কাজিয়া, সমান-সমনীয়াৰ কাজিয়া, মতা-মাইকীৰ মাজত দন হাই, তিৰোতা আৰু তিৰোতাৰ মাজত হাই-দন, সতিনীয়েকহঁতৰ কাজিয়া, ওচৰ-চুবুৰীয়াৰ মাজত পুৱা-গধূলি মাজে-মাজে হাই-কাজিয়া হৈ থাকে।

এইবোৰ দন-হাই বা হাই-কাজিয়াত ইজনে সিজনক নানা তৰহৰ গালি-শপনি পাৰে। সেইবোৰৰ ভিতৰত অলপ-অচৰপ উদাহৰণ তলত দাঙি ধৰা হ'ল। মতাই মতাই কাজিয়া কৰিলে ইটোৱে সিটোক কয় - "কুকুৰ পোৱালি, কুকুৰৰ জাত, গোলামৰ জাত, চালা-জাত নাইকিয়া, নিলাজ, নিধক, কাণ- কটা কুকুৰ, হাৰাম জাদা, নৰকী, বাহেনচোত, বজ্জাত, চোৱা খোৱা, হাৰামী, জহনীত যোৱা, বাঘৰ মুখত যোৱা, হতশ্ৰী হোৱা, ৰসাতলে যোৱা, বাঘে খোৱা আদি অধইচ আৰু অবাইচ কথাৰে ইজনে সিজনক গালি পাৰে।

তিৰোতা মানুহৰ ভিতৰত ইজনীয়ে সিজনীয়ে দন লাগিলে গালিৰ কোব আৰু এখোপ চৰে। তেতিয়া এজনীয়ে আন জনীক কয় - ' বনৰী, কাওৰী, নাটেহৰী, জহনী জাতি, গজমূৰী, কুলক্ষণী, হাংখিনী, নটীনী, দহোটালৈ জাতি, দাংকাতি, ৰাওমুৰী, বাঘে খাতী, মতাছাৰী ইত্যাদি অশালীন শব্দ ইজনীয়ে সিজনীলৈ নিক্ষেপ কৰে।

আকৌ কিছুমান মতামানুহে কাজিয়া লাগিলে ইজনে সিজনক কয়- 'চৰত দাঁত ছিঙি দিম, একে ঘোচাই দাঁত সৰুৱাই দিম, চৰত কাণ ফালি দিম, তই মোক কি বুলি ভাবিছ' ইত্যাদি কৈ ফেপেৰি পাতি ইটোৱে সিটোলৈ খেদি যায়।

ঘৈণীয়েক গিৰীয়েকে কাজিয়া লাগিলে ঘৈণীয়েক গিৰীয়েকক কয়- 'গজমুৰা, হাংখিনা, কাণ কটা , নিধক, চুৱা চেলেকা, পদুলি সুঙা, চপনীয়া, চিকামুৰা, মৌখাপ, হাৰামী, গৰু, মুৰ্খ, জধামুৰ্খ, বদমাচ, মূৰ খোৱা, গাতঁলৈ যোৱা, কাণ কটা নাক নাইকীয়া নিলাজ" ইত্যাদি। মতাটোৱে মাইকীজনীক গালি পাৰি কয়- "ৰাও মুৰী, পঘা-খাতী, দাংকাতি, দহোটালৈ জাতি, মুৰখাতী, জহনীত যাতী,

গজমুৰী, পাখৰী, দহোটালৈ যাতী, বনৰী, নটীনী, ” ইত্যাদি।

গালি পাৰি পাৰি আমনি লগাৰ পাচত ইজনে সিজনক শাওদিয়ে এইদৰেই "এই তোৰ ভেটীত তিতালাও গজিব, যিমান বাঢ়িছ সিমান টুটিবি; তোৰ নাম নোমাব, ৰৌ ৰৌ নৰকত পৰিবি, অকহি পুৰুষ নৰকত পৰিব, তোৰ বাপেৰৰ মূৰ চোবাবি, পুতেৰৰ মূৰ চোবাবি, হতশ্ৰী হবি, জহন্নামে যাবি, ৰসাতলে যাবি, ভিকহু হবি" ইত্যাদি শাও শপনি দিয়ে।

**(গ) শাও ঃ শপতখোৱা ঃ**

কেতিয়াবা গাৱঁৰে দুজনৰ মাজত মাটিৰ সীমা ঠেলাক লৈ কাজিয়া হ'লে, ইজনে সিজনৰ বাৰীৰ জেউৰা ভাঙিলে, গৰু- মহকলৈ কাজিয়া হ'লে, গৰু মহে পথাৰৰ ধান খালে, নাইবা এজনে আনজনৰ বাৰীৰ বস্তু চুৰি কৰিলে নাইবা পৰস্পৰে মাৰ-পিট কৰিলে, দন-হাই লাগিলে নামঘৰত বা গাওঁ বুঢ়াৰ ঘৰত মেল বা চালিচ্ ছপায়। মেল বা চালিচত গাৱঁৰ বুঢ়া-মেথা গোট খায়। দুখন গাৱঁৰ দুজন গাওঁবুঢ়া আৰু মেধি- সাতোলা আৰু বায়ন, বাৰিক, বৰা গোট খায়। এজনে আন জনক তেওঁ কৰাটো হয় বুলি ক'লে আনজনে অস্বীকাৰ কৰি নহয় নাই যোৱা নাই কৰা" বুলি ক'লে নামঘৰত ৰাইজে সচাঁ, মিছাৰ প্ৰমাণ কৰিব নোৱাৰিলে শেষত শপত খাবলৈ দিয়ে। বাদী-বিবাদী নামঘৰত- ভাগৱত ধৰি, কীৰ্ত্তনত ধৰি ৰাইজৰ আগত শপত খায়। ভকতলৈ চাই, গাতধৰি, জলত ধৰি, পৃথিবীত ধৰি, কণত ধৰি নামঘৰত সমাজৰ মাজত শপত খায়। মেধি সাতোলাই মূধত বহি শপত খোৱায়- তুমি ঈশ্বৰক সাক্ষী কৰি, গুৰু-ভকতলৈ চাই, দেৱতাক সাক্ষী কৰি, জোন-বেলিলৈ চাই কোৱাচোন সত্যে তুমি কৰিছিলানে নাই? সচাঁ কথা কবা, মিছা ক'লে ধৰ্ম্মে ঘটাব।"

তেতিয়া শপত খাওঁতাজনে কয়- "মই যি কম সচাঁ কম, মিছা ক'লে ধৰ্ম্মই ঘটাব। মই ঈশ্বৰক সাক্ষী কৰি' গুৰু ভকতৰ মুখ চাই , চন্দ্ৰ-সূৰ্য্যক সাক্ষী কৰি কওঁযে মই এই কাম কৰা নাই। যদিহে কৰিছো তেন্তে মোক ধৰ্ম্মে ঘটাব। যদিহে মই মিছাকে কৈছো তেন্তে মোৰ গো-বধ, তিৰি বধ আৰু গুৰু বধ পাপে চুব" ইত্যাদি কৈ শপত খায়। কেতিয়াবা ৰাইজে শপত খোৱাজনেৰ যদিহে মিছা মাতিছে অঘটন হব বুলি গায়নৰ ঘাত মাৰিও শপত দিয়ে।

নাইবা দোষীজনে "হয় মই কৰিছো" বুলি নিজৰ দোষ স্বীকাৰ কৰে আৰু সাক্ষীবাদীয়ে সচাঁ বুলি কয় তেতিয়া দোষী বুলি বিবেচিত হোৱা জনক দোষৰ দণ্ড বিহে। ধন-টকা-পইচা ভৰোৱায়। নাইবা নিদোৰ্ষী জনে পাব লগা ক্ষতি হোৱাখিনি ক্ষতিপূৰণ দিয়ায়।

এইদৰেই শপত গ্ৰহণ কৰা হয়। ◆

২০ তম অধ্যায়

# অসমৰ লোক সমাজৰ খাদ্য

ভৌগোলিক আৰু প্ৰাকৃতিক পৰিবেশ আৰু পৰিস্থিতিৰ পৰিপ্ৰেক্ষিতত একো একোটা জাতিৰ বা অঞ্চলৰ খাদ্য সম্ভাৰে গঢ় লৈ উঠে। সেয়েহে পাহাৰীয়া অঞ্চলৰ লোকৰ খাদ্যৰ লগত সমভূমি অঞ্চলৰ লোকৰ খাদ্যৰ পাৰ্থক্য দেখা যায়। মৰুভূমি অঞ্চলত বাসকৰা লোকৰ খাদ্য সম্ভাৰৰ লগত সাগৰৰ পাৰৰ উপকূলীয় অঞ্চলৰ লোকৰ খাদ্যৰ প্ৰভেদ আছে। অসম যেহেতুকে সমভূমি অঞ্চলত আৰু পাহাৰীয়া অঞ্চলৰ সমন্বিত ঠাই, সেয়েহে অসমৰ লোক সমাজত খাদ্য-সম্ভাৰৰ বৈশিষ্ট্য পৰিলক্ষিত হয়।

প্ৰচুৰ ধান খেতি হোৱা ঠাই হিচাবে অসমৰ লোক সমাজৰ ভাত হৈছে প্ৰধান খাদ্য। অসমীয়া মানুহে লাহী, শালি, আহু আৰু বাওচাউলৰ ভাত খায়। জুতি-বুদ্ধি লগাই মুখ ৰুচক তৃপ্তিলগা ভাত খাব বিচৰা সকলে জহা, কোলা জহা, মেম লাহী, শলপোনা, নলচিটিকি, আৰু কোমলধানৰ চাউলৰ ভাতহে খায়।

ভাত কেইবা প্ৰকাৰে খাব পাৰি। তপতভাত, কৰ্কৰাভাত, পইতা ভাত খাব পাৰি। ভাত ঠাণ্ডা হ'লে তাক কৰ্কৰা ভাত বোলে। নামনি অসমত কৰ্কৰা ভাতক জকৰা ভাত বোলে। কৰ্কৰা বা ঠাণ্ডা ভাত পানীত তিয়াই খোৱা হয়। তাকে পইতা ভাত বোলে। কিছুমানে আগদিনাই পানীত তিয়াই থোৱা টেঙা পইতা খায়ো তৃপ্তি পায়। কৰ্কৰা আৰু পইতা ভাতৰ লগত শুকান ভাজি, পুৰা মাছ, আলু পিটিকা, বেঙেনা, পিটিকা, পানী টেঙা, খাৰলি আদি খাবলৈ ভাল। তাৰ লগত পকা তেল, বগৰী গুৰি, থেকেৰা গুৰি আৰু তিতা আদিও খোৱা হয়।

অসমত বানপানী হয়। সেয়েহে নৈ-নলা, জান-জুৰি, বিল- জলাহ আদিও অসংখ্য মাছ পোৱা যায়। অসমীয়া মানুহে ৰৌ, বৰালি, কুঢ়ি, চেনি, পুঠি, গৰৈ, খলিহনা, শাল-শল, কাঙ্খুলী, শিঙি, মাগুৰ, পাভ আদি মাছ শুকানে ভাজি, মাছৰ জোল, কৰি খৰিকাতদি, পুৰি, পাতত দি জুতি লগাই খায়।

মাছৰ লগত ঔটেঙা আৰু ঢেকীয়া দি নাইবা খৰিচা টেঙা দি আঞ্জা ৰান্ধি খাই তৃপ্তি লাভ কৰে।

অসুখ আদি হ'লে ভেদাই লতা, মানি-মুনি, বনজালুক, মাটিকাঁদুৰি,

দুৰুণ বন, নৰসিংহ, নেফাফু, নিমপাত, পুৰাকল, থেকেৰা টেঙা আদি ঔষধি গুণযুক্ত খাদ্য খায়। খাৰ, তিতা, খাৰলি, পানী টেঙা খোৱা অভ্যাস অসমীয়া মানুহৰ এক পৰম্পৰা হিচাবে চলি আহিছে।

অতি চেনেহৰ আত্মীয়ক চেৱাতদিয়া বৰা ভাত আৰু মাটি মাহৰ আঞ্জাৰে ভাত ৰান্ধি খোৱায়। ধান আৰু চাউলৰ পৰা নানান জলপান প্ৰস্তুত কৰা হয়। যেনে ঃ- চিৰা, পিঠা, আখৈ, মুড়ি, হুৰুম, সান্দহ গুৰি, কোমল চাউল ইত্যাদি। পিঠা আকৌ বিভিন্ন ধৰণেৰে প্ৰস্তুত কৰা হয়; যেনে- তিল পিঠা, বৰপিঠা, তেলত দিয়া পিঠা, খোলাচ পৰীয়া পিঠা, ঘিলা পিঠা, ভাত পিঠা, লুথুৰী পিঠা, ফেনী পিঠা, চুঙা পিঠা ইত্যাদি। অসমীয়া মানুহ আমিষভোজী। তেওঁলোকে মাছ মাংস খায়। মাংসৰ ভিতৰত বনৰীয়া পহুৰ মাংস- যেনে ঃ- বৰা গাহৰি, শৰ, হৰিণা, হুগৰী পহু, কেটেলা পহু আদিৰ মাংস খায়। ঘৰচীয়া ছাগলী, গাহৰি, হাহঁ, পাৰ, কুকুৰা, কেকুৰা আদিৰ মাংস খায়। কিছুমানে কুচিয়াৰ মাংসও খায়। পকাপন্থী আহোম, কছাৰী, বড়ো, মিচিং, দেউৰী, টিউৱা, লালুং, ৰাভা, মেচ আদি সম্প্ৰদায়ে চাউলৰ পৰা তৈয়াৰ কৰা সাজঁ বা লাওপানীও খায়।

শাক-পাচলিৰ ভিতৰত লাই, লফা, মূলা, আলু, গাজৰ, লাও, কোমোৰা, জিকা, ভূল, ধুন্দুলি, বেতগাজ, কল পচলা, খুতৰা, কেৰেলা বাহঁ গাজ আদি অসমীয়া মানুহে আঞ্জা ৰান্ধি খায়।

কোমল ধানৰ চাউল গাখীৰৰ সৈতে ৰান্ধি পায়স, ক্ষীৰ, মোহনভোগ আদিও খায়। অসমীয়া ৰান্ধনিয়ে তিথি, বাৰ, ক্ষণ, নক্ষত্ৰ অনুসৰি বহুতো বস্তু বাছনি কৰিহে ৰন্ধাৰ নিয়ম আছে। সকলো সময়তে সকলো বস্তু নেখায়। তিথি-ক্ষণ চাইহে কিছুমান বস্তু খোৱা লোৱা কৰে। ফলাহাৰ হিচাবে ৰেবাব টেঙা, বৰ টেঙা, সুমথিৰা, নেমুটেঙা, কল, মণ্ড, বুট, নাৰিকল, আপেল, নানান কল, আম, কঁঠাল, মধুৰি, লেটেকু, পনিয়ল, লিচু, তিয়ঁহ চিৰাল, তৰমূজ, বেল, বগৰি, আদি অসমীয়াৰ প্ৰিয় খাদ্য।

অসমীয়া সমাজৰ ৰন্ধা-বঢ়াৰ বাবে সুকীয়া ৰান্ধনি শাল থাকে। তাতে ৰন্ধাৰ বাবে তিনিকাষে, তিনিটা উধান থাকে। উধানৰ পৰা আৰম্ভ কৰি ৰন্ধা বঢ়াৰ বাচন বৰ্ত্তন থাল, চৰু, বাটি-কাঁহী লোটা-ঘটি আদি ৰখা হয়।

সেইদৰেই ধান খুন্দি চাউল উলিয়াবৰ বাবে ঢেকী-শাল, তাঁত ববলৈ তাতঁ শাল থাকে।

তাৰ উপৰিও অসমীয়া মানুহৰ ভালে কেইবিধ ঘৰ থাকে; যেনে- বাটচৰা, চৰাঘৰ, মাৰলঘৰ , বৰঘৰ, ঢেকীঘৰ, গোহালি ঘৰ, ভৰাঁল ঘৰ, আদি থাকে। ভৰাঁল ঘৰ আৰু গোহালি ঘৰৰ নানান আচাৰ ব্যৱহাৰো থাকে। ◆

# ২১ অধ্যায়
# পুৰণি অসমৰ খেল-ধেমালি

খেল-ধেমালি এটা জাতিৰ জাতীয় অঙ্গ। দুৰ্ব্বল বা ৰুগীয়া মানুহে খেল-ধেমালি বা ৰং-ৰইচ কৰিবলৈ সমৰ্থ হ'ব নোৱাৰে। সেয়েহে খেল-ধেমালি হ'ল একোটা জাতিৰ শৌৰ্য্য বীৰ্য্যৰ পৰিচায়ক।

এটা সময় আছিল অসম তেতিয়া ধনে-জনে, শস্যে-মৎস্যে অনুপম আছিল। আহোম স্বৰ্গদেউ সকলৰ দিনত স্বাধীন অসমৰ ৰাজনৈতিক, অৰ্থনৈতিক আৰু সামাজিক অৱস্থা স্বচ্ছল আছিল সেয়েহে অসমীয়া জাতিয়ে প্ৰাচীন কালৰে পৰাই খেল-ধেমালি আৰু ৰং-ৰহইচ কৰি আছিল। ৰংপুৰৰ ৰংঘৰৰ বাকৰিত অসমীয়াই সাতদিন-সাতৰাতি বিহু মাৰিছিল, আৰু নানান ৰং-ধেমালি আৰু খেল-ধেমালি কৰিছিল।

তাহানি দিনৰে পৰা অসমৰ লোক-সমাজৰ মাজত চলি অহা খেল-ধেমালিবোৰ আজি-কালি লুপ্ত হ'বলৈ ধৰিলে। সেইবোৰ খেল-ধেমালি আধুনিক সভ্যতাৰ পোহৰত পৰি নাইকিয়া হৈয়ে গ'ল।

প্ৰাচীন অসমত বিভিন্ন ধৰণৰ খেল-ধেমালি আছিল। সেইবোৰ খেল-ধেমালিক কেইটামান ভাগত ভগাব পাৰি। যেনেঃ- জীৱ-জন্তু সম্পৰ্কীয় খেল, চৰাই সম্পৰ্কীয় খেল, বাহিৰৰ খেল, ভিতৰৰ খেল আৰু ধৰ্ম্ম সম্পৰ্কীয় খেল।

জীৱজন্তুৰ সম্পৰ্কীয় খেলঃ- প্ৰাচীন অসমত মানুহে জীৱ-জন্তুৰ মাজত যুজঁ লগাই দি তাক চাই আমোদ পাইছিল। বিশেষকৈ আহোম স্বৰ্গদেউ সকলৰ ৰাজত্ব কালত ৰংঘৰৰ বাকৰিত হাতী-যুজঁ, মহ-যুজঁ, মেথোনৰ যুজঁ, আদিয়েই প্ৰধান আছিল। মহযুজঁৰ পৰম্পৰা আজিও আছে।

**চৰাই চিৰিকতি সম্পৰ্কীয় খেল ঃ** - চৰাই বা পক্ষীবোৰৰ যুজাঁয়ো তাহানিখন অসমীয়া মানুহে ৰং চাইছিল। সেইবোৰৰ ভিতৰত যেনে ঃ- শেনযুজঁ, কুকুৰা যুজঁ, ময়ুৰ চৰাইৰ যুজঁ , ভাটৌ চৰাইৰ যুজঁ আদিয়েই প্ৰধান। অসমীয়াই এইবোৰ

চৰাইৰ যুঁজ চাই বৰ আমোদ পাইছিল। বহাগৰ বিহুত কুকুৰা যুঁজৰ পৰম্পৰা আজিও ধেমাজিত আজিও চলি আছে।

**বাহিৰৰ খেল** ঃ- মুকলি ঠাইত খেলা কিছুমান খেল আছিল, সেইবোৰকেই বাহিৰৰ খেল বুলি কোৱা হৈছে। আগৰ দিনত স্থল পথেদি যাবলৈ বাট-পথৰ সুগম নোহোৱাত তেতিয়াৰ মানুহে জল পথেদি নাও চলাই বেপাৰ-বাণিজ্য চলাইছিল। সেয়েহে আগৰ দিনৰে পৰা পানীত নাওখেলৰ পৰম্পৰা প্ৰচলিত হৈ আহিছে। বৰপেটা বা নামনি অসমত নাওখেল আজিও বৰ জনপ্ৰিয় হৈ আছে। তদুপৰি বাহঁৰ দুটা সৰু খুঁটাত দু চটা বাহঁ লগাই লৈ পেং বনাই তাৰ ওপৰত উঠি খোজ কঢ়াটোও এক জন প্ৰিয় খেল আছিল।

বাহিৰৰ আন আন খেলৰ ভিতৰত উল্লেখ যোগ্য হ'ল গেন খেল, টাংগুটি, গছকুমতি, ঢোপ খেল, বাঘ-গৰু খেল, হৈ গুডু, কুকুৰ পোৱালি খেল, কণীযুঁজ, ঘিলা-খেল, লাটুম খেল, কচুগুটি খেল, খুলি গুটি খেল ইত্যাদি। এইখেল ঘৰৰ বাহিৰত খেলায়।

**ভিতৰৰ খেল** ঃ- কিছুমান খেল সাধাৰণতে ঘৰৰ ভিতৰত খেলা হয়; এইবোৰকেই, ভিতৰৰ খেল আখ্যা দিয়া হয়। অৱশ্যে কণী-যুঁজ আৰু হেতালি-খেল ঘৰৰ বাহিৰত আৰু ভিতৰত উভয় ঠাইতেই খেলিব পাৰি। সেইদৰেই কঁড়ী-খেল আৰু ডবা-খেল ঘৰৰ বাহিৰ-ভিতৰ উভয় ঠাইতে খেলিব পাৰি।

**ধৰ্ম্মসম্বন্ধীয় খেল** ঃ- কিছুমান ধৰ্ম্মীয় পৰম্পৰাৰ লগত জড়িত খেল আছে; সেইবোৰকেই ধৰ্ম্ম সম্বন্ধীয় খেল বোলে। এনেবোৰ খেলৰ ভিতৰত উল্লেখ যোগ্য হ'ল যেনে ঃ- ফাকুখেল, জন্মাষ্টমীৰ বোকাখেল, জগন্নাথ খেল ইত্যাদি।

পুৰণি অসমৰ কিছুমান খেল- ধেমালিত চুটি চুটি গীত-মাতৰো ব্যৱহাৰ হোৱা দেখা যায়। আন কিছুমান পুৰণি খেলত নাটকীয় বচনৰ দৰে কথোপকথনো থকা দেখা যায়।

**(১) ঘিলা খেল** ঃ- পুৰুষ আৰু তিৰোতা উভয়েই ঘিলা খেল খেলে। এডোখৰ বহল সমান ঠাইত এশাৰী ঘিলা গুটি পাতে। শাৰীটোৰ প্ৰথমে পতা ঘিলাটোক মেনো ঘিলা বোলে। তাৰ পাছত একেটা শাৰীত ১২ আঙুলৰ আঁতৰে আঁতৰে, কেইবাটাও ঘিলা পাতে। লাই বা মেনো ঘিলাটো থিয়কৈ পাতে। বাকীবোৰ পঠালিকৈ পাতে। এক নিৰ্দিষ্ট দূৰত্বৰ পৰা আন এটা ঘিলা হাতত লৈ ঘিলাটো আঙুলিৰে ঘূৰাই মাৰি এটা ঘিলাত লগাব পাৰিলে এটা ঘিলা পায়। যদিহে লাই ঘিলাটোত লগাব। পাৰে তেন্তে আটাইকেইটা ঘিলা ভৰিব লাগে। মতা মানুহে

ঘিলা খেলিলে ঘিলাবোৰক- ঘুৰঘূৰী, চেলচেলি, নৰখোৱা, চিউট, দেগলাই, ঘকৰ, আঠু, হাবাং , ৰখোৱা কলি, পেং আৰু উৰুৱা চিলনীৰ দৰে মাৰে। তিৰোতা মানুহে ঘিলা খেলিলে টেঙৰ টুপুলি , আঠুলি, ঘোংকৰ, বেঙেঠি এইদৰে মাৰে। খৰালি কালৰ ফাগুন চত্ৰহীয়া ঘিলাখেল খেলা হয়।

(২) কড়ি খেল ঃ- কড়ি গুটিবোৰ হয়তো সাগৰৰ পৰাই সৰবৰাহ কৰা হৈছিল। কড়িৰ ওপৰত ধৰ্ম্মীয় ভাব আৰোপ কৰা হৈছিল। কঁড়ি প্ৰজ্বলন অঙ্গৰ প্ৰতীক। কঁড়িৰ ঢালখন পৃথিৱীৰ প্ৰতীক আৰু কড়িবোৰ শস্যৰ প্ৰতীক বুলি লোক সমাজে বিশ্বাস কৰিছিল। আহোম ৰাজত্বত কড়ি আৰু কড়িখেলৰ বিশেষ গুৰুত্ব আছিল। অন্যান্য মুদ্ৰাৰ লগতে কড়িকো মুদ্ৰা হিচাবে ব্যৱহাৰ কৰা হৈছিল। কড়ি বিনিময় বাণিজ্যৰ মাধ্যম আছিল। কড়ি ফুটিলে খেতিভাল হয় বুলি বিশ্বাস আছিল। কড়িৰ ঢালখন মাটিত আঁকি লোৱা হয়। কড়ি এটা ওপৰলৈ আৰু পাচঁটা তললৈ পৰিলে

'দহ' হয়। ইয়াকে জগোৱা বুলিও কোৱা হয়। ছটা কড়ি তললৈ মুখ কৰি পৰিলে 'মুদ্ৰা' বুলি কোৱা হয়। পাচঁটা ওপৰলৈ আৰু এটা তললৈ পৰিলে 'পাচঁ' হয়। প্ৰত্যেকজন খেলুৱৈৰে দুমুঠি কড়ি মাৰিব পাৰে। শ্ৰীঘৰত পৰিলে কাৰো গৰু কটা-কটি বা খাব নোৱাৰে। গৰু পকিবলৈ সোমালে দুই- বা এক ঘৰ থাকিলে 'দহ' , 'পাচঁ' আৰু দুই মুঠি কৰি সাৰিব নোৱাৰিলে গৰু বাহিৰ। যিজনে পকাব পাৰে সেইজনেই জিকে। কড়ি খেল প্ৰজননৰো প্ৰতীক।

(৩) দৰা-কন্যা বা পুতলা খেল ঃ- পৃথিবীৰ বিভিন্ন প্ৰান্তত পুতলাৰ প্ৰচলন আছে। অসমত প্ৰাচীন কালৰে পৰাই পুতলা নাচৰ পৰম্পৰা প্ৰচলিত হৈ আহিছে। অসমৰ লোক সমাজত সৰু সৰু ল'ৰা- ছোৱালীয়ে শলাকনিৰে হাত বনাই ফটাকানিৰে দৰা-কন্যাৰ পুতলা সাজি দৰা-কন্যা খেল খেলে।

(৪) ঢোপ খেল ঃ- পুৰুষ আৰু মহিলা উভয়েই ঢোপ খেল খেলে। অসমৰ লোকসমাজে মাঘ বিহু বা বহাগ বিহুত ঢোপ খেল খেলে। ফটাকানিৰে মেৰিয়াই টোপোলা কৰি বান্ধি এফালে নেজৰ নিচিনা অলপ দীঘল কৰি ৰাখে। দুফালে দুটা ফৈদ হৈ দলিয়া-দলি কৰি খেলে। ঢোপটো দলিয়াই দিওঁতে যিটো পক্ষই বেছিকৈ ধৰিব পাৰে সেইটো ফৈদেই জিকে।

(৫) টাংগুটি খেল ঃ- টাং গুটিখেলক কোনো কোনো ঠাইত চেং গুটি, বিন্‌টি বা বিটি বুলিও কয়। গছৰডাল প্ৰায় আঢ়ৈ তিনি ইঞ্চি মান দীঘল জোখত দুইমূৰে এঢলীয়াকৈ কাটি টাংগুটি সাজে। ডেৰহাত মান দীঘল এডাল কাঠৰ দেন্দাই

মাৰি সাজে। দুজন বা ততোধিক ল'ৰাই এইখেল খেলিব পাৰে। তাৰ পাছত মাটিত এটা সৰু খুলি খান্দি লয়। দেন্দাই মাৰি ডালেৰে টাংগুটিটো ওকট মাৰি খুলিৰ পৰা ওপৰলৈ তুলি লৈ দূৰলৈ মাৰিডালেৰে টাংগুটিটো মাৰি পঠিয়ায়। বিপক্ষজনে ধৰিলে মৰাজনৰ পাল হয়। যদি ধৰিব নোৱাৰে তেন্তে টাংগুটি হাতেৰে লৈ খুলিৰ ওচৰত-পাতি থোৱা দেন্দাই মাৰিডালত দলিমাৰি লগাব পাৰিলেও প্ৰথম জনৰ পাল যায়। যদি লগাব নোৱাৰে তেন্তে টাংগুটি মাটিত থৈ দেন্দাই ডালেৰেই টাংগুটি কোবাই ওপৰলৈ তুলি মাটিত পৰাৰ আগতে মাৰি পঠায়। যদিহে আন জনে টাংগুটিটো ধৰিব পাৰে তেন্তে ধৰা ঠাইৰ পৰাই খুলিলৈকে একুৰি, দুকুৰিকৈ হিচাব কৰে। হিচাবত যাৰ বেছি হয় তেওঁ জিকে।

**(৬) গৰখীয়া এছাৰি খেল ঃ-** গৰু চৰুৱা ল'ৰা বোৰকে গৰখীয়া বোলে। গৰখীয়া সকলৰ ভিতৰত মুখীয়ালজনক বৰগৰখীয়া বোলে। বৰগৰখীয়াজনে নিজৰ এছাৰি ডাল নৰাণি বা যিকোনো ঠাইত পেলাই থয়। অন্য গৰখীয়াই যদি সেই পেলাই থোৱা এছাৰিডাল দেই থৈ যায় তেন্তে বৰ গৰখীয়াই এছাৰিডাল উলিয়াই কেইটা গাঠি আছে হিচাব কৰে। হিচাব কৰোতে পদ্যৰে এইদৰে গায়-

"এলেংবাইঁৰ তেলেং গাঁঠি
জপৌ পৌ সোণৰ গাঁঠি
গৰুমৰীয়া, কোপটীয়া
হাতৰ এছাৰি গৰখীয়া।

এই এছাৰি ডালৰ প্ৰতিটো গাঁঠিৰ প্ৰতি এটাকৈ তামোল আৰু পাবে প্ৰতি এখিলা পাণ দিবলৈ বাধ্য কৰে।

**(৭) কচু গুটি খেল ঃ-** কচুগুটি খেল দুজনৰ ভিতৰত খেলে। এজনে সৰু গুটি এটা গাৰ পাছফালে এখন হাতত লুকুৱাই দুয়োখন হাত মুঠি মাৰি আগলৈ আনে। তেতিয়া আনজনে গায়-

" অলৌগুটি টলৌ গুটি কচুগুটি লাই;
এইখন হাতৰ গুটিটো এইখন হাতত পায়।"

এইদৰে গাই গাই ইখনৰ পাছত সিখন হাত চোৱে। যিখন হাততে এই গীত ফাকি গাই শেষ হয় সেই হাতখন গুটি লুকুওৱা জনে মেলি দিয়ে। যদি সেইখন হাতত গুটি নেথাকে তেন্তে আকৌ গুটি লুকুওৱা হয়। যদিহে আনজনে গুটিটো হাতত পাই যায়, তেন্তে সেই গুটিটো আনজনে লুকুৱাব পাৰে। এই খেল দুটা শাৰীত দুটা দল হৈয়ো খেলিব পাৰে। ঘাই জনে গুটিটো পিছফালে হাত দি

থকা- এজনৰ হাতত দি আছে। বাকী দলটোৱে অলৌ গুটি টলৌ গুটি” গাই বিচাৰিব লাগে।

আৰু বেলেগ ধৰণেৰেও এই খেল খেলা হয়। খেলত দুটা ফৈদ হয় আৰু বহুতো ল'ৰাই খেলিব পাৰে। দুডাল কচু ঠাৰি দুয়োপক্ষৰ ঘাই দুজনে ৰাখিব। দলিয়াই দিয়া গুটি পালে ঘাইৰ ওচৰত থকা কচু ঠাৰিও কটা ভাগ দিব। এই ধৰেণেৰেই যিটোদলৰ কচু ঠাৰিত বেছি দাগ হয় সেইটো দলেই খেলত জিকিব।

(৮) **কোমোৰা খেল** ঃ- ল'ৰা-ছোৱালীবোৰে এটাৰ ককাঁলত আনটোৱে ধৰি দহ-এঘাৰটা মানে এডাল শিকলিৰ দৰে সাজে। প্ৰথমৰ জনে ভালকৈ এজোপা গছত ধৰি থাকে। এনেতে আন এটা দলে আহি গায়।

“ ইৰিকতি মিৰিকতি বাহঁৰ শলা।
মোমাই পদুলিত বান্ধিলো ঘোৰাঁ।।
ৰজাৰ জীয়েকে ফুৰিবলৈ যাওঁতে
পহু পোৱালি এটা পালে;
তাকে খাবলৈ জালি চাই কোমোৰা এটি দিয়া”

বুলি গায়, তেতিয়া ধৰি থকা দলৰ মুখিয়ালজনে কয় “তাৰে এটি ছিঙি নিয়া।” — এই বুলি কোৱা মাত্ৰকে আনটো দলে গাৰ বলেৰে টানি এৰুৱাবলৈ চায় এৰুৱাব পাৰিলে জিকে; নহ'লে হাৰে। কোমোৰা বুঢ়া হৈছে নে নাই তাক ত চিনিবলৈ কঁকালে কঁকালে ধৰা প্ৰতিজনকে পিঠিত টুকৰিয়ায় বা টিকাত বা পিঠিত চিকুটি চাই পৰীক্ষা কৰে।

(৯) **লুকা- লুকি খেল** ঃ- এই খেল কেইবাটিও ল'ৰা-ছোৱালীয়ে খেলে। এজনে চকু মুদি বাকীবোৰক লুকাবলৈ দি সোধে “ হ'লনে নৌ” আৰু বাকীবোৰ কয় -“ মাণিকী মৌ।” তাৰ পাছত চকু মুদা-জনে বাকী বোৰক বিচাৰিব লাগে। বিচৰা জনে বিচাৰি নেপালে পুনৰ বিচাৰিব লাগে। যদি বিচাৰি পায় তেন্তে পুনৰ আকৌ খেল আৰম্ভ হয়।

(১০) **চাৰি চুকীয়া খেল** ঃ - এই খেল পাচঁজনে খেলে। এডৰা মাটিৰ চাৰিটা চুকত থকা চাৰিটা ল'ৰাই মাজত পুতি থোৱা খুঁটাটোৰ পৰা চুক কেইটা পোৱাৰ আগতে ধৰি আনি ঘাই খুঁটি চুবলৈ বাধ্য কৰে। প্ৰত্যেকেই নিৰ্দিষ্ট সময়ত এবাৰ এবাৰ ৰাঁহ হ'বলৈ পায়। কমকৈ ফুটি চোৱা ফৈদটো জিকে।

(১১) **মঙ্গল খেল** ঃ- মাটি তিনি তৰপীয়াকৈ আঁকি লয়। এজনৰ ৯ টা

আনজনৰ ৯ টা মুঠ ১৮ টা গুটিৰে খেলে। দুই ধৰণৰ গুটি লয়। এজনে এটা শাৰীত তিনিটা গুটি দিবলৈ যত্ন কৰিব আনজনে গুটি দি ভেটি দিয়ে। যদি এশাৰীত তিনিটা গুটি দিব পাৰে তেন্তে আনজনৰ গুটি খাব। এই ধৰণেৰে এটা এটাকৈ ৯টা গুটি যাৰ নাইকিয়া হ'ব তেওঁ হাৰিব।

(১২) **ঘাই পকোৱা খেল** ঃ- এই খেল দুটা ফৈদ হৈ বহি থাকি হাত পাছফালে কৰিব লাগে। ঘাই দলে গুটি প্ৰত্যেকজনৰ হাতত দিয়াৰ নিচিনা কৰে যদিও এজনৰ হাততহে দিয়ে আৰু তাৰ বিপৰীত পক্ষৰ ঘাইজনে ধৰা পেলাব পাৰিলে জিকে অন্যথা গুটি হাতত থকাজন একজাপ আগলৈ যায়।

(১৩) **পেং খেল** ঃ- দুডাল বাহঁৰ দাংলৈ তলৰ পৰা মূৰৰ সমান ওপৰত বিন্ধা কৰি বিন্ধা দুটা কাটে। দুটুকুৰা বাঁহ ভৰি দিব পৰাকৈ তাত বান্ধি লয়। চাং বা ওখ ঠাইৰ পৰা পেঙত উঠি খাল, জান, জুৰি পাৰ হয়। পেঙত উঠি খোজ কাঢ়ি ফুৰে। পেঙত উঠি বেগাই যোৱা খেল খেলে। ইয়াকে পেংখেল বোলে।

(১৪) **টোপাখেল** ঃ- ধেনুএখনৰ মূৰত বাহঁৰ টোপা এটা ধৰি থাকে। বাকী বিলাকে বাহঁৰ টোপা-লগোৱা মেগেলা কাঁড় ২০/২১ হাত আতঁৰৰ পৰা কাঁড়মাৰি লগাব লাগে।

(১৫) **আঙুলি খেল** ঃ- দুটা পক্ষই নিজৰ আঙুলি মেলি এই খেল খেলিব লাগে। তেতিয়া এজনে গায়-

" ডুকুলি মুকুলি দুকুলি কাঁহী।
আদৌ দৌ- ফুলৰ দাঁহী।
আমপাত কঁঠাল পাত
ছাতি বাটি নহৰু গুটি
এখন এৰি এখন কাট।"

য'ত গানটো গাই শেষ হ'ব সেই আঙুলিটো মোটোকা যাব। যেতিয়া এইদৰে পাচোঁটা আঙুলি মোটোকা খাব যেতিয়া এইদৰে পাঁচোটা আঙুলি মোটোকা খাব সি হাৰিব। সি তেতিয়া দুই আঙুলিৰে পাচঁ চেন খাব।

(১৬) **হৈ খেল** ঃ- ইয়াত দুটা ফৈদ থাকে। এডৰা মাটিৰ সোঁ মাজত এটা চিন দি লয়। এজনহে বৃত্তটোৰ মাজত সোমাব, বিপক্ষ দলে ভেটিবলৈ যত্ন কৰে। বৃত্তটোৰ পৰা ওলাই লৰ মাৰোতে চোলে মৰে ।

(১৭) **হৈ গুদু খেল** ঃ- হৈ গুদু খেল এক সৰ্বভাৰতীয় খেল। এই খেলত দুটা পক্ষ থাকে। উশাহ নিছিগা কৈ 'হৈ গুদু হৈ গুদু' কৰি বিপক্ষ দলক

চু লে মৰে। যদি উশাহ ছিগে- তেন্তে বিপক্ষ দলে চুলে মৰে।

পুনৰ আন এজনে - " থৈ দিলো নিদিলো বেলি দিলে ভাটী
কোন গৰখীয়াই থৈছে ৰাখি
কোমল ভলুকা টল-ল, টল-ল"

কৰি পুনৰ নিজৰ ঠাই পাবহি লাগে।

(১৮) **কুকুৰ খেল ঃ-** ইয়াত দুটা ফৈদ থাকে। কলীয়া লতাৰে ঘাইঁ বন এমুঠি বান্ধি টোপোলা কৰি লয়। এডৰা মাটিৰ এমূৰৰ খুঁটিৰ ওচৰত আটাইকেইজন গৰখীয়া থাকিব। তেওঁলোকৰ ঘাইজনে কুকুৰ গুটি দূৰলৈ মাৰি দিয়ে, বাকীবোৰে কুকুৰ গুটি লৈ আনিবলৈ যোৱাজনক ফৰ্মুঠি মাৰে। কুকুৰ গুটি গাত লাগিলে হাৰে; নহ'লে জিকে।

(১৯) **কপৌ কুউ খেল ঃ-** কেইজনমান ল'ৰাক ঘূৰণীয়াকৈ ৰহুৱাই ঘাইজনে এখন হাতৰ মুঠিৰ চালত চিকুট মাৰি আনখন হাতেৰে ধৰে। তেনেকৈ বহি থকা আটাইবিলাক ল'ৰাই ইখন হাতৰ ওপৰত চিকুটি ধৰি থাকিব লাগে। চিকুটি ধৰি শেষ হ'লে ঘাইজনে 'কপৌ কু-কু, কপৌ কু কু" কপৌ কু কু, জীটি লোকৰ পোটি নিজৰ; চৰাই বাহলৈ কণী পাৰি পোৱালি জগাই উৰি গুচি গ'ল।" বুলি কৈ চাপ খাই ধৰি থকা ল'ৰাবোৰক দুই হাতেৰে জোৰেৰে বহলকৈ মেলি বাগৰাই দি খেল ভঙ্গ কৰে।

(২০) **টোকৰ মৰা খেল ঃ-** দুজন ঘাইৰে দুটা ফৈদ দুটা শাৰীত সংযোগ সন্মুখকৈ বহি থাকে আৰু এজন ঘাইয়ে নিজৰ শাৰীৰ এজনৰ চকু মুদাই ধৰি বিপক্ষ দলক টোকৰ মাৰিবলৈ দিয়ে। টোকৰ মৰাজনক ধৰা পেলাব লাগে।

(২১) **আলি ছিগা খেল ঃ-** এইটো খেলত দুটা দলৰ এটা- দলে 'হেইচ কুট কুট' বুলি বিপক্ষজনক চুব বিচাৰে। আন এজনে পুনৰ

"হৰি নিলে নিলে বেলি দিলে ভাটি,
ৰজাই গৰখীয়া বীণ বাই ৰাতি উৰি যাওঁ,
পুৰি যাওঁ ডালে পাতে লাগি যাওঁ ,
ডালে ধৰ ফৰায়, গুটি ধৰ ফৰায়" এইদৰে গাই চুবলৈ খেদি যায়।

(২২) **তিৰোতাৰ চৰিয়া খেল ঃ-** চাৰি পাচঁজনী ছোৱালী মুখা-মুখিকৈ বহি ভৰি দুটা দীঘলকৈ মেলি ইজনীয়ে সিজনীয়ে ভৰিৰ তলুৱাই তলুৱাইৰ লগাই হাতত ধৰি ঘূৰণীয়াকৈ জোৰেৰে ঘূৰে। যি গৰাকী পৰি যায় সেই গৰাকী খেলৰ পৰা বাদপৰে। শেষলৈকে থকা গৰাকী জিকে।

(২৩) **আদা খেল** ঃ- দুয়োখন হাতৰ আঙুলিৰে আদা-বনাব লাগে। শেষত " আদা লবিনে?" বুলি সোধে "লম" বুলি ক'লে 'কাঁহী বাটি দে" বুলি কয়। লম বোলাজনে "কাঁহী বাটি নাদত পৰিলে" বুলি ক'লে, আদা বনোৱা জনে পুনৰ কোৰ কটাৰী দে" "টকা পইচা দে " এই বুলি কয়। লব খোজাজনে "নাদত পৰিলে" বুলি ক'লে আদা- বনোৱা জনে " আমাৰ আদা ভাগি-ছিগি পৰিলে" বুলি গাই আদা খেল ভাঙে।

(২৪) **গছ কুমটি খেল** ঃ- এজো বাটি চাপৰ অথচ ডাল-পাত বেছিকৈ থকা গছত ল'ৰাবিলাক উঠে। মাটিত এটা কুমটি হৈ থাকে। সকলো ল'ৰা ডালত ধৰি উঠা হলেই, কুমটি গৈ থাকে। প্ৰথমে যাক চুব পাৰে সিয়েই কুমটি হৈ তললৈ নামি আহে।

(২৫) **শক্তি পৰীক্ষা খেল** ঃ- মাঘ বিহু, বহাগ বিহু বা বছৰৰ বিশেষ বিশেষ সময়ত গাৱঁৰ পাহোৱাল ডেকাই কঁকালে কঁকালে বাহুৰে-বাহুৰে বা বগৰা-বগৰিকৈ যুঁজি শক্তি পৰীক্ষা কৰে। বাহঁৰ টোকোন এডাল মাজত লৈ সন্মুখা-সন্মুখীকৈ বহি ইজনৰ ভৰিৰ তলুৱাত সিজনৰ ভৰিৰ তলুৱা লগাই টোকোন ডাল পৰস্পৰে পৰস্পৰৰ ফাললৈ টানে। যিজনে ইজনক দাঙি আনিব পাৰে তেৱেঁই জিকে। এই খেলক কিছুমানে 'ডাণ্ডৰ বগৰ' খেল বোলে।

(২৬) **কুকুৰা যুঁজ খেল** ঃ- ল'ৰা-বিলাকে এটা ভৰি পাছফালে এখন হাতেৰে ধৰি এটা ভৰিয়ে দেওদি দেওদি ইজনে সিজনক আক্ৰমণ কৰি কুকুৰা যুজঁ খেল খেলে।

(২৭) **কণী যুঁজ খেল** ঃ- উজনি অসমত বহাগ বিহুত গৰু বিহুৰ দিনা কণী যুঁজোৱা হয়। ই এক কণী যুজাঁই বৰ আনন্দ পায়। কণীৰ ভিতৰত কুকুৰী কণীহে যুজাঁয়। বাছি বাছি হঁয়া কণী চাই কণী যুজাঁবলৈ লয়। প্ৰথমে এটা কণী লৈ এজনে কণীটোৰ এটা মূৰ উলিয়াই পাতি দিয়ে। আনজনে এটা কণী লৈ কণীৰ মূৰে মূৰে যুঁজা । এটা মূৰ ভাগিলে আনটো মূৰ পাতি দিয়ে। আন জনে আনটো মূৰ উলিয়াই আকৌ যুজাঁয়। দুয়োটা মূৰ ভাগিলে ভগাজনৰ কণীটো নভগা জনে লাভ কৰে।

(২৮) **বেতৰ ম'হৰ যুঁজ** ঃ- ল'ৰা বিলাকে বেত জুইত সেকি বেকা কৰি এযোৰ ম'হৰ শিঙিৰ দৰে বনাই লয়। আগ দুটা জোঙা কৰি লয়। তাৰ পাছত মহে শিং মাৰি যুজাঁৰ দৰে বেতৰ শিঙে যুঁজায়, যুঁজত তেজ ওলাই হাত ৰঙা পৰি যায়। যুজঁত হৰা জনে দৌৰি পলায়; জিকা জনে মহৰ দৰে কিছু দূৰ

খেদি লৈ এৰি দিয়ে।

(২৯) **তীৰ মৰা খেল ঃ-** কেইবাজনেও ধেনু কাঁড়ৰে কাঁড়মাৰি দূৰত নিৰ্দিষ্ট কৰি দিয়া এটুকুৰা ঠাইত লগাব লাগে। যাৰ হাত পোন, তেওঁ লগাব পাৰে তেওঁ জিকে। নিৰ্দিষ্ট ঠাইত কাঁড় লগাব নোৱাৰিলে হাৰে।

(৩০) **প'ক বা দৰীয়া বন্ধা খেল ঃ-** এই খেল মুকলি পথাৰৰ মাজত-বহুতো খেলুৱৈৰ মাজত হয়। খেলুৱৈ অনুসৰি ঘৰ সাজি লয়। বৰ্ত্তমানৰ খো, খো খেলৰ দৰে কটখন হয়। ইয়াক বেৰিয়া বোলে। ১০/১২ ফুটকৈ যিমান খেলুৱৈ থাকে সিমান পৰিয়ালৰ ঘৰ বনাই দুটা ভাগ কৰি মাজৰ আঁচঁডালত এজন এজনকৈ থাকি ঘৰবোৰ পাৰহৈ যাব নোৱাৰাকৈ বাধা দিয়ে। ঘৰবোৰ চুব নোৱাৰাকৈ পাৰহৈ পুনৰ ঘূৰি যাব পাৰিলে জিকে।

ইয়াৰ উপৰিও অসমৰ গ্ৰাম্য লোক সমাজত টেকেলি ভঙাখেল, পিচল বাহঁত সপিয়াই উঠা খেল, লাটুম বৰুৱা খেল, হিলৈ ফুটুৱা খেল, হেতালি খেল আদি বহুত আছে। ◆

২২তম অধ্যায়

# অসমৰ লোকবাদ্য

লোক নৃত্য আৰু গীতৰ লগত সদায়েই লোকবাদ্যৰ সঙ্গত কৰা হয়। অসমৰ লোকগীত আৰু লোক নৃত্যৰ লগতো লোকবাদ্যৰ প্ৰয়োগ হৈ আহিছে। অসমৰ পৰম্পৰাগত লোকবাদ্যত চহকী । অসমত অনেক লোকবাদ্য আছে। এই লোকবাদ্য সমূহৰ আকৃতি-প্ৰকৃতিলৈ লক্ষ্য কৰি প্ৰধানকৈ কেইবাটাও ভাগত বিভক্ত কৰিব পাৰি। সেইবোৰ হৈছে (ক) ঘাত যন্ত্ৰ (খ) ফু দি বজোৱা যন্ত্ৰ (গ) তাঁৰৰ যন্ত্ৰ। ইয়াৰ উপৰিও ডম্বৰু নামৰ এবিধ বাদ্য আছে।

**(ক) ঘাত যন্ত্ৰ** ঃ- প্ৰায় একে জাতীয় দুটা অংশৰ সংযোগ বা আঘাত কৰি যি সাঙ্গিতিক শব্দ সৃষ্টি কৰা হয় তাকে ঘাত যন্ত্ৰ বোলা হয়। অসমৰ লোক সমাজত প্ৰচলিত ঘাত যন্ত্ৰবোৰ হৈছে (১) তালঃ- ৰাম তাল, কৰ তাল বাঁহেৰে নিৰ্মিত টকা। ৰামতাল কৰতাল মন্দিৰা আৰু খঞ্জুৰি আদি কাঁহৰ ধাতুৰে নিৰ্মাণ কৰা হয়। ইয়াৰ উপৰিও পাতি তাল, ভোৰ তাল, খুটি তাল, আদিও আছে। ভোৰতালক কিছুমানে ভোটতালো বোলে। গায়ন গাওঁতে খোল বা মৃদঙৰ লগত পাতি তাল বজোৱা হয়। বিহু মাৰোতে বিহুৰ ঢোলৰ ছেৱত খুটিতাল বজোৱা হয়। দিহা নাম বা টোকাৰী গীতৰ লগত মন্দিৰা খঞ্জুৰি বজোৱা হয়। নাম প্ৰসঙ্গ কৰোতে ভোৰ তাল বজোৱা হয়।

**(২) কাঁহ** ঃ- কাঁহ হৈছে কাহঁৰ ধাতুৰে সৈতে নিৰ্মিত চেপেটা আৰু ঘূৰণীয়া বাদ্য। এইবিধ ঘাত যন্ত্ৰ সাধাৰণতে দুবিধ। এবিধ হ'ল বৰকাঁহ, আৰু আন বিধ হ'ল সৰু কাহঁ, । বৰ কাঁহৰ মাতটো ডাঙৰ আৰু সৰু কাঁহৰ মাতটো সৰু। নামঘৰত বা মন্দিৰত দবাৰ লগতে বৰ কাঁহ বজোৱা হয়। সৰু কাঁহো বজোৱা হয়। পাহাৰীয়া বা ভৈয়ামৰ জনজাতি সকলৰ মাজতো গীত নৃত্যৰ লগত এবিধ কাঁহ বজোৱা হয়। এইবিধ কাঁহৰ আকৃতি আমাৰ তালৰ নিচিনা মাজত ঠিক বাটি এটাৰ দৰে থাকে।

**(৩) ঘন্টা** ঃ- ঘন্টা এবিধ ধাতুৰে নিৰ্মিত ঘাত যন্ত্ৰ। বিভিন্ন মাঙ্গলিক অনুষ্ঠান

আৰু নৃত্যত ঘন্টা ব্যৱহাৰ কৰা হয়। ইয়াৰ আকৃতি এপাহ ধতুৰা ফুলৰ নিচিনা। ইয়াক টিলিঙা বুলিও কোৱা হয়। নৃত্যত কঁকালত সৰু ঘন্টা পিন্ধা হয়। ইয়াক কিংকিনী বোলা হয়। ভৰিত পিন্ধা সৰু ঘন্টাবোৰক জুনুকাও বোলা হয়। জুনুকাতকৈ অলপ ডাঙৰ বিলাকক নেপুৰ আৰু গাজোপ বোলে।

(৪) কাঠৰ খোলা সাজি তাক জন্তুৰ ছালেৰে ছোৱা আৰু কিছুমান ঘাত যন্ত্ৰ আছে; সেইবোৰ ঘাত যন্ত্ৰ হৈছে যেনে ঃ- (১) ঢোল (২) মাদল (৩) দবা (৪) দমা (৫) দামামা (৬) কোহল (৭) কাহাৰি (৮) ডংকা (৯) ডিণ্ডিম (১০) দুন্দুভি (১১) জয় ডংকা (১২) নাগাৰা (১৩) খোল (১৪) মৃদঙ্গ (১৫) পাখোৱাজ আদি। ইয়াৰ ভিতৰত বিহু লোক নৃত্যত ঢোলৰ ব্যৱহাৰ হয়। জনজাতীয় লোক নৃত্যত জয়ঢোল নামৰ এবিধ ডাঙৰ ঢোল বজোৱা হয়। গায়ন গাওঁতে খোল আৰু মৃদঙ্গ বজোৱা হয়। গায়নৰ লগত খোল- মৃদঙ্গৰ লগত তালো-বজোৱা হয়। খোল-মৃদঙ্গ জন্তুৰ ছালেৰে ছালেও তাৰ ওপৰত ঘৃণ লগোৱা হয়। ঘুণালে ইয়াৰ শব্দ-বহুদূৰলৈকে যায়।

প্ৰাৰ্থনা বা মন্ত্ৰৰ লগত সঙ্গতি ৰাখি নামঘৰত দবা, শংখ আৰু কাঁহ বজোৱা হয়। দিহা-নাম আৰু টোকাৰী গীতত নাগাৰা বজোৱা হয়। চাহ শ্ৰমিক সকলে ঝুমুৰ নৃত্যত মাদল বজায়।

**(খ) ফু দি বজোৱা যন্ত্ৰ বা বায়ু যন্ত্ৰ** ঃ- মুখেৰে ফু দি বজোৱা যন্ত্ৰক বায়ু যন্ত্ৰ বোলে। এনেবোৰ যন্ত্ৰৰ ভিতৰত উল্লেখযোগ্য হ'ল- (১) বাঁহী (২) পেঁপা (৩) শিঙা (৪) কালি (৫) শংখ, সুতুলি ইত্যাদি।

(১) **বাঁহী** ঃ- সৰু বাঁহৰ নলাত বিন্ধা কৰি ইয়াক ফু দি বজোৱা হয়। প্ৰাচীন শাস্ত্ৰতো বাঁহীৰ উল্লেখ আছে। ভগবান শ্ৰীকৃষ্ণই বাঁহী বজাইছিল। আধুনিক গীত আৰু লোকগীকততো বাঁহী বজোৱা হয়। বড়ো সকলে লোক নৃত্য-গীতত ব্যৱহাৰ কৰা বাঁহীটোৰ আকাৰ ডাঙৰ। ইয়াক চিফুং বাঁহী বোলা হয়।

(২) **পেঁপা** ঃ- পেঁপা মহৰ শিঙৰে নিৰ্মাণ কৰা হয়। এই পেঁপা বিহু নৃত্য গীতত ব্যৱহাৰ কৰা হয়

(৩) **শিঙা** ঃ- শিঙাও মহৰ শিঙেৰে নিৰ্মাণ কৰা হয়। ইয়াকো ফুঁদি বজোৱা হয়। বেলেগ বেলেগ উদেশ্যত সজ্জা শিঙাৰ আকাৰো বেলেগ বেলেগ। যেনে ঃ- ৰণ শিঙা আৰু খং শিঙা। ৰণৰ সময়ত ৰণ শিঙা বজোৱা হয় আৰু বিপদৰ সময়ত খং শিঙা বজোৱা হয়। ই এক সংকেত ধ্বনি।

(৪) **গগনা** ঃ- গগনা বাহঁৰে নিৰ্মাণ কৰা হয়। আগলি বাহঁ এচটা ফালি গগনা বনোৱা হয়। এই বিধ বাদ্য অসমীয়া গাভৰুৱে জেং বিহু বা গাভৰু বিহুত বজায়

হয়। বিহু গীতত উল্লেখ আছে-

" আগলি বাহঁৰে লাহৰী গগণা
বহি তাঁতৰ পাটত বাওঁ।"

(৫) **কালি আৰু চানাই ঃ কাঠেৰে** নির্মিত দুবিধ বাদ্য। এই দুয়োবিধেই জনপ্রিয় বাদ্য।

(৬) **ভেৰী** ঃ- ভেৰী ধাতুৰে নির্মিত এবিধ বাদ্য। তিৰ্ব্বতত ভেৰীৰ ব্যৱহাৰ বেছিকৈ হয়। বড়ো আৰু ৰাভাসকলৰ মাজতো ভেৰীৰ ব্যৱহাৰ বেছিকৈ হয়। প্রাচীন কালৰ শাস্ত্রতো ভেৰীৰ উল্লেখ আছে।

(৭) **সুতুলি** ঃ- পুৰা মাটিৰে এবিধ সৰু বাদ্য বনোৱা হয়; ইয়াক সুতুলি বোলে। এই সুতুলি লোক শিল্পী সকলে মুখত ফুদি বজায়। কিছুমানে হুঁচৰি বিহুতো সুতুলি বজোৱা দেখা যায়।

(গ) **তাঁৰৰ বাদ্য যন্ত্র** ঃ- তাঁৰৰ দ্বাৰাই শব্দ উলিয়াই বজোৱা কিছুমান লোকবাদ্য আছে; এনেবোৰ বাদ্যক তাঁৰৰ বাদ্য যন্ত্র বোলে। এইবোৰ বাদ্য যন্ত্র হয়তো ধাতুৰ ব্যৱহাৰ হোৱাৰ আগৰ পৰাই অৰ্থাৎ অতি প্রাচীন কালৰে পৰাই এইবোৰ বাদ্য যন্ত্র হয়তু লোকসমাজত ব্যৱহাৰ হৈছিল। তাঁৰৰ সলনি মুগা সূতাৰ ব্যৱহাৰো কৰা হয়। এনেবোৰ বাদ্যযন্ত্র হৈছে- (১) টোকাৰী (২) বীণ বা বীণা (৩) লহৰী।

(১) **টোকাৰী** ঃ- জাতি লাওৰ খোলা বা কাঠৰ খোলা তৈয়াৰ কৰি তাৰ এটা মূৰতে বিন্ধা কৰি তাত প্রতিটো বিন্ধাত একোডালকৈ বাহঁৰ শলা সোমোৱাই মুগা সূতাৰ টান জৰি বান্ধি তাত বাওঁতে টোকুৰাৰে বজাই ভিন ভিন শব্দ উলিয়াব পৰা হয়। টোকাৰী গীতৰ লগত টোকাৰী বজোৱা হয়। ইয়াক বজাই কোমল আৰু টান আৰু সৰু আৰু ডাঙৰ শব্দ উলিয়াব পৰা যায়। তাত কাঠৰ এটা সৰু ঘোঁৰা লগোৱা হয়।

(২) **বীণ বা বীণা** ঃ- কাঠৰ খোলা তৈয়াৰ কৰি তাত মিহি ৰচী লগাই তাত ঘোৰাঁৰ ফানৰ দৰে মিহি ৰচীৰে এখন ৰেপনীৰে ৰেপি বীণ বজোৱা হয়। বীণত সৰু-ডাঙৰ বেলেগ বেলেগ শব্দ উলিয়াব পৰা যায়। বীণৰ মিহি ৰছীডালত এটা কাঠৰ সৰু ঘোঁৰা লগোৱা হয়।

(৩) **লহৰী** ঃ- একোটা ৰঙা লাওৰ খোলা বা কাঠৰ খোলা বনাই তাৰ মাজত এডাল এডাল জৰি লগোৱা হয়। টান সূতাৰে জৰী বনোৱা হয়। এই জৰিত কাঠৰ এটি সৰু টুকুৰা লৈ ৰচীডাল টানি লহৰী বজোৱা হয়। ◆

# ২৩য় অধ্যায়

# নামঘৰ আৰু নামঘৰীয়া সমাজ

'নামঘৰ' অসমীয়া সমাজৰ প্ৰাণ কেন্দ্ৰ। অসমীয়া সমাজ যতেই থাকে ততেই একোটা নামঘৰ নিৰ্মাণ কৰি লয়। এই নামঘৰতে অসমীয়া লোক সমাজে পুৱা-গধূলি গোট খাই কীৰ্ত্তন, নামঘোষা বা ভাগৱত পাঠ কৰে। নামঘৰতেই ৰাইজে গোট খাই ভাওনা-সবাহ পাতে। পানী তোলা সবাহ, গৰখীয়া সবাহ আদি পাতে। বছেৰেকীয়া ভাওনাখনো পাতে।

নামঘৰক এক প্ৰকাৰ কাম ঘৰ বুলিও ক'ব পাৰি। কিয়নো গাৱঁৰ উন্নয়ন মূলক কাম কাজ সম্পৰ্কে নামঘৰতে বহি ৰাইজে আলোচনা কৰে ; সেইদৰেই কামৰ আঁচনি লয়। গাৱঁৰ কোনো কোনোৰ মাজত কাজিয়া-পেছাল বা বিবাদ লাগিলে নামঘৰতেই চালিচ চপাই বিবাদৰ আপোচ-মীমাংসা কৰে। কেতিয়াবা কোনোজনে মিছা সাক্ষ্য দিলে বা মিছা মাতিলে নামঘৰত চাকি-বন্তি জ্বলাই নামঘৰৰ থাপনাত ধৰি ৰাইজে শপত খোৱায়। গাৱঁলৈ কোনো বিশেষ অতিথি আহিলে নামঘৰলৈকে মাতি নিয়ে আৰু ৰাইজে গোট খাই সভা-সমিতিও অনুষ্ঠিত কৰে ।নামঘৰত ৰাইজে গোট খাই মিলা-প্ৰীতিৰে বছেৰেকত একোটা ভোজভাত খায়। কোনো কোনো গাৱঁত ডেকা ভোজ, জীয়ৰী ভোজো খায়।

আগৰ দিনত নামঘৰ নিৰ্মাণ কৰোতে গাৱঁৰ ৰাইজে বৰ ডাঙৰ ডাঙৰ কাঠৰ খুঁটা কাটি বাঁহ-খেৰেৰে নামঘৰ বনাইছিল। নামঘৰত ঘাই খুঁটা, লাইখুঁটা পালি খুঁটা থাকে। নামঘৰৰ চতিত হেঙুল হাইতাল লগোৱা হৈছিল। নামঘৰৰ ভিতৰত নামঘৰৰ চতিত ৰাৱণৰ মুখা, গৰুড় পখীৰ মুখা আদি আঁৰি থয়। নামঘৰৰ পূব মুধত একোটা মণিকূট থাকে। মনিকূট ৰাজহুৱা সম্পত্তি কিছুমানো ৰখা হয়। যেনে ঃ বৰ শৰাই, ডাঙৰ টৌ, ডাঙৰ চৰু ঠগি ইত্যাদি।

নামঘৰক কেন্দ্ৰ কৰি গাৱঁত এখন নামঘৰীয়া সমাজ গঢ়ি উঠে। এই নামঘৰীয়া সমাজখনত ভিন্নজনে ভিন্ন ভিন্ন বিষয- বাব লৈ থাকে। গাৱঁৰ সৰাহ-বিয়া আদি হ'লে মুধত আগত বহি পৰিচালনা কৰাজনক মেধি বা সাতোলা

বোলে। গাৱঁৰ ৰাজহুৱা কাম-কাজবোৰ পৰিচালনাৰ বাবে একোজনক বাৰিকৰ বিষয়বাব দিয়া হয়। তেওঁ হৈ মাৰি চিঞৰি চিঞৰি গাওঁ খনৰ কিবা কামৰ বাবে ৰাইজক নামঘৰলৈ মাতিআনি আলোচনা কৰে। গাৱঁত একোজন বৰাও থাকে। বৰাই ৰাজহুৱা সম্পত্তিৰ হিচাব-নিকাচ আদি ৰাখে।

বায়নজনৰ ওপৰত গাৱঁৰ গায়নজোৰাৰ দায়িত্ব থাকে। তেওঁ খোল মৃদং, তাল আদি গোটাই ডেকাহঁতক ৰাতি নামঘৰত গোটাই লৈ গায়ন শিকায়। গাৱঁত কাৰোবাৰ ঘৰত শ্ৰাদ্ধ, দহা, বৰসবাহ আদি হ'লে গায়েনীয়া সকলক লৈ গৈ গায়ন গাই দিয়ে।

নামঘৰত একোজন নামঘৰীয়া থাকে। তেওঁ নামঘৰটো চাফ-চিকুণ কৰি ৰাখে। পুৱা-গধূলি নামঘৰত চাকি-বন্তি নিয়মীয়াকৈ জ্বলায় আৰু দ বা কাঁহ বজায়।

সেইদৰেই গাৱঁৰ ডেকা গাভৰুসকলৰ মাজতো একোজনকৈ ডেকা বৰা থাকে। এইডেকা বৰাই গাৱঁৰ ডেকা-গাভৰুৰ ঢোল-তাল সাজো কৰি ৰাখে। বিহুৱা দলৰ দায়ীত্বও লয়।

এনেদৰেই গাৱঁৰ নামঘৰীয়া সমাজ এখন নামঘৰক কেন্দ্ৰ কৰিয়েই গাৱঁত গঢ়ি উঠিছে। ◆

# ২৪তম অধ্যায়

# ভৌতিক সংস্কৃতি ঃ লোক পৰিবেশ্য কলা

## (Material Culture)

ভৌতিক সংস্কৃতি (Material Culture) ঃ লোক সমাজত পৰম্পৰাগত ভাবে চলি অহা কলা কৌশল, পাৰদৰ্শিতা আৰু ভৌতিক সংস্কৃতি বুলি কোৱা হয়। দৈনন্দিন লোক জীৱনত প্ৰয়োজন হোৱা সা-সামগ্ৰী আদি নিৰ্মাণ কৰা কাৰ্যক এই লোক সংস্কৃতিত অন্তৰ্ভূক্ত কৰিব পাৰি। যেনে ঃ- নিৰ্মাণ, ৰন্ধন জ্ঞান আদি অন্তৰ্ভূক্ত কৰিব পাৰি। ভৌতিক সংস্কৃতিক পণ্ডিত সকলে পাচোঁটা প্ৰধান ভাগত বিভক্ত কৰিছে। সেয়া হৈছে (১) লোক শিল্প (২) লোক কলা (৩) লোক স্থাপতি বিদ্যা, (৩) লোক আচৰণ আৰু (৪) লোক ৰন্ধন প্ৰণালী।

(ক) **লোক শিল্প** ঃ ভাৰতবৰ্ষ লোক শিল্প বা হস্ত শিল্পত প্ৰাচীন কালৰে পৰাই চহকী। ৪৫০০ বছৰৰ পূৰ্বে মহেঞ্জদাৰোৰ খনন কাৰ্য্য ভাৰতীয় লোকৰ কলা-কুশলতাৰ প্ৰমান দিয়ে। আৰবৰ 'তেল আচুল' খনন কাৰ্য্যত ওলোৱা মণি মৃৎপাত্ৰ আৰু মোহৰ আদি ভাৰতীয়ৰ প্ৰাচীন হস্তশিল্পৰ নিদৰ্শন পোৱা যায়। মোগল সাম্ৰাজ্যৰ দিনৰে পৰাই ইউৰোপৰ লগত ভাৰতৰ বেহা বেপাৰ চলিছিল। লগতে আৰৱৰ 'কাম্বে' ঠাইখন আছিল ভাৰত ইউৰোপৰ বাণিজ্যৰ কেন্দ্ৰ বিন্দু।

আচলতে লোক কলা- আৰু হস্তশিল্প আমাৰ লোক সমাজৰ অবিচ্ছেদ্য অঙ্গ। লোক জীৱনৰ দৈনন্দিন ঘৰুৱা জীৱনত ব্যৱহাৰ হোৱা আনন্দ উৎসৱ আৰু পূজা- পাৰ্বনত ব্যৱহৃত হয়— লোক কলা আৰু লোক শিল্প। এইবোৰ জাতি, বৰ্ণ, ধৰ্ম্ম নিৰ্বিশেষে আমাৰ লোক জীৱনৰ অপৰিহাৰ্য্য অঙ্গ।

ভাৰতৰ দৰেই অতীজৰে পৰাই আমাৰ অসমৰ লোক সমাজখনো লোককলা আৰু লোক শিল্পত চহকী বুলি খ্যাতি আছে। অসম ভাৰতৰ সীমামূৰীয়া- অঙ্গ ৰাজ্য হিচাবে পশ্চিমফালৰ ভাৰতীয় সমাজ খনৰ সৈতেহে আমাৰ সাংস্কৃতিক বিনিময় তাহানি খনৰে পৰা ঘটি আহিছে। তদুপৰি অসমৰ

সীমান্তৰ কাষৰীয়া ভুটান, নেপাল, তিৰ্ব্বত, ব্ৰহ্মদেশ, থাইলেণ্ড, চীন আদি ৰাষ্ট্ৰৰ সতে প্ৰাচীন কালৰে পৰাই বাণিজ্যিক সম্বন্ধ ঘটি আহিছে। এইবোৰ কথাৰ প্ৰমান পোৱা যায় প্ৰাচীন শাস্ত্ৰ সমূহত। 'অমৰ কোষ' গ্ৰন্থ, ' শ্ৰীহৰ্ষ চৰিত', হিউৱেনচাঙ ফাহিয়ানৰ টোকা, ৰাজতৰঙ্গিনী, কালিকা পুৰাণ' আদি গ্ৰন্থত অসমৰ হস্ত শিল্প আৰু লোক কলাৰ বিনিময়ৰ কথা উল্লেখ আছে।

কামৰূপাধিপতি ৰজা ভগদত্তই যুধিষ্ঠিৰলৈ অশ্ৰসাৰ নিৰ্মিত পাত্ৰ আৰু হাতী দাঁতৰ তৰুৱাল পঠাইছিল। কুমাৰ ভাস্কৰ বৰ্মাই হৰ্ষবৰ্দ্ধনলৈ যি আভোগ ছত্ৰ পঠাইছিল তাৰ লগতে হস্ত নিৰ্মিত ভালে কেইপদ সামগ্ৰীও পঠাই দিছিল। সেইবোৰৰ ভিতৰত আছিল - আভোগ ছত্ৰ মেৰিওৱা শ্বেত দুকুল বস্ত্ৰ, বেতৰ জপাত ভাজঁ দি ভৰাই দিয়া ক্ষৌম বস্ত্ৰ, নিপুন শিল্পীৰ দ্বাৰা নিৰ্মিত শামুক, শঙ্খ আদি। লগতে আছিল বিচিত্ৰ পান পাত্ৰ, 'ভোজ পত্ৰৰ দৰে জুই ফুল বৰণীয়া পাট কাপোৰ " আদি। আৰু বৰ বেছি উদাহৰণ নিদি ইমানেই যথেষ্ট বুলি ভাবো।

অসমৰ মগাৰ' পাটৰ' গাজৰ, মেজাংকৰী-কাপোৰ আৰু সূতা-চিল্কৰো দি গৈ আৰব পৰ্য্যন্ত তাহানি খনেই অসমৰ সৈতে সেইবোব দেশৰ বেপাৰ বাণিজ্য চলিছিল বুলি বুৰঞ্জী আৰু অন্যান্য গ্ৰন্থবোৰত উল্লেখ আছে।

অসম তেতিয়াৰ দিনৰে পৰা সাম্প্ৰতিক কাললৈকে লোক শিল্প আৰু লোক কলাত বৰ চহকী। 'ছাঁতে শুকোৱা মুঠিতে লুকোৱা' কাপোৰৰ বা ়ে অসমীয়া শিপিনীৰ গৌৰব আছে। সেয়েহে সাম্প্ৰতিক কালতো জাতিৰ পিতা মহামানৱ মহাত্মা গান্ধীয়ে অসমীয়া শিপিনীৰ দক্ষতা দেখি কৈছিল যে - অসমীয়া শিপিনীয়ে তাঁতত পৰীৰ কাহিনী ৰচনা কৰিব পাৰে।" অসমীয়া শিপিনীয়ে গুণাকাৰ; বুটা বছা, পাটৰ, মেজাংকৰী আৰু মুগাৰ কাপোৰ বব জানে।

অসমত পৰম্পৰাগত ভাবে অসমীয়াই দৈনন্দিন ঘৰুৱা জীৱনৰ প্ৰয়োজনীয় ঘৰ-দুৱাৰ, শাল-হাঁঠীয়াৰ, সা-সৰঞ্জাম, সা-সঁজুলি আদি তৈয়াৰ কৰি লৈ আহিছে। এইবোৰকেই আচলতে হস্তশিল্পৰ নিদৰ্শন বুলি ক'ব পাৰি। এইবোৰকেই আচলতে ব্যৱহাৰিক কলা (Craft) বুলি কোৱা হ'ল। বিমল আনন্দ দান কৰা শিল্প কলাক সুকুমাৰ কলা (Fine Art) বুলি কব পাৰি। অসমৰ হস্তশিল্প বুলি ক'লে সাধাৰণতে বস্ত্ৰশিল্প (কাপোৰ কানি বোৱা কটা শিল্প), গোথা শিল্প' কঁঠ বনোৱা মৃৎ শিল্প বা পোৰা মাটিৰ শিল্প, কাষ্ঠ শিল্প বা কাঠৰ কাম, কঁাহ পিতলৰ শিল্প (ধাতুৰ সামগ্ৰী নিৰ্মান), সোনাৰী শিল্প (আ-অলংকাৰ নিৰ্মানৰ কাম), প্ৰস্তৰ ভাস্কৰ্য্য, হাঁতী দাঁত, হাড়ঁ আৰু শিঙৰ কাম, বাঁহ বেতৰ শিল্প বা (পাচি, খৰাহী, ধাৰি আদি বনোৱা), পূজা পাতল আৰু উৎসৱত ব্যৱহৃত লোক কলা

ইত্যাদিকে বুজা যায়।

**(ক) হস্ততাঁত আৰু বস্ত্ৰ শিল্প ঃ বয়ন শিল্প**

হাতেৰে সূতা কাটিলৈ সেই সূতাৰে কাপোৰ বোৱা হয়। নাইবা লাহী বা মিহি মিলৰ সূতা কিনি লৈ কাপোৰ বোৱা হয়; নাইবা নানাৰঙী সূতা কিনি ৰংচঙীয়া কাপোৰ প্ৰস্তুত কৰা। এইবোৰকে হস্ততাঁতৰ বস্ত্ৰ শিল্প বুলি ধৰা হয়। এনে বস্ত্ৰ উৎপাদন কাৰ্য্যৰ মুঠতে কেইটামান ভাগত ভগাব পাৰি; যেনে- (১) কপাহী কাপোৰ (২) উলৰ কাপোৰ (৩) মূগাৰ কাপোৰ (৪) পাটৰ কাপোৰ (৫) এড়ী কাপোৰ (৬) মেজাংকৰী কাপোৰ ইত্যাদি।

**(১) কপাহী কাপোৰ** ঃ- কপাহ খেতিৰ বাবে কলামাটিৰ প্ৰয়োজন। কপাহ খেতিৰ উপযোগী মাটি আছিল গাৰোপাহাৰ জিলাত। সেয়েহে তাত কপাহৰ খেতি ভাল হয়। তদুপৰি কিছু পৰিমানে কপাহ অসমৰ সকলো ঠাইতে উৎপন্ন হয়। তদুপৰি গুজৰাত, মুম্বাই, আহমেদাবাদ আৰু বাহিৰৰ পৰাও কপাহ অসমলৈ আমদানি কৰি অনা হয়। কপাহৰ সূতা কাটি লৈয়ো কাপোৰ বোৱা হয় আৰু বাহিৰৰ কপাহী সূতাৰেও কাপোৰ বোৱা হয়। অসমৰ কপাহী কাপোৰ বোৱ বিভিন্ন প্ৰকাৰে প্ৰস্তুত কৰা হয়, যেনে - ব্যৱসায় ভিত্তিত উৎপাদিত কপাহী কাপোৰ, হাতেৰে ৰঙৰ চাপমৰা বা ৰঙেৰে বোলোৱা কপাহী কাপোৰ; তাতঁশালত ফুলৰ চানেকীৰে বোৱা ফুলাম কপাহী কাপোৰ আৰু কপাহী কাপোৰত বেজী-সূতাৰে ফুল তোলা কপাহী কাপোৰ। কপাহী কাপোৰ কেইবাবিধৰো আছে; যেনে ঃ- খনীয়া কাপোৰ, চেলেং কাপোৰ, চাদৰ, জাৰ কাপোৰ আৰু বৰ কাপোৰ ইত্যাদি । এইবোৰ কাপোৰত অসমীয়া শিপিনীয়ে দুয়ো মূৰে আৰু দুয়ো কাষে নানা ৰঙীন পাৰি দিয়ে; আৰু নানান আকৃতিৰ ফুল বাছে। কেতিয়াবা বুটা বছা হয়। কেতিয়াবা গুনা লগোৱা হয়।

**(২) উলৰ কাপোৰ** ঃ- অসমীয়া শিপিনীয়ে বগা, ৰঙা নীলা উলৰ সূতাৰে দীঘ আৰু বাণী দি বহুৰঙী উলৰ কাপোৰ বয়। এইবোৰক উলৰ শ্বাল বুলিও কোৱা হয়। ডিঙি বন্ধা মাফলাৰ বা গলা বান্ধ আৰু উলৰ গামোছাও প্ৰস্তুত কৰা হয়। পুৰুষ আৰু মহিলাৰ বাবে বোৱা উলৰ শ্বালৰ আকৃতি বা ডিজাইন বেলেগ বেলেগ ধৰণৰ।

**(৩) কপাহী গামোছা** ঃ- অসমীয়া সমাজত কেইবা বিধৰো গামোছাৰ ভিন ভিন ব্যৱহাৰ আছে। বিভিন্ন ধৰণৰ গামোছাবোৰ হ'ল- টঙালি গামোছা, তামোলৰ গামোছা, পানী গামোছা, পহলঙী, পখৰুতং আৰু বিহুৱান ইত্যাদি।

**(৪) মূগা শিল্প** ঃ- চোম, সুৱাঁলী গছৰ পাত খোৱাই অসমীয়া লোক সমাজে

মুগা পলু পোহেঁ। এই মুগা পলু পকিলে মুগা লেটাই বাহঁ বান্ধে। এই বাহঁৰ পৰা সূতা কাটি অসমীয়া শিপিনীয়ে মুগাৰ মেখেলা , ৰিহা আৰু চাপকন চোলা প্ৰস্তুত কৰে।

**(৫) পাট শিল্প** ঃ- অসমীয়া লোকসমাজে নুনীগছৰ পাত খোৱাই পাট পলু পোহেঁ। পাট পলুৰ বাহঁৰ পৰা সূতা কাটি পাটৰ কাপোৰ বয়। এই পাট কাপোৰৰ পৰা তিৰোতাই পাটৰ মেখেলা, পাটৰ ৰিহা, পাটৰ চাদৰ পিন্ধে। পুৰুষসকলেও পাটৰ চোলা পিন্ধে আৰু এড়ী কাপোৰ ঃ এড়াগছৰ পাত খোৱাই বা কেচুৰ গছৰ পাত খোৱাই' এড়ীপলু পোহেঁ। এড়ীপলুৰ বাহঁৰ পৰা সূতা কাটি এড়ীকাপোৰৰ চোলা পিন্ধে। এড়ীৰ বৰ কাপোৰো অসমীয়াৰ ঘৰত থাকে।

**(৬) গোথাঁ শিল্প** ঃ- অসমীয়া তিৰোতাসকল গোথাঁ শিল্পতো পাৰ্গত। তেওঁলোকে নানা ৰঙীন উলৰ চুৱেটাৰ, দলিছা, গলাবন্ধা, টুপী আদি গোঁথিব জানে।

ইয়াৰ উপৰি অসমীয়া নাৰীয়ে কাপোৰত গুনা কৰিব জানে, বুটা বাছিব জানে। অসমত জন জাতীয় তিৰোতা সকলে যেনে ঃ- মিচিং, বড়ো, কাৰ্বি, ডিমাছা, ৰাভা আদি তিৰোতা সকলে নানান ৰঙৰ ৰঙীন কাপোৰ পিন্ধি ভাল পায়। বড়ো মাহিলা সকলে ৰঙীন দখনা পিন্ধে। মিছিং গাভৰুৱে নানান ৰঙৰ চিত্ৰ-বিচিত্ৰ ৰিবি গপাচেং পিন্ধে। গাছৰ বয়। জনজাতীয় মহিলাই নানান ৰঙীন কাপোৰ বয়।

**(২) মৃৎ শিল্প বা পোৰা মাটিৰ শিল্প** ঃ- অসমৰ লোক সমাজত মৃৎ শিল্পৰ লগত জড়িত এচাম বৃত্তি জীৱি মানুহ আছে। তেওঁলোকক কুমাৰ বোলে। কুমাৰে মাটিৰে নানান পাত্ৰ-নিৰ্মাণ কৰে। পূজাঁ পাতলৰ বাবে পোৰা মাটিৰে ঘঁট, মলাচৰু আদি নিৰ্মাণ কৰা হয়। কুমাৰে চাকত-এইবোৰ পাত্ৰ-নিৰ্মান কৰে। অসমত মাটিৰ লোক শিল্পৰ দ্বাৰা নিৰ্মিত বিভিন্ন পাত্ৰবোৰ হ'ল যেনে ঃ- মলা চৰু, চৰু, কলহ, টেকেলি, থাল, গিলাচ, বাটি, বান, ধুপদানি , ধুনাদানি, চাকি, নদীয়া, ঘাগৰি, পুনৰি, আৰু অন্যান্য মাটিৰ পুতলা আদি । অসমীয়া লোক সমাজে এইবোৰ পাত্ৰ বিভিন্ন কামত ব্যৱহাৰ কৰে। মাটিৰ পুতলাবোৰ ৰং দি বিক্ৰি কৰে।

**(৩) কাষ্ঠ শিল্প বা কাঠৰ কাম** ঃ- অসম তথা ভাৰতত প্ৰাচীন কালৰে পৰাই কাষ্ঠশিল্পৰ পৰম্পৰা চলি আহিছে। ভাৰতৰ বিভিন্ন ৰাজ্য যেনে- অসম, বঙ্গ, উৰিষ্যা, ৰাজস্থান, গুজৰাট , তামিলনাডু আদিৰ প্ৰাচীন মন্দিৰ বোৰৰ দুৱাৰৰ চৌকাঠ, চিলিঙি আৰু কাঠৰে নিৰ্মান কৰা নানান ভাস্কৰ্য্য মূৰ্ত্তি আছিল।

অসম এখন অৰণ্যানিৰে ভৰা ৰাজ্য। সেয়েহে অসমৰ লোক সমাজে প্ৰাচীন কালৰে পৰাই দৈনন্দিন জীৱনত কাঠৰ ব্যৱহাৰ কৰি আহিছে। বিশেষকৈ

কাঠৰ খোটা, চতি, কেপ্চি, মাৰলি, ডমৰা আদি দি ঘৰ নিৰ্মান কৰি আহিছে। আনকি কাঠৰ খোটা, চতি দি মন্দিৰ নামঘৰ আৰু মছজ্জিদ বোৰো নিৰ্মাণ কৰি আহিছে।

ইয়াৰ বাহিৰেও অসমীয়া লোকসমাজে দৈনন্দিন ব্যৱহাৰ কৰা নানান সৰঞ্জাম আৰু আচ-বাব কাঠৰে নিৰ্মাণ কৰি লয় । সেইবোৰ হৈছে- যেনে - চকি, মেজ, খাট- পালেং, আল্‌না, বাকচ, খুন্দনা, গছা, আনকি আজি-কিছুদিনলৈকে কাঠৰ তলীয়া, কাঠৰ হেতা, কাঠৰ চৰিয়া, কাঠৰ বটা আদিও নিৰ্মান কৰি লোৱা হৈছিল।

অসমৰ নামঘৰ , মন্দিৰ আদিত কাঠৰ ডাঙৰ ডাঙৰ বৰখোটা, লাইখোটা, পালি খোটা থাকে; চতি, ফুল চতি আদি থাকে। চতিত হেঙুল, হাইতাল আদি লগাই ৰঙীন কৰি ৰখা হৈছিল। নামঘৰত কাঠৰ সিংহাসন, ঠগী, গছা আদিও ৰখা হয়। খোটা বোৰত কাছ, হাতী, উৰণীয়া সিংহ, গৰুড় পক্ষী আদি হেঙুল-হাইতাল দি ৰঙীন কৰি ভাস্কৰ্য্য বনোৱা হয়।

কাঠৰে ভাস্কৰ্য্য কটা হয়। কাঠৰে নানান মূৰ্ত্তি কটা হয়। সেইবোৰৰ ভিতৰত বাঘ, ভালুক, হাতী, হৰিণ, ময়ুৰ পখী, ৰাজহংস, গড়ঁ আদিৰ মূৰ্ত্তি ভাস্কৰ্য্যবিদ সকলে নিৰ্মান কৰে। খেতিৰ সজুলি নাঙল, যুৱঁলী, ড্লিা আদি। নিৰ্মাণ কৰাৰ উপৰিও, চাউল খুন্দা ঢেকী, উৰল আদিও নিৰ্মাণ কৰা হয়।

ইয়াৰ উপৰিও কাঠত বিমূৰ্ত্ত ভাস্কৰ্য্যও কটা হয়। এইবোৰ ভাস্কৰ্য্যই মানুহৰ মনত বিমল আনন্দৰ সৃষ্টি কৰে।

শিপিনী শালৰ তাতঁৰ খুটা, যতঁৰ, দুৰ্পতি-টুলুঠা, মাকো আদি সৰঞ্জাম কাঠেৰে নিৰ্মাণ কৰা হয়।

(৪) **বাঁহ বেতৰ শিল্প ঃ-** অসম আৰু উত্তৰ পূৰ্বাঞ্চল বাঁহ শিল্পৰ বাবে বিখ্যাত। অসমৰ হাবিত বনৰীয়া বাঁহ আৰু বেত পোৱা যায়। তদুপৰি অসমীয়া মানুহৰ একোখনকৈ বাহঁনী বাৰী থাকে। প্ৰায় প্ৰতিজন অসমীয়াৰে বাৰীৰ ঢাপত এজোপা, নহয় এজোপা বাঁহ থাকে। বাঁহ অসমীয়া লোক সমাজৰ, দৈনন্দিন জীৱনৰ প্ৰতিটো মূহুৰ্ততে লাগে। বাৰীৰ জেউৰা-জপনা দিবলৈ বাঁহ লাগে। ঘৰ-বনাবলৈ বেৰা দিবলৈ বাহ লাগে। সাধাৰণ মানুহে বাঁহৰ খুটা, চতি, মাৰলী, ৰুৱা, কেপ্চি আদি দিয়ে।'

তদুপৰি দৈনন্দিন জীৱনৰ লাগতীয়া আহিলা যেনেঃ চাং, পাচী, খৰাহী, চালনি, কোলা, দঙা, চুঙা আদি বাহঁ আৰু বেতেৰেই নিৰ্মাণ কৰি লয়। তদুপৰি বেতেৰে চকি , মূঢ়া, চোফা, বেতৰ টেবুল, বটা, জপা আদি বেতেৰেই নিৰ্মাণ

কৰি লৈছিল।

মাছ মৰা সজুলি বোৰো বাহঁ বেতেৰে নিৰ্মাণ কৰা হয়। যেনে ঃ- খলহা, ডিঙৰা, চেপা, পাউৰি, পল, জাকৈ, ঠোহা বা খোকা- আদি বাঁহ বেতেৰে নিৰ্মাণ কৰা হয়। চৰাই পুহিবলৈ খাং, সজা, আদি, তাতী শালৰ, সামগ্ৰী যেনে - মাকো, উঘা, চেৰেকী, বাঁহ-চোঙা, শলিমাৰী, চিৰি, গৰকা, কানত দিয়া, ৰাচঁ, মছৰা আদিও বাঁহ-বেতৰে নিৰ্মাণ কৰি লোৱা হয়।

বাঁহ, বেত আৰু টকৌ পাতৰে বৰ জাপি, টুপ জাপি, সৰুদৈয়া জাপি, লাই লেঙীয়া জাপি আদি সজা হয়। বাঁহ আৰু বেতৰে বিচনিও সজা হয়।

মুঠ কথাত কবলৈ গ'লে কোৰ কুঠাৰৰ নালৰ আৰম্ভ কৰি এনে এবিধ বস্তু নাই যত বাঁহ আৰু বেতৰ প্ৰয়োজন নাই। সেয়েহে অসমীয়া লোক সাহিত্যত এফাকি বচন আছে বোলে 'যাৰ নাই বাঁহ তাৰ নাই সাহ'।

(৫) ধাতু শিল্প

- প্ৰায় পাচঁ হেজাৰ বছৰৰ পূৰ্বৰে পৰাই ভাৰতত ধাতু শিল্পই গঢ়লৈ উঠিছিল। ভাৰতৰ প্ৰথম আৰু আটাইতকৈ প্ৰাচীন ধাতুৰ মূৰ্ত্তিটো আছিল। এগৰাকী নৰ্ত্তকীৰ মূৰ্ত্তি। মহেঞ্জোদাৰোৰ খনন খাৰ্য্যত যিবোৰ ধাতুৰ পাত্ৰ ওলাইছিল, সেইবোৰ পাত্ৰৰ দৰে ধাতুৰ পাত্ৰ-আজিও আমাৰ ভাৰতীয় সমাজত প্ৰচলন হৈ আছে। আমাৰ দেশৰ বিভিন্ন প্ৰান্তত ধাতুৰে নিৰ্মিত আৰু ব্ৰঞ্জৰে নিৰ্মিত প্ৰাচীন বুদ্ধমূৰ্ত্তি পোৱা যায়। ভাৰতীয় কাৰিকৰে ধাতু গলাই পগাই সাচঁত চাপি ধাতুৰ পাত্ৰ নিৰ্মান কৰে।

সেইদৰেই আমাৰ অসমতো ধাতু শিল্পই অতি প্ৰাচীন কালৰে পৰাই গা- কৰি উঠিছিল। ধাতুৰ পাত্ৰ, যেনে- কাহ, পিতল আৰু তামৰ বাছন-বৰ্ত্তন আৰু পাত্ৰ- অসমৰ লোক সমাজত প্ৰাচীন কালৰে পৰাই ব্যৱহৃত হৈ আহিছে। ধাতুৰ এই পাত্ৰবোৰ লোক সমাজৰ দৈনন্দিন জীৱনৰ অঙ্গ স্বৰূপ। বিভিন্ন ভৌগোলিক আৰু সামাজিক চাহিদা পুৰণ কৰিবৰ বাবে বহু শতাব্দীৰ পৰাই ধাতুৰ পাত্ৰ অসমত তৈয়াৰ হৈ আহিছে। বিভিন্ন পূজাঁ সেৱাৰ কাৰণেও ধাতুৰে নিৰ্মিত মূৰ্ত্তি ব্যৱহাৰ কৰি অহা হৈছে। পিতলৰ শিৱমূৰ্ত্তি, নৃত্যপতি ৷সীৰ মূৰ্ত্তি, বিষ্ণুমূৰ্ত্তি আদি কেইবা শতিকাৰ আগতে নিৰ্মিত ধাতুৰ মূৰ্ত্তিও অসমত পোৱা গৈছে। আজি কালিও মন্দিৰবোৰত এনে মূৰ্ত্তিৰ ওচৰত পূজা সেৱা কৰা হয়।

অসমৰ কাহঁ- পিতলৰ ধাতু-শিল্পৰ বাবে সাৰ্থেবাৰী, হাজো আদি ঠাই বিখ্যাত ধাতু শিল্পী সকলে অসমৰ লোক-সমাজত দৈনন্দিন ব্যৱহৃত কাঁহ আৰু পিতলৰ পাত্ৰ, বাচন বৰ্ত্তন আদি নিৰ্মাণ, কৰি আহিছে। সেইবোৰৰ ভিতৰত কাহঁৰ

লোটা, কলহ, বাটি, কাঁহী, চৰিয়া, বটা, শৰাই আদি উল্লেখযোগ্য।

**কাঁহী** ঃ- কাঁহী, বৰকাঁহী, বান কাঁহী, খুৰা লগা কাঁহী, পানধোৱা কাঁহী, ফুলাম কাঁহী ইত্যাদি।

**বাতি** ঃ- বানবাতি, খুৰী-বাতি, মেলাহী বাতি, বৰবাতি, কৰ্দ্দৈসিৰিয়া বাতি, কণ বাতি ইত্যাদি। সেইদৰে পিতলৰ কলহ, গাগৰি, পিতলৰ টৌ, পিতলৰ খৰাহী, ভোগজৰা, কাহঁ বা ঘন্টা, তামৰ কলহ, তামৰ ঘট, তামৰ থাল, চুৰ্পা চুৰ্পি, কোষা-অৰ্ঘা উল্লেখযোগ্য, ৰূপৰ কাৰুকাৰ্য্য খচিত ঘট, পিতলৰ জালিকটা দুণৰি ইত্যাদি বাচন-বৰ্ত্তন উল্লেখযোগ্য পাত্ৰ।

**(৬) লো- শিল্প ঃ**

অসমৰ লোক সমাজত লোৰ শাল-হাঠিয়াৰ নিৰ্মান কৰা সকলক কমাৰ বোলে। কমাৰে অসমীয়া লোক জীৱনত দৈনন্দিন প্ৰয়োজনীয় শাল-হাঁঠিয়াৰ আৰু সৰঞ্জামবোৰ নিৰ্মাণ কৰে। কমাৰ শালত গঢ়া এনেবোৰ লোৰ সজুলিৰ ভিতৰত উল্লেখযোগ্য হ'ল কোৰ, দা, কটাৰী, যাঠি , কুঠাৰ, পতিং, জুং, পচাঁ, জবকা, কেৰাহী, খন্টি, বটালি, ৰাগুা, কঁৰত, গিৰমিট, হাতুঁৰী আদি।

**কটাৰী** ঃ- কলম কটাৰী, গাঁঠি কটাৰী, চুৰি কটাৰী, নলীয়া কটাৰী, ডাব কটাৰী, ফলি কটাৰী, মিত কটাৰী ইত্যাদি।

দা ঃ- কপি দা, খামতি দা, চিকৰা দা, নগা দা, নাকৈ দা, দীঘল দা, মেচী দা, মিত দা, মৈমনচিঙীয়া দা, গাৰো দা, ভাটৌ দা, আকুঁৰি দা ইত্যাদি।

**সোণাৰি শিল্প ঃ গহনা গাঁঠৰি ঃ**

সৌন্দৰ্য প্ৰয়াসী মানুহে নিজৰ দেহৰ সৌন্দৰ্য্য বৃদ্ধিৰ কাৰণেই নানান গঢ়ৰ সাজপাৰৰ উপৰিও আ-অলংকাৰো পৰিধান কৰিবলৈ ধৰিলে। আদিম কালৰে পৰাই মানুহৰ এই স্পৃহা আছিল। আদিম কালৰ মানুহে গাত জন্তুৰ ছবি আকি লৈছিল। শুকান গৰুৰগোবৰ পুৰি তাৰ ছাই, আলতীয়া মাটি, গৰুৰ মুত তলত সানি গোটেই গাত ঘঁহি লৈছিল। জীৱ-জন্তুৰ নোম আৰু ছালো গাত পিন্ধি লৈছিল। তাৰ পাছত ক্ৰমে জন্তুৰ ছাল, হাড়, দাতঁ, আৰু চৰাইৰ পাখি অলংকাৰ হিচাবে পিন্ধিছিল। জন্তুৰ ছাল টুপী-হিচাবে পিন্ধিছিল। এনেদৰেই অসমীয়া সমাজত অলংকাৰ পৰিধানৰ ব্যৱস্থা অতি প্ৰাচীন কালৰে পৰাই চলি আহিছে। অসমৰ আ-অলংকাৰ, গহনা-গাঁঠৰিৰ বিষয়ে তলত উল্লেখ কৰা হ'ল।

ভাৰতত বৈদিক যুগৰ পৰাই আ-অলংকাৰ ব্যৱহাৰ হৈ আহিছে। বৈদিক-যুগৰ অলংকাৰ সমূহক ঘাইকৈ চাৰিটা শ্ৰেণীত ভাগ কৰা হৈছে। সেয়া হৈছে ঃ (১) অভেদ্য (২) বন্ধনীয় (৩) প্ৰক্ষেপ্য আৰু (৪) আৰূপ্য।

**(১) অভেদ্য :-** অভেদ্য অলংকাৰ ঘাইকৈ মোগল সকলেই ভাৰতত প্ৰচলন কৰে। তাৰ পাছ ই জনপ্ৰিয় হৈ উঠে। ইয়াৰ ভিতৰত 'নাক ফুল', 'নলক' আৰু 'নথ'। নাকফুল আৰু নথ নাকৰ লটি ফুটোৱাই পিন্ধে। 'নলক' নাকৰ দুয়োটা কুটাব মাজৰ বেৰখন ফুটাই পিন্ধে। অসমীয়া তিৰোতাই নাকফুল আৰু নলকহে পিন্ধিছিল

**(২) বন্ধনীয় :-** বন্ধনীয় অলংকাৰ বান্ধ দি পৰিধান কৰা হয়। এনে অলংকাৰ দিঙি, হাত, বাহু আৰু ককাঁলত পিন্ধা হয় । (৩) প্ৰক্ষেপ্য :- প্ৰক্ষেপ্য অলংকাৰ বন্ধা ছটা কৰিব নেলাগে; অংগত সোমোৱাই লৈ পিন্ধিব পাৰি। (৪) আৰূপ্য :- আৰূপ্য অলংকাৰ প্ৰক্ষেপ্যতকৈ ডাঙৰ।

**(ক) প্ৰাচীন কালৰ অলংকাৰ :**

**মূৰৰ অলংকাৰ** :- চূড়ামনি, মুকুট ইত্যাদি।

**কানৰ অলংকাৰ** : কুণ্ডল, মচক, কীল, শিখা পাত্ৰ, স্বৰ্গপত্ৰ, কৰ্ণিকা (কেৰু আৰু কঁৰিয়া) কৰ্ণবলয় (কাণবালা) কৰ্ণিকা, কৰ্ণমূদ্ৰা, দণ্ডপত্ৰ, কৰ্ণপুৰুই ইত্যাদি।

**ডিঙিৰ অলংকাৰ** :- মৃক্তাৱলী, হৰ্ষক (সাপগড়ী), মৃক্তাহাৰ, ব্যাল পংক্তি (সাপগড়ী) মঞ্জৰী, ৰত্নাৱলী, ৰত্নমালিকা স্বৰ্ণসূত্ৰ, স্বৰ্ণসুত্ৰ, দ্বীপৰ, ত্ৰিশৰ, চতুশৰ আদি।

**হাতৰ অলংকাৰ** :- হৰুবী, বলয়, কংকন, ৰুচক, উচি চতিক।

**বাহুৰ অসংকাৰ** :- কেয়ুৰ, অঙ্গাদ, বাৰ্জৰ (বাজু), মেচি চতিক, অনন্ত, বাখৰ পটুৱা বাজুক নৱৰত্ন বোলা হৈছিল।

**হাতৰ আঙুলিৰ অলংকাৰ** : - আঙুঠি ( কটিকা), অঙ্গুলীয় মূদ্ৰা (মোহৰৰ আঙুঠি), কলখাপ, হস্তপত্ৰ, সুপুৰক ইত্যাদি।

**ককাঁলৰ অলংকাৰ** :- নূপুৰ, কিঙ্কিনী, ৰত্নজাল, পাদপত্ৰ, ভৰিৰ বুঢ়া আঙুলিৰ অঙ্গুল্যক ইত্যাদি।

**(খ) সাম্প্ৰতিক অসমীয়া অলংকাৰ**

**লোকাপাৰ** :- লোকাপাৰ চাৰিমুখীয়া পাৰ চৰাই আৰ্হিত গঢ়া এবিধ অলংকাৰ। প্ৰত্যেক পাৰৰ মুখত যেন একোডাল শিকলি, শিকলি কেইডালৰ আগবোৰ একেলগে বন্ধা; লোকাপাৰ সোণৰ আৰু বাখৰ খটোৱা। আহোম স্বৰ্গদেউ সকলে লোকাপাৰ পিন্ধিছিল।

**কেঁৰু** :- কেৰুঁ সাধাৰণতে সোণৰ। অৱশ্যে ৰূপৰ কেৰুঁও গঢ়ি লোৱা হৈছিল। আগৰ দিনত স্বৰ্গদেউ সকলে কেৰু পিন্ধিছিল। কেৰুঁ গঠনত দুবিধ;

এবিধ ডাঙৰ আৰু এবিধ সৰু। থুৰীয়া কেৰু আৰু জাংফাই কেৰু।

**মণি ঃ-** মনি কেইবাবিধৰো যেনে - মতামণি, পোৱাল মণি, মুকুতা মণি ইত্যাদি।

**আঙঠি ঃ-** গৰুচকুৱা আঙঠি, জেঠী নেগুৰুয়ীয়া লাঙঠী, তৰ্জনী আঙঠি আৰু শেনপতা আঙঠি। চিৰিপতা আঙঠী, বাখৰুৱা আঙঠী আৰু উকা আঙঠী।

**ডিঙিৰ অলংকাৰ ঃ-** এইবিধ অলংকাৰ ডিঙিত পিন্ধা হয়। যেনে ঃ- জোনবিৰি, ডুগডুগী, বিৰি, মাদলি, গেজেৰা, বেনা, গলপতা, সাতসৰী, সোণ পোৱাল মণি আৰু আন আন মণি।

**কাণৰ অলংকাৰ ঃ-** থুৰীয়া কেৰু, জাংফাই কেৰু, কানফুলি, মাকৰি, লোকাপাৰ ইত্যাদি।

**নাকৰ অলংকাৰ ঃ** নাক ফুলি।

**হাতৰ অলংকাৰ ঃ-** খাৰু, গামখাৰু, পটীয়া খাৰু, মিনাকৰা খাৰু, বাখৰুৱা খাৰু, উকা খাৰু, সোণৰ খাৰু, সোনখটোৱা খাৰু ইত্যাদি।

আ-অলংকাৰ অসমীয়া নাৰীৰ হাত, আঙুলি, ডিঙি, কাণ, নাক, কঁকাল ভৰি মূৰ খোপা আদি সকলো অঙ্গতে অলংকাৰ পিন্ধে। সোণৰ আৰু ৰূপৰ ধাতুৰে সোনাৰী শিল্পী সকলে আ-অলংকাৰ সোণাৰী শালত গঢ়ে।

**হাতী দাতৰ শিল্প ঃ হাড় আৰু শিঙৰ শিল্প ঃ** হাঁতী দাঁতৰ শিল্প অসমৰ প্ৰাচীন শিল্প। হাতী দাতৰে মূল্যবান সামগ্ৰী তৈয়াৰ কৰা হৈছিল আৰু তাক খোদাই কৰা হৈছিল। হাতী দাঁতৰ আঙঠী, হাতী দাঁতৰ খাৰু, হাতী দাতৰ নথ, হাতী দাতৰ ফনি, হাতী দাতৰ পুতলা, ময়ুৰ পংখী, হাতী দাতৰ দেৱ দেৱীৰ মূৰ্ত্তিয়েই প্ৰধান।

সেইদৰেই হাড়ঁৰৰ পৰাও নানান ধৰণৰ লাগতীয়াল সা -সৰঞ্জাম আৰু সামগ্ৰী তৈয়াৰ কৰা হয়।

শিঙৰ বিশেষকৈ অসমত মূৰৰ চুলি আচুৰিবলৈ অৰ্থাৎ চুলি ফনিয়াবলৈ মহৰ শিঙৰ ফনি শিল্পী সকলে তৈয়াৰ কৰে। বাহঁৰে চুলি আচুৰিবলৈ কাকৈ তৈয়াৰ কৰা হয়।

(জ) **অসমৰ মুখা শিল্প ঃ কুঁহিলা শিল্প**

পূজা পাতল আৰু উৎসৱ অনুষ্ঠানত অতি প্ৰাচীন কালৰে পৰাই অসমত বাহঁ, বেত, কাঠ, কুঁহিলা, পাটী দৈ আদিৰ সহায়ত অসমৰ লোক শিল্পীয়ে মুখা তৈয়াৰ কৰি আহিছে। ৰামায়ন, মহাভাৰত, পুৰাণ আদিৰ পৌৰাণিক কাহিনী লৈ কৰা নাট ৰচনা কৰা নাট ভাওনা, ৰাস উৎসব আদিত নানান মুখাৰ ব্যৱহাৰ হৈ আহিছে। এইবোৰ মুখা আমাৰ গ্ৰাম্য শিল্পী সকলৰ অনন্য লোক-কলা বুলি ক'ব

পাৰি। এনেবোৰ লোক- কলা কেৱল অসমতেই নহয় ভাৰতৰ উত্তৰ প্ৰদেশ, বিহাৰ, পশ্চিম বঙ্গ, মধ্য প্ৰদেশ আদি ঠাইতো এনেবোৰ লোক কলাৰ প্ৰচলন প্ৰাচীন কালৰে পৰাই চলি আহিছে।

মুখাৰ উপৰিও কুহিলাৰে পুতলা নিৰ্মান অসমৰ এটি প্ৰাচীন পৰম্পৰা। অসমত প্ৰাচীন কালৰে পৰা পুতলা নাচৰ পৰম্পৰা চলি আহিছে আৰু লোক শিল্পী সকলে কুঁহিলাৰে অসংখ্য পুতলা নিৰ্মান কৰি আহিছে। বিশেষকৈ অসমৰ দৰং, পচৰীয়া কামৰূপ, পাঠশালা আদি ঠাইত পুতলা নাচৰ পৰম্পৰা চলি আহিছে।

মুখাবোৰৰ ভিতৰত গৰুড় পক্ষীৰ মুখা, বকাসুৰৰ মুখা, দহমূৰীয়া ৰাৱনৰ মুখা, গণেশৰ মুখা, আৰু বিভিন্ন মুখা ভাওনা, অংকীয়া নাট আদিত ব্যৱহাৰ কৰা হয়। এইবোৰ প্ৰায়ে নামঘৰ আৰু নামঘৰ মনিকূটত সযতনে ৰাইজে ৰাখি থয়।

মুখা আৰু পুতলাবোৰে নান্দনিক সৌন্দৰ্য্য প্ৰকাশ কৰি মানুহৰ মনত আনন্দ দি আহিছে। ◆

২য় খণ্ড

# ধেমাজিৰ লোক সংস্কৃতি

**ধেমাজিৰ ভৌগোলিক বৈশিষ্ট্য আৰু লোক সংস্কৃতিঃ**

অসমৰ উত্তৰ পূব-কোনত ধেমাজি জিলাখন অৱস্থিত। জিলাখনৰ উত্তৰে হিমালয় পৰ্ব্বতৰ নামনিত থকা অৰুণাচলৰ পৰ্ব্বত মালা। ধেমাজিৰ পূৰ্বদিশত মহাবাহু ব্ৰহ্মপুত্ৰ নদী। উত্তৰে আৰু পশ্চিমে অৰণাচল প্ৰদেশ। দক্ষিণে সোণ চেকুৰাৰে ভৰা সোৱণশিৰী নদী। ১৯৬৩ চনত সোৱণশিৰী নদীৰ ওপৰত ৰেল দলং নিৰ্মাণ হোৱাৰ আগলৈকে ধেমাজিলৈ ৰেল চলাচল হোৱা নাছিল। নদী আৰু পাহাৰে ধেমাজিৰ চাৰিও দিশ আগুৰি ৰখাৰ কাৰণে ধেমাজি আওহঁতীয়া হৈ থকাত, ধেমাজিৰ লোক সমাজত এক সুকীয়া লোক সংস্কৃতিয়ে গা-কৰি উঠিছিল। সেয়েহে ধেমাজিৰ লোক সংস্কৃতিক ইয়াৰ ভৌগোলিক পৰিবেশ আৰু প্ৰকৃতিৰ অৱদানে স্বকীয় বৈশিষ্ট্যৰে সমৃদ্ধ কৰি তুলিছে। সেউজীয়া শস্যৰে ভৰা বহল পথাৰ, ধেমাজিৰ বুকুত থকা গভীৰ অৰণ্যানি, নৈ-বিল, জান-জুৰি আৰু শাৰী-শাৰীকৈ থকা বাহঁনী আৰু তামুলনী বাৰীয়ে ধেমাজিৰ প্ৰাকৃতিক সৌন্দৰ্য্যক এক উজ্জ্বল ৰূপ দান কৰিছে। এইবোৰ চিৰ সেউজীয়া উপাদানে ধেমাজিৰ জন-জীৱন ৰসাল আৰু জীপাল কৰি তুলিছে। আনহাতেদি ধেমাজি পাহাৰ-ভৈয়ামৰ মিলন থলী; ইয়াত বাৰে ৰহনীয়া বিভিন্ন জাতি, জন-গোষ্ঠীৰ মিলন ঘটিছে । সেই বাবে উল্লেখিত উপাদানবোৰে ধেমাজি জিলাৰ লোক সংস্কৃতিক স্বকীয় ৰূপ আৰু স্বকীয় সৌন্দৰ্য্য দান কৰিছে।

**ধেমাজি জিলাৰ জন গাঁঠনি ঃ**

অসম যিদৰে নৃতত্বৰ বাবে উৰ্বৰা ভূমি, সেইদৰেই ধেমাজি জিলাও নৃতত্বৰ বাবে সাৰুৱা ভূমি। ধেমাজি জিলাত বাস কৰা সৰহ সংখ্যক লোকেই মঙ্গোলীয় মূলৰ। বৃহৎ মঙ্গোলীয় মানৱ প্ৰজাতিৰ তিৰ্ব্বত- বৰ্ম্মী শাখাৰ পৰা

উদ্ভৱ হোৱা বড়ো মূলীয় কোচঁ, চুতীয়া, সোণোৱাল কছাৰী, মিচিং, দেউৰী, টিৱা লালুং আদি লোকে ধেমাজিত কৌটি কালৰে পৰা বসবাস কৰি আহিছে। চীন-শ্যামী গোষ্ঠীৰ পৰা উদ্ভৱ হোৱা ৰ্ট-আহোম আৰু তাই খামতি লোকেও তাহানি খনৰ পৰাই ধেমাজিত বস... কৰি আহিছে। আৰ্য্য মূলীয় ব্ৰাহ্মণ- গোসাঁই, কলিতা, কায়স্থ আদি জনগোষ্ঠীৰ লোকে অতি প্ৰাচীন কালৰে পৰাই বসবাস কৰি আহিছে। ধেমাজি জিলা... আৰ্য্য মূলীয় ব্ৰাহ্মণ সকলে প্ৰাচীন কালৰে পৰাই বস-বাস কৰি থকা সৰ্ম্পকে ব্ৰহ্মবৈৱৰ্ত্ত পুৰাণত উল্লেখ আছে। যেনে ঃ—

"বহুত বামুন পাচে খৃৃপি আনিলন্ত
হাবুঙত সিটো দ্বিজ গণক ভৈলন্ত।।"

পুৰাণ কাহিনীমতে পৰশুৰামে মাতৃহত্যা পাপৰ পৰাই উদ্ধাৰ পাবলৈ ব্ৰহ্মকুণ্ডৰ পৰা ব্ৰহ্মপুত্ৰ বোৱাই আনে; আৰু ব্ৰহ্মপুত্ৰ নদীৰ দুয়ো পাৰে কনৌজৰ পৰা ব্ৰাহ্মণ আনি বহুৱাইছিল। ব্ৰহ্মপুত্ৰৰ উওৰ পাৰে থকা হাবুঙতো ব্ৰাহ্মণ বহুৱাইছিল। মধ্য যুগত ধেমাজি-ঢ কুৱাখনাক হাবুং বুলি কোৱা হৈছিল। সোৱণশিৰী আৰু চামৰপৰাৰ মাজত হাবুং অৱস্থিত আছিল, ই দীঘলে ৩০ মাইল আৰু বহলে ১৫ মাইল আছিল।

এনেদৰেই ধেমাজিত প্ৰাচীন কালৰে পৰা আহোম, কোচঁ, চুতীয়া ,ব্ৰাহ্মণ, গোসাঁই , কলিতা, মিচিং , দেউৰী, কছাৰী, বড়ো, তিৱা-লালুং, মুছললমান, মেচ, আদি খিলঞ্জীয়া জনগোষ্ঠীয়ে বসবাস কৰি আহিছে। ইয়াৰ উপৰিও বৰদৈ বাম, দিৰপাই, সোৱণশিৰী, মধুপুৰ আদি বাগানত শ্ৰমিক হিচাপে কাম কৰা চাহ শ্ৰমিকসকলৰ উপৰিও নেপালী, মুছলমান আদি লোকেও ধেমাজি জিলাত বসবাস কৰি আহিছে। ইয়াৰ উপৰিও বঙালী, ৰাজস্থানী, শিখ , মনিপুৰী, বিহাৰী আদি ভাৰতৰ বিভিন্ন প্ৰান্তৰ পৰা ব্যবসায়-বাণিজ্য আৰু কৃষি- উদ্যোগ আদি জীৱিকাৰ বাবে আহি বসবাস কৰিছেহি। এই প্ৰবন্ধত আমি ধেমাজি জিলাত বসবাস কৰা কেইটিমান সংখ্যা গৰিষ্ঠ খিলঞ্জীয়া জনগোষ্ঠী আৰু তেওঁলোকৰ লোক সংস্কৃতি সৰ্ম্পকেহে আলোচনা কৰিম।

ধেমাজিৰ বিভিন্ন গাৱঁত বসবাস কৰা ৰাইজে প্ৰায় প্ৰতিখন গাৱঁতেই পানীতোলা সবাহ বা লখিমী-সবাহ পাতে; বাৰে চহৰীয়া সবাহ পালন কৰে। ধেমাজিত ৰহাগ বিহুত পৰম্পৰাগত ভাবে চলি অহা গোহাঁই গাঁৱৰ কুকুৰা যুঁজ, ঢকুৱাখনাত বহাগৰ বিহুত পৰম্পৰাগত ভাবে পাতি অহা ফাট বিহু অসমৰ আপুৰুগীয়া লোক সংস্কৃতি বুলি কব পাৰি। এইবোৰ লোক সংস্কৃতিৰ সম্পৰ্কেও

এই অধ্যায়ত আলোচনা কৰা হব। এইবোৰ সংস্কৃতিয়ে ধেমাজিৰ লোক সংস্কৃতিৰ স্বকীয় স্বৰূপ দাঙি ধৰিব নিশ্চয়।

## পানী তোলা সবাহ ঃ

পানী তোলা সবাহ ধেমাজি জিলাৰ প্ৰায়বোৰ গাৱঁতেই পতা হয়। পানী তোলা সবাহক লখিমী সবাহো বোলে। আঘোন মাহতেই এই সবাহ পতা হয়। কিছুমানে লক্ষ্মী পূৰ্ণিমাৰ দিনাও এই সবাহ পাতে। পানীতোলা সবাহ পতাৰ দিনা গাৱঁৰ ডেকা সকলে গাৱঁৰ প্ৰতিটো পৰিয়ালৰ পৰা চান্দা-বৰঙণি সংগ্ৰহ কৰে। আৰু পিঠা খুন্দিবৰ বাবে চাউল তোলে। গাৱঁত আগৰে পৰাই এই সবাহৰ বাবে বাৰীৰ কলৰ ঠোক কাটি পকাই ৰাখে। সেইদিনা গাৱঁৰ বাৰিক-বৰাই হৈ দিঁ ৰাইজক জাননী দিয়ে। এই সবাহ সাধাৰণতে ৰাতিহে পতা হয়। সবাহৰ প্ৰসাদৰ বাবে ডেকা সকলে চান্দা-বৰঙণিৰে শৰাইৰ মাহ-প্ৰসাদ যেনে- মগু, বুট, কল, কুঁহিয়াৰ আদি গোটায়।

সন্ধিয়াৰ পৰাই নামঘৰত ভকত বা বয়স্ক সকলে নাম ঘৰৰ তিনিমেৰ ঘেৰি ধৰা পাৰি বহে। পদূলী-মুখৰ ফালে জীয়ৰী -বোৱাৰীহঁত বহে। শৰাই সজোৱাজনে শৰাই সজায়। পাঠেকীয়ে ভাগৱত বা কীৰ্ত্তন পাঠ কৰে । মেধি-সাঁতোলাই নামঘৰৰ মূধত, আগত বহে। তাৰ পাছত নাম প্ৰসঙ্গ চলে। বায়নৰ নেতৃত্বত খোল বা মৃদং বজাই গায়ন গায়। ডেকাসকলে নাম ঘৰৰ পদূলী মূৰত ঢোল -তাল লৈ বিহু মাৰি থাকে ।

তাৰ পাছতেই পানী তুলিবলৈ যায়; আয়তী সকলে দুলনী-কলচী লৈ চাকি বন্তি-জ্বলাই ওচৰৰে নৈ ঘাটৰ পৰা পানী তুলিবলৈ যায়। আয়তী-সকলৰ পাছে পাছে দুজনে এখন কলপটুৱাৰে বনোৱা দোলা ভাৰ বৈ লৈ যায়। তাৰ আগত গাৱঁৰ গায়ন জোৰাই গায়ন গাই যায়। একেবাৰে আগত বিহুৱা দলটোৱে বিহু মাৰি যায়। আয়তীসকলে পানী-তোলা সবাহৰ নাম বা লখিমীসবাহৰ নাম গায় যায়। যাওঁতে দুগৰাকী আয়তীয়ে পথৰ কাষৰ গছে গছে এডাল এৰাঁ সূতা দুয়োফালে আঁৰি যায়। ঘূৰি আহোতেও এৰাঁ সূতা আৰে।

নদীৰ ঘাট পোৱাৰ পাছত নদীৰ ঘাটৰ পৰা এগৰাকী তিৰোতাই জাকৈৰে চুঁচি বুকা-মাটি আদি আনি দোলাত ভৰায়। আয়তী সকলে উৰুলী দিয়ে। তাৰ পাছত পুনৰ হৰি ধ্বনি দি গাৱঁৰ ৰাইজৰ কুশল-মঙ্গল কামনা কৰে। পানী তুলি

ৰাইজ ঘূৰি আহি নামঘৰত বহে। বায়নৰ নেতৃত্বত গায়নীয়া সকলে গায়ন গায়। গায়নীয়া দলে ক্ৰমে নাচ ধেমালি, বৰ-ধেমালি, সৰু ধেমালি চলনা আদি গায়। তাৰ পাছত সবাই সমাপ্ত হ'লে প্ৰসাদ বিতৰণ কৰে। মাহ - প্ৰসাদৰ লগতে একোটা বাহঁৰ চুঙাত লখিমী বটাই লৈ গৈ ভঁৰাল ঘৰত থয়গৈ।

এইদৰেই পানী তোলা সবাহৰ সামৰণি পৰে।

**বাৰে চহৰীয়া সবাহঃ**

ধেমাজি মহকুমাৰ অন্তৰ্গত আগতে ঢকুৱাখানা মহকুমাও আছিল। সেই সময়ত ধেমাজিত ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে সাতোটা মৌজা আছিল। যেনে ঃ- ঢকুৱাখনা, ঘিলামৰা (গোহাঁই মৌজা), মাছ খোৱা, বৰদলনি , পাইক মহল, ধেমাজি আৰু চিচি মৌজা। তাৰ পাছত ১৯৬৫ চনতহে অৰুণাচলৰ পাছিঘাটৰ পৰা জোনাই বা মুৰ্কংচেলেক এলেকা ফালি আনি ধেমাজিৰ সৈতে চামিল কৰা হয়। আগৰ সাতোটা মৌজাৰ ৰাইজে লগ লাগি বাৰেচহৰীয়া সবাহ যিকোনো এটা মৌজাৰ একোখন গাৱঁত পাতে। সেই মৌজাৰ সকলো ৰাইজে সহায়-সহযোগ কৰে।

যি ঠাইত বাৰে চহৰীয়া সবাহ হয় সেই ঠাইৰ একোটা বৰ নামঘৰত ৰভা পৰলা দিয়েই ৰভা বা বৰ নামঘৰৰ মজিয়াত প্ৰতিটো মৌজাৰ বয়োবৃদ্ধ গুণী-জ্ঞানী সকল, মুখীয়াল লোকসকল, মেধি-সাত্ৰেলাসকল, গোট-পিত খাই ৰাজহুৱা সমস্যাবোৰৰ কথা আলচ কৰে। এই আলোচনাত ধেমাজি ঢকুৱাখানা অঞ্চলটোৰ ৰাইজৰ ৰাজহুৱা প্ৰধান প্ৰধান সমস্যাবোৰৰ সম্পৰ্কেই আলোচনা কৰা হয়। মুখীয়াল সকলে কেনেকৈ সেই সমস্যাবোৰ সমাধান কৰিব পাৰি তাৰ পৰামৰ্শ বক্তব্যৰে দাঙি ধৰে। লগে লগে নামঘৰত শৰাই-সফুৰা পাতি চাকি-বন্তিও জ্বলোৱা হয়।

এই ধেমাজি ঢকুৱাখনা অঞ্চলটোক আগতে অবিভক্ত লক্ষীমপুৰ জিলাৰ উত্তৰ পাৰ বোলা হৈছিল। অঞ্চলটোৰ ৰাইজক উত্তৰ পৰীয়া ৰাইজ বুলি আখ্যা দিয়া হৈছিল। এবাৰ এই উত্তৰ পাৰ অঞ্চলত মানৰ আক্ৰমণৰ আৰ্হিৰে মিচিং লোক সকলে লুট-পাত কৰিছিল। তেতিয়া ইয়াৰ বহুতো গাৱঁৰ ৰাইজে ভয়তে বস্তু-বাহানি হাবিত লুকুৱাই ঘৰ এৰি পলাইছিল। এই ঘটনাৰ ফলত এই অঞ্চলত থকা মাৰোৱাৰী ব্যৱসায়ী কিছুমান ভয়তে পলাই নিজৰ ৰাজ্যলৈ গুচি গৈছিল।

ইয়াকে বিখ্যাত লুট-পাতৰ ঘটনা বোলে। ১৯১৮ চনত ঘটা এই ঘটনা বিখ্যাত মোহন গামৰ মোকৰ্দ্দমা নামেৰে জনাজাত। আগৰ চাম মানুহে এই ঘটনাক কেন্দ্ৰ কৰিয়েই নিজৰ বয়সৰ হিচাব দিয়ে। জামুগুৰিৰ বাৰে চহৰীয়া ভাওনাৰ লগত যেন উত্তৰ পাৰৰ বাৰে চহৰীয়া সবাহৰ মিল আছে। লুট-পাটৰ ঘটনাৰ কথাও বাৰে চহৰীয়া সবাহতে আলোচনা হৈছিল।

## ৰঙালী বিহুত গোহাঁই গাৱঁৰ কুকুৰাযুঁজঃ

অসমৰ ধেমাজিত বসবাস কৰা সৰহখিনি লোকেই মঙ্গোলীয় মূলৰ। মঙ্গোলীয় লোকৰ মানত কুকুৰা চৰাই মঙ্গলৰ প্ৰতীক। মঙ্গোলীয় লোক সকলৰ বিভিন্ন আচাৰ-অনুষ্ঠান যেনে ঃ- পূজাঁ-পাতল, সকাম-নিকামত কুকুৰা চৰাই আগবঢ়োৱা হয়। মঙ্গোলীয় লোক সকলে পালন কৰা ডাম পুজাঁ বা মৃতকৰ সকামত কুকুৰা চৰাই মাৰি পূজা আগবঢোৱা হয়।

ৰঙালী বিহুত কুকুৰা কণীৰ যুজঁ আৰু কুকুৰা যুজঁ এক পৰম্পৰা হিচাবে উত্তৰ পাৰত আহোম ৰাজত্ব কালৰ পৰাই চলি আহিছে। আহোম স্বৰ্গদেউসকলে ৰংঘৰৰ বাকৰিত ৰঙালী বিহুত সাত দিন, সাত ৰাতি বিহু মাৰিছিল । ৰংঘৰৰ বাকৰিত ৰঙালী বিহুত মহযুজঁ, হাতী যুজঁ, শেন যুজঁ, আদি যুজোঁৱাৰ লগতে কুকুৰাও যুঁজাইছিল। ধেমাজিৰ প্ৰাচীন ঐতিহাসিক গোহাঁই গাৱঁতো এই কুকুৰা যুজঁৰ পৰম্পৰা প্ৰাচীন কালৰে পৰাই চলি আহিছে।

ৰঙালী বিহুৰ সাতদিন যাওঁতে নাইবা ন-দিন যাওঁতে অথবা এঘাৰ দিন যাওঁতে ধেমাজিৰ গোহাঁই গাৱঁত কুকুৰা যুজঁ পতা হয়। সেইদিনাই গোহাঁই গাৱঁত বিহু উৰুৱা হয় অৰ্থাৎ বিহু সামৰা হয়। বিহু উৰুৱাৰ পাছতেই কৃষক ৰাইজে শালী খেতিৰ কামত লাগি যায়। শালি খেতিৰ বাবে কঠীয়া পৰা; মাটি চহোৱা আদি কামত লাগে। আগতে লেছীয়া বিলৰ পাৰৰ বহল মুকলি পথাৰত কুকুৰা যুজোঁৱা হৈছিল। আজি-কালি অৱশ্যে ৰংচিতিওৱা পথাৰত কুকুৰা যুজঁ চলে। সেইদিনা ন-মান বজাৰ পৰা মুকলি পথাৰত কুকুৰা যুজঁৰ ঠাইত চাৰি চুকীয়াকৈ শাৰী পাতি কাষে কাষে ৰাইজ ঠিয় হয়গৈ। দুপৰীয়া বাৰমান বজাত কুকুৰা-যুজোঁৱা হয়। প্ৰথমে পূৱা-পশ্চিমাকৈ দুমূৰৰ পৰা দুটা মতা কুকুৰা ঠেঙত চুৰি কটাৰি বান্ধি যুঁজিবলৈ মেলি দিয়া হয়। এটা ৰঙা মতা কুকুৰা আৰু আনটো বগা মতা কুকুৰা; প্ৰথমেই কুকুৰাৰ মালিক দুজনে ৰাইজৰ মাজত কুকুৰা যুজোৱা

মুকলি ঠাই টুকুৰাত গৈ দুমুৰে দুজনে বহি কুকুৰা দুটা যুঁজিবৰ বাবে আগবঢ়াই দিয়ে। ৰঙা কুকুৰা প্ৰজাৰ প্ৰতীক; বগা হ'ল ৰজা ঘৰৰ প্ৰতীক। বগা হাৰিলে ৰজা ঘৰৰ অমঙ্গল আৰু ৰঙা হাৰিলে প্ৰজাৰ অমঙ্গল বুলি ধাৰণা কৰা হয়। আৰু বগা জিকিলে ৰজা ঘৰৰ মঙ্গল আৰু ৰঙা জিকিলে প্ৰজা ঘৰৰ মঙ্গল বুলি বিশ্বাস কৰে।

যিসকল কুকুৰাৰ মালিক তেওঁলোকে আগদিনা উপবাসে থাকে। গা-পা ধুই শুভ্ৰ বগা কাপোৰ পিন্ধি যুজঁলৈ বুলি দুমুৰৰ পৰা দুয়োটা কুকুৰা মেলি দিয়ে। যুঁজৰ আগতে কুকুৰাক লংগুটি আদিও খুউওৱাৰ নিয়ম।

কুকুৰাই জপিয়াই জপিয়াই যুজেঁ। পাখি মাৰি ওপৰলৈ উৰি উৰি যুজেঁ। কুকুৰাৰ ঠেঙত থকা আলত বান্ধি দিয়া চুৰিৰে ইটোৱে সিটোৰ গাত মাৰে। অৰ্থাৎ আচোৰেঁ । ঠুটেৰেও খুটা-খুটি কৰে। ভৰিৰ ঠেঙুৰ আলজুৰৰ লগতে বন্ধা চুৰি কটাৰি লাগি কুকুৰা তেজেৰে ৰঙা-ৰাঙলী হৈ পৰে। কোনোটোৱে হৰাটোৰ ওপৰত উঠি খুটি আচুৰি বহি লয়। তেতিয়া ৰাইজে গৈ এৰোৱাই দিয়ে। দৰ্শক ৰাইজৰ মাজত চিএগুৰৰ ৰোল উঠে। হৰ্ষধ্বনি হয়।

এযোৰ কুকুৰাৰ যুজঁ শেষ হ'লে দ্বিতীয় এযোৰ কুকুৰা পুনৰ যুজোঁৱা হয়।

প্ৰথমবাৰ যদি ৰঙা হাৰে, পুনৰ দ্বিতীয় বাৰত হয়তু ৰঙা যদি জিকে তেতিয়া ৰজা প্ৰজাৰ ভাল-বেয়া সমানেই হয় বুলি বিশ্বাস কৰা হয়।

কুকুৰা যুজঁৰ দিনা গোহাঁই গাৱঁৰ বিহুৱা দলে বিহু উৰুৱায় বা বিহুৰ সামৰণি মাৰে। সেই দিনাৰ পৰাই ধেমাজি মৌজাৰ প্ৰায়বোৰ বিহুৱা হুচঁৰীৰ দলে বিহু সামৰে।

কুকুৰা যুজঁৰ এফাঁকি গীতো প্ৰচলিত হৈ আছে।

যেনে ঃ- "ধনবৰ ঐ মনবৰ ঐ
লৈ আন কুকুৰা যুজাঁওনা ঐ '।

এই গীত ফাকিৰ সৈতে এক জন শ্ৰুতি বা কিংবদন্তী বিজড়িত হৈ আছে। ধেমাজিৰ বুঢ়া লোকসকলৰ মুখৰ পৰা শুনামতে আগৰ দিনত ধেমাজিত থকা আহোম জনগোষ্ঠীৰে ভৰা গোহাঁই গাওঁ আৰু সোণোৱাল কছাৰী জনগোষ্ঠীৰ যঁতৰকটীয়া গাৱঁৰ মাজত কুকুৰা যুজঁ চলিছিল। তেতিয়াৰ দিনত ধেমাজি মৌজাৰ যঁতৰকটীয়া গাৱঁতহে এই কুকুৰা যুজঁ চলিছিল বুলিও শুনি যায়।

সোণোৱাল কছাৰী সম্প্ৰদায়ৰ মাজত ধনবৰ আৰু মনবৰ নামৰ দুজন ককাই-ভাই আছিল। তেওঁলোক সমাজৰ আগৰণুৱা বা মুখীয়াল লোক আছিল। যঁতৰকটীয়াত হোৱা কুকুৰা যুজঁত বোলে ধনবৰ আৰু মনবৰেই আগভাগ লৈছিল। এবাৰ যতকটীয়া গাওঁ আৰু গোহাঁই গাঁৱৰ মাজত 'কুকুৰা যুঁজ চলাই থাকোতে এক বিবাদৰ সূত্ৰ-পাত হয়। তেতিয়া ধনবৰ আৰু মনবৰে গোহাঁই গাঁৱৰ ৰাইজৰ লগত 'কুকুৰা নুযুঁজাওঁ' বুলি, কৈ আতৰি গুচি যায়গৈ। সেয়েহে কুকুৰা যুজঁত গোৱা এই গীত ফাঁকিত ধনবৰ আৰু মনবৰ নাম উল্লেখ আছে।

এক কিংবদন্তীমতে ধনবৰ আৰু মনবৰে "কুকুৰা যুঁজ নাপাতো" বুলি এৰি থৈ গুচি যায়গৈ। ধনবৰে খণ্ডতে নিজৰ গাৰ চোলাটোকে ফালি বাটঘৰীয়াৰ শিঙিমাৰিৰ ওচৰত এটা পুখুৰীত পেলাই থৈ যায়। ধনবৰৰ চোলাটো পেলাই থৈ যোৱা পুখুৰীটো বা জালাহখন আজিও 'ধনবৰ চলা' নামেৰে জনাজাত হৈ আছে। কছাৰী সম্প্ৰদায়ৰ মুখত পৰি 'ধনবৰৰ চোলা' শব্দটো মুখ বাগৰি 'ধনবৰ চলা' হয়গৈ বুলি ধাৰণা হয়। বিহুগীতত কুকুৰাৰ সম্পৰ্কে উল্লেখ আছে -

" কুকুৰা কুকুৰা অজাতি কুকুৰা
ভুকুৱাই মাৰিছে তোক।
ৰাতি নৌপুৱাওঁতেই কিয় ডাকে দিলি
ধনে এৰি যায় মোক।।"

## ঢকুৱাখনাৰ ফাটবিহু ঃ

লোক সংস্কৃতিৰ ক্ষেত্ৰত অসম যথেষ্ট চহকী। অসমৰ বাৰেবৰণীয়া জনগোষ্ঠী সমূহৰ লোক সংস্কৃতিও বাৰে-ৰহনীয়া। ডুবিৰ পৰিহৰেশ্বৰ দেৱালয়ৰ দেৱদাসী নৃত্যৰ পৰা মঙ্গলদৈৰ ব্যাসকুছিৰ ওজা-পালিলৈকে আৰু বৰপেটাৰ নাওখেলৰ পৰা ঢকুৱাখনাৰ ফাট বিহু লৈকে বিভিন্ন লোক সংস্কৃতিয়ে অসমৰ লোক সংস্কৃতিক বৰ্ণাঢ্য কৰি তুলিছে। ঢকুৱাখনাৰ ফাট বিহু এক পৰম্পৰাগত লোক সংস্কৃতি।

অসমীয়া 'হাট' শব্দই যিদৰে একোখন বেপাৰ-বাণিজ্য কৰা ঠাই বা ঠাইক বজাৰ বুজায়, সেইদৰেই 'ফাট' শব্দয়ো একোখন বেপাৰ-বাণিজ্য কৰা ঠাইকে বুজায়। কিন্তু একেখন ঠাইৰ মানুহে বেপাৰ-বাণিজ্য কৰা ঠাইক 'হাট' বোলে আৰু কেইবাখনো ৰাজ্যৰ মানুহে বেপাৰ-বাণিজ্য কৰা ঠাইক 'ফাট' বোলে।

'ফাট' শব্দটো সম্ভৱতঃ আহোম ভাষাৰ শব্দ। আহোম স্বৰ্গদেউ সকলৰ ৰাজত্ব কালত স্বৰ্গদেউ সকলে ৰাজ্য খনৰ বেহা-বেপাৰৰ দিশটোলৈও চকু দিছিল। স্বৰ্গদেউ সকলে অসমীয়া সমাজখন স্বাৱলম্বী কৰি তুলিবৰ বাবে ৰাজ্য খনৰ ঠায়ে ঠায়ে নাপিত, ধুবী, তাঁতী, তেলী, মুছী, গুণাকটীয়া, সোণাৰী, চমাৰ, কহাৰ, কমাৰ, কুমাৰ আদি সমাজৰ উদ্যোগ শিল্পী সকলক স্থাপন কৰিছিল। ঠিক সেইদৰেই ঠায়ে ঠায়ে বেপাৰ-বাণিজ্যৰ বাবে 'হাট' আৰু 'ফাট' পাতিছিল। নিজৰ ৰাজ্যখনৰ একোটা অঞ্চলৰ লোকে য'ত বেপাৰ বাণিজ্য কৰিছিল বা বজাৰ বেহাইছিল সেই ঠাইক 'হাট' বুলিছিল আৰু য'ত কেইবাখনো চুবুৰীয়া ৰাজ্যৰ লোকে বজাৰ বেহাইছিল সেই ঠাইবোৰক 'ফাট' বুলি কোৱা হৈছিল। ফাটবোৰ সাধাৰণতে সীমামূৰীয়া ঠাইত আছিল। আহোম যুগৰ কেইখনমান হাট হ'ল ঃ যোৰহাট, কছাৰী-হাট, খিটলুৰ হাট, নাম চাং, টিপাম, নাজিৰাৰ হাট, ৰহা হাট, ঘগ্ৰাপাৰ হাট, কুকনৰ হাট ইত্যাদি। সেইদৰেই আহোম ৰাজত্ব কালৰ কেইখন মান উল্লেখযোগ্য 'ফাট' হৈছে যেনেঃ- হাদিৰা চকী ফাট, নগা ফাট, বৰহাট ফাট, নামচাং ফাট, কলৰ ফাট, হলাৰ ফাট আৰু ঢকুৱাখনা ফাট ইত্যাদি। হাদিৰা চকী ফাটত অসম আৰু পশ্চিমৰ ৰাজ্যবোৰৰ মাজত বেহা-বেপাৰ চলিছিল— নগা সকল আৰু অসমৰ মুদৈসকলৰ মাজত বেহা-বেপাৰ চলিছিল নগাফাট, নামচাং, বৰহাট আদি বজৰাৰ কেন্দ্ৰবোৰত। সেইদৰেই অৰুণাচলৰ আদি, নিছি, মিছিমি, আপাতানি আদি পাহাৰীয়া জনজাতি সকলে ধেমাজিৰ ওচৰত থকা চিচি দোৱাৰ, বৰবৰুৱা দোৱাৰ আৰু ডফলা দোৱাৰেদি অৰুণাচলৰ পাহাৰৰ পৰা নামি আহি ঢকুৱাখনাৰ ফাটত বজাৰ বেহাইছিল। লগতে ভুটানৰ ভুটীয়া সকলেও আহি ঢকুৱাখানা ফাটত বজাৰ কৰিছিল। অৰুণাচল পাহাৰৰ পাহাৰীয়া লোক সকলে আহি ঢকুৱাখনা ফাটত মৌ আঠা, গাঁঠিয়ন, গান্ধকলাই , আদা, কচু, জলকীয়া, আহোম আঠা, পেন-পেনি আদি বিক্ৰি কৰিছিল, আৰু তাৰ পৰিৱৰ্ত্তে ঢকুৱাখনা 'ফাট'তৰ পৰা অৰুণাচলীসকলে অসমীয়া লোকৰ পৰা কিনি নিছিল- চাউল, ধান, মুগাৰ কাপোৰ আৰু মুগাসূতা, এড়ী কাপোৰ আৰু এড়ী সূতা, লো, মজাঠি ইত্যাদি। অৰুণাচলৰ পাহাৰীয়া লোকসকলে কেনেকৈ দোৱাৰ বোৰেদি নামি আহি ঢকুৱাখানাৰ ফাটত বজাৰ বেহাইছিল সেইকথা 'অসম বুৰঞ্জী' পুথিত উল্লেখ আছে। যেনে- 'চিচি নদীৰ পশ্চিম পাৰৰ পৰা গাই নদীলৈ দবাৰ, আবৰ, মেৰা, টাই-ফৈদীয়া (টাই পদীয়া) হুগি- এই চাৰিখন চাং নামিব পায়। সেই গাইনদীৰ

পৰা সোৱণশিৰীলৈকে বৰবৰুৱা দোবাৰ বোলে। সেই দোবাৰে চাংমিৰি ডফলালৈকে নামিব পায়। ” - এই চিচি নদী, গাইনদী, সোৱণশিৰী নদী ঢকুৱাখনা ধেমাজিতে আছে।

নগাৰ ফাট, হলাৰ ফাট, খিটলুৰ ফাট, দৰঙামেলা, সোৱণখাতা, ওডালগুৰি আৰু ঘগ্ৰাপাৰৰ মেলাৰ দৰেই ঢকুৱাখনাৰ ফাটতো ৰঙালী বিহুৰ সময়ত মেলা বহে। ঢকুৱাখানা ফাটত অৰুণাচলৰ পাহাৰীয়া মিৰি,মিছিমি, আদি (আবৰ), আপাতানি, ভূটীয়া আৰু তিৰ্ব্বতী সকলে বিক্ৰি কৰিছিল— মিছিমি তিতা, মৌসিতা, গান্ধকলাই, মৌ, সৈন্ধৱ লোণ, আদা, কচু, জলকীয়া, মেথোন, গাহৰি, কুকুৰা, মিৰিঝিম আদি।

সেয়েহে ঢকুৱাখানাৰ ফাটত গোৱা এফাঁকি বিহুগীতত উল্লেখ আছে-

“কেনেকৈ পাহৰিম তোকে ঐ লাহৰী
কেনেকৈ পাহৰিম তোক;
মিছিমি আহিব  বৰ বিহু আনিব
তাকে খাই পাহৰিম তোক।”

ঢকুৱাখানা ফাটত চ'তৰ দোমাহী বা সংক্ৰান্তিৰ দিনৰ পৰা বহাগলৈকে ৰঙৰ ৰঙালী বিহুৰ মেলা বহে। এই মেলাৰ সময়তেই ঢকুৱাখনা ফাটত বজাৰ কৰিবলৈ অহা পাহাৰীয়া মিৰি, মিছিমি, নগা, খাছীয়া, ভূটীয়া, নেপালীসকল আৰু ঢকুৱাখনা অঞ্চলৰ ভৈয়ামৰ আহোম, কোচঁ, চুতীয়া, কছাৰী, মিৰি, দেউৰী, বৰাহী, মৰাণ, মটক, কলিতা, বামুণ, গণক আদি সকলোৱে একেলগ হৈ যৌথভাবে বিহু মাৰে। অৰ্থাৎ সমদল হৈ বিহুগীত আৰু বিহুনৃত্যৰ তালে তালে, চেৱে-চেৱে ৰব নোৱাৰি সকলোৱেই নাচিবলৈ ধৰে। এনেকৈয়ে ৰঙালী বিহুত ঢকুৱাখনা ফাটত অনুষ্ঠিত হোৱা উমৈহতীয়া বিহুকেই হয়তো ‘ফাটৰ বিহু বা ‘ফাট’ বিহু বোলা হৈছিল। এইয়াই আছিল ঢকুৱাখনাৰ ফাট বিহুৰ পৰম্পৰা। গোটেই বহাগ মাহটোৱেই ঢকুৱাখনা ফাটত বিহু চলি থাকে। ৰং আৰু আনন্দত মতলীয়া হৈ সকলোৱে একেলগে গায় আৰু নাচে। জাত-কূল নেওচি, পীড়িতিৰ এনাজৰীৰে বান্ধ খাই একাকাৰ হৈ পৰে। তেতিয়াই ঢকুৱাখনাৰ ফাট বিহুত ডেকা-গাভৰুৱে গায় -

‘পাহাৰত বাজিলে বৰ কাহঁ এখনি
ভৈয়ামত বাজিলে ঢোল।”

নাইবা -" তোৰো মনে গলে, মোৰো মনে গলে কি কৰিব কলিতা কুলে।"

ফাট বিহুত কোনোবা মিচিং ডেকাই কোনোবা আহোম গাভৰুৰ লগত', আহোম চুতীয়া ডেকাই মিচিং গাভৰুৰ লগত পীড়িতিৰ এনাজৰীয়ে বান্ধ খাই বিবাহ পাশত আবদ্ধ হয়। সম্বন্বয়ৰ মৌকোহঁ ৰচনা কৰে।

. এনেদৰেই আহোম ৰাজত্ব কালৰে পৰাই পৰম্পৰাগত ভাবে ঢকুৱাখনাত বহাগ মাহত ফাট বিহু পতাৰ পৰম্পৰা প্ৰচলিত হৈ আহিছে। আজিও ঢকুৱাখনাত বহাগৰ সাতদিন, নদিন বা এঘাৰ দিনৰ দিনা ঢকুৱাখানাৰ সকলো জনগোষ্ঠীৰ লোকে সমিল মিলেৰে উমৈহতীয়া ভাবে ফাটবিহু পালন কৰি আছে।

আজি কালিও ঢকুৱাখানাৰ সকলো সম্প্ৰদায় যেনে - আহোম, চুতীয়া, কোচঁ, কলিতা, ব্ৰাহ্মণ, গোসাই, কৈৱৰ্ত্ত, মিচিং, কছাৰী, দেউৰী সকলোৱে মিলিজুলি ঢকুৱাখনাত বহাগৰ সাতদিন, ন দিন বা এঘাৰদিন যাওঁতে ফাটবিহু পাতে। এই ফাট বিহুত বাস্তৌ গাৱঁৰ আহোম বিহুৱা দলকে ধৰি কৈৱত্তৰ বিহুৱা দল, সোণাৰী চাপৰিৰ চুতীয়া বিহুৱাদল, ঘাঁহী গাৱঁৰ বিহুৱা দল, গোবিন্দপুৰ কোচঁ গাৱঁৰ বিহু, ডাংধৰাৰ মিচিং বিহুৱা, দল' খেৰ কটাৰ কছাৰী বিহুৱা দল আটায়ে বিহু মাৰে। ঢকুৱাখনাৰ ফাট বিহু সমন্বয়ৰ প্ৰতীক।

## ধেমাজিৰ অন্যান্য লোক সংস্কৃতি ঃ লোক ধৰ্ম্ম

ধেমাজি জিলাত বসবাস কৰা আহোম, চুতীয়া, কোচঁ, কছাৰী, মিচিং, দেউৰী, বড়ো, কৈবৰ্ত, তিৱা লালুংআদি সম্প্ৰদায় সমূহৰ সুকীয়া সুকীয়া লোক সংস্কৃতি আছে। এইবোৰ লোক সংস্কৃতিয়ে অসমৰ লোক সংস্কৃতিৰ জেউতি চৰাইছে। ধেমাজিত বসবাস কৰা প্ৰতিটো সংখ্যা গৰিষ্ঠ জনগোষ্ঠীৰে লোক সংস্কৃতি সম্পৰ্কে পাছত আলোচনা কৰা হৈছে।

ধেমাজি জিলাৰ লোকসকলৰ মাজত হিন্দু ধৰ্ম্মাৱলম্বী লোকসকলে হিন্দুৰ বিভিন্ন ধৰ্ম্মীয় পন্থা অৱলম্বন কৰে। দুৰ্গা পূজাঁ, বিষ্ণু পূজাঁ, শৈৱ পূজাঁ, লক্ষ্মী পূজা, সৰস্বতী পূজাঁ, কালীপূজাঁ আদি পূজাঁ-পাতল কৰাৰ উপৰিও ইয়াৰ মিচিং সম্প্ৰদায়ে ডবুৰ পূজাঁ আৰু ডাঞি-পলক পূজাঁ কৰে। দেউৰী সকলে গোসানী শালত গোসাঁনী পূজা কৰে। বড়ো সকলে বাথৌ ব্ৰাই পূজাঁ কৰে। কছাৰী সকলে বাথৌ মন্দিৰত বাথৌ পূজা পাতে।

ধেমাজি জিলাৰ হিন্দুধৰ্ম্মী লোক সকল মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱে প্ৰচাৰ কৰা বৈষ্ণৱ ধৰ্ম্মৰ অনুগামী যদিও শংকৰদেৱ স্বৰ্গী-হোৱাৰ পাছত পৰৱৰ্ত্তীকালত সৃষ্টি হোৱা ব্ৰাহ্ম সংহতি, পুৰুষ সংহতি, কালসংহতি আৰু নিকাহ সংহতিৰ বিভিন্ন পন্থাৰ মত অনুসৰি ধৰ্ম্মীয় ৰীতি-নীতি মানি চলে। সেই মতেই যি যিটো মতপথ গ্ৰহণ কৰিছে তেওঁলোকে সেই পন্থৰ ৰীতি-নীতি মানি চলে। চাৰি সংহতিৰ সত্ৰ সমূহত ইয়াৰ লোক সকলে শৰণ লয়।

সম্প্ৰতি মহাপুৰুষ জনাৰ ভাগৱতী বৈষ্ণৱ ধৰ্ম্ম বা একশৰণ নাম ধৰ্ম্মৰ কিছু সংস্কাৰ সাধন কৰি শ্ৰীমন্ত শংকৰদেৱ সংঘই অসমৰ বিভিন্ন জিলাত সংঘৰ জিলা সংঘ' আঞ্চলিক সংঘ আৰু প্ৰাথমিক সংঘ প্ৰতিষ্ঠা কৰি ইবোৰত শৰণ-ভজন দি সংঘৰ নিজা আচাৰ-নীতি পালন কৰি আহিছে বহুতো লোকে।

ইতিমধ্যে স্বৰ্গীয় ইলাৰাম দাসৰ নেতৃত্বত শংকৰ সংঘৰ পৰা ফাটি গৈ সৃষ্টি হোৱা "এক শৰণ ভাগৱতী বৈষ্ণৱ সমাজ" ৰ জিলা, আঞ্চলিক আৰু প্ৰাথমিক শাখাত সদস্যভূক্ত হৈ কিছুলোকে শৰণ-ভজন লৈ এক শৰণ ভাগৱতী সমাজৰ নীতি-কাণ্ঠা মানি বহুজনে চলি আহিছে।

ধেমাজি জিলাৰ বিভিন্ন খিলঞ্জীয়া অসমীয়া সমাজৰ প্ৰতিখন গাৱঁতে নামঘৰ আছে। নামঘৰত মণিকূটো আছে। এই নামঘৰত ভাওনা, সবাহ, ৰাসলীলা, তিথি আদি গাৱঁৰ ৰাইজে সমূহীয়াকৈ পাতে। হিন্দুধৰ্ম্মৰ অন্যান্য সকলে ঠায়ে ঠায়ে শিৱ মন্দিৰ, কালী-মন্দিৰ, দুৰ্গা মন্দিৰ, বিষ্ণু মন্দিৰ, হনুমান মন্দিৰ, শনি মন্দিৰ, ভূতনাথ মন্দিৰ আদি প্ৰতিষ্ঠা কৰি সেইবোৰত পূৰ্জাঁ সেৱা কৰি আহিছে। ঢকুৱাখনাত এটি প্ৰাচীন জৈন মন্দিৰো আছে।

ইয়াৰ উপৰিও ধেমাজি জিলাত থকা প্ৰাচীন ঐতিহ্য মণ্ডিত থান, সত্ৰ, দেৱালয় মণ্ডিৰ আদিতো বিভিন্ন লোকে পূজা-সেৱা কৰি আহিছে।

এইবোৰ থান বা দেৱালয় হৈছে- লিকা বালিৰ মালিনী থান বা মালিনী মন্দিৰ, জোনাইৰ জোন কাৰেঙৰ ৰজা খান্দি মন্দিৰ, চিৰিপাণি দেউৰীৰ দেও শাল, ধেমাজিৰ কালি থান, দেওঘৰীয়া থান, মাছখোৱাৰ লেঙেৰী থান, পশ্চিম ধেমাজিৰ মঁণিপুৰীয়া গোসাঁনীৰ থান, পশ্চিম মাছখোৱাৰ হাৰ্হি গোসাঁনীৰ থান বা-হাৰ্হি দেৱালয়, ঢকুৱাখনাৰ মৰনৈ বেবেজীয়া বাসুদেৱ থান, চেলাজান কছাৰীৰ গৰখীয়া থান ইত্যাদি।

ধেমাজি জিলাৰ প্ৰাচীন সত্ৰবোৰ হৈছে চিমেন চাপৰি .... সত্ৰ, লিকাবালিৰ

ঘাৰমৰা সত্ৰ, চিচি ভেবেলীৰ চেকেৰা তলীয়া সত্ৰ আৰু ইয়াৰে গোসাঁইবাৰী আৰু ৰতনপুৰ শাখা, বুটীকোৰ হিঁলৈপাৰাৰ বটগএ্রা সত্ৰ, চিচিবৰ গাৱঁৰ বটগএ্রা সত্ৰ; বিষ্ণুপুৰ জামুগুৰিৰ বেলগুৰি সত্ৰ, মাছখেথাৱাৰ তামুল পুৰ সত্ৰ, ঘিলামৰাৰ তামুলবাৰী-সত্ৰ, ধেনুখনাৰ ঘাৰমৰা সত্ৰ, পশ্চিম মাছখোৱাৰ গোবিন্দপুৰ সত্ৰ', মৰনৈ বেবেজীয়াৰ বাসুদেৱ সত্ৰ, আদি প্ৰাচীন সত্ৰবোৰত ইয়াৰ লোকে বহুতেই শৰণ-ভজন লৈ নীতি-কাষ্ঠা মানি চলি আছে। ইয়াৰ উপৰিও ইয়াৰ লোক সমাজৰ বহুতো লোকে অসমৰ আন আন চাৰি সংহতিৰ সত্ৰ যেনে ঃ- আউনীআটী, কমলাবাৰী, কৰুৱাবাহী, দক্ষিণ পাট, আহঁত গুৰি, চেঁচা, বুধবাৰী, ন মাটি, কাটনিপাৰ আদি অসংখ্য সত্ৰত শৰণ লৈ সত্ৰৰ ৰীতি-নীতি মানি চলে।

মিচিং সম্প্ৰদায়ৰ বহুতো লোকে দ ঞি পল ধৰ্ম্ম মানি চলিবলৈ ধৰিছে। তদুপৰি ধেমাজিৰ বহুতো লোকে অনুকুল ধৰ্ম্ম, কৃষ্ণগুৰু ধৰ্ম্ম (ন- সত্ৰৰ ভকত) মানি চলিব ধৰিছে। ইয়াৰ উপৰিও ভাৰতৰ অন্যান্য প্ৰান্তৰ পৰা অহা সকলে চৈতন্য ধৰ্ম্ম, নাথ ধৰ্ম্ম, জৈন ধৰ্ম্মকে আদি কৰি অনেক বেলেগ বেলেগ ধৰ্ম্মৰ ৰীতি নীতি মানি চলে। ইচলাম ধৰ্ম্মী সকলে ঠায়ে ঠায়ে মছজিদ প্ৰতিষ্ঠা কৰি নিয়মীয়াকৈ, নামাজ আদি কৰে। শিখসকলে গুৰু গ্ৰন্থচাহেব পাঠ কৰে। খ্ৰীষ্টান ধৰ্ম্মীসকলে ঠায়ে ঠায়ে গীৰ্জা প্ৰতিষ্ঠা কৰি খ্ৰীষ্টান ধৰ্ম্মৰ বিধি বিধান মানি চলিছে। বিহাৰী-মাৰোৱাৰী সম্প্ৰদায়ৰ লোক সকলে হনুমান মন্দিৰ নিৰ্মাণ কৰি হনুমান পূজাও কৰা দেখা গৈছে।

সম্প্ৰতি ধেমাজিত তাই আহোম সম্প্ৰদায়ৰ একাংশ লোকে ফুৰালুং ধৰ্ম্ম গ্ৰহণ কৰি ফুৰালুং পূজা, জাচিংফা পূজা, মে-ডাম মে-ফি পূজা, আইচাংচিং পূজা আদি পাতে। ফুৰালুং পন্থীসকলে আহোম ভাষাৰ পেএ্র কাকাৰ মন্ত্ৰ মাতে আৰু মাইহাং প্ৰতিষ্ঠা কৰি লাক পাতি পূজা পাতে। তাই আহোম সকলে আহোম ভাষাতেই মন্ত্ৰ উচ্চাৰণ কৰি ফুৰা- তাৰাক প্ৰাৰ্থনা কৰে আৰু আহোম ভাষাতেই আৰ্শীবাদ দিয়ে।

এনেদৰেই ধেমাজি জিলাৰ লোক সমাজে লোক ধৰ্ম্ম পালন কৰি অহাৰ ধাৰা লক্ষ্য কৰা যায়।

## ঃ পৰম্পৰাগত লোক সংস্কৃতি ঃ

ধেমাজিৰ লোক সমাজে বহাগ বিহু, মাঘ বিহু আৰু কাতি বিহুৰ পৰম্পৰা

উজনি অসমৰ আন আন ঠাইৰ দৰেই পালন কৰে। বহাগৰ দোমাহীৰ দিনাৰ পৰাই ঢোল, তাল, পেপাঁ, বাঁহী লৈ গাৱঁৰ ডেকা-সকলে ঘৰে ঘৰে হুঁচৰি গায়। গাভৰু সকলে গছতলত বাঁহৰ তকা-গগনা লৈ বিহুগীত গাই গছতলৰ বিহু, জেং-বিহু, বা গাভৰু বিহু পাতে। বহাগৰ সাত বা নদিনৰ দিনা বিহু উৰুৱায়। তাৰ পাছত ডেকা -গাভৰু সকলে নামঘৰত ভোজ খায়।

বহাগত গৰু চৰোৱাৰ আগে আগে গাৱঁত গৰখীয়া সবাহ পাতে। বাৰিষা বৰষুণ নিদিলে বা খৰাং বতৰ হ'লে বৰষুণ দিবৰ বাবে ভেকুলী বিয়া পাতে। গাওঁবোৰৰ কিছুমানত বছেৰেকত এখন দিন ভাওনা, এখন ৰাতি ভাওনা পাতে।

মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱে দি থৈ যোৱা নামঘৰ আৰু নামঘৰক কেন্দ্ৰ কৰি গঢ়ি উঠা ধেমাজিৰ গাওঁবোৰৰ নামঘৰীয়া সমাজখনত লোক উৎসৱ, ধৰ্ম্মীয় উৎসৱ আদিৰে ৰসাল আৰু জীপাল হৈ থাকে। ধেমাজিৰ প্ৰতিখন গাৱঁৰ নামঘৰীয়া সমাজখন বৰা, বাৰিক, মেধি, সাতোলা, পাঠেক, বায়ন, নামঘৰীয়া আদি বিষয় ববীয়া মুখীয়াল লোক থাকে।

বায়নে নামঘৰত ভাওনাৰ নাট মেলাৰে পৰা ভাওনা অনুষ্ঠিত হোৱালৈকে আখৰা চলি থকা দিনবোৰত ৰাতি সদায় খোলৰ শব্দত গাওঁ ৰজন জনাই থাকে। ভাওনা কেতিয়াকৈ হ'ব বুলি গাৱঁৰ বুঢ়া-ডেকাই নহয়, জীয়ৰী-বোৱাৰী সকলেও আশাৰে বাট চাই থাকে। ভাওনাৰ দিনা গাৱঁত সকলোৰে মনত আনন্দ আৰু উলহ-মালহ জাগে।

সেইদৰেই কোনো এঘৰত বৰ বিয়া হ'লে, নোৱাই তোলনি বিয়া হ'লে নাইবা বৰসবাহ পাতিলে গাওঁখনৰ ৰাইজৰ মাজত আনন্দ আৰু উলহ-মালহ জাগে।

ধেমাজিৰ গাওঁবোৰৰ লোক সমাজে উজনি অসমৰ অন্যান্য ঠাইৰ দৰেই কেচুৱা জন্ম হ'লে বাজ ওলোৱা, কচুজাল দিয়া, শুদ্ধি সবাহ পতা আদি লোকাচাৰ পালন কৰা হয়। সেইদৰে মানুহ মৰিলেও মৰা শ' কাঠ সংস্কাৰ কৰা, তিনি দিনত তিলানী পতা, দহদিনত দহা, মাহেকত বা এঘাৰ দিনত দহা কাজ পতাৰ নিয়ম প্ৰচলিত।

ঘৰুৱা আচাৰ অনুষ্ঠান মানে সকাম-নিকাম যেনে-বছেৰেকীয়া বা শ্ৰাদ্ধ, নপুৰুষীয়া চাউল খোৱা, বছেৰেকীয়া নাম কীৰ্ত্তন, আদি ধেমাজিৰ লোক সমাজতো চলি আছে।

লোকগীত, লোকবিশ্বাস, প্ৰবাদ, সাধুকথা, প্ৰবচন, সাঁথৰ, কৌতুক আদিৰে ধেমাজিৰ লোক সংস্কৃতি চহকী হৈ আছে। সংগ্ৰহ নোহোৱাৰ বাবে এইবোৰ মৌখিক সাহিত্য লোপ পাব ধৰিছে।

**ধেমাজিৰ কেইটিমান জনগোষ্ঠী আৰু সাংস্কৃতিক পৰম্পৰা**

**(১) ধেমাজিৰ আহোম সম্প্ৰদায় আৰু সংস্কৃতিঃ**

ধেমাজি জিলাৰ সংখ্যা গৰিষ্ঠ জন সংখ্যাৰ এটি সম্প্ৰদায় হ'ল আহোম সম্প্ৰদায়। ধেমাজি, ঢকুৱাখনা, ঘিলামৰা, মাছখোৱা, বৰদলনি, চিচিবৰগাওঁ, যোৰকটা, পশ্চিম ধেমাজি আদি জিলাখনৰ বিভিন্ন ঠাইত আহোম জনগোষ্ঠীৰ লোকসকল সিঁচৰিত হৈ আছে। উজনি অসমৰ আন আন আহোম লোকৰ দৰেই ইয়াৰ আহোম লোকসকলো আদিতে দক্ষিণ চীনৰ ইউনান প্ৰদেশত আছিল বুলি ড° পদেশ্বৰ গগৈ দেৱে তেখেতৰ **"The Tai and the Tai Kingdom in Assam"** নামৰ গ্ৰন্থত উল্লেখ কৰিছে। চাওলুং চুকাফা ৰজাৰ নেতৃত্বত আহোমসকলে ক্ৰমে দক্ষিণলৈ প্ৰব্ৰজন কৰি আহি থাইলেণ্ড, বৰ্ম্মাদেশ, ম্যানমাৰ আদি ঠাইত কিছু কিছু দিন থাকি ১২২৮ খৃষ্টাব্দত পাটকাই পৰ্ব্বত পাৰ হৈ আহি 'ম্যুংডুন চুন খাম' অৰ্থাৎ 'সোণালী শস্যৰ দেশ' অসমত আঘোন মাহত উপস্থিত হয়হি। তেওঁলোকে আগৰ দিনৰ ঠাই (বৰ্ত্তমানে বেলেগ নাম পাইছে) যেনে - মুংৰি মুংৰাম, মুংখুমংজাউ, মুংগং আদি ঠাইত কিছু কিছু দিন থাকিহে পাছত অসমত থিতাপি লয়হি। চ্যুকাফাই আৰু তেওঁৰ পাছৰ ৰজাসকলে ক্ৰমে ইয়াৰ সৰু সৰু ৰাজ্যৰ ৰজা বা থলগিৰী বা থানাগিৰী সকলৰ লগত চিনা, পৰিচয় হৈ ৰাজনৈতিক বিচক্ষণাতাৰ ফলত চুতীয়া ৰাজ্য, বৰাহী ৰাজ্য, মৰাণ ৰাজ্য, কছাৰী ৰাজ্য আদি দখল কৰি বৃহত্তৰ অসম ৰাজ্য প্ৰতিষ্ঠা কৰিলে। থলুৱা ভাষা-সংস্কৃতি গ্ৰহণ কৰি তাই আহোম সকলেই বৃহত্তৰ অসম আৰু অসমীয়া জাতি গঠন কৰিলে। ইংলেণ্ডৰ ইংৰাজ জাতি যিদৰে গ্ৰীক, কেলটিক, ইটালিক, জাৰ্মানী আদি গোষ্ঠীৰ সংমিশ্ৰণত গঢ় লৈ উঠিছিল তেনেদৰেই অষ্ট্ৰিক. মঙ্গোলীয় আৰু আৰ্য্য বা ককেচীয় মানৱগোষ্ঠীৰ সংমিশ্ৰণত অসমীয়া জাতিও গঢ় লৈ উঠে আৰু অসমীয়া সংস্কৃতিয়ে গঢ় লৈ উঠে। সুবিন্যস্ত অসমীয়া সমাজ ব্যৱস্থা গঢ়ি তোলে। অৰ্থাৎ বিভিন্ন খেল বা ফৈদ যেনে- বৰুৱা, ফুকন, ৰাজখোৱা, হাজৰিকা, শইকীয়া, বৰা, হিলৈদাৰী, চাবুকধৰা, দা-ধৰা, ভাৰধৰা, চেকনি ধৰা, টাঙোন ধৰা, দৰবধৰা, আদি খেল বা ফৈদৰ সৃষ্টি কৰিলে। আহোম সকলেই

দক্ষ প্ৰশাসনীয় আৰু সামৰিক ব্যৱস্থাৰ সৃষ্টি কৰিলে। তেওঁলোকে হিন্দু ধৰ্ম্ম গ্ৰহণ কৰি এই ধৰ্মৰ ৰীতি-নীতি মানি চলি ব্ৰহ্ম সংহতি, পুৰুষ সংহতি, নিকাহ সংহতি আৰু কাল সংহতি প্ৰথাৰে চলিবলৈ ধৰিলে। আন একাংশ যেনে - আহোম পুৰোহিত মহন, দেওঁধাই, বাইলুং, আদিৰ পৌৰিহিত্যত পৰম্পৰাগত ফুৰালুং ধৰ্ম্ম পালন কৰি চলাই আছিল। আহোমৰ পৰম্পৰাগত ধৰ্ম্ম মানি চলাসকলে - ফুৰালু পূজা, লাংকুৰি পূজা, আইচাংচিং পূজাঁ আদি চলাই আহিছে। ধেমাজি জিলাৰ আহোম সকলেও এই দুই পন্থাৰে অৰ্থাৎ হিন্দুধৰ্ম্মৰ পৰম্পৰা আৰু আহোম পৰম্পৰাৰে ধৰ্ম্ম পালন কৰি চলা দেখা যায়। আহোম সকলে বিয়াত কুইলিংলাক অৰ্থাৎ এশ এগছ চাকি জ্বলাই চকলং কৰে। আহোম সকলে বংশাৱলী পাতে; বুৰঞ্জী লিখে। মূগা, এড়ী, পাট মেজাংকৰীৰ কাপোৰ প্ৰস্তুত কৰে। দ' মাটিত শালী খেতি কৰে। বাৰীত ঢাপ মাৰে। বানকাহী আৰু বানবাটিত আহাৰ খায়। এওঁলোকে বৰা চাউলৰ পৰা তৈয়াৰ কৰা সাঁজপানী বা লাওপানী খায়। গাহৰি, কুকুৰা, কুছীয়া, কেকুৰা, লেটাগুটি ( মুগা, এড়ী পলুৰ লেটা) খায়। মাছ শুকুৱাই গুড়ি কৰি শুকটি মাছ বনাই খায়। শুকান মঙহ, শুকান মাছ আৰু বগৰি গুড়ী খায়। চেৱাত দিয়া বৰাভাত খাই ভাল পায়। আগৰ দিনত এওঁলোকে চাপকন চোলা পিন্ধি মূৰত পাগুৰি মাৰিছিল। ককাঁলত টঙালি বান্ধিছিল। ধেমাজিৰ একাংশ আহোমে কালসংহতি পন্থাৰে কেৱল ধৰ্ম্ম বা ৰাতি খোৱা প্ৰথা মানি বৰসেৱা, ডাঙৰীয়া সকাম, মৃতকৰ সকাম আদি সাঁজপানী আৰু কুকুৰা মাংসৰে পাতে। সাঁজপানী আৰু কুকুৰা মাংস খায়। সেইদৰেই আন আন সংহতিৰ অধীনতো হিন্দু ধৰ্ম্মৰ ৰীতি-নীতি মানি চলে।

## আহোমৰ পৰম্পৰাগত কেইটিমান পূজা উৎসৱ ঃ

**(১) ফুৰালুং পূজা ঃ-** ফুৰালুং ধৰ্ম্মৰ এক উল্লেখযোগ্য পূজা হ'ল ফুৰালুং পূজা। ফ্ৰা-তাৰা আলং বা সৃষ্টিকৰ্ত্তাক কৰা পূজাকে ফুৰালুং পূজা বোলে। ফুৰালুং পূজাত ১০১খন চাকি জ্বলোৱা হয়। এই পূজাত সম্পূৰ্ণ নিৰামিষ দ্ৰব্য উছৰ্গা কৰা হয়; অৰ্থাৎ কোনো জীৱ বধ কৰা নহয়। অসমৰ লোক সমাজে পতা বৰ সবাহ আৰু ফুৰালু পূজা একেই বুলিব পাৰি।

**(২) ওমফা পূজা ঃ-** ফুৰালুং-পন্থী সকলে তেওঁলোকৰ উপাস্য দেৱতা সকলৰ সন্তোষ্টিৰ অৰ্থে ওমফা পূজা পাতে। 'ওম' মানে পূজা কৰা আৰু 'ফা' মানে

দেৱতা। অৰ্থাৎ 'ওমফা' মানে দেৱতা সকলৰ বাবে কৰা পূজা। তাই আহোম সকলে শিৱসাগৰৰ আমলখি ৰঙাগড়াত থকা দেওশালত প্ৰতি ১২ বছৰৰ মূৰে মূৰে ওমফা পূজা পাতে। ওমফা পূজাত হাঁহ, কুকুৰা, পাৰ, ছাগলী, গাহৰি আনকি মহো উছৰ্গা কৰি বলি দিয়া হয়।

**(৩) মে-ডাম মে-ফি পূজা** ঃ- ফুৰালু ধৰ্ম্মৰ এটি উল্লেখযোগ্য পূজা হ'ল মে-ডাম মে-ফি পূজাঁ। 'মে' মানে পূজাঁ 'ডাম' মানে মৃতক আৰু 'ফি' মানে দেৱতা। অৰ্থাৎ মৃতক দেৱতাসকলক উদ্দেশি কৰা পূজাকে মে-ডাম মে-ফি পূজাঁ বোলে। তাই আহোম সকলে প্ৰতি বছৰেই ৩১ জানুৱাৰীৰ দিনা এই পূজাঁ পাতে। বিভিন্ন অঞ্চলতো মে-ডাম মে-ফি পূজা পাতে।

**(৪) ৰিকখ্খন পূজা** ঃ- ৰিকখ্খন হৈছে ফুৰালুং পন্থীসকলৰ এক অন্যতম পূজা। ৰাজ্য, ৰজা আৰু ৰাইজৰ মঙ্গল কামনা কৰি এই পূজা পাতে। 'ৰিক' মানে মতা বা আহ্বান কৰা; 'খ্খন' মানে আয়ুস। 'ৰিক্খ্খন' মানে আয়ুস মতা বা আয়ুস তোলা উৎসৱ। কেতিয়াবা কোনোবা এজন পানীত পৰি ভয় খালে বা নদীত বা পুখুৰীত পৰি ভয় খালেও এনেকৈ আয়ুস তোলা পূজা পাতে। টান নৰীয়াত পৰিলেও ৰিকখ্খন পাতে। যুদ্ধ যাত্ৰা বা যুদ্ধ জয়লাভৰ পাছতো এই ৰিক্খ্খন পূজা পতা হয়।

**(৫) লাংকুৰি পূজা** ঃ- ফুৰালুং পন্থী তাই আহোমসকলে লাংকুৰী পূজা পাতে। 'লাংকুৰি' মানে সদাশিৱ দেৱতা। 'লাংকুৰি' ক বনদেৱতা বা পাহাৰীয়া দেৱতা বুলিও কয়।

**(৬) জাচিংফা পূজা** ঃ- বিদ্যাৰ অধিষ্ঠাত্ৰী দেবী অৰ্থাৎ সৰস্বতী দেবীক 'জাচিংফা' বুলি কোৱা হয়; বিদ্যা লাভৰ উদ্দেশ্যে তাই আহোম সকলে এই পূজা পাতে।

ইয়াৰ উপৰিও তাই আহোম সকলে "আইজংলাও নিজংখাম' অৰ্থাৎ লক্ষ্মী পূজা আদিও পাতে। আহোমৰ জন্ম, মৃত্যু আৰু বিবাহৰ ৰীতি-পৰম্পৰা বেলেগ ধৰণৰ। বৰ বিয়াত চকলং পতা হয়।

**সাজ পাৰ** ঃ- আহোম সকলে কৃষি কৰ্ম বা অন্যান্য কৰ্ম কৰোতে পুৰুষে গাত ছুটি চাপকন চোলা আৰু উৎসৱ আদিত দীঘল চাপকন চোলা পিন্ধে। তলত চকীয়া বা ফানুং পিন্ধে। মূৰত পাগ বা পাগুৰি মাৰে। মুগলাই পাগুৰি বা ফচৌ পাগুৰিও মাৰে। গাত মুগাৰ পাতৰ কাপোৰ, মুগাৰ বা পাতৰ চুৰীয়া, পাটৰ চেলেং আৰু পাটৰ বা মুগাৰ পাগুৰি মাৰে। কেতিয়াবা নৰা-চোলাও পিন্ধে। ৰজাই মেজাংকৰী

আৰু গোমচেঙৰ চোলাও পিন্ধিছিল। যুদ্ধৰ সময়ত কবচ কাপোৰ পিন্ধে। আজিকালি মুগা, পাট আদিৰ অভাবত কপাহী কাপোৰহে ব্যৱহাৰ কৰে।

মহিলা সকলে গাত কপাহী , মুগা আৰু পাটৰ মেখেলা আৰু ৰিহা পিন্ধে। গাত চেলেং, খনীয়া কাপোৰ পিন্ধে। অলংকাৰৰ ভিতৰত সোণৰ কেৰু, লোকাপাৰ, গেজেৰা, মাদুলি, বিড়ি, ডুগডুগী, হাতত গাম খাৰু, আৰু হাতৰ আঙুলিত আঙঠি পিন্ধে। তদুপৰি বৰকাপোৰ এড়ী কাপোৰ, খনীয়া কাপোৰ গাত লয় । হাচঁতি লৈ ফুৰে। তদুপৰি মহিলাই আঙঠি, গলপতা, মুঠি খাৰু, ঢোলবিড়ী, ঠুৰীয়া জোন বিড়ী আদিও পিন্ধে।

**মহিলা শিল্পঃ-** আহোম মহিলাই মূগা, এড়ী আৰু পাট পলু পুঁহি তাৰ পৰা সূতা কাটি কাপোৰ বৈ লয়। কপাহৰ সূতা কাটিও কাপোৰ বৈ লয়। ঢকুৱাখনা, ঘিলামৰা, পশ্চিম ধেমাজিত অসমৰ ভিতৰতে বেছি কৈ মূগা উৎপাদন হয়।

**পুৰুষৰ শিল্প ঃ-** বাহঁৰ পৰা খৰাহী, ছালনী, ডলা, পাছী, ধৰা আদি সা-সৰঞ্জাম বনায়। বাঁহ আৰু বেতৰ জাকৈ, খালৈ আদি মাছমৰা সজুলি'; কাঠ আৰু বাহঁৰে খেতিৰ সজুঁলি যেনে - নাঙল, যুঁৱলী, মৈ আদি তৈয়াৰ কৰে।

**খাদ্য ঃ-** আহোম সকলে বিভিন্ন চাউলৰ ভাত খায়। তাৰ লগত মাছ, মাংস খায়। শাক-পাচলিৰ ভিতৰত আলু, পিয়াজ, ধনীয়া, আদা, কবি, মূলা মাটিমাহ, মগুৰমাহ, বিলাহী, বেঙেনা, জলকীয়া, লাই, লফা, পালেং আদি খায়। চিৰা, মুড়ী , হুৰুম, সান্দহ, নানা তৰহৰ পিঠা আদিৰ জলপান খায়।

ইয়াৰ উপৰিও নানা তৰহৰ আম কঠাল, লেটেকু, পনীয়ল, টেঁঙা আদি ফলমূল খায়। তামুল পাণেৰে মুখ শুদ্ধি কৰে।

**(২) ধেমাজিৰ মিচিং সম্প্ৰদায় আৰু মিচিং সংস্কৃতি**

ধেমাজি জিলাত জনজাতীয় মিচিং সম্প্ৰদায়ৰ সৰহ সংখ্যক লোকে বসবাস কৰে। বিশেষকৈ ধেমাজি জিলাৰ জোনাই মহকুমাত গৰিষ্ঠসংখ্যক মিচিং লোকে বসবাস কৰে। ধেমাজি মহকুমাৰ অন্তৰ্গত থকা চিচি টঙানী অঞ্চল অৰ্থাৎ যিটো মৌজাক আগতে পাইক মহল মৌজা বুলি কোৱা হৈছিল সেই অঞ্চলত বাস কৰা প্ৰায়বোৰ লোক মিচিং সম্প্ৰদায়ৰ। তাৰ বাহিৰেও চিচিমুখ, অকাঁজান, কোলাজান, বাড়ৈলী, নাহৰণী, শ্বৰাৰী, শলখবাৰী, বঙ্গালমাৰী, ৰঙাজান, বটোৱা , কাইটং-চাপৰি, হলিকুচী, লক্ষীপথাৰ, ওখ মাটি , মীংমাং, দীঘলী, দলপা বৰ-চাপৰি, জীয়াঢল, মুক্তিয়াৰ, চিমেন চাপৰি , আমগুৰি, বেগেনা গড়া, ডিমৌ

গড়েহগা, সোনাৰি চাপৰি, লুটাচুৰ, জোনাই, গোগামুখ আদি বিভিন্ন অঞ্চলত মিচিং লোকসকল সিঁচৰিত হৈ আছে। ইয়াৰ উপৰিও ধেমাজি নগৰ আৰু ধেমাজি নগৰৰ উপকণ্ঠ অঞ্চলতো মিচিং লোক সকলে বসতি কৰি আছে।

ঢকুৱাখনা মহকুমাৰ দাংধৰা, মাতমৰা, টেকেলী ফুটা, সোনাৰী চাপৰি, সোৱণশিৰী, ঘূনাসূতী, বিলমুখ আদি বিভিন্ন ঠাইতো মিচিং লোক সকলে বসবাস কৰি আছে। ইয়াৰ উপৰিও লক্ষীমপুৰ জিলাৰ বিভিন্ন অঞ্চল যেনে - চাউলধোৱা, বগী নদী, সোৱণশিৰী, ঘূনাসূতী, ডিক্ৰং, বদতি ঘাট, দির্জু আদি বহুতো ঠাইত মিচিং লোক সকলে সিঁচৰিত হৈ বসবাস কৰি আছে।

মিচিং সকল বৃহৎ মঙ্গোলীয় মানৱ গোষ্ঠীৰ অন্তৰ্গত থকা তিৰ্ব্বতবৰ্ম্মী গোষ্ঠীৰ উত্তৰ অসম শাখাৰ পৰা উৎপত্তি হৈছে। মিচিং সকলে নিজকে ভীষ্মক ৰজাৰ বংশধৰ বুলি চিনাকি দিয়ে। ভীষ্মক ৰজাৰ পুত্ৰ ৰুক্মবীৰে আদিতে ছেদি ৰাজ্যত বাস কৰিছিল। কৃষ্ণই ৰুক্মিণীক হৰণ কৰি নিওঁতে ৰুক্মবীৰে আগুছি ধৰি বাধা দিছিল; তেতিয়া শ্ৰীকৃষ্ণই প্ৰাণে নামাৰি নাক-কাণ কাটি পৰাস্ত কৰাত তেওঁ লাজতে পাহাৰত গৈ বাস কৰিছিল। মিচিং সকলে সেয়েহে নিজকে ভীষ্মক ৰজাৰ বংশধৰ বুলি কয়। মিচিং ধৰ্ম্মীয় গীতত 'ছেদি মেল' শব্দটো পোৱা যায়। এই ছেদি শব্দটোৱে ছেদি ৰাজ্যৰ ইঙ্গিত দিয়ে।

মিচিং সকলৰ দুটা ভাগ ; এটা পাহৰীয়া বা পৰ্ব্বতীয়া মিচিং আৰু আনটো হ'ল ভৈয়ামৰ মিচিং। পৰ্ব্বতীয়া মিচিং থকা ঠাইক মিৰি পৰ্ব্বত বোলে। 'ডিৰ্জমে নৈ, উত্তৰ পূবে দিহিং নৈৰ দক্ষিণে থকা চাপৰ পৰ্ব্বত শ্ৰেণী, দক্ষিণে উত্তৰ লক্ষীমপুৰ, দক্ষিণ পশ্চিমে ৰঙা নদীৰ পূবে থকা চাপৰ পৰ্ব্বত শ্ৰেণী, উত্তৰ -পশ্চিমে অকাজান, উত্তৰে কামলা (কামলাং) নৈৰ বাওঁহাতে থকা ওখ পৰ্ব্বত শ্ৰেণী এই চাৰিসীমাৰ ভিতৰত পৰ্ব্বতীয়া মিৰিৰ ( মিচিং) বাস " (সৰ্ব্বানন্দ ৰাজকুমাৰৰ 'মিৰি জাতিৰ লগত স্বৰ্গদেৱ সকলৰ সম্বন্ধ' নামৰ প্ৰবন্ধ)। বৰ্ত্তমান এই ঠাই আৰুণাচলৰ সোৱণশিৰী আৰু চিয়াং সীমান্ত অঞ্চলৰ অন্তৰ্ভুক্ত হৈ আছে। পৰ্ব্বতীয়া মিচিং সকল ভৈয়ামলৈ নমাৰো তিনিখন দোৱাৰ আছিল। দিৰ্জমে, সোৱণশিৰী আৰু ঢল নৈয়েদি মিৰি পৰ্ব্বতলৈ যাব পাৰি।

ভৈয়ামৰ মিচিংসকলৰ লগত পৰ্ব্বতীয়া মিৰিৰ ভাষা, শব্দভাণ্ডাৰৰ সম্পূৰ্ণ সাদৃশ্য আছে। ধৰ্ম্মীয় পৰম্পৰা আৰু সংস্কৃতিৰো মিল আছে। ভৈয়ামৰ মিচিং সকল আদিতে চুতীয়া ৰাজ্যত বাস কৰিছিল। গোলেশ্বৰ দলে দেৱে লিখিছে —

চুতীয়া ৰাজ্যৰ সীমা আছিল পূবে ব্ৰহ্মকুণ্ড, পশ্চিমে চিচি নৈ উত্তৰে হিমালয় পৰ্ব্বত মালা, দক্ষিণে বুঢ়ীদিহিং' আকৌ বক্সিৰাম মৰাংদেৱে লিখিছে - 'মিচিং সকল মঙ্গোলীয় আৰু অসমলৈ উত্তৰ পূব দিশেদি সোমাই আহি চিয়াং, জিলাইদি বৰ্ত্তমান অসমত বাস কৰিছে। চিয়াং জিলাৰ লগত মিচিঙৰ বহু কথা জড়িত। সোণ-ৰূপৰ জখলাইদি মিচিং সকল স্বৰ্গৰ পৰা নামি অহা আৰু চন্দ্ৰক পিতৃ, সূৰ্য্যক মাতৃ বুলি তেওঁলোকে গণ্য কৰে।" সি যিয়েই কি নহওক পিছত মিচিং সকলে ভৈয়ামলৈ আহি সোৱণশিৰী নদীৰ দুয়ো পাৰে আৰু ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে বাস কৰিবলৈ লয়। কিছুমানে বুৰৈ বা ভৰলী-নদীৰ পাৰে পাৰেও বসবাস কৰিবলৈ লয়।

১৫১৫ খৃষ্টাব্দত ভূঞা ৰাজ্য আৰু ১৫২৩ খৃষ্টাব্দত চুতীয়া ৰাজ্য আহোম স্বৰ্গদেউ চুহুংমুঙে জয় কৰি আহোম ৰাজ্যত চামিল কৰাত মিচিং জনগোষ্ঠীৰ লোক সকলো আহোম ৰাজ্যত বসবাস কৰিবলৈ লয়। অৰ্থাৎ তেওঁলোক অসমৰে স্থায়ীবাসীন্দা হৈ পৰে। স্বৰ্গদেউ প্ৰতাপ সিংহৰ দিনতো কিছুসংখ্যক মিচিং লোকক শিৱসাগৰৰ চামগুৰিত বহুৱাইছিল। এই ফৈদটোক চামগুৰীয়া ফৈদৰ মিচিং বুলি কোৱা হয়। এই ফৈদৰ লোক সকলে মিচিং ভাষা কবলৈ পাহৰি যায়; কেৱল সম্বন্ধ বাছক শব্দবোৰহে মিচিং শব্দ হিচাবে বৰ্ত্তি আছে। চুতীয়া ৰাজ্যত বাস কৰাৰ বাবে মিচিং সকলক মিৰি চুতীয়া বা চুতীয়া মিৰি বোলে।

মিচিংসকলৰ আঠোটা প্ৰধান ভাগ আছে। যেনে ঃ- ময়িং (ময়েঙীয়া) চায়াং, (চায়েঙীয়া), অয়ান (অয়েঙীয়া) জেলা (জেল বা লাচংগঞা), (চুতীয়া মিৰি), দাম্বোগ ( দাম্বোকীয়াল), মিৰাং (চামগুৰীয়া) আৰু তায়ো তায়ে (জন গঞা)। মিচিঙৰ ভালেমান খেল আছে, যেনে - য়ামে, নৰ, চিন্তে, পগাগ, ঙাতে, মিলি, কাৰ্দং, দলে, পেগু, মিচং, পাঙ্গি, লেগ, ইয়েইল, কুম্বাং, টাকু, কামান, বড়ি, দাং, পাইট, পাৱ, গোপিত, চুংক্ৰাং, পায়োন, দাপান, তাউৱে, তাউদ, টায়ে, পেৰতিন, পেৰাম, পাটিৰ, অকিচ, মৰাং, পাছাৰ, বাচিং, পলেং, মিপুন, দানং, কুলি, বৰুৰা, গেজেৰা, কাড়ী, গোদাং, কান বুং, চিৰাং, ইত্যাদি। মিচিং সকলৰ মাজত দগাম আৰু বাৰেগাম নামেৰে দুটা প্ৰধান ভাগ আছে।

মিচিং সকলে গাঁও পাতি থাকে; তেওঁলোকৰ পৰিয়ালবোৰ যৌথ পৰিয়াল। তেওঁলোকে চাংঘৰত থাকে। নদীৰ পাৰে পাৰে বাস কৰিবলৈ ধৰে। মিচিং লোকৰ শৰীৰ চুটি চাপৰ ; শকত আৰু মজবুত। দাড়ি কম। মিচিং পৰিয়ালৰ

চাংঘৰবোৰ ৬০/৭০ ফুট দীঘল; একোটা ঘৰত ৪০ জনলৈকে মানুহ থাকে। মিচিং সমাজত বহুপত্নী ৰখা প্ৰথা আছে। মিচিং তিৰোতাসকল বিশ্বাসী, পৰিশ্ৰমী আৰু ৰাংঢালী স্বভাৱৰ। তেওঁলোকে মানুহ মৰিলে সাজ পাৰ পিন্ধাই ৰন্ধাৰ সজুলি আদি দি পুতি থয়।

মিচিং সকলে চন্দ্ৰ-সূৰ্য্যক প্ৰধান দেৱতা বুলি ভাৱে। আবু টানি তেওঁলোকৰ উপৰি পুৰুষ। মিচিং সকলে হিন্দুধৰ্ম্ম গ্ৰহণ কৰাৰ পাছত আহোম, কছাৰী সকলৰ দৰে কাল সংহতিৰ কেৱলীয়া পন্থাত চলে। লাওপানী , গাহৰি, কুকুৰা, কুচীয়া আদি খায়। গাহৰি, কুকুৰা মাৰি সাজ পানীৰে ( আপং) সকাম-নিকাম কৰে। তেওঁলোকৰ গীত-পদত শংকৰ মাধৱৰ কথাও উল্লেখ পোৱা যায়।

মিচিং সকলে দবুৰ পূজা পালন কৰে। আপং দুবিধ; এবিধ সাজপানী (নগিন আপং) আন বিধ ছাই মদ (পৰ আপং)। মিচিং সম্প্ৰদায়ে দুটা বিহু মানে; এটা হ ল বসন্ত উৎসৱ 'আলি- আয়ে- লৃগাং' আৰু আনটো হ'ল 'পৰাগ' বা নৰা ছিগা বিহু। ঢোল- তাল, পেঁপা, বৰ কাহঁ বজাই বিহু পাতে। ডেকা- গাভৰুৱে দল বান্ধি বিহু গায়; নাচে। বিহুত ঐনিতম বা প্ৰেম-পীৰিতিৰ গীত গায়; আনন্দ কৰে। মিচিং গাভৰু সকলে বিহুত গুমৰাগ নৃত্য প্ৰদৰ্শন কৰে; এই গুমৰাগ নৃত্যত কৃষিৰ আৰু দৈনন্দিন জীৱনৰ কৰ্ম্মৰ প্ৰতিফল ঘটে; যেনে ঃ- ভূঁইৰুৱা, কঠীয়া তোলা, ধান দোৱা , মূৰ ফনিওৱা আদি নৃত্যত ফুটাই তোলে।

মিচিং পুৰুষে মিবু গালুক পিন্ধে। মহিলা সকলে ৰিবি গাছেং পিন্ধে। ডিঙিত গাছেৰ বা গামোছা লয়।

'মিবু' হ'ল-মিচিঙৰ জ্যোতিষী , পুৰোহিত তথা পূজাঁৰ প্ৰধান ব্যক্তি। 'মিবু'ৰ গাত কিছু অলৌকিক শক্তি থাকে বুলি বিশ্বাস কৰে। তেওঁলোকে সকাম-নিকামত আপং দিয়ে; পৰাং বা টুপোলা ভাত দিয়ে আৰু মাছ-মাংস ৰান্ধি আগবঢ়ায়। মিচিং সমাজে মৃতকৰ আত্মাই অশৰীৰি ৰূপত থাকে বুলি বিশ্বাস কৰে। আৰু তেওঁলোকক সন্তোষ্ট কৰিবলৈ পূজা দিয়ে। মানুহ মৰিলে দহা আৰু শ্ৰাদ্ধ পতাৰ উপৰিও পাচঁবছৰৰ মূৰে মূৰে দদ্‌গাং পাতি ৰাইজক ডাঙৰ ভোজভাত খেৱায়। ডবুৰ পূজা হ'ল তেওঁলোকৰ অপায়-অমঙ্গল খেদা পূজাঁ। বহাগ মাহত আৰু কাতি মাহত এই পূজাঁ পতা হয়। এই পূজাঁ পাতিলে গাৱঁত বাহিৰা মানুহ সোমাবলৈ দিয়া নহয়। গেনা লাগে বুলি কয়।

গাৱঁৰ মাজ ঠাইত ৰাজহুৱা মুৰংঘৰ থাকে। এই মুৰং ঘৰতে বহি ৰাইজে

বিভিন্ন আলোচনা কৰে। পৰাগ উৎসৱ তিনিদিনৰ পৰা পাঁচদিন পৰ্য্যন্ত চলে। বুধবাৰটো মিচিংসকৰ বাবে শুভবাৰ। সেইদিনাই আলি আয়ে লৃগাং উৎসৱৰ শুভাৰম্ভ হয়।

মিচিং লোক সমাজ লোকগীতত চহকী। তেওঁলোকৰ লোক গীতবোৰ হ'ল - ঐনিতম (বনগীত) আনুনিতম, (আধুনিক গীত), ক-নিনাম (নিচুকনি গীত); কাবান (কৰুণ গীত) ইত্যাদি। মিচিং সকলৰ প্ৰবাদবাক্য , সাধুকথা, লোকগীত জনবিশ্বাস ইত্যাদি আছে। সকলো দিশতে চহকী আৰু বৰ্ণাঢ্য মিচিং সমাজ-সংস্কৃতি।

**(৩) ধেমাজি সোণোৱাল কছাৰী সম্প্ৰদায় আৰু সংস্কৃতিঃ**

অসমৰ সুসন্তান বিষ্ণু প্ৰসাদ ৰাভা , ৰূপনাথ ব্ৰহ্ম আদিয়ে অসমৰ কছাৰী জন গোষ্ঠীৰ সম্পৰ্কে বিস্তৃত আলোচনা আগবঢ়াইছে। পণ্ডিত সকলৰ মতে 'খাচ্ ' শব্দৰ পৰাই 'খছাৰী' বা 'কছাৰী' শব্দৰ উৎপত্তি হৈছে। মিঃ ৰিচ্‌লীয়ে তেওঁৰ **"Tribes and Sapital caste of Bengal "** নামৰ গ্ৰন্থত উল্লেখ কৰিছে যে 'খাচ্' অঞ্চলত আদিতে বসবাস কৰিছিল বাবেই তেওঁলোকক 'খছাৰী' বা 'কছাৰী' বুলি কোৱা হয়। কৰ্ণেল শ্বেক্সপীয়েৰৰ মতে কছাৰীসকলে আদিতে দাৰ্জিলিং পৰ্ব্বতৰ কাষৰ মীৰাং ভূ-খণ্ডৰ কচ্ছ নামৰ ঠাইত বসবাস কৰিছিল বাবেই তেওঁলোকক কছাৰী বুলি কোৱা হয়। নেপালী ধীমাল সকলে তেওঁলোকক 'কচ্ছ' অঞ্চলৰ মানুহ হিচাপে কছাৰী বুলি কৈছিল। 'কচ্ছ' শব্দৰ অৰ্থ হৈছে নিম্নভূমি।

ব্ৰহ্মপুত্ৰ উপত্যকাৰ কছাৰী সকলে নিজকে বড়ো বা 'বডোফিছা' অৰ্থ্যাৎ বড়োসকলৰ সন্তান বুলি পৰিচয় দিয়ে। উত্তৰ কাছাৰ পাৰ্ব্বত্য জিলাৰ কছাৰী সকলক 'ডিমাফিছা' বা ' ডিমাছা কছাৰী' বুলি কোৱা হয়। 'ডিমা' মানে ডাঙৰ নৈ আৰু 'ফিছা' মানে সন্তান ; 'ডিমাফিছা' মানে ডাঙৰ নদীৰ সন্তান। অৱশ্যে আহোম সকলে কছাৰী-সকলক 'টিমাছা' বুলিহে কৈছিল। গোৱালপাৰা আৰু উত্তৰ বঙ্গত থকা কছাৰী সকলক 'মেচ' বুলি কোৱা হয়। সংস্কৃত 'ম্লেচ' শব্দৰ পৰাই 'মেছ' শব্দৰ উৎপত্তি হোৱা যেন লাগে।

**কছাৰী সকলৰ আতি-গুৰিঃ**

আদিতে কছাৰী সকল চীন দেশৰ উত্তৰ পশ্চিম অঞ্চলত বাস কৰিছিল;

অৰ্থাৎ তেওঁলোকে আদিতে ইয়াং চিকিয়াং আৰু হোৱাংহো নদীৰ মাজৰ ভূ-খণ্ডত বসবাস কৰিছিল। লাহে লাহে তেওঁলোকে ক্ৰমে দক্ষিণলৈ প্ৰবজন কৰি আহি বৰ্ম্মাদেশৰ মাজেদি পাৰ হৈ আহি ব্ৰহ্মপুত্ৰ উপত্যকাত প্ৰৱেশ কৰে। প্ৰথমে আহি তেওঁলোকে হিমালয়ৰ নামনিৰ দাৰ্জিলিঙৰ কাষৰ কচ্ছ অঞ্চলত বসবাস্ কৰিছিল ; তাৰ পাছতহে ব্ৰহ্মপুত্ৰ উপত্যকাত বসবাস কৰিবলৈ লয়।

কছাৰী সকলে নিজকে ঘটোৎকচৰ বংশধৰ বুলিও পৰিচয় দিয়ে। মহাভাৰতত উল্লেখ আছে যে দ্বিতীয় পাণ্ডব ভীমে হিড়ীম্বাক বিয়া কৰাইছিল। সেয়েহে কছাৰী ৰাজ্যৰ ৰাজধানীখনৰ নাম ঘটোৎকছৰ মাকৰ নাম অনুসৰি' হিড়ীম্বাপুৰ (ডিমাপুৰ) ৰখা হৈছিল।

কছাৰীসকলে আদিতে কামৰূপত ৰাজত্ব কৰিছিল। ৰজা আছিল ঘটোৎক্ৰিৰাট। কছাৰীসকল সেইসময়ত কীৰাট নামেৰে জনাজাত আছিল। তেওঁলোকে কামৰূপত কৈৰাতজ ধৰ্ম্ম আৰু সংস্কৃতি গঢ়ি তুলিছিল। মহাভাৰতত উল্লেখ আছে যে কুৰুক্ষেত্ৰৰ যুদ্ধত কামৰূপৰ ৰজা ভগদত্তই বহুতো চীনা আৰু কীৰাট সৈন্য লৈ গৈ জোৱায়েঁক দুৰ্য্যোধনৰ ফলীয়া হৈ যুদ্ধ কৰিছিলগৈ। মহাভাৰতৰ এটি শ্লোকত উল্লেখ আছে-

'সঃ কীৰাটচ্ছ চীনাচ্চ বৃতঃ, প্ৰাগজ্যোতিষ ভবেৎ"। আকৌ সেইদৰেই 'যোগিনীতন্ত্ৰ' গ্ৰন্থতো উল্লেখ আছে - " সিদ্ধেশি যোগিনীপীঠে ধৰ্ম্মঃ কৈৰাত জঃ।"

এই কৈৰাতজ ধৰ্ম্ম, কৈৰাটিক সংস্কৃতি আৰু সভ্যতাৰ বিষয়ে ড° সুনীতি কুমাৰ চেটাৰ্জীদেৱে 'কীৰাট জন কীৰ্ত্তি' নামৰ গ্ৰন্থ আৰু "The Place of Assam in the History and Civilizatin of India" নামৰ গ্ৰন্থত কীৰাট সকলৰ বিষয়ে বহুল আলোচনা দাঙি ধৰিছে।

পাছত কছাৰী সকলে কামৰূপৰ পৰা আহি শদীয়াৰ ওচৰত হালালী নামৰ ঠাইত এখন ৰাজ্য প্ৰতিষ্ঠা কৰিছিল। শেষত আহোম ৰজাই শদীয়াৰ হালালী ৰাজ্য জয় কৰাত কছাৰী ৰজাই ধনশিৰী উপত্যকাত ৰাজ্য পাতি থাকে। এই কছাৰী ৰাজ্যই দিখৌ নদীৰ পৰা কপিলীলৈকে আৰু দক্ষিণে উত্তৰ কাছাৰ পাৰ্বত্য জিলা পৰ্য্যন্ত বিস্তৃ তি লাভ কৰি আছিল।

সম্প্ৰতি কছাৰী জনগোষ্ঠীৰ লোকসকল অসমৰ বিভিন্ন ঠাইত সিঁচৰিত হৈ আছে। উজনি অসমত ঠেঙাল কছাৰী আৰু সোণোৱাল কছাৰী আৰু উত্তৰ

কাছাৰ পাৰ্বত্য জিলাত ডিমাছা কছাৰী সকলৰ সৰহ সংখ্যক লোকে বসবাস কৰে। ধেমাজি জিলাতো সোণোৱাল কছাৰী সম্প্ৰদায়ৰলোকে বসবাস কৰি আহিছে।

সোণোৱাল কছাৰী সকলে অসমীয়া ভাষা কয় যদিও তেওঁলোকৰ মাজত ভালেমান সোণোৱাল কছাৰী শব্দ প্ৰচলিত হৈ আহিছে। অসমীয়া ভাষাৰ শব্দভাণ্ডাৰত যথেষ্ট সোণোৱাল কছাৰী শব্দ সোমাই আছে।

সোণোৱাল কছাৰী সকলে হিন্দুধৰ্ম্ম গ্ৰহণ কৰিলে যদিও তেওঁলোকৰ নিজৰ পৰম্পৰাগত কৃষ্টি -সংস্কৃতি আছে। জনজাতীয় দেৱতা শিৱক তেওঁলোকে বাথৌ দেৱতা হিচাবে পূজা কৰে। বড়োসকলে শিৱক 'বাথৌ ব্ৰাই' বুলি পূজা কৰাৰ দৰেই কছাৰী সকলেও বাথৌ মন্দিৰত 'বাইথ' পূজা পাতে। তেওঁলোকে মহাপুৰুষ শংকৰদেৱে প্ৰচাৰ কৰা নৱ বৈষ্ণৱ ধৰ্ম্ম গ্ৰহণ কৰাৰ পাছত কাল সংহতিৰ কেৱল পন্থা অৱলম্বন কৰে। সাঁজপানী বা লাওপানী, কুকুৰা, গাহৰিৰ মাংস, মাছ আদিৰে ঘৰুৱা সকাম আদি পাতে। মৃতকৰ বছেৰেকীয়া সকাম, ন-পুৰুষীয়া, চাউলখোৱা, ডাঙৰীয়া সকাম, আই সকাম, বছেৰেকীয়া নাম কীৰ্ত্তন, গৰখীয়া সবাহ আদি ঘৰুৱা সকাম পাতে।

ৰাজহুৱা হিচাবে গাৱঁৰ নামঘৰত গৰখীয়া সবাহ, পানীতোলা সবাহ, বাইথ পূজা আদি পাতে। ঘৰুৱা হিচাবে কিছুমানে বৰ সবাহ আৰু কিছুমানে বৰসেৱা সকাম পাতে। বৰসেৱাত এটা গাহৰি আৰু নটা কুকুৰা দিয়া হয়। তাৰ লগত সাঁজপানী দিয়া হয়।

কৃষ্টি-সংস্কৃতিৰ ভিতৰত হাইদাং গীত আৰু হাইদা নৃত্য, বহুৱা নৃত্য, বাইথ' পূজা, আদিয়েই প্ৰধান। উজনি অসমৰ আন আন জনগোষ্ঠীৰ দৰেই আঘোণ মহীয়া পানী তোলা সবাহ বা লখিমী সবাহ পাতে আৰু গৰখীয়া সবাহ পাতে।

(১) হাইদাং হুঁচৰী নৃত্যঃ বহাগ বিহুত সোণোৱাল কছাৰী সকলে ঘৰে ঘৰে হাইদাং হুঁচৰি গায়। তদুপৰি বাইথ পূজাতোঁ হাইদাং গীত-নৃত্য পৰিবেশন কৰে। বাইথ পূজা, পাতিলে শিৱ বা বাথৌ দেৱতাৰ অৰ্থে হাহঁ, পাৰ আদি বলি দিয়াৰ লগতে মন্দিৰৰ সম্মোখত হাইদাং গীত-নৃত্য পৰিবেশন কৰে।

হাইদাং হুচৰীত তকা' ছডাল লোৱা হয়। এফালে তিনিডাল আৰু আনফালে তিনি ডাল। এই তিনিডালক ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰ বুলি গণ্য কৰে। গৃহস্থৰ চোতালত এডাল দীঘল বাঁহ তিনিটা বাঁহৰ খোটাৰ ওপৰত পাৰি লৈ

হাতত তকা মাৰি কেইডাল লৈ হইদাং গীতৰ ছেৱে-ছেৱে তকা মাৰিৰে কোবাই হাইদাং গীত পৰিবেশন কৰে।

হাইদাং গীত -নৃত্যত প্ৰথমে নাৰায়ণক আৰু তাৰ পাছত অগ্নিদেৱতা (সূৰ্য্য) ক সেৱা কৰে। তাৰ পাছত ক্ৰমে প্ৰণাম, সৃষ্টিতত্ত্ব যেনে- পৃথিৱী, আকাশ, জল-থলক লৈ বিশ্ব সৃষ্টিৰ পাতনিৰ কথা গায়। তাৰ পাছত উৰণ, বুৰণ, গজন আৰু ভ্ৰমণ এই চাৰিমুঠি জীৱ, ধৰ্ম্ম গুৰু আৰু কৰ্ম্ম গুৰুৰ কথা গীতত গায়। শেষত ক্ৰমে সোণোৱাল কছাৰীসকলে শদীয়াত পতা হেমালী বা হেলালি বা হালালি ৰাজ্যৰ বৰ্ণনা গায়। তাৰ লগতে গীতত লালৌ নদী আৰু শদীয়াৰাজ্যৰ কথা গায়।

হাইদাং হুঁচৰীৰ গীতবোৰক মুঠতে প্ৰধানকৈ চাৰিটা ভাগত ভাগ কৰা হৈছে; যেনে ঃ- (১) বাৰেমন্ত্ৰ (২) পোহাৰী গীত (৩) থিয় গীত (৪) বৰগীত। তেওঁলোকে বিশ্বাস কৰে যে হাইদাং গীতৰ সৃষ্টি কৰিছিল মহাদেৱ আৰু পাৰ্ব্বতীয়ে; গতিকে হাইদাং হুঁচৰিত গায়-

'হুৰে হুৰে গীতক কোনে সৰজায়
মহাদেউ পাৰ্ব্বতী সিয়ে সৰজায়।।"

হাইদাং গীতৰ যোগেদি কছাৰী সকলে অতীত গৌৰৱৰ কথা; তেওঁলোকৰ কৰ্ম্মদক্ষতা, ৰাজ্য ভাগি থান বান হোৱাত অন্তৰত অনুভব কৰা দুখ-বেদনা, হা-হুতাশ, আশা- আকাঙ্খা, প্ৰেম-পীৰিতি, আচাৰ-ৰীতি, ধ্যান-ধাৰণা ডাঙি ধৰিছে। তেওঁলোকে মাজে মাজে গায়- "হেমালি ঐ লালী লালৌ" ইত্যাদি গায়।

গীতৰ ছেৱে ছেৱে কছাৰী সকলে হালি জালি নাচে। অধ্যাপক জোনাৰাম হাজৰিকাদেৱে কৈছে- 'অসমীয়া লোকগীতৰ বুৰঞ্জীত সোণোৱাল কছাৰী সকলৰ হাইদাং আৰু হুঁচৰি গীতে এক বিশিষ্ট স্থান পোৱাৰ যোগ্যতা নিশ্চয় আছে।"

**(২) বহুৱা নৃত্য উৎসৱ ঃ-** সোণোৱাল কছাৰী লোক সকলে বহাগৰ ৰঙালী বিহুত সাতদিন জুৰি ঘৰে ঘৰে হুঁচৰি গাই সাত-বিহু পালন কৰে। সাতবিহুৰ পাছতে এদিন বহুৱা নৃত্য উৎসৱ পাতে। সেইদিনা গাৱঁৰ উত্তৰ বা পূব দিশত বহুৱা নটোৱাক সজোৱা হয়। কলপাত চিৰিলি চিৰিলিকৈ ফালি এক বিশেষ পদ্ধতিৰে ডেকা বা চেঙেলীয়া ডেকাৰ শৰীৰত চিলাই পিন্ধাই দিয়া হয়। এই বহুৱা নটুৱাক বহুৱা সজাই লৈ গাওঁখনৰ এমূৰৰ পৰা আনটো মূৰলৈকে ঢোল বজাই বিহুমাৰি

আৰু মৃদঙ্গৰ গায়ন বজাই লৈ যোৱা হয়। গাবঁৰ আনটো মূৰতহে বহুৱাৰ পোছাক খোলা হয়।

বহুৱা নটুৱাক লৈ সোণোৱাল কছাৰী সমাজত নানান লোক বিশ্বাস প্ৰচলিত হৈ আছে। তেওঁলোকে বিশ্বাস কৰে যে এইদৰে বহুৱা নচোৱাই গাওঁখন পাৰ কৰি দিলে আগন্তুক নতুন বছৰটোত আহিব লগা অপায়-অমঙ্গল, ৰোগ-ব্যাধি নিৰ্মূল হয়।

বহুৱাৰ নৃত্যত ঢোলৰ চাপৰ, খোলৰ বোলনৰ অনেক নীতি-নিয়ম আছে। বহুৱা নৃত্য উৎসৱৰ পিছতেই বিহু সামৰি কৃষি কৰ্ম্মত লগা হয়। বহুৱা নৃত্যৰ সতে প্ৰাচীন পুৰাণ কাহিণীও জড়িত হৈ আছে।

**বাদ্য যন্ত্ৰ ঃ** - গীত-নৃত্যৰ উপৰিও সোণোৱাল কছাৰীসকলৰ কিছুমান সুকীয়া বাদ্যযন্ত্ৰৰ কথাও উল্লেখ কৰিব পাৰি। সেইবোৰ বাদ্যযন্ত্ৰ হৈছে -তত বাদ্য (তাৰঁৰ যন্ত্ৰ), সুৰিৰ বাদ্য (ফুঁদি বজোৱা বাদ্য) আনধ যন্ত্ৰ ( ছালেৰে চাই লোৱা যন্ত্ৰ) আৰু ধন বাদ্য (ধাতুৰ আধাৰত বজোৱা বাদ্য) ইত্যাদি।

**অন্যান্য সংস্কৃতি ঃ**- কছাৰী গাভৰু সকলে নানা ৰঙৰ কাপোৰ পিন্ধে। তাতঁবোৱা, সূতাকটা আদি কামত কছাৰী শিপিনিসকল অতি পাৰ্গত। তেওঁলোকে নিজে বৈ লোৱা মেখেলা, মেথনী, একঠীয়া ৰিহা, চাদৰ, মূৰত মৰা কাপোৰৰ ব্যৱস্থা কৰে।

কছাৰীসকলৰ লোক সমাজত অনেক লোকসঙ্গীত, সাধুকথা, প্ৰবাদ, প্ৰবচন, কিংবদন্তী আদি প্ৰচলিত হৈ আছে।

**(৪) ধেমাজিৰ চুতীয়া জনগোষ্ঠী আৰু লোক সংস্কৃতি ঃ**

চুতীয়া সকল অসমৰ এটি প্ৰাচীন খিলঞ্জীয়া জনগোষ্ঠী। বৃহৎ মঙ্গোলীয় মানব প্ৰজাতিৰ অসম বৰ্মা গোষ্ঠীৰ অন্তৰ্গত থকা বড়ো গোষ্ঠীৰ পৰাই চুতীয়াসকলৰ উৎপত্তি। আদিতে এই জনগোষ্ঠীৰ লোকসকল দক্ষিণ পূব- এছিয়াৰ স্থান সকলৰ ওচৰা-ওচৰিকৈ বসবাস কৰিছিল বুলি জনা যায়। ড এন, এন, আচাৰ্য্যই তেখেতৰ "The History of Medicaval Assam" নামৰ গ্ৰন্থত এই সম্পৰ্কে কৈছে - "The Chutias are the indigenous people of Assam. Their original language which was known to the Deoris, was definitely Bodo,but their physical features indicate the infussion of shanhood among

them . This can be explained by pointing out that they are the next neighbour of the Shans of South-East Asia."

শদীয়াৰ শ্বতী নদীৰ পাৰত অৱস্থিত স্বতী ৰাজ্যত (ভীষ্মক নগৰ বা শদীয়া)ত বসবাস কৰা বাবেই এওঁলোক চুতীয়া নামেৰে জনাজাত হৈ পৰে। প্ৰাচীন চুতীয়া ৰাজ্যৰ অৱস্থান আছিল এনেধৰণৰ ঃ- পশ্চিমে উদয়গিৰী পৰ্ব্বত (ব্ৰহ্মকুণ্ড আৰু খামতি ৰাজ্য), দক্ষিণে কছাৰী ৰাজ্য আৰু নগাসকলে বাস কৰা পৰ্ব্বত মালা, উত্তৰে অমুত মিৰি , পশ্চিমে কোঁচ ৰাজ্যৰ সীমা বিশ্বনাথলৈকে আছিল।

অসমৰ সোৱণশিৰী, দিবং আৰু দিহং উপত্যকাত চুতীয়া সম্প্ৰদায়ৰ লোক সকলে বসবাস কৰিছিল বুলি জনা যায়। এই সন্দৰ্ভত বেনুধৰ শৰ্ম্মাদেৱে কৈছে- "তাম্ৰেশ্বৰী মন্দিৰৰ চৌপাশে থকা পৰ্ব্বতবোৰেই আছিল চুতীয়াসকলৰ আবাসভূমি। এওঁবিলাকে ৰাঙ্গলগিৰি পৰ্ব্বত, কালগিৰি পৰ্ব্বত, স্বৰ্ণগিৰি পৰ্ব্বত, শ্বেতগিৰি পৰ্ব্বতৰ পৰা হাবুং চেৰাই তেজপুৰৰ চতিয়ালৈকে বিয়পি আছিল।"

চুতীয়াসকল শদীয়াৰ ভীষ্মক ৰজাৰ বংশধৰ বুলি জনা যায়। প্ৰথম ৰজা বিশ্বসিংহৰ পৰা আৰম্ভ কৰি ভালেমান ৰজাই চুতীয়া ৰাজ্যত ৰাজত্ব কৰি গৈছে।

১৫২৩ খৃষ্টাব্দত আহোম ৰজা চুহুংমুঙে চুতীয়া ৰাজ্য জয় কৰে। চুতীয়াসকলৰ আদিতে নিজৰ ভাষাও আছিল। পাছলৈ তেওঁলোকে নিজৰ ভাষা পাহৰি পেলায়। চুতীয়াসকলৰ পুৰুহিত দেউৰীসকলৰ নিজা ভাষা আছে। চুতীয়া সকলক দুটাভাগত ভগোৱা হয় যেনে ঃ- হিন্দু চুতীয়া আৰু আহোম চুতীয়া। ইয়াৰ উপৰিও চুতীয়া সকল কেইটামান ভাগত ভগোৱা হৈছে। যেনে ঃ- বৰাহী চুতীয়া, বুৰুকচুতীয়া, মিৰি চুতীয়া ইত্যাদি। ধেমাজি জিলাত ভালেমান চুতীয়া সম্প্ৰদায়ৰলোক আছে।

অসমৰ লোক সংস্কৃতিলৈ চুতীয়া সকলৰ অৱদান অনেক। সেইবোৰৰ ভিতৰত অম্বুবাচী নিবৃত্তি, বা হাতভঙা, ন-ধানৰ পূজা, ন-খোৱা প্ৰথা, বিহুউছৱ আদিয়েই প্ৰধান। অসমৰ লোকবাদ্য যেনে ঃ- পেপাঁ, গগনা, মুৰুলি, সুতুলি আদি এওঁলোকৰ দান বুলি ভবা হয়। পুৰণি অসমৰ হিলৈ, মিঠাহুলুং , বৰটোপ, ধেনু-কাড়ঁ আদি চুতীয়া সকলৰ অৱদান।

'মা-দৈ' শব্দটো চুতীয়া শব্দ বুলি পণ্ডিত সকলে কৈছে। অসমৰ

ভালেমান বস্তুৰ নামৰ আগত 'চুতীয়া' শব্দ আছে যেনে ঃ- চুতীয়া কাঁড়ী, চুতীয়া লফা, চুতীয়া শালিকা, চুতীয়া ধেনু ইত্যাদি। তদুপৰি অসমৰ চৰা নাও, দোলা, আৰোৱান, ডবা, কালি , বেলা আদি সম্পদ চুতীয়াসকলৰ অৱদান। অসমৰ লোক বিশ্বাসত মেকুৰী সম্বন্ধীয় লোকবিশ্বাস বোৰ চুতীয়া সকলৰ পৰা অহা।

এসময়ত চুতীয়া ৰজাৰ ৰাজধানী আছিল ৰতনপুৰত আৰু শেষত আছিল শদীয়াত। এই সম্পৰ্কে লোকগীতত উল্লেখ আছে-

ঢোল বাই কত ৰতনপুৰত
খোল বাই ক'ত ৰতন পুৰত।"

সেইদৰেই সাথঁৰত উল্লেখ আছে-

"শদীয়ালৈ নেযাবা শতফুল নেখাবা
কেচাপাতত নেবান্ধিবা লোন।
উপজিয়েই বুঢ়া হয় কোন।।"

চুতীয়া সকল বৃহৎ অসমীয়া জাতিত মিলি যোৱাত তেওঁলোকে নিজৰ ভাষাও এৰি দিলে। অসমীয়া লোক জীৱনৰ প্ৰায় আটাইবোৰ লোক সংস্কৃতিয়েই চুতীয়াসকলে পালন আৰু ধাৰণ কৰে।

**(৫) ধেমাজি জিলাৰ বড়ো কছাৰী সকলৰ লোক সংস্কৃতি**

অসমৰ বড়ো জনগোষ্ঠীৰ লোকসকলে অসমৰ বিভিন্ন প্ৰান্তত সিচঁৰিত হৈ থকাৰ দৰেই ধেমাজিতো সিচঁৰিত হৈ আছে। ধেমাজিলৈ ৰেল লাইন অহাৰ লগে লগেই তেওঁলোকে ধেমাজি জিলাৰ মীংমাং, নলবাৰী, বৈজয়ন্তীপুৰ, হাউলী, চিমেন চাপৰি, জোনাই, উত্তৰ বৰদলনি আদি বিভিন্ন ঠাইত হাবি ভাঙি বসবাস কৰিবলৈ লয়।

বড়ো জনজাতি সকল তিৰ্ব্বত বৰ্ম্মী শাখাৰ অসম ব্ৰহ্ম ডালৰ লোক। তেওঁলোকক আগতে কিৰাট বা কিৰান্তি বুলি কোৱা হৈছিল। তেওঁলোক আদিতে চীনৰ হোৱাংহো নদীৰ পাৰত বাস কৰিছিল বুলি জনা যায়। তাৰ পাছত তেওঁলোকে তিৰ্ব্বতৰ পৰা নেপালেদি নামি আহি অসমত বসতি বিস্তাৰ কৰি আছিল। তেওঁলোকে আনকি গঙ্গাৰ পাৰলৈকে বসবাস কৰি আছিল। আৰ্য্য সকল উত্তৰ পশ্চিম বাটেদি ভাৰতত প্ৰবেশ কৰাৰ সময়তে কিৰাট সকলে এক সুউচ্চ সভ্যতা বিস্তাৰ কৰি আছিল। ভবেন নাৰ্জিয়ে কৈছে " স্বৰ্গীয় ড° সুনীতি কুমাৰ চেটাৰ্জীৰ মতে খৃষ্টপূৰ্ব্ব এক কি দুহেজাৰ বছৰৰ ভিতৰতে ইন্দো -তিৰ্ব্বতীয়

লোক সকলে তিৰ্ব্বতৰ পৰা পোনে পোনে দক্ষিণে নেপালেদি নামি আহি গঙ্গা উপত্যকা পায়হি। সেই সময়ত গঙ্গা উপত্যকাত অষ্ট্ৰিক সকলে সভ্যতা বিস্তাৰ কৰি আছিল। পিচত ইন্দু তিৰ্ব্বতীয় কিৰাট বা কিৰান্তি সভ্যতা বিস্তাৰ কৰিছিল।" এই কথাৰ যোগিনী তন্ত্ৰ' গ্ৰন্থত উল্লেখ আছে- " সিদ্ধেসি যোগিনী পীঠে ধৰ্ম্ম কৈৰা ওজঃ মত " অৰ্থাৎ যোগিনী পীঠ কামৰূপত কৈৰাতজ ধৰ্ম্ম সংস্কৃতিয়ে বিস্তাৰ কৰি আছিল।

মহাভাৰতত উল্লেখ আছে যে দুৰ্য্যোধনৰ শহুৰেক ভানুমতীৰ পিতৃ কামৰূপাধিপতি ভগদত্তই কুৰুক্ষেত্ৰ যুদ্ধত অসংখ্য চীনা আৰু কিৰাট সৈন্য লৈ গৈ যুদ্ধত কৌৰৱৰ ফলীয়া হৈ যুদ্ধ কৰিছিল -

" কিৰাটতশ্চ চীনাশ্চ বৃত্ত
প্ৰাগজ্যোতিষ ভবেত।"

ড° সুনীতি চেটাৰ্জীয়ে কিৰাটজন কীৰ্ত্তি , নামৰ গ্ৰন্থত কিৰাট সকলৰ বিষয়ে সবিস্তাৰে আলোচনা কৰিছে। এফ আৰ, এম, হৰিসেনচখে "The Indo, Tibetans " নামৰ গ্ৰন্থত লিখিছে- "As is the case with the Meche (Mech) so also with the Kachari (Boro) the Mongoloid feature are very prominent : the strong check bones, slit eyes, a slight growth of hairs in the body and scant beard. They are shorter and more stocky than the Indians of the North East."

এই তিৰ্ব্বত বৰ্ম্মী কিৰাট সকলৰ পৰাই অসমৰ বড়ো, ডিমাছা, গাৰু, মিৰি (মিচিং) ৰাভা, টিউৱা লালুং, দেউৰী, চুতীয়া, মিজো, কোঁচ, মিকিৰ, সোণোৱাল কছাৰী, হাজং কছাৰী আদি জনগোষ্ঠীৰ উৎপত্তি হৈছে।

বড়ো সকলে গাওঁ পাতি বাস কৰে। তেওঁলোক সাধাৰণতে কৃষি জীৱি। তেওঁলোকে দ' মাটিত খেতি কৰাৰ পৰম্পৰা আছে। বড়ো সকলে সাধাৰণতে ঘাই ঘৰটো উত্তৰ কোণত নিৰ্মান কৰে। চোতালৰ পূব দিশত বাথৌ মন্দিৰ থাকে। সন্মুখত এজোপা সিজু গছ থাকে। সিজু গছ তেওঁলোকৰ বাবে ধৰ্ম্মীয় প্ৰতীক। বড়ো সকলে বাথৌ ব্ৰাই অৰ্থাৎ শিৱদেৱতাক পৰম ঈশ্বৰ বুলি মানে। তেওঁলোকে খামাখ্যা বা কামাখ্যা দেৱীকো মানে। ভাগ্য বা লক্ষ্মীৰ অধিষ্ঠাত্ৰী দেৱীক মাতৃ বুলি মানে। অন্যান্য সৰু সৰু দেৱী-দেৱতাক মানি চলে। তেওঁলোকে

ভূত-প্ৰেত বিশ্বাস কৰে।

বড়ো ভাষা চীন-তিৰ্ব্বতী ভাষা গোষ্ঠীৰ অসম বৰ্ম্মা ডালৰ পৰা উৎপত্তি হৈছে। অসমৰ থলুৱা শব্দমালাত অসংখ্য বড়ো মূলীয়া শব্দ সোমাই আছে। আনকি অসমীয়া কিছুমান বাক্য গঠন প্ৰণালীটো বড়ো প্ৰভাৱ আছে। বড়োৰ ভালেমান প্ৰত্যয়ো অসমীয়া ভাষালৈ সোমাইছে।

পৰম্পৰাগত ধৰ্ম্মৰ উপৰিও বড়ো সকলে হিন্দুধৰ্ম্ম আৰু বৌদ্ধ ধৰ্ম্মও গ্ৰহণ কৰিছে। কিছুমানে সম্প্ৰতি খ্ৰীষ্টান ধৰ্ম্মও গ্ৰহণ কৰিবলৈ লৈছে।

বড়ো সকলে বহাগ বিহুক বৈশাগু উৎসৱ হিচাবে পালন কৰে। প্ৰথম গৰু বিহুৰ দিনা গৰুক গা-ধোৱায় আৰু দীঘলতি আৰু মাখিলতী-গছৰ ঠালেৰে কোবাই গৰু ধোৱাবলৈ খেদি নিয়ে।

বড়ো সকলে বিহুগীতৰ দৰেই বড়ো গীত গায়। বাগৰুম্বা খেৰাই আৰু মৌছা গ্লাংনায় নৃত্য হ'ল বড়োসকলৰ প্ৰধান নৃত্য। বাগৰুম্বা নৃত্য তেওঁলোকে আনন্দৰ সময়ত আৰু যুদ্ধৰ সময়তো পৰিবেশন কৰে। বড়ো সকলে ঢোল বাদ্যৰ দৰেই বৰ ঢোল বাদ্য বজায় আৰু তাৰ ছেৱে ছেৱে বড়ো গাভৰুসকলে নাচে। বড়ো গাভৰু সকলে নানান ৰঙৰ সমাবেশ ঘটাই ৰঙীন কাপোৰ বৈ লয়। গাভৰু সকলে বা বড়ো তিৰোতা সকলে দখনা পিন্ধে। হালধীয়া ৰংচঙীয়া চাদৰ গাত মেৰিয়াই পিন্ধে। তেওঁলোকে ডিঙিত গামোছা লয়। বহাগ মাহৰ হামবাই পূজা

ৰাজহুৱা বাথৌ মন্দিৰত সমূহীয়া ভাবে বাথৌ ব্ৰাই বা শিব্ৰাইক পূজা কৰে। এই পূজা বৰ উলহ মালহৰে পতা দেখা যায়। ঘৰে ঘৰে চোতালৰ মূৰত থকা বাথৌ আৰু কামাখ্যা আৰু আন আন দেৱ-দেৱতাক বড়ো সকলে লাওপানী (মদ) আৰু গাহৰি, কুকুৰা আদিৰ মাংস দি পূজা কৰে। ভাত হ'ল তেওঁলোকৰ মূল আহাৰ। তাৰ উপৰিও তেওঁলোকে মাছ, শাক-পাচলি খায়। মাংসৰ ভিতৰত গাহৰি-কুকুৰাৰ উপৰিও কাছ হৰিণ, ছাগলী,হাঁহ-পাৰ আদিৰ মাংসও খায়। মাঘ মাহত গাৰ্জা পূজা পাতে।

বাথৌ ব্ৰাই দেৱতাৰ উপৰিও তেওঁলোকে মাইনাও (লক্ষ্মী), স্বান(সূৰ্য্য), গাৰ্জা, গৰখীয়া

বড়ো সমাজখন পিতৃপ্ৰধান যদি নাৰীৰ ওপৰতো যথেষ্ট গুৰুত্ব দিয়া হয়।

**(৬) ধেমাজিৰ দেউৰী জনগোষ্ঠী আৰু লোক সংস্কৃতি ঃ**

দেউৰী সম্প্ৰদায়টো অসমৰ এটি প্ৰাচীন খিলঞ্জীয়া জনজাতীয় জনগোষ্ঠী। তেওঁলোক মঙ্গোলীয় মানৱ প্ৰজাতিৰ অসম বৰ্ম্মা ডালৰ বড়ো অৰ্থাৎ কিৰাট সম্ভোত জনগোষ্ঠী। তেওঁলোকৰ ভাষাটো চীন-তিৰ্ব্বতী শাখাৰ তিৰ্ব্বত বৰ্মী ভাষা পৰিয়ালৰ পৰা উৎপত্তি হৈছে। ৰবাৰ্ট ছেফাৰে কৈছে যে— "দেউৰী ভাষা চীন-তিৰ্ব্বতী ভাষা- পৰিয়ালৰ পৰা বাৰিছ শাখাৰ পৰা ওলাইছে। দেউৰী ভাষা মূলতঃ বড়ো-গাৰো গোটৰ অন্তৰ্গত।" দেউৰী ভাষাৰ সম্পৰ্কে ড° ৰত্নেশ্বৰ দেউৰীদেৱে কৈছে" - দেউৰী ভাষাটো বিশ্লেষণ কৰি ভাষাটোত সাতোটা স্বৰধ্বনি, ওঠৰটা ব্যঞ্জন ধ্বনি আৰু দুটা অৰ্দ্ধস্বৰ ধ্বনি ৰূপে পোৱা গৈছে। মহাপ্ৰাণ ধ্বনিৰ (Spirated Letter) অনুপস্থিতি ভাষাটোৰ এটা মন কৰিবলগীয়া বৈশিষ্ট্য। অনুনাসিকতা আৰু সুৰ ভাষাটোৰ বিশিষ্ট ধ্বনি।"

চুতীয়া সকল আদিতে বিদৰ্ভ ৰাজ্যৰ ৰাজধানী কুণ্ডিল নগৰত বাস কৰিছিল। কুণ্ডিল নগৰ সকলোৰে জনাজাত। এই কুণ্ডিল নগৰীৰ পৰাই তাহানিখন ভীষ্মক ৰজাৰ কন্যা ৰুক্মিণীক শ্ৰীকৃষ্ণই হৰণ কৰি নিছিল। সেয়েহে কুণ্ডিল নগৰ পুৰাণ প্ৰসিদ্ধ ঠাই। আজি- কালি এই কুণ্ডিল নগৰ আৰু বিদৰ্ভ ৰাজ্যৰ ঠাইডোখৰকে শদীয়া বুলি জনা যায়।

মধ্যযুগত শদীয়া চুতীয়া ৰাজ্যৰ ৰাজধানী আছিল। চুতীয়া ৰজা আৰু প্ৰজাৰ পুৰোহিত শ্ৰেণী আছিল দেউৰীসকল। এসময়ত ১৫২৩ খৃষ্টাব্দত আহোম ৰজা চুহং-মুঙে চুতীয়া ৰাজ্য জয় কৰি আহোম ৰাজ্যত চামিল কৰাত দেউৰীসকল উজনি অসমৰ বিভিন্ন ঠাইত সিচঁৰিত হৈ পৰিল। তেওঁলোকে শদীয়া ৰাজ্য আৰু কণ্ডিল নগৰৰ কথা সদায় সুৱঁৰি থাকে। দেউৰী সকলৰ বিহু হুচঁৰীৰ গীতে সেই কাহিণী আজিও সোৱঁৰাই দিয়ে -

যেনে- লহৰি অ বাই লহৰীয়া
ধনবাই লহৰীয়া;
শদীয়া ৰাজহ মুচ্চচিছ গোসাঁনী
ধন বাই লহৰীয়া।।
আই সৰস্বতী, দেৱী পাৰ্বতী
ধন বাই লহৰীয়া।
ঐনিজুৱে নিদ্যুৰ ঐ (কিৰিলি )
ধনবাই লহৰীয়া।

কুণ্ডিল পুখুৰীত কুৱাৰে জিনানে
লহলহৰীয়া।"

নাথান ব্ৰাউন চাহাবে লিখি থৈ গৈছে - 'শদিয়াৰ সিপাৰে দেউৰী বিলাকৰ মূল বাসস্থান আছিল। প্ৰায় এক শতিকাৰে আগতে তেওঁবিলাক তাৰ পৰা বৰ্ত্তমান থকা ঠাইলৈ আহে আৰু কিছুমানে এতিয়াও ধৰ্ম্ম সংক্ৰান্ত বিষয়ত শদিয়ালৈ অহা যোৱা কৰে।"

দেউৰী সকল শাক্ত ধৰ্ম্মী; তেওঁলোকে শদীয়াৰ কেচাইখাতী গোসাঁনীক 'তামাৰ মাই' বুলি তাম্ৰেশ্বৰী মন্দিৰত পূজা কৰিছিল। এই কেচাইখাতী গোসাঁনীৰ সন্তোষ্টিৰ অৰ্থে হাঁহ, পাৰ, ছাগলী, মহ আদি বলি দিয়া হৈছিল। আনকি এটাসময়ত কেচাইখাতী গোসাঁনীৰ আগত নৰবলিও দিয়া হৈছিল। কৃষিজীৱি দেউৰী সমাজে দেৱীক সন্তুষ্ট কৰি শস্যৰ মঙ্গল কামনা কৰিছিল - "The Agriculture of the people of he 'Archaic Civiliazation accompanied by Human Sacrifice and that associated with this practice of offering victims, was the great mother goddess, the earliest deity known to man." শুনা যায় যে তাম্ৰেশ্বৰী মন্দিৰত 'ধাতু তাম্ৰেশ্বৰী' নামৰ এখন তামৰ মহিমা-যুক্ত মন্ত্ৰ পুথি আছিল। তাৰ উপৰিও এই মন্দিৰত বহুতো মূল্যবান সামগ্ৰী আছিল। কিন্তু মানৰ আক্ৰমণ আৰু ভূমিকম্প, বানপানী আদিৰ প্ৰাকৃতিক দুৰ্য্যোগৰ ফলত এই পুথি আদি বস্তুবোৰ হেৰাল। সুসাহিত্যিক ডম্বৰুধৰ দেউৰীদেৱে লিখিছে- "এই দেওলগা তামৰ পুথিবোৰ চুতীয়া ৰজাসকলৰ অৱদান আছিল। এইবোৰ কি হ'ল জনা নেযায়।"

ঢকুৱাখনাৰ হাৰ্হি দেৱালয়ৰ গোসাঁনী মূৰ্ত্তি আৰু ভালেমান সামগ্ৰী শদীয়াৰ তাম্ৰেশ্বৰী মন্দিৰৰ পৰাই অহা বুলি জনা যায়।

দেউৰীসকলে তেওঁলোকৰ আৰাধ্য দেৱ-দেৱীক (১) কুণ্ডিমামা বা বুঢ়া -বুঢ়ী অৰ্থাৎ শিৱ-দুৰ্গা (২) বলিয়া বাবা (শিৱ) আৰু (৩) কেচাই খাতী বা তাম্ৰেশ্বৰী বোলে। দেউৰী সকল আছিল চুতীয়া ৰজাৰ কুল পুৰোহিত। পিছলৈ আহোম ৰজা সকলেও দেউৰী পুৰোহিত লৈছিল। দেউৰী সকলে গিৰা-গিৰাচী বা শিৱ- পাৰ্বতী, পিচাডেমা বা বলীয়া বাবা, পিচাচি ডেমা বা কেচাইখাতী বুলি পূজা কৰিছিল।

দেউৰী সকলৰ কেইবাটাও খেল বা ফৈদ আছিল। যেনে ঃ- দিবঙীয়া

টেঙ্গাপনীয়া, বৰ গঞা, পাটৰ গঞা ইত্যাদি।

ধেমাজি জিলাৰ বিভিন্ন ঠাইত দেউৰী সকল সিচঁৰিত হৈ আছে। তেওঁলোকে বসবাস কৰি আছে বিভিন্ন ঠাইত যেনে- চেনিয়া দেউৰী, চিচিমুখ, বালিগাওঁ; তেমেৰা, গাইদেউৰী, বৰবাম, নামনিধুনাগুৰি (কপৌ ঘুলি), উজনি ধুণাগুৰি; বৰমুৰীয়া (অকাজান) বামচেনিয়া, চিৰিপাণি, উদয়পুৰ, ৰম্যপুৰ, লক্ষীপুৰ, টেগজুৰি, মিংমাং, ঔগুৰি, ঘটাপথাল আদি ঠাইত। তেওঁলোকে চাংঘৰত বাস কৰে। কাঠৰ খটখটীৰে চাংঘৰলৈ উঠা-নমা কৰে। ঘৰৰ সুবচনী কোঠালীটো গৃহদেৱতাৰ বাবে ৰখা হয়। ঘৰৰ ইমূৰৰ পৰা সিমূৰলৈকে এটা ঘৰৰ ভিতৰত বাট থাকে। তেওঁলোকে যৌথ পৰিয়াল হিচাবে বাস কৰে। একেটা ঘৰত কেইবাটাও পৰিয়াল বাস কৰে। একেবাৰে শেষত পাকঘৰৰ কোঠা থাকে। দেউৰী সম্প্ৰদায়ৰ মহিলা সকল কৰ্মঠ। তেওঁলোকে বোৱা—কটা কৰিব জানে। এড়ী, মূগা,পাট শিল্পত তেওঁলোক পাৰ্গত। মহিলা সকলে মেখেলা আৰু পাউগা মাৰে। উৎসৱ আদিত পাট-মুগাৰ ৰিহা-মেখেলা পিন্ধে। তেওঁলোকে, কুণ্ডিমামা, পিশ্বাডেমা আৰু পিশ্বাচী ডেমাক পূজা কৰাৰ উপৰিও জন্মদেও, স্বৰগদেও, ডাঙৰীয়া , লক্ষ্মী, সৰস্বতী, আইকে ধৰি বিভিন্নদেৱ-দেৱীক পূজা কৰে। 'দেউৰী' শব্দৰ অৰ্থই আচলতে দেৱ কাৰ্য্য সম্পাদন কৰা ব্যক্তিকহে বুজায়।

দেউৰী সকলে কাতি-বিহু, মাঘ-বিহু আৰু বহাগ বিহু, বৰ উলহ-মালহেৰে পাতে। বহাগ মাহৰ পহিলা বুধবাৰে দেউৰী সমাজে বিহু পাতে। বহাগ বিহুত বিহু পূজা সাতদিনলৈ চলি থাকে। বিহু পূজালৈ সৰিয়হৰ নতুন তেল পেৰে। বিহু পূজালৈ নীতি-নিয়ম মতে কল্ কাটে। বিহু পূজাঁত বলি বিধান আছে। এই উপলক্ষ্যে গাৱঁৰ দেৱালয় মেৰামতি কৰা হয়। চ'ত মাহত ৰাতি বিহু আৰম্ভ কৰে। বহাগ বিহুৰ আগদিনা মানে উৰুকাৰ দিনা খৰি- কাঠ, মাছ-পুথি গোটায়। বিহুৰ আয়োজন চলে। গৰু বিহুৰ দিনা গৰুক গা-ধুৱায়। বিহুত মিটিৰ-কুটুম আৰু চেনেহৰ জনক হাঁচতি দিয়ে। বিহুত কণী যুজোৱা হয়। দেউৰী সকলে সুবচনী পূজাও পাতে। বিহুৰ পূজাত বলি আগবঢ়োৱা হয়। খেলবন্ধনীয়াকৈ ৰাজহুৱা ভাবে বিহু ভোৰ্জ খায়। দেৱালয়ত বিহু পূজা পতা হয়। দেউৰী সকলে ডেকা বিহু পূজাও পাতে। দেউৰী সকলে ডেকা বিহু আৰু গাভৰু বিহু সুকীয়া সুকীয়াকৈ পাতে। দেওধ্বনি উৎসৱ বিহুৰ এটি প্ৰধান অঙ্গ। দেওধ্বনি উৎসৱত পুৰুষ বা তিৰোতাৰ গাত দেও লম্ভে। দেও উঠা জনে বলিৰ ভোগৰ তেজ পিলৈ

নাচি নাচি ভৱিষ্যত বাণী কৰে। দেউৰীৰ বিহু গীত বোৰক চাজেবা গীত বোলে। বিহুত দেউৰী সকলে ঘৰে ঘৰে হুচঁৰী গায়। হুচৰী উৰুৱা পূজাও পতা হয়। তেওঁলোকে পীৰি বা নৌকা উটুৱা সবাহ পাতে।

হিন্দু ধৰ্ম্মাৱলম্বী আন আন লোকৰ দৰেই পাপ কৰ্ম কৰিলে প্ৰায়শ্চিত্ত্ব কৰে। তেওঁলোকেও আন আন হিন্দু ধৰ্ম্মীয় লোকৰ দৰেই জন্মৰ অশৌচ খেদায়। মানুহৰ মৃত্যু হ'লে কাঠ সংস্কাৰ কৰে। দহা কাজ বা শ্ৰাদ্ধ পাতে। দেউৰী সমাজত লোকধৰ্ম্ম হিচাবে লক্ষ্মী সবাহ, গৰখীয়া ভোজ, দেওপূজা, অপেশ্বৰী সবাহ, আইসবাহ, নপুৰুষীয়া সকাম পাতে। তেওঁলোকৰ মাজত বৰ বিয়া, মাজু বিয়া আৰু সৰু বিয়া পতাৰ নিয়ম আছে।

দেউৰী সকলৰ লোক সঙ্গীতৰ ভিতৰত ডুকেকিমা বা দুচীয়া পঠীয়া গীত আবৰ বৌ গীত, আতু দেদুৰী, লুৰুংজানা , সি গিবা আদি উল্লেখ যোগ্য। লোকবাদ্যৰ ভিতৰত গগনা, বাঁহী, পেপাঁ, বীণ, টোকাৰী, সুতুলী, শঙ্খ, ঘন্টা, বৰ কাহঁ, ঢোল আৰু ডবা উল্লেখ যোগ্য বাদ্য।

**(৭) ধেমাজি তিৱা লালুং সকলৰ কৃষ্টি - সংস্কৃতিঃ**

তিৱা লালুং জনজাতীয় জলগোষ্ঠীটো চীন তিৰ্ব্বতী শাখাৰ তিৰ্ব্বত বৰ্ম্মী ডালৰ অসম বৰ্ম্মা গোটৰ পৰা উৎপত্তি হৈছে। এই একেটা মূলৰ পৰাই অসমৰ বড়ো কছাৰী, ৰাভা, কোঁচ, চুতীয়া, দেউৰী, ডিমাছা, হাজং, মিচিং আদি জনজাতিবো উৎপত্তি হৈছে। তিৱা লালুং জনগোষ্ঠীটো অসমৰ আদিম অধিবাসী জনগোষ্ঠী। তেওঁলোকৰ নিজা লোক কৃষ্টি আৰু লোক সংস্কৃতি আছে।

ৰাজমোহন নাথদেৱে তেখেতৰ "Back ground of Assamese Culture" নামৰ গ্ৰন্থত টিৱা লালুং জনগোষ্ঠীৰ সম্পৰ্কে এইদৰে কৈছে -"The Lalungs are very much like the Mikirs. They are also devided into twelve class. They are appear to have been all along associated with the Jayantiyas living on the North Eastern slope of the Khasi Hills on the border land of the plain districts of Kamrupa and Now gang. "

আগৰ কালত তিৱা লালুং সকলৰ আদিতে সৰু সৰু ৰাজ্য আছিল। তিৱা লালুং লোকসকলৰ ৰাজ্যবোৰ আছিল— গোভা, খলা, নেলী, অমছেং, আমছাই, মাৰ্জ্জং, ৰঙা মাটি লেচৰ, ৰূপেশ্বৰ আদি সৰু সৰু ৰাজ্যবোৰ আছিল।

আন আন ৰাজ্য হ'ল গোভা, চোপালী, ৰাণী, লুকী বেলতলা ইত্যাদি। আহোম ৰাজত্ব কালত জাগীয়াল গোহাঁইৰ অধীনত এই সৰু সৰু ৰাজ্যত তিৱা লালুং ৰজাসকলে ৰাজত্ব কৰিছিল । মনেশ্বৰ দেউৰীদেৱে কৈছে -" তিৱা সকলৰ কূল পৰম্পৰা বিদ্যামান আৰু কোনো লোকে নিজৰ কূলৰ গৌৰৱ নাপাহৰে আৰু কূলৰ কথা বিনাদ্বিধাই প্ৰকাশ কৰে। তেওঁলোকৰ বিভিন্ন কূল বা ফৈদবোৰ হ'ল- জয়ন্তা- বোমা বা পুলা; গোভা মছৰং, নেলি-মুনিৱালি; খলা-পুমা বা বোমা, ছহৰী- মছৰং, ৰাণঈ, লুকি, বেলতলা ; লাওপানী- মুনিৱালি, আমুৰি - আমছং; জুকুটা মুনিৱালি, পশ্চিম, নগাওঁ বৰ-ডফিৰাংৱালি; খাইগড় - মছৰং, বাৰপূজীয়া মছৰং, খাইগড় -মছৰং, শালমৰা- মাছৰং, মিকিৰ গাওঁ - মাছেৰং; বঘৰা- হুকাই ৱালি; চৰাইবাহী - মাছেৰাং, বাঘজাপ মুনিৱালি।" এইবোৰ ঠাইত উল্লেখিত কূলৰ তিৱা লালুং লোক সকলে বসবাস কৰিছিল।

ধেমাজি জিলাত যে প্ৰাচীন কালৰে পৰাই তিৱা লালুং সকলে বসবাস কৰি আহিছে তাৰ প্ৰমাণ পোৱা যায় — কিছুমান নামৰ পৰা। যেনে ঃ- পাভমাৰী বিলৰ ওচৰত লালুং লোৰ; লালুং পথাৰ, মৰিচল লক্ষ্মীপথাৰৰ ওচৰত গোভাৱলী সুঁতি আদিয়ে ধেমাজিত লালুং সকলৰ অস্তিত্বৰ কথা প্ৰমাণ কৰে। পৰিতাপৰ কথা যে বহুতো তিৱা লালুং লোকে নিজকে তিৱা লালুং বুলি চিনাকি দিবলৈ টান পাই বৰ্ত্তমান নিজকে কোচ সম্প্ৰদায়ৰ লোক বুলিহে পৰিচয় দিছে। তথাপি ধেমাজি জিলাৰ কঠালগুৰি , নলনীপাম, ভৰালীচুক, টঙনাপৰা, মাইচা, দিহিৰি, মৰিচল, নগাওঁ আৰু চিচিবৰ গাৱঁৰ লালুং বৰখেল অঞ্চলত তিৱা-লালুং সম্প্ৰদায়ৰ লোকে বসবাস কৰি আহিছে। ধেমাজিৰ তিৱা লালুং, সকলৰ বিভিন্ন ফৈদবোৰ হৈছে আমছংৱালি, মছৰংৱালি, ছুলংৱালি, মিকিৰ ৱালি, দৰংৱালি, কৰঙাৱালি, মিথিৱালী, শুকাইৱালী, ডাফৰৱালী, মামাং ৱালি মাথেৰেং ৱালী ইত্যাদি।

তিৱা লালুং সকলৰ নিজা ভাষা কৃষ্টি আছে যদিও তেওঁলোকে ৰাজনৈতিক, সামাজিক আৰু অৰ্থনৈতিক দিশত বৃহৎ অসমীয়া লোক সমাজৰ লগতে মিলি যাব ধৰিছে যদিও স্বকীয় কৃষ্টি সংস্কৃতিয়ে অসমৰ লোক সংস্কৃতিক জাতিষ্কাৰ কৰি তুলিছে। চামাদি ঃ ৰাজহোৱা মূৰং টিউৱা লালুং সকলৰ লোক বিশ্বাস অনুসৰি চাৰিভাই চাৰিকৰা দেৱতাই মানুহক আদিতে ঘৰ সাজিবলৈ শিকালে। সেয়েহে আজিও চামাদি সাজিবৰ বাবে ডেকা চাঙৰ তিনিজন মূখীয়াল যেনে ঃ- চাংদলৈ, চাংমাজি, আৰু সৰুমাজি বা কৰাই মাজিক সমস্ত কাম কৰিবলৈ

ৰাইজে 'হুকুম দিয়ে। বুধবাৰ হ'ল তেওঁলোকৰ বাবে পবিত্ৰ বাৰ। এই বুধবাৰৰ দিনাহে গুৰু স্থানীয় লোক সকলে দেওপিতৃক আৰ্শীবাদ বিচাৰি হাবিত চামাদিৰ সিন্‌দাই থুনা কাটিবলৈ যায়। নিৰ্দ্ধাৰিত মদ আৰু এশ এটা কৌপাত আৰু তামুল পান নিয়ে। তামুল এটা , সিকি এটা আৰু লাওপানী ঢালি গছকাটে। এই দৰেই খুটা-চতি আনি ছামাদি সাজে।

ছামাদিত তিৱা সকলে ৰাজহুৱা উৎসৱ বা পূজা- পাৰ্বন পাতে। এই চামাদিতে তিৱা সকলৰ বিচাৰ আদিও চলে। গীত-নৃত্যৰ বাবে ৰাজহুৱা সা-সৰঞ্জামবোৰ চামাদিতে সংৰক্ষণ কৰি ৰখা হয়।

তিৱা সকলৰ 'নো-ৱাৰ' বা বৰঘৰ সেৱা-পূজাৰ বাবেই নিৰ্মাণ কৰা হয়। এইঘৰ পূবা-পশ্চিমা বা উত্তৰা দক্ষিণাকৈ নিৰ্মান কৰা হয়।

**খেতি-বাতি ঃ-** তিৱা সকল কৃষি জীৱি। তেওঁলোকে খেতিৰ ওপৰতেই নিৰ্ভৰ কৰে। পাহাৰত বসবাস কৰা হাজোৱালী ফৈদৰ তিৱা লালুং সকলে পাহাৰৰ সমভূমি অঞ্চলত জুম পদ্ধতিৰে খেতি কৰে। জুম খেতি পদ্ধতিক তিৱা সকলে 'মাখা মাইহা' বোলে। জুৰিৰ কাষত চীফটিং কালটিভেশ্যন' কৰা পদ্ধতিক তিৱা সকলে তি-খিষ্টি বোলে। পাহাৰৰ তলৰ দ'পথাৰত তিৱা সকলে সমূহীয়াকৈ খেতি কৰিছিল। তিৱাসকলৰ প্ৰধান খেতি আছিল ধান, মৰাপাট, মাহ, আলু, কচু, জলকীয়া আদিয়েই প্ৰধান।

**কৃষি উৎসৱ ঃ-** তিৱা সকলে খেতি-বাতিৰ লগত সম্বন্ধ থকা তিনিটা প্ৰধান উৎসৱ পালন কৰে। সেইকেইটা হৈছে জংখং পূজা, আৰাকোৰা বা আৰকটা উৎসৱ আৰু লখিমী পূজা। জংখং পূজা নপতাকৈ কোনেও খেতি পথাৰত খেতি কৰিবলৈ নেযায়। হাবি- জংঘল কাটি খেতিৰ উপযোগী কৰিলে আৰ কোৰা বা আৰকটা পূজা পাতে। কৃষি পূজা বা লখিমী পূজাঁত গীত গাই নাঙল- যুৱঁলী আদি সৰঞ্জাম আৰু কঠীয়া আদি থয়। পানীৰ বাবে, চাৰিভাই বা চাৰি কৰাক প্ৰাৰ্থনা জনায়। চাৰিভাই বা চাৰি কৰাৰ পাছত তিৱা সকলে দলবদ্ধভাবে হাবি ভাঙি খেতি কৰে। অৱশ্যে ধেমাজিৰ তিৱা সকলে তিৱা ভাষা প্ৰায়ে পাহৰি পেলালে। তিৱা সংস্কৃতি আৰু কৃষ্টি পাহৰি গৈ বৃহত্তৰ অসমীয়া সমাজৰ লগত মিলি গৈছে। ধেমাজিৰ তিৱা সকলে গাৱঁত পানীতোলা সবাহ পাতে আৰু ভাওনা আদিও পাতে।

**(৮) ধেমাজিৰ চাহ-শ্ৰমিক জনজাতিৰ সংস্কৃতি ঃ**

ধেমাজিৰ দিৰপাই, বৰদৈবাম, সোৱণশিৰী আৰু মধুপুৰ চাহ বাগিছাত

কেইবাহাজাৰ চাহ-জনজাতিয়ে কাম কৰে। ধেমাজিত চাহ শ্ৰমিক সম্প্ৰদায়ৰ চাওঁতাল গাওঁ আছে। তাৰ উপৰিও, চিচিমুখ, যোৰকটা, অকাজান, বৰমূৰীয়া গাওঁ, ধেমাজি নগৰৰ গোৱাল পথাৰ আদি অঞ্চলত প্ৰায়পোন্ধৰ বিশ হেজাৰৰো অধিক সংখ্যক চাহশ্ৰমিক লোকে বসবাস কৰে। এই চাহ জনজাতিৰ লোকসকলে তেওঁলোকৰ পৰম্পৰাগত লোক ধৰ্ম্ম, লোক উৎসৱ পালন কৰে। তেওঁলোকে স্বকীয় কৃষ্টি সংস্কৃতিও মানি চলে। এওঁলোকে কৰম পূজা পাতে। কৰম পূজাৰ নীতি-নিয়মবোৰ পালন কৰে। কদম গছৰ ডাল ৰুই তাৰ চাৰিওফালে চাহ জনজাতিৰ ডেকা গাভৰু সকলে ঝুমুইৰ নৃত্য গীত পৰিবেশন কৰে। ঝুমুই গীতৰ লহৰে লহৰে' মাদলৰ ছেৱে ছেৱে হাতত ধৰা ধৰি কৰি নাছে। এই নৃত্য গীতত তেওঁলোকৰ শ্ৰমিক জীৱনৰ ঘটনা ৰাজিৰ প্ৰতিফলন ঘটে। কৃষ্ণ-ৰাধাৰ বাহিনীৰ বৰ্ণনা গীত বোৰত পোৱা যায়। ভাদ মাহত চাহ-জনজাতিয়ে কৰম পূজা পাতে।

মাঘ বিহুক চাহ জন জাতিয়ে পৌষ পৰব' ব 'টুচু' পৰব বুলি মানে। এই উৎসৱত তেওঁলোকে অসমীয়াৰ আন আন জনগোষ্ঠীৰ দৰেই ভেলাঘৰ সাজে, মেজি জ্বলায় আৰু আনৰ বাৰীৰ খৰি চুৰি কৰি আনে। নানান পিঠা বনাই খায়। টুচু পৰবত টুচু গীত গায়; ই- মহিলা প্ৰধান উৎসৱ।

চাহ জনজাতিয়ে সৰ্প দেৱী বা মনসাদেৱীৰ পূজাও পাতে। সৰ্পদেৱী মনসাৰ মুৰ্ত্তি স্থাপন কৰি গোটেই নিশা চাহ জনজাতি সকলে মনসাদেৱী সম্পৰ্কীয় গীত গায়। পিছদিনা পুৱাই মুৰ্ত্তি উটোৱায়। কালী পূজাক তেওঁলোকে মহৰাই পৰৱ বুলি মানে; দেৱী বা কালীক, তেওঁলোকে পূজা কৰে। তেওঁলোকৰ নৃত্যৰ ভিতৰত দমকচ নৃত্য, কাঠি নাচ উল্লেখযোগ্য। গীতৰ ভিতৰত সাদী গীত, ঘেৰা গীত, নিচুকনি গীত আদি উল্লেখযোগ্য।

চাহ শ্ৰমিক সকলে ঘৰুৱাভাবে নানান আচাৰ অনুষ্ঠান পাতে। তাৰ ভিতৰত কালী পূজা, হনুমান পূজা, বুঢ়া ডাঙৰীয়া পূজা, লক্ষ্মী পূজা, সত্যনাৰায়ণ পূজা, শীতলী পূজা, বৃক্ষপূজা, সূৰ্য্য পূজা, তুলসী পূজা, গছ পূজা আদি পাতে।

চাহ শ্ৰমিক সকলৰ বাদ্য যন্ত্ৰৰ ভিতৰত উল্লেখযোগ্য হল- ঢাক, ঢোল, মাদল, ধুমচা, নাগৰা, চাহ্নাই, মনন ভেৰি, বাহী, মুৰুলী, তাল, খোল আদিয়েই প্ৰধান।

আচাৰ ৰীতিৰ ভিতৰত সন্তান জন্ম হ'লে সাতদিন বা নদিনৰ পাছত ছৰ্টী পাতে আৰু একৈশ দিনৰ পাছত 'এঁকৈছা' পাতি অশৌচ খেদে। শিশুক

প্ৰথম অন্ন খোৱাওঁতে অন্ন প্ৰাসনো পাতে। বিয়াত তেওঁলোকে দৰা-কন্যাক হালধি ঘহে; ঢোল, মাদল, ভেৰি বজাই বিয়াৰ গীত -গায়, হোম পুৰি কন্যা সম্প্ৰদান কৰে।

মানুহ মৰিলে খৰি দিয়ে; সৰু ল'ৰা ছোৱালী মৰিলে পুতি থয়। তিনদিনত 'তেলখৰ', দহদিনত দহা আৰু কুৰি দিন বা এমাহত কাজ পাতে।

ধেমাজি জিলাৰ চাহ জনজাতিয়েও ওপৰত উল্লেখ কৰা লোক সংস্কৃতি সমূহ পালন আৰু ধাৰণ কৰে।

**(৯) ধেমাজি জিলাৰ নেপালী সম্প্ৰদায়ৰ লোক সংস্কৃতি ঃ-** ধেমাজি জিলাখনৰ বিভিন্ন প্ৰান্তত নেপালী সম্প্ৰদায়ৰ লোক সকল সিচঁৰিত হৈ বস-বাস কৰি আছে। জোনাই, চিমেন চাপৰি, মুক্তিয়াৰ, গোগামুখ, মাছখোৱা, বৰদলনি , বুটীকেবুৰ, চিচিমুখ, যোৰকটা, আমাগুৰি, ফাটিহাবাম, কাইটং, জোনাই আদি বিভিন্ন অঞ্চলত নেপালী সম্প্ৰদায়ৰ লোকে বসবাস কৰিছে।

অসমৰ নেপালী- সম্প্ৰদায়ৰ দৰেই ধেমাজি জিলাৰ নেপালী জনগোষ্ঠীয়েও অসমীয়া সংস্কৃতি ধাৰণ-পালন কৰাৰ উপৰিও নিজস্ব নেপালী লোক-সংস্কৃতি সমান্তৰাল ভাবে পালন কৰি আহিছে।

আমাৰ অসমৰ পাতে লাগি থকা প্ৰতিবেশী ৰাষ্ট্ৰ নেপালৰ পৰাই নেপালী লোক সকল সামৰিক সৈনিক হিচাবে বা গো-পালক হিচাবে আৰু খেতি বাতিৰ বাবে প্ৰাচীন কালৰে পৰাই অসমলৈ আহিছিল। নেপাল আৰু অসমৰ সৈতে প্ৰাচীন কালৰে পৰাই মধুৰ সম্পৰ্ক আছে। প্ৰাচীন কামৰূপৰ এগৰাকী ৰজাৰ কন্যা ৰাজ্যমতীক নেপালৰ ৰাজকুমাৰলৈ বিয়া দিছিল। তাৰ পাছতো তিৰ্ব্বত নেপালৰ পৰা বৌদ্ধ ধৰ্ম্ম প্ৰচাৰৰ অৰ্থে বৌদ্ধ সিদ্ধাচাৰ্য্য সকল কামৰূপলৈ আহিছিল। প্ৰাচীন কালত কামৰূপ, শ্ৰীহট্ট আদি ঠাই বৌদ্ধ ধৰ্ম্মৰ কেন্দ্ৰস্থল আছিল। হাজোত বৌদ্ধ মঠআছিল বুলি জনা যায় নাগাৰ্জুন, মীননাথ বা সৎস্যেন্দ্ৰ নাথ, লুইপা, কানহপা আদি সিদ্ধা চাৰ্য্য সকলে বৌদ্ধগান বা দোহাৱলী ৰচনা কৰিছিল। এই বৌদ্ধগান বা দোহাৱলী নেপালৰ ৰাজ দৰবাৰত সংৰক্ষিত আছে।

১৮১৬ খৃষ্টাব্দত ভাৰতৰ বৃটিছ চৰকাৰে নেপাল ৰাষ্ট্ৰৰ সৈতে কৰা যুদ্ধৰ সন্ধি চুক্তি অনুসৰি নেপাল ভাৰতৰ মাজত দুই ৰাষ্ট্ৰৰ লোকে বেহা-বেপাৰ বা অহা-যোৱা কৰাৰ চৰ্ত্ত আৰূপ কৰাৰ পাছত বহুতো নেপালী সম্প্ৰদায়ৰ লোকে অসমলৈ প্ৰবজ্জন কৰি আহি বসবাস কৰিবলৈ লয়। তেওঁলোকে নিজৰ সংস্কৃতি

পৰম্পৰা পালন কৰাৰ লগতে অসমীয়া ভাষা গ্ৰহণ কৰি অসমীয়া হৈ পৰে। অসমৰ নেপালি সম্প্ৰদায়ে অসমৰ প্ৰতিটো জাতীয় জীৱনৰ সংকটৰ মূহুৰ্তত অসমীয়াৰ হকে সমভাগী হৈ কাম কৰি আহিছে। ভাৰতৰ স্বাধীনতা সংগ্ৰামত ১৯২১ চনৰ অসম কংগ্ৰেছৰ জন্মদাতা আছিল ছবি লাল উপাধ্যায়, অসমীয়া ভাষা-স্াহিত্যিলৈ হৰি ভক্ত কটোৱাল, হৰি প্ৰসাদ গোৰ্খাৰায়, গোবিন্দ চন্দ্ৰ পৈৰা, মন বাহাদুৰ ছেত্ৰী আদিৰ অৱদানৰ কথা কোনে পাহৰিব পাৰে।

নেপালী সম্প্ৰদায়ৰ মাজত লোকাচাৰ আৰু লোক সংস্কৃতি বিদ্যমান। নেপালী লোক সকল বৰ পৰিশ্ৰমী লোক। তেওঁলোকে গোমধান, কুঁহিয়াৰ আদিৰ খেতিও কৰে। তেওঁলোকে গো-পালন কৰা কাৰ্য্যক এক ব্যৱসায় হিচাবে গ্ৰহণ কৰে।

নেপালীলোক সকল প্ৰবল ধৰ্ম্ম পৰায়ণ। তেওঁলোকে হিন্দু ধৰ্ম্মৰ বিভিন্ন দেৱী-দেৱতাক মানি চলে আৰু পূজা-সেৱা কৰে। বহুতেই শাক্তধৰ্ম্মৰ গ্ৰহণ কৰি দেৱী গোসানীৰ পূজাঁ কৰে। তেওঁলোকে দেৱালী উৎসৱক 'দশেই' উৎসৱ নামেৰে পালন কৰে। দশেই উৎসৱত এজনে আনজনক কপালত ফুট দি আৰ্শীবাদ দিয়ে। তিহাৰ উৎসৱো পালন কৰে। তিহাৰত তেওঁলোকে ঘৰে ঘৰে হুঁচৰী গায়। হুঁচৰীক তেওঁলোকে দেওচী-ভইচী "সংগিনী মাৰুনী" বুলি কয়। নেপালী সকলৰ লোক গীত আছে। তেওঁলোকে লোক গীতৰ লগত ডম্ফু, ঢোলক , দমহা, মঞ্জৰী , বাজা, সহনাই আদি বাদ্য বজায়আৰু তাৰ তালে তালে নাচে। নৃত্য-গীতত তেওঁলোকে পৰম্পৰাগত পোছাক পিন্ধে। পুৰুষে গাত দৌৰা চুৰোৱাল আৰু মূৰত নেপালী টুপী পিন্ধে আৰু ককাঁলত খুকুৰী বান্ধে। তিৰোতাই শুনো চুলো পুতে আদি পিন্ধে।

তেওঁলোকে নেপালী ভাষা কলেও বাহিৰত অসমীয়া ভাষাতে কথা পাতে। অসমীয়া ভাষাৰ মাধ্যমতে লিখা-পঢ়া কৰে। নেপালী সকলৰ মাজতো ব্ৰাহ্মণ বা উচ্চ হিন্দু, অন্যান্য পিছপৰা শ্ৰেণীৰ লোক আছে।

**(১০) ধেমাজিৰ কোৰ্চ জনগোষ্ঠী আৰু লোক সংস্কৃতি ঃ**

তিৰ্ব্বত বৰ্ম্মী কিৰাট কছাৰী ডালৰ পৰা কোচঁ জনগোষ্ঠীৰ উদ্ভৱ হৈছে। এসময়ত কোচঁ সকলে দৰং, কামৰূপ, গোৱাল পাৰাৰ পৰা কোচঁ বিহাৰ পৰ্য্যন্ত ৰাজ্য বিস্তাৰ কৰি আছিল। কোৰ্চ ৰজা সকলৰ বিৱৰণ অসম বুৰঞ্জীৰ উপৰিও 'দৰং ৰাজবংশাৱলী" ত বিস্তৃত ভাবে পোৱা যায়। কোঁচৰজা নৰ নাৰায়ণে বৃহৎ

কোচঁ ৰাজ্যৰ পৰিধি বহলাই পেলাইছিল। নৰনাৰায়ণৰ ভাতৃ-বীৰ চিলাৰায়ৰ বীৰত্ব সকলোৱে স্বীকাৰ কৰে। কোচঁ সকলে গৌড়দেশো আক্ৰমণ কৰিছিল।

ধেমাজি জিলাৰ বিভিন্ন প্ৰান্তত কোচঁ সম্প্ৰদায়ৰ লোকসকল সিচঁৰিত হৈ আছে। আজি কালি অসমৰ কোচঁ সকলে বৰ্ণ হিন্দু কায়স্থ বা কলিতা সকলৰ দৰেই ৰীতি-নীতি আচাৰ-অনুষ্ঠান পালন কৰে। হিন্দুধৰ্ম্মৰ বিভিন্ন পন্থাও কোচঁসকলে মানি চলে। বৃহত্তৰ অসমীয়া জাতিৰ লোক সংস্কৃতিকেই কোচঁ সম্প্ৰদায়ৰ লোক সকলেও পালন আৰু ধাৰণ কৰা দেখা যায়।

**(১১) ধেমাজিৰ কৈৱৰ্ত্ত সম্প্ৰদায় আৰু লোক সংস্কৃতি ঃ**

অসমৰ অন্যান্য ঠাইৰ দৰেই ধেমাজি জিলাতো বিভিন্ন ঠাইত কৈৱৰ্ত্ত সম্প্ৰদায়ৰ লোকসকল বসবাস কৰি আছে। অসমৰ কৈৱৰ্ত্ত সম্প্ৰদায়ৰ লোক সকলে পালন আৰু ধাৰণ কৰা লোক সংস্কৃতিকেই ধেমাজি জিলাৰ কৈৱৰ্ত্ত সম্প্ৰদায়েও পালন আৰু ধাৰণ কৰি আহিছে।

অসমত অতীৱ প্ৰাচীন কালৰে পৰাই কৈৱৰ্ত্ত সম্প্ৰদায়ৰ লোক সকলে বসবাস কৰাৰ কথা তামৰ ফলি সমূহত উল্লেখ পোৱা যায়। তাৰোপৰি হৰ্জৰ বৰ্ম্মাৰ তেজপুৰৰ তামৰ ফলিতো অসমৰ কৈৱৰ্ত্ত সম্প্ৰদায়ৰ উল্লেখ আছে। “কৈৱৰ্ত্ত ঃ নৌকু কীচ্ছা ভাষ্ট সাধনঃ”) । স্মৃতি শাস্ত্ৰত উল্লেখ আছে যে কৈবৰ্ত্তৰ পিতৃ হ’ল ক্ষত্ৰিয় আৰু মাতৃ হ’ল বৈশ্য সম্প্ৰদায়ৰ। তেওঁলোকে কৃষি কৰ্ম্মক জীৱিকা হিচাবে গ্ৰহণ কৰিছে যদিও তেওঁলোক মাছ ব্যৱসায়ৰ লগত জড়িত। কৈৱৰ্ত্ত সম্প্ৰাদয়ক প্ৰাচীন তামৰ ফলি দুখনৰ মতে প্ৰধানকৈ দুটা ভাগত বিভক্ত কৰা হৈছে। সেয়া হ’ল ‘কুম্ভকৰ’ আৰু ‘ অন্তৰায়চ’ঃ। ‘কুম্ভক’ গোত্ৰৰ পিং বোলে ব্ৰাহ্মণ আছিল আৰু মাতৃ হেনু বৈশ্য আছিল। সম্প্ৰতি অসমৰ কৈবৰ্ত্ত সম্প্ৰদায়ক জীৱিকা অনুসৰি দুটা ভাগত বিভক্ত কৰিছে— এক হালোৱা কৈৱৰ্ত্ত আৰু আনটো হ’ল জ্বলোৱা কৈৱৰ্ত্ত। সম্প্ৰতি কৈ ৱৰ্ত্ত সম্প্ৰদায়ক ভাৰতৰ সংবিধানৰ অনুসূচীত জাতি হিচাবে অন্তৰ্ভুক্ত কৰা হৈছে।

কৈৱৰ্ত্ত সকলৰ দৰেই অসমৰ মাটিৰ বাচন বৰ্ত্তন তৈয়াৰ কৰা কুমাৰ ফৈদ আৰু সোণৰ অলংকাৰ পাতি গঢ়া হীৰা সম্প্ৰদায়টোকো অনুসূচীত জাতিৰ শ্ৰেণীভুক্ত কৰা হৈছে।

কৈৱৰ্ত্ত সকল আদিৰে পৰা হিন্দু ধৰ্ম্মাৱলম্বী। সত্য কাম জবালে শূদ্ৰ হৈয়ো বেদ অধ্যয়ন কৰিছিল। মধ্যযুগত মহাপুৰুষ শ্ৰীমন্ত শংকৰাদেৱৰ দিনত

শংকৰদেৱৰ শিষ্য পূৰ্ণানন্দৰ পত্নী শান্তি সতী ৰাধিকাই টেম্বুৱানী জানৰ পানীৰ সোঁত সতীত্ব গুণৰ দ্বাৰা বন্ধ কৰিবলৈ সক্ষম হৈছিল। হৰিদাস মহাপুৰুষ শংকৰদেৱৰ এগৰাকী আচাৰ্য্য আছিল।

সম্প্ৰতি মহাপুৰুষজনাৰ বৈষ্ণৱ ধৰ্ম্মৰ একনিষ্ঠ সেৱক ইলাৰাম দাস দেৱে একশৰণ ভাগৱতী বৈষ্ণৱ ধৰ্ম্মক পাহাৰ-ভৈয়ামত প্ৰচাৰ কৰিবলৈ সক্ষম হৈছে।

অসমৰ কৈৱৰ্ত্ত সম্প্ৰদায়ৰ লগতে ধেমাজিৰ কৈৱৰ্ত্ত সম্প্ৰদায়েও অসমীয়া ভাষা, অসমীয়া লোক সংস্কৃতি, আচাৰ ৰীতি পালন কৰি বৃহত্তৰ অসমীয়া জাতি গঠন প্ৰক্ৰিয়াত প্ৰভূত পৰিমানৰ বৰঙণি যোগাইছে।

**(১২) ব্ৰাহ্মণ গোসাঁই কায়স্থ সম্প্ৰদায়ৰ লোক সংস্কৃতি ঃ**

অতি প্ৰাচীন কালৰে পৰাই আৰ্য্য সম্ভূত ব্ৰাহ্মণ, গোসাঁই আৰু কায়স্থ সকলে অসমত বসবাস কৰি আহিছে। নৰকাসুৰৰ দিনৰে পৰাই কামৰূপলৈ আৰ্য্যসকলৰ সোঁত বৈছিল। ভাৰতৰ অন্যান্য প্ৰান্তৰ দৰেই উচ্চ হিন্দু ব্ৰাহ্মণ আৰু গোসাঁই সকলে অসমৰ লোক সমাজত ধৰ্ম্মীয় পুৰোহিতৰ কাম-কাজ কৰি আহিছে।

ব্ৰহ্মবৈৱৰ্ত্ত পুৰাণত উল্লেখ আছে যে ব্ৰাহ্মণ পৰশু ৰামে পৰশু কুণ্ডৰ পৰা ব্ৰহ্মপুত্ৰ বোৱাই অনাৰ পাছত প্ৰাচীন ধেমাজিত অৰ্থাৎ হাবঙুত বহুতো ব্ৰাহ্মণ লোকক আনি বহুৱাইছিল। যেনে ঃ

"বহুত্ত বামুন পাছে ঋষি আলিন্ত।
হাবুঙত সিটো দ্বিজ গনকভৈলন্ত।।"

গতিকে উত্তৰ পাৰৰ ধেমাজিৰ ব্ৰাহ্মণ সকলৰ বহুতেই জ্যোতিষ আদি গণনা কৰাৰ বাবে তেওঁলোকক 'গণক' বুলি কোৱা হৈছিল।

অসমৰ মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱে প্ৰচাৰ কৰা নৱ বৈষ্ণৱ ধৰ্ম্মত মহাপুৰুষ জনাৰ পৰলোকগামী হোৱাৰ পাছত চাৰি সংহতিৰ সৃষ্টি হয়। এই চাৰিসংহতি হৈছে ব্ৰাহ্ম সংহতি, পুৰুষ সংহতি, নিকাহ সংহতি আৰু কাল সংহতি। এই চাৰি সংহতিৰ ভেটীতেই সম্প্ৰতি অসমত প্ৰায় ৬০০ খন সত্ৰ স্থাপিত হৈ বৈষ্ণৱ ধৰ্ম্ম পৰম্পৰাক অক্ষুন্ন কৰি ৰাখিছে। সত্ৰৰ বৰ গীত, সত্ৰীয়া নৃত্য আদিক সত্ৰীয়া সংস্কৃতি বুলি গন্য কৰা হ'ল। ধেমাজিত ভালেমান সত্ৰ আছে। সত্ৰ সমূহত বৈষ্ণৱ ধৰ্মৰ নিজস্ব পৰম্পৰা আৰু ঐতিহ্য চলি আছে।

ধেমাজি জিলা লোক সমাজত পূজা-পাতল, হোম যজ্ঞ, শ্ৰাদ্ধপিণ্ড আদি ধৰ্ম্মীয় কাৰ্য্যসমূহ ব্ৰাহ্মণ গোসাঁই আৰু গনক সকলে সম্পাদন কৰি আহিছে। সত্ৰৰ গোসাঁইৰ ওচৰত ইয়াৰ লোকসমাজে শৰণ ভজন লৈ আহিছে।

ধেমাজি জিলাত বিভিন্ন সংহতিৰ সত্ৰসমূহ আছে। সেইবোৰ সত্ৰৰ ভিতৰত বাসুদেৱ থানৰ নৰোৱা সত্ৰ, পশ্চিম মাছখোৱাৰ গোবিন্দপুৰ সত্ৰ, ঘিলামৰাৰ তামুলবাৰী সত্ৰ, মাছখোৱাৰ তামুলপুৰ সত্ৰ, গোপালপুৰ সত্ৰ, লিকাবালিৰ ঘাৰমৰা সত্ৰ, অকাজানৰ মুৱাসৰা সত্ৰ, বিষ্ণুপুৰৰ বেলৰগুৰি সত্ৰ, বাসুদেৱ সত্ৰ, চিমেন চাপৰিৰ ....সত্ৰ, ভেবেলী গোসাঁইবাৰী আৰু ৰতনপুৰৰ চেকেৰাতলীয়া সত্ৰ, হিলৈপাৰাৰ বট্ট গঁএ্ৰা সত্ৰ আদি সত্ৰ উল্লেখযোগ্য। ধেমাজিৰ বৰদলনিৰ কলিতা গাওঁ, মাছখোৱা, ঢকুৱাখনা, ঘিলামৰা, ধেমাজি আদি অঞ্চলত ভালেমান কলিতা আৰু কায়স্থ লোক আছে। এই সকল কায়স্থ আৰু কলিতা লোকসকলে বৰ্ণ হিন্দু বা উচ্চ হিন্দু সম্পৰ্দায়ৰ ৰীতি-নীতি মানি চলে।

(১৩) **ধেমাজিৰ হাজং সম্প্ৰদায় আৰু সংস্কৃতি ঃ** - অসমৰ খিলঞ্জীয়া জনগোষ্ঠীসমূহৰ ভিতৰত হাজং জনগোষ্ঠীও অন্যতম। হাজং জনগোষ্ঠীৰ লোকসকল প্ৰাচীন কালৰে পৰাই অসম আৰু মেঘালয়ৰ গাৰো পাহাৰত বসবাস কৰি আছিল। পাছলৈ তেওঁলোক অসমৰ বিভিন্ন জিলাত বিষেশকৈ দৰং আৰু কামৰূপ জিলাত বসবাস কৰিবলৈ লয়। ধেমাজি জিলাৰ বৰদলনিৰ বৈজয়ন্তীগম, চিচি মৌজাৰ চি লাপথাৰ আৰু ধেমাজিৰ বিষ্ণুপুৰ আদি ঠাইত বসবাস কৰিছে। গাৰো ভাষাত 'হা' মানে মাটি আৰু জং মানে পোক। গাৰো পাহাৰৰ নামনিৰ মাটিত হাজং সকলে বসবাস কৰিছিল।

জনশ্ৰুতি মতে হাজং সকল প্ৰাচীন ক্ষত্ৰিয় লোক। বামুন পৰশুৰামে হাতত কুঠাৰ লৈ সকলো ক্ষত্ৰিয় নিধন কৰি কাৰ্ত্তবীৰ্য্যাৰ্জুনকো বধ কৰে। স্বগৰ্ভা পত্নী পলাই আহি কামৰূপৰ কামদত্ত ঋষিৰ আশ্ৰমত পলাই থাকোতেই তেওঁৰ এটি পুত্ৰ জন্ম হয়। কাৰ্ত্তবীৰ্য্যাজুৰ্নক এইজনা পুতেকে কামৰূপৰ হয়গ্ৰীৱ মাধৱকে ধৰি হাজো অঞ্চলত ৰাজত্ব কৰিছিল। এইজনা ৰজাৰ ৰাজ্যৰ পতন ঘটাত এই ৰাজ্যৰ বাৰহেজাৰ লোকে গাৰোপাহাৰৰ হাজাৰি অঞ্চলত বসবাস কৰা,ৰাবে এওঁলোক হাজং নামেৰে জনাজাত হয়। হাজং ভাষা বড়োমূলৰ পৰা উদ্ভূক হৈছে। হাজং সকল প্ৰথমে শাক্তধৰ্মী আছিল। 'দেৱী পূজাত এওঁলোকে বলি বিধান দিয়ে। এওঁলোকে গাহৰি কুকুৰাৰ মাংস খায়। 'কাচা' মদ আৰু 'জুহা' মদ খায়।

তিৰোতাসকলে মেখেলা পিন্ধে আৰু ককালত 'পাটিল' পিন্ধে হাজং সকল 'পষনোপব' কাতি পূজা, থোৰো মাগাং ভূই মাগা আদি উৎসব পালন কৰে। বিহু পালন কৰে।

ড° বাণী কান্ত কাকতি দেৱে শদীয়াৰ ওপৰত অৰণাচলত এখন কলিতা ৰাজ্য আছিল বুলি কৈ গৈছে। কামৰূপত কায়স্থ লোক সকলে বস বাস কৰি আহিছে। ধেমাজি জিলাতো অ'ত ত'ত কায়স্থ বা কলিতালোক সকল সিঁচৰিত হৈ আছে।

(১৪) **অন্যান্য ভাৰতীয় সম্প্ৰদায়ৰ সংস্কৃতি ঃ** - ধেমাজিত ভাৰতৰ অন্যান্য প্ৰান্তৰ পৰা বঙালী, মাৰোৱাৰী, বিহাৰী, দেছুৱালী, শিখ, মনিপুৰী আদি বিভিন্ন সম্প্ৰদায়ে নিজা নিজা পৰম্পৰাগত লোক সংস্কৃতি, লোক ধৰ্ম্ম,পালন কৰি অহা দেখা যায়।

******